# ডেফডিল ফুল দেখিছা

ইংলেণ্ড আৰু আমেৰিকা ভ্ৰমণৰ কাহিনী

ড° গোবিন্দ প্ৰসাদ শৰ্মা




জ্যোতি প্ৰকাশন
পাণবজাৰ : গুৱাহাটী-৭৮১ ০০১

**DAFFODIL PHUL DEKHICHĀ** : An Assamese travelogue written by Dr. Gobinda Prasad Sarma and published by Smti. Ila Sarmah on behalf of **M/s. Jyoti Prakashan**, Panbazar, Guwahati-781 001, Assam, India.

*First edition : December, 2007* *Price : Rs.100.00*

**প্ৰকাশক ঃ**
শ্ৰীইলা শৰ্মা
জ্যোতি প্ৰকাশন
পাণবজাৰ
গুৱাহাটী-৭৮১ ০০১

প্ৰথম প্ৰকাশ ঃ ডিচেম্বৰ, ২০০৭

প্ৰচ্ছদ চিত্ৰ ঃ মাৰ্বিয়ুছ লেহেনে
অলংকৰণ ঃ বিকাশজ্যোতি বৰুৱা

মূল্য ঃ ১০০.০০ টকা

ডিটিপি ঃ
ময়ূৰ ডেস্কটপ
ডেনিচ ৰোড, পাণবজাৰ
গুৱাহাটী-৭৮১ ০০১

ছপাশাল ঃ
ত্ৰিনয়ন গ্ৰাফিক অফ্‌ছেট
উদ্যোগ গ্ৰাম, বামুণীমৈদাম
গুৱাহাটী-৭৮১ ০২১

আমাৰ জী আৰু জোঁৱাই
মাজনী (শ্ৰীমতী সাগৰিকা শৰ্মা)
আৰু
পৱন (শ্ৰীমান পৱন কুমাৰ শৰ্মা)ৰ
নামত
এই গ্ৰন্থ উৎসৰ্গিত।

মোৰ বাবে তেওঁলোকে
তেওঁলোকৰ আমেৰিকাৰ
ঘৰৰ বাগিচাত
ডেফডিল ফুল ফুলাইছে।

গোবিন্দ প্ৰসাদ শৰ্মা

# আগকথা

২০০৬ চনৰ মোৰ দীঘলীয়া ভ্ৰমণটিৰ আগলৈকে মনলৈ সদায় আহি আছিল মোক কোনেও কাহানিও নকৰা এটি প্ৰশ্ন আৰু মই কেতিয়াও কাকো দিবলগীয়া নোহোৱা সেই প্ৰশ্নৰ উত্তৰ। পাশ্চাত্যৰ দেশবোৰৰ যিকোনো দুখন দেশত যদি ভ্ৰমণ কৰাৰ মই এটি সুযোগ পাওঁ, তেন্তে কোন দুখন দেশ বাছি ল'ম আৰু কি ক্ৰমত বাছি ল'ম? সেই সম্ভাব্য প্ৰশ্নৰ মই সদায় দি থকা উত্তৰ আছিল— ইংলেণ্ড আৰু আমেৰিকা। প্ৰথমতে ইংলেণ্ড। আমেৰিকা আজিৰ বিশ্বত সকলো দিশতে আধুনিকতাৰ অগ্ৰগতিৰ প্ৰতিনিধি। ধন-ঐশ্বৰ্যৰ পযোভৰ, তাৰ সদ্ব্যৱহাৰেৰে সাধিত হোৱা মানুহৰ জীৱন-নিৰ্বাহৰ সুচলতা, বিজ্ঞান আৰু চিন্তাজগতৰ বিভিন্ন দিশত বিভিন্ন উদ্ভাৱন, সংযোজন— এনেবোৰ কথাৰে কুৰি শতিকাৰ আমেৰিকান জাতি আৰু সভ্যতা এটা জীৱন্ত, প্ৰাণচঞ্চল, কৰ্মমুখৰ জাতি আৰু সভ্যতা। মোৰ মনৰ ধাৰণা আছিল— আধুনিক সভ্যতাৰ ৰূপ যদি দৰ্শন কৰিব লাগে, তেন্তে যাব লাগিব আমেৰিকালৈ। ইংলেণ্ডৰ পিছত আমেৰিকালৈ গৈ মোৰ মনৰ সেই ধাৰণা সঁচা বুলিয়ে প্ৰতীয়মান হ'ল।

আৰু ইংলেণ্ড। দ্বিতীয় মহাযুদ্ধৰ আগলৈকে আজিৰ বিশ্বত আমেৰিকা যি স্থানত আছে, ইংলেণ্ডো আছিল সেই স্থানতেই। পিছে মহাযুদ্ধৰ পিছত ঔপনিবেশিকতাৰো অস্ত পৰিল, ইংলেণ্ডৰ শৌৰ্য-বীৰ্যও অদৃশ্য হ'ল। এনে অৱস্থাত মোৰ ধাৰণা হৈছিল— ইংলেণ্ড এতিয়া সাহিত্য, বিজ্ঞান, চিন্তা আদিৰ দিশত যেনেকৈ এটা স্থবিৰ জাতি, জীৱন-নিৰ্বাহ, বসবাসৰ সা-সুবিধা আদিৰ ক্ষেত্ৰতো আজি এটা মূজুৰা পৰা জাতি। সভ্যতাৰ অগ্ৰগতিত স্থবিৰ হৈ ম্লান পৰি যোৱা এটা জাতি। মোৰ ইংলেণ্ড ভ্ৰমণে কিন্তু মোৰ এই ধাৰণা ভুল আছিল বুলিহে মোক পতিয়ন নিয়ালে। মই দেখা পালোঁ— পূৰ্বৰ ঔপনিবেশিক সভ্যতাক সকলো দিশতে নেতৃত্ব দিয়া ইংলেণ্ড আজিৰ বিশ্বত ধনে-জনে-বলে এটি শীৰ্ষস্থানীয় জাতি নহ'লেও ই এক স্থবিৰ শক্তি বা ম্লান পৰা জাতিও হৈ পৰা নাই। ই পূৰ্বৰ নিজৰ ঐশ্বৰ্য-যশস্যাতহে মাথোন ৰ'দ পুৱাই থকা নাই; বৰং যিখিনি এতিয়াও আছে তাৰেই সুচিন্তিত সদ্ব্যৱহাৰেৰে, পূৰ্বৰ সুদীৰ্ঘ ঐশ্বৰ্যশালী পৰম্পৰাৰ তথা সভ্যতাৰ গৌৰৱত এতিয়াও আপোন মৰ্যাদাৰে, খৰতকীয়া নহ'লেও গহীন গতিত, আগুৱাই গৈ আছে— নতুন সভ্যতাৰ এটি চঞ্চল জাতি হিচাপে নহয়, পুৰণি সভ্যতা, পৰম্পৰাৰ এটি ধীৰ, গম্ভীৰ জাতি হিচাপে।

ইউৰোপলৈ যাবলৈও অৱশ্যে মোৰ ইচ্ছা। আধুনিক সভ্যতাৰ চিন্তাই, আৰু আনকি উত্তৰাধুনিক সভ্যতাৰো চিন্তাই ৰূপ দিয়া চিত্ৰকলা, সাহিত্য আৰু চিন্তাজগতৰ বিভিন্ন ধাৰাৰ

জনক আৰু পালক পেৰিছ; আধুনিক বিজ্ঞান-প্ৰযুক্তিবিদ্যাৰ কেন্দ্ৰস্বৰূপ জাৰ্মানী; প্ৰাচীন সভ্যতা-সংস্কৃতিৰ উন্মেষস্থলী আৰু লীলাভূমি গ্ৰীচ আৰু ইটালী— এইবোৰ ইউৰোপীয় দেশলৈ যাবলৈকো মোৰ আগ্ৰহ। আৰু এছিয়াৰ জাপান, চীন আদি দেশ। এইবোৰ দেশ নোচোৱাকৈ থাকিলেও জানো আজিৰ পৃথিৱীৰ অগ্ৰগতিৰ ৰেহ-ৰূপ বুজিব পাৰি? পিছে একোখন দেশ চাবলৈ কেৱল আগ্ৰহেই জানো যথেষ্ট? 'য'তে ইচ্ছা ত'তে বাট'— কথাষাৰ জানো এই বিষয়তো সকলোৰে বাবে সঁচা?

সি যি কি নহওক, চাবলৈ অতিকৈ আগ্ৰহ থকা দেশ দুখন চাই থাকোঁতেই মনলৈ অহৰহ প্ৰশ্ন এটি আহি আছিল— যি চালোঁ, তাক জানো দেখিলোঁ? আৰু যি দেখিলোঁ তাক জানো চালোঁ? সেই দুই দেশৰ যি ৰূপ মই দেখা বুলি ভাবিলোঁ, সেই ৰূপেই জানো দেশ দুখনৰ প্ৰকৃত ৰূপ? দেশ দুখন চাই দেশ দুখন সম্পৰ্কে মোৰ মনত যি ধাৰণা উপজিল, সি জানো শুদ্ধ ধাৰণা? আনহাতে মোৰ ধাৰণা, মই দেখা ৰূপ যদি শুদ্ধ নহয় বুলি আনে মোক ক'বলৈ আহে, তাকোতো মানি ল'বলৈ মই ৰাজী নহয়। আনৰ ধাৰণাই মোৰ ধাৰণাক অশুদ্ধ বুলি প্ৰতিপন্ন নকৰে। যি দেখিলোঁ তাক সঁচাই দেখিলোঁ বুলি যেনেকৈ নিশ্চিত হ'ব নোৱাৰি, কিহবাৰ আনে দেখা ৰূপো সঠিক ৰূপ বুলি গ্ৰহণ কৰিব নোৱাৰি।

এনেকুৱা পৰিস্থিতিতে মোৰ এই ইংলেণ্ড আৰু আমেৰিকা ভ্ৰমণৰ কাহিনীৰ নাম ৰাখিলোঁ 'ডেফডিল ফুল দেখিছা'। নামটোৰ ক্ৰিয়াৰ প্ৰয়োগত যদিও প্ৰশ্নৰ ভাবো নিহিত নথকা নহয়, তথাপি তাক মই প্ৰশ্নবোধকো কৰিব খোজা নাই। কাৰণ সেইটি প্ৰশ্নৰ উত্তৰো মই দিব নোৱাৰোঁ বা নোৱাৰিলোঁ। কিন্তু নামটোত আচলতে পাঠকে অনুৰণন শুনাটো মই বিচাৰিছোঁ— হেম বৰুৱাৰ আমেৰিকা ভ্ৰমণৰে অনুপম কাহিনী 'সাগৰ দেখিছা'ৰ। কিন্তু হেম বৰুৱায়ো আকৌ এই অনন্য নামটো ধাৰ কৰিছিল দেৱকান্ত বৰুৱাৰ সেই মোহনীয় একে নামৰ কাব্য সংকলনটিৰ পৰা। কিন্তু সাত সাগৰ পাৰ হৈ দুখন দেশ ভ্ৰমণ কৰা কাহিনীৰ নামত সাগৰ এৰি কিয় ল'লোঁ মই ডেফডিল ফুলৰ নাম?

প্ৰথমতে যেতিয়া এই ভ্ৰমণ কাহিনী 'অসমীয়া খবৰ' নামৰ দৈনিক কাকতখনত মই আমেৰিকাত থাকোঁতেই ২০০৬ চনৰ নৱেম্বৰ মাহৰ পৰা ছোৱা-ছোৱাকৈ প্ৰকাশ পাবলৈ ধৰিছিল, তেতিয়া ইংলেণ্ড ভ্ৰমণৰ খণ্ডটিকহে বুলিছিলোঁ 'ডেফডিল ফুল দেখিছা'। আমেৰিকা খণ্ডটিক তাত বোলা হৈছে 'আমেৰিকা, আমেৰিকা।' কিন্তু এতিয়া কিতাপৰ আকাৰত দুয়োটি খণ্ডকে একত্ৰিত কৰাত ইয়াৰো নাম ৰাখিলোঁ 'ডেফডিল ফুল দেখিছা'ই। প্ৰথমতে ইংলেণ্ডৰ খণ্ডটোক ডেফডিল ফুলৰ লগত সংযুক্ত কৰাৰ কাৰণ আছিল ইংলেণ্ডৰ কবি ওৱৰ্ডছৱৰ্থৰ ডেফডিল ফুলৰ বিষয়ে সেই অবিস্মৰণীয় কবিতাটো। ইংলেণ্ড বুলিলে যেনেকৈ শ্বেইক্সপীয়েৰ-ওৱৰ্ডছৱৰ্থৰ নাম মনলৈ আহে, ওৱৰ্ডছৱৰ্থ বুলিলে আকৌ মনলৈ আহে মানুহৰ মুখে মুখে থকা এই অবিস্মৰণীয় কবিতাটো। স্বাভাৱিকতে এতিয়া ইংলেণ্ড বুলিলেও

ডেফডিল বা ডেফডিল বুলিলেও ইংলেণ্ড— ওৱৰ্ডছ্ৱৰ্থৰ ইংলেণ্ড।

কিন্তু ডেফডিল ফুলহে মোৰ ইংলেণ্ড ভ্ৰমণৰ কাহিনীলৈ অনাৰ আৰু এটি তাৎপৰ্য আছে— উত্তৰ-ঔপনিবেশিক ধাৰণাৰে ধৰা পেলোৱা ইংলেণ্ডৰ বাহিৰতো ডেফডিল ফুল কবিতাটো পঢ়া আৰু পঢ়োৱাৰ তাৎপৰ্য। ডেফডিল কাহানিও নেদেখাকৈয়ে ডেফডিলৰ সৌন্দৰ্য ঔপনিবেশিক দেশবোৰত উপভোগ কৰা আৰু উপভোগ কৰিবলৈ শিকোৱাটো মই এক অস্বাভাৱিক বা হাস্যকৰ পৰিস্থিতি বুলি নাভাবোঁ। বৰং মই আমাৰ ভাৰতৰে এজন আগশাৰীৰ ইংৰাজী কবি জগন্নাথ প্ৰসাদ দাসৰ 'দ্য ডেফডিল' কবিতাটোহে ডেফডিল সম্পৰ্কে মোৰ অন্তৰৰ ভাবপ্ৰকাশক কবিতা বুলি ভাবোঁ। কবিতাটোত আছে—

'Neither the teacher
in the clssroom
nor his confounded pupil,
nor the westward looking scholar
has ever seen it with his mortal eyes;
yet the daffodil
swaying and dancing
in the breeze,
in its golden arrogance
flashes upon their inner eye.
The empire may have ended
like a short spring,
but the daffodil lives on.
The empire may have dried up
like the rain
or the pearls of dew,
but the daffodil lives on,
tossing its head
in a springhtly dance.
As lively and fresh now
as in the golden age of imperialism,
its glory untarnished
in the ruins of empire.

[তেওঁৰ *Parikrama* শীৰ্ষক ইংৰাজী কাব্যগ্ৰন্থৰ পৰা]

কিতাপ আকাৰত প্ৰকাশ কৰোঁতে 'আমেৰিকা, আমেৰিকা' খণ্ডটিকো 'ডেফডিল ফুল দেখিছ্য' নামতে প্ৰকাশ কৰাৰ কাৰণো নোহোৱা নহয়। আমেৰিকাতো ইংৰাজ

সাহিত্যিকসকল যেনেকৈ আদৰৰ সাহিত্যিক, ওৱৰ্ড্ছ্ৱৰ্থৰ ডেফডিল ফুলৰ বিষয়ে লিখা কবিতাটিও সমানে আদৰৰ। মোৰ ছোৱালী মাজনী (সাগৰিকা)য়ে আমেৰিকাৰ বাসিন্দা হোৱাৰ প্ৰথম বছৰতে এদিন হঠাৎ আনন্দত আত্মহাৰা হৈ ফোন কৰিলে। কেলিফৰ্নিয়াৰ কোনোটো অঞ্চলত ভ্ৰমণ কৰোঁতে তেওঁ হঠাৎ এডোখৰ ঠাইত ৰাশিয়ে ৰাশিয়ে ডেফডিল ফুল ফুলি বতাহত হালিজালি থকা দেখিলে— ঠিক যেন ওৱৰ্ড্ছ্ৱৰ্থে দেখা সেই ডেফডিলডৰা। এখন পাহাৰত। তাৰ নামেই ডেফডিল হিল। জেক্ছন কাউণ্টিত। ডেফডিলডৰাৰ ওচৰলৈ ঢাপলি মেলি গৈ তেওঁ দেখিলে তাতো নামফলক আঁৰি থোৱা আছে ইংলেণ্ডত ওৱৰ্ড্ছ্ৱৰ্থৰ সমাধিৰ ওচৰৰ বাগিচাখনত থকাৰ দৰে 'ডেফডিল গাৰ্ডেন' বুলি। পৰ্যটকৰ বাবে তাতো হেনো প্ৰতি বসন্ত ঋতুতে ওৱৰ্ড্ছ্ৱৰ্থৰ স্মৃতিত ডেফডিল ফুলোৱা হয় ৰাশিয়ে ৰাশিয়ে। পিছত মাজনীয়ে বতাহত ঢৌ খেলি থকা সেই ডেফডিল ফুলবোৰৰ ফটো আমালৈ পঠিয়াই দিছিল। মই কিন্তু আমেৰিকাতো ডেফডিল ফুল নেদেখিলোঁ— ঠিক ইংলেণ্ডত নেদেখাৰ দৰেই। কাৰণ আমেৰিকাতো মই আছিলোঁ ডিচেম্বৰৰ শেষলৈকেহে, বসন্তত নহয়।

তেন্তে মই ইংলেণ্ড, আমেৰিকা নেদেখিলোঁৱেই নেকি? পিছে কোনে বা দেখিছে? ইংৰাজ, আমেৰিকানসকলেই দেখিছে নে নীৰদ চি চৌধুৰীয়েই দেখিছে? নীৰদ চি চৌধুৰী আচলতে এজন ইংৰাজ সভ্যতা-সংস্কৃতিৰ উচ্চস্তৰীয় বিশেষজ্ঞ নে ইংৰাজ প্ৰেমান্ধ লোক— এংলৌফাইল্ (Anglophile)? তেওঁৰ ইংৰাজ-প্ৰীতিয়ে, বা ক'ব পাৰি— তেওঁৰ ইংৰাজ সভ্যতা-সংস্কৃতিৰ প্ৰীতিয়ে তেওঁক শেষত টানি লৈ গ'ল ইংলেণ্ডলৈকেই। তাতেই তেওঁ মৃত্যুবৰণো কৰিলে। সাহিত্য জগতত, জ্ঞানৰ জগতত অজ্ঞাত এজন লোক হৈ থাকোঁতেই তেওঁ লিখি প্ৰকাশ কৰিলে আত্মজীৱনী— 'অ'টো-বায়'গ্ৰাফী অব্ এন্ আননৌন্ ইণ্ডিয়ান'। অকল ভাৰততে নহয়, ইংলেণ্ডতো এই আত্মজীৱনী এনেদৰে সমাদৃত হ'ল যে ইংলেণ্ডৰ পৰাই খৰচসহ আহিল তেওঁলৈ নিমন্ত্ৰণ ইংলেণ্ড ভ্ৰমণ কৰাৰ বাবে। সেই নিমন্ত্ৰণ তেওঁ ৰক্ষা কৰি ইংলেণ্ড ভ্ৰমণ কৰিলে আৰু লিখি প্ৰকাশ কৰিলে ইংলেণ্ড ভ্ৰমণৰ অভিজ্ঞতাৰ মননশীল বৃত্তান্ত 'এ পেছেইজ্ টু ইংলেণ্ড'। নীৰদ চি চৌধুৰী এনেদৰে হৈ উঠিল অকল ভাৰততে নহয়, ইংলেণ্ডতো— এজন পূৰ্বৰ 'অজ্ঞাত ভাৰতীয়'ৰ ঠাইত এজন সুপৰিচিত ভাৰতীয়। কিন্তু ক্ৰমে ক্ৰমে তেওঁ জনাজাত হ'ল এপিনে যেনেকৈ বিশাল জ্ঞানজগতৰ বিদগ্ধ পণ্ডিত বুলি, আনপিনে জনাজাত হ'ল ইংৰাজ সভ্যতা-সংস্কৃতিৰ এক অবিমিশ্ৰ প্ৰসংশক আৰু ভাৰতীয় সংস্কৃতিৰ এক অযথা ক্ষুৰধাৰ সমালোচক, আৰু আনকি, নিন্দুক বুলি।

ইংৰাজ-প্ৰীতিয়ে যেতিয়া তেওঁক টানি নিলে ইংলেণ্ডলৈ আৰু বাসিন্দা হ'ল অক্সফৰ্ডৰ, সেই বিশ্ববিদ্যালয়ৰে অধ্যাপক তেওঁৰ পুত্ৰৰ লগত, তেতিয়া আগশাৰীৰ ব্ৰিটিছ কাকত-আলোচনীবোৰৰ পৰা তেওঁ সঘন অনুৰোধ পাবলৈ ধৰিলে প্ৰবন্ধৰ বাবে। কাৰণ তেওঁ

এতিয়া ইংলেণ্ডৰ এজন শক্তিশালী ইংৰাজী গদ্যকাৰ— ইংৰাজী গদ্যৰ এজন মাষ্টাৰ। ইতিমধ্যে ব্ৰিটিছ চৰকাৰে তেওঁলৈ আগবঢাইছে অকল ব্ৰিটিছ নাগৰিকত্বই নহয়, ব্ৰিটিছ নাগৰিকলৈ আগবঢোৱা শ্ৰেষ্ঠ সন্মান অ'. এম. (Order of Merit)। নীৰদ চি চৌধুৰী হ'ল তেওঁলোকৰ এজন উচ্চতম পৰ্যায়ৰ ব্ৰিটিছ নাগৰিক; এনে সময়তে সাংবাদিকসকলে তেওঁক সুধিলে— ভাৰতলৈ উভতি যোৱাৰ আঁচনি তেওঁৰ আছেনে নাই? নীৰদ চি চৌধুৰীৰ উত্তৰ ঃ তেওঁৰ জীৱনৰ ঘটনাৱলীয়ে দেখুৱায়, তেওঁৰ ভাৰতলৈ উভতি যোৱাৰ সম্ভাৱনা নাই। কাৰণ তেওঁৰ জীৱন পৰিক্ৰমাই দেখুৱাই আছে— তেওঁ পশ্চিমলৈহে যায়, পূবলৈ নহয়। তেওঁ পূৰ্ববংগত জন্মি আৰু ডাঙৰ হৈ পশ্চিমলৈ আহিল আৰু কলিকতাত উঠিলহি। যৌৱনকাল কলিকতাত অতিবাহিত কৰি তেওঁ আকৌ পশ্চিমমুৱা হ'ল আৰু পালেহি দিল্লী। সুদীৰ্ঘ কাল দিল্লীত অতিবাহিত কৰি তেওঁ পুনৰ আহিল পশ্চিম মুখে আৰু পালেহি ইংলেণ্ড। এই সুদীৰ্ঘ পৰিক্ৰমাত তেওঁ কেতিয়াও পূবমুৱা যাত্ৰা কৰা নাই। তেন্তে পূবমুৱা যাত্ৰা এতিয়া আকৌ তেওঁৰ জীৱনত ঘটিব বুলি কোনোৱে আশা কৰে?

নীৰদ চি চৌধুৰীৰ অক্সফৰ্ডৰ গৃহত সেই বিশ্ববিদ্যালয়ৰ উজ্জ্বল প্ৰতিভাৰ ছাত্ৰ-ছাত্ৰীসকলে তেওঁক প্ৰায়ে গৈ লগ ধৰে। প্ৰতিভাৰ টান প্ৰতিভাৰ প্ৰতি। কিন্তু ব্ৰিটিছ ইতিহাস, সমাজ সংস্কৃতি, সাহিত্যৰ ছাত্ৰ-ছাত্ৰী পালে তেওঁ তেওঁলোকৰ আগত কথা উলিয়াব নোৱাৰে। আৰু যেতিয়াই আজিকালিৰ ব্ৰিটিছ লৰা-ছোৱালীহঁতে ব্ৰিটিছ ইতিহাস, ব্ৰিটিছ সমাজ ইতিহাস, ব্ৰিটিছ সংস্কৃতিৰ ইতিহাসৰ বহুতো তাৎপৰ্যপূৰ্ণ কথা নজনা দেখে, তেতিয়া হয় তেওঁ ক্ষুণ্ণ। নতুন প্ৰজন্মৰ আপোন ইতিহাসৰ বিস্মৃতি এটা জাতিৰ বাবে কেনে ভয়াবহ! ব্ৰিটিছ জাতিৰ ভৱিষ্যত লৈ তেওঁ হয় শংকিত আৰু নতুন ব্ৰিটিছ প্ৰজন্মক লৈ ক্ষুব্ধ। কিন্তু ব্ৰিটিছ সাজপাৰ, ব্ৰিটিছ হেট্-টাই, ব্ৰিটিছ খানা-পানীয়ৰ ছমঝদাৰ ভক্ত-বিশেষজ্ঞ এই নীৰদ চি চৌধুৰীয়ে ব্ৰিটিছ সমাজৰ একাংশৰ মাজত আখ্যা পালে 'দ লাষ্ট ইংলিছমেন্ অন আৰ্থ' বুলি— পৃথিৱীৰ শেষৰজন ইংৰাজ বুলি। অৰ্থাৎ এওঁলোকৰ মতে এওঁ গমকে নাপায় যে এওঁ জনা আৰু ভালপোৱা সেই ইংৰাজ জাতিটোৰ কাহানিবাই মৃত্যু ঘটিছে। তেওঁ মাথোন তাৰ অৱশিষ্টহে। এতিয়া কোন শুদ্ধ, কোন ভুল?

অৱশেষত দুটামান তথ্য বিষয়ক কথা। ইংলেণ্ড ভ্ৰমণৰ ক্ষেত্ৰত বাৰে বাৰে মই দেশখনক ইংলেণ্ড বুলিয়েই আছোঁ। বাস্তৱিকতে মই বৃটেইনৰ অকল ইংলেণ্ড খণ্ডটোহে ভ্ৰমণ কৰিলোঁ। স্কটলেণ্ডলৈ মই যোৱা নাই। গতিকে বৃটেইন, গ্ৰেট বৃটেইন, ইউ. কে. আদি আখ্যা মোৰ কাহিনীত অবাবত ব্যৱহৃত হোৱা নাই। একেদৰে আমেৰিকাৰ ক্ষেত্ৰত মই বাৰে বাৰে আমেৰিকা যুক্তৰাষ্ট্ৰকহে বুলি আছোঁ আমেৰিকা। মোৰ এই 'আমেৰিকা'ত উত্তৰ আমেৰিকা বা দক্ষিণ আমেৰিকা মই ধৰা নাই; ই আমাৰ অসমীয়া জনসাধাৰণৰ চেতনাৰ আমেৰিকা যুক্তৰাষ্ট্ৰৰ সমাৰ্থক আমেৰিকাহে।

এই ভ্ৰমণ কাহিনী 'অসমীয়া খবৰ'ত ছোৱা-ছোৱাকৈ ওলাই থাকোঁতে বহুতো পাঠক-

পাঠিকাই মোক জনাইছিল যে ইয়াক তেওঁলোকে পঢ়ি যেনেকৈ আনন্দ পাই আছে তেনেকৈ উপকৃতও হৈ আছে। ইয়াৰ খণ্ডবোৰ পঢ়িবলৈ অধীৰ আগ্ৰহেৰে হেনো তেওঁলোকে বাট চাই থাকে। বাতৰিকাকতত প্ৰকাশিত সেই খণ্ডবোৰ একত্ৰিত কৰি কিতাপ আকাৰত উলিওৱাৰ উৎসাহ মই তেওঁলোকৰ পৰাই পাইছিলোঁ। কিন্তু মোৰ সেই উৎসাহক বাস্তৱায়িত কৰিলে যশস্বী প্ৰকাশন প্ৰতিষ্ঠান 'জ্যোতি প্ৰকাশন'ৰ গৰাকী নগেন শৰ্মাই। এইখিনিতে শ্ৰীশৰ্মাক আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

নিজেই মনোজ্ঞ ভ্ৰমণ কাহিনীৰ কাহিনীকাৰ হৈও ড° অনিমা গুহয়ো যে মোৰ এই কাহিনীকো 'অসমীয়া খবৰ'ত নিয়মিত পঢ়ি আছিল ৰুচি সহকাৰে, তাক জানিছিলোঁ কাকতখনৰ দুটা সংখ্যাত (১ জুলাই আৰু ৮ জুলাই, ২০০৭)— 'ডেফডিল ফুল দেখিছোঁ' নামৰ তেখেতৰ প্ৰবন্ধটি পঢ়িহে। ইও মোক বিশেষ ধৰণৰ উদগনি দিছিল। বাইদেউলৈকো এই সুযোগতে কৃতজ্ঞতা জনালোঁ আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ মোৰ কাহিনী পঢ়ি, ভাল পাই মোক উৎসাহ যোগোৱা মোৰ সেই পাঠক-পাঠিকাসকললৈ।

অৱশেষত এই গ্ৰন্থৰ প্ৰচ্ছদপটৰ শিল্পী আমেৰিকাৰ কলৰাডো ষ্টেইট্ ইউনিভাৰছিটিৰ কলা বিভাগৰ অধ্যাপক শ্ৰীমাৰিয়ুছ্ লেহেনেলৈ মোৰ হিয়াভৰা কৃতজ্ঞতা থাকিল। অসমৰ পাঠক সমাজলৈ তেখেতে এই চিত্ৰটি উপহাৰ হিচাপে আগবঢ়াইছে, মোৰ গল্প-সংকলন 'চিত্ৰ-বীথিকা'ৰ প্ৰচ্ছদপটৰ চিত্ৰটিৰ দৰেই। আৰু সেই প্ৰচ্ছদপটৰ অলংকৰণৰ বাবে জ্যোতি প্ৰকাশনৰে শ্ৰীবিকাশজ্যোতি বৰুৱালৈ মই ধন্যবাদ জনালোঁ।

গোবিন্দ প্ৰসাদ শৰ্মা
১৯ ছেপ্টেম্বৰ, ২০০৭

ভগদত্তপুৰ (কাহিলিপাৰা)
গুৱাহাটী-৭৮১০১৯ (অসম)
দূৰভাষ ঃ ০৩৬১-২৩৮০৫৯৪
মোবাইল ঃ ৯৯৫৭১-৮৮১২৫

# সূচীপত্র

## ইংলেণ্ডত

(১) লণ্ডন যাত্ৰা ১
(২) লণ্ডনৰ এচমকা ৬
(৩) উইণ্ডচৰ্ কাচল্, বাথ্, ষ্টৌন্‌হেঞ্জ্ ১১
(৪) অক্সফৰ্ড, ষ্ট্ৰেট্‌ফৰ্ড্, কট্‌চ্‌বল্ড্ ১৯
(৫) লণ্ডনৰ বুকুত ২৬
(৬) পিকাডিলি, ট্ৰাফাল্‌গাৰ্ স্কয়েৰ্, টেম্‌চত ক্ৰুজ্ ৩২
(৭) ষ্টিভেনেইজ্ আৰু কেম্ব্ৰিজ ৪০
(৮) ওবড্‌চ্‌বৰ্থৰ লেইক্ ডিষ্ট্ৰিক্ট ৪৬
(৯) লেইক্ ডিষ্ট্ৰিক্টৰ পাহাৰে-সৰোবৰে ৫৩
(১০) বিদায় লেইক্ ডিষ্ট্ৰিক্ট্ ৫৯
(১১) বিদায় ইংলেণ্ড ৬৭

## আমেৰিকাত

(১) আমেৰিকাৰ বুকুত ৭৩
(২) আমেৰিকাৰ এচমকা ৭৯
(৩) ফোৰ্ট কলিন্‌চত প্ৰথম পুৱা-গধূলি ৮২
(৪) আমেৰিকাৰ দিন-ৰাতি ৮৮
(৫) আমেৰিকাত উইক্‌এণ্ড ৯২
(৬) আমেৰিকাৰ ক্লিনিক আৰু বিশ্ববিদ্যালয়ত ৯৭
(৭) য়েলৌ ষ্টৌন্ ১০২
(৮) নাৰীবক্ষ আৰু হালধীয়া প্ৰস্তৰ ১০৮
(৯) বিশ্বাসী বৃদ্ধ, ধূসৰ ভালুক, শিঙাল পশু ১১৩

(১০) পান্না হীৰাৰ জিলমিলনি ১২০
(১১) কেথাৰিন ১২৩
(১২) ৰকি মাউণ্টেইনত পিকনিক ১২৭
(১৩) কলৰাডোৰ বৰফ ১৩১
(১৪) কেলিফ'র্নিয়ালৈ ১৩৫
(১৫) ফ্ৰীমণ্ট্ ১৩৯
(১৬) ছেন্ ফ্ৰান্‌ছিছ্‌কৌ ১৪৩
(১৭) ষ্টেন্‌ফোৰ্ড্ আৰু বাৰ্ক্‌লী ১৫৪
(১৮) ছেক্ৰামেণ্টো আৰু লেইক্ টাহো ১৬০
(১৯) ওক্‌লেণ্ড্ ছেন্‌হোজে, ছেন্টা ক্লাৰা ১৬৬
(২০) কেলিফ'র্নিয়াত জন্মদিন, প্ৰীতি সন্মিলন ১৭০
(২১) লছ্ এঞ্জেলেছ্, ছেন্ ডিয়েগো ১৭৭
(২২) ডিজ্‌নী লেণ্ড্ ১৮৭
(২৩) হলীউড্ ১৯৩
(২৪) আকৌ ফোৰ্ট্ কলিন্‌ছ্ ১৯৮
(২৫) নিউয়ৰ্ক যাত্ৰা ২০২
(২৬) নিউয়ৰ্ক ঃ প্ৰথম দৰ্শন ২০৫
(২৭) নিউয়ৰ্ক ঃ দ্বিতীয় দৰ্শন ২১২
(২৮) বিদায় আমেৰিকা ২১৯
ইংলেণ্ড আৰু আমেৰিকাত বিভিন্ন মুহূৰ্তত... (আলোকচিত্ৰ) ২২৫

এক

# লণ্ডন যাত্ৰা

ড° দিলীপ বৰুৱা ছাৰৰ কলিকতাৰ ফ্লেটত বহি আমি লণ্ডনৰ তাপমাত্ৰা সম্পৰ্কে কথা পাতিছিলোঁ। জুলাই মাহৰ উত্তপ্ত কলিকতা। কিন্তু বৰষুণ হৈ আছে। গতিকে আমি থকা এইকেইদিনৰ কলিকতা সহনীয়েই নহয়, আৰামদায়কো। কিন্তু আমাক তেতিয়া উত্তপ্ত কৰি তুলিছিল দুদিনমান আগৰ লণ্ডনৰ তাপমাত্ৰাইহে—চল্লিছ ডিগ্ৰী চেল্‌চিয়াছ! তেন্তে গৰম দেশ ভাৰত আৰু ঠাণ্ডা দেশ ইংলেণ্ডৰ মাজত পাৰ্থক্য কি থাকিল? কলিকতাৰ দৈনিক কাকতবোৰে এই খবৰো প্ৰচাৰ কৰিছিল যে লণ্ডনৰ সেই তাপমাত্ৰা যোৱা এশ বছৰৰ ভিতৰতে উচ্চতম। পঞ্চাছৰ দশকত দীলিপ বৰুৱা ছাৰৰ আমি কটন কলেজৰ ইংৰাজী শ্ৰেণীত পোনপটীয়া ছাত্ৰ আছিলোঁ। ছাৰে তাহানি আমাক কটন কলেজৰ ইংৰাজী ক্লাছত বুজোৱাৰ দৰেই বুজোৱা যেন লাগিছিল লণ্ডনৰ ছামাৰৰ কথা। ছাৰে ক'লে—"লণ্ডনত এইবাৰ ইণ্ডিয়ান ছামাৰ। ভালেই পাবা। তাৰ ইণ্ডিয়ান ছামাৰ তেওঁলোকে বৰ উপভোগ কৰে।"

ইংলেণ্ডৰ ইণ্ডিয়ান ছামাৰ সম্পৰ্কে কিবাকিবি পঢ়া মনত পৰিল। তথাপি ছাৰৰ কথা যেন বুজিব নোৱাৰিলোঁ। চল্লিছ ডিগ্ৰী চেলচিয়াছ! তথাপি ছাৰে কয়— ভালেই পাবা। তাৰ ইণ্ডিয়ান ছামাৰ তেওঁলোকে বৰ উপভোগ কৰে। ছাৰৰ লগত একেটা সমতলতে যেন বহি কথা পতা নাই। ছাৰক ক'লোঁ, আমি আগষ্টত নগৈ ছেপ্টেম্বৰ মানত যোৱা হ'লেহে ভাল আছিল নেকি? ইংলেণ্ডলৈ উচ্চ শিক্ষা ল'বলৈ গৈ এসময়ত কেইবা বছৰো তাত কটাই অহা ছাৰে ক'লে—নাই, নাই। এয়াই সময়। ভাল সময়েই বাছি লৈছা। কিবা যেন বুজি বুজিও নুবুজা ছাৰৰ কথা মনত ৰাখিয়ে ঘৰলৈ উভতোঁ ইংলেণ্ড যাত্ৰাৰ বাবে প্ৰস্তুত হ'বলৈ। মনৰ পৰা ভয় আঁতৰি নাযায়। ইংলেণ্ডত চল্লিছ ডিগ্ৰী চেলচিয়াছ! পিছত এদিন ফোনত ডিব্ৰুগড়ৰ ড° তিলোত্তমা মিশ্ৰৰ আগত লণ্ডনৰ এইবেলিৰ অস্বাভাৱিক গৰমৰ ভয় ব্যক্ত কৰোঁতে তেখেতেও আশ্বাস দিলে—একো কষ্ট নাপায়। আমিও তীব্ৰ গৰমৰ দিনতে লণ্ডনত আছিলোঁ। গৰমৰ কথা তাত মাত্ৰ তাপমাত্ৰাইহে ক'ব। অৱশ্যে বাছত আৰু ঘৰৰ ভিতৰত থাকিলে অলপ অসুবিধা পাব। ভেণ্টিলেইটৰ্ নাইতো। বাহিৰত কিন্তু আৰামেই পাব।

৯ আগষ্টত মুম্বাইৰ ছত্ৰপতি শিবাজী ইণ্টাৰ্‌নেশ্বনেল্ এয়াৰপোৰ্ট পালোঁ ৯ বজাত পুৱা। এয়াৰপোৰ্টলৈ আগবঢ়াই দিবলৈ যোৱা আমাৰ ল'ৰা ধন অৰ্থাৎ অতনুৱে আমাক চেক্-ইনৰ বাবে ভিতৰলৈ সোমাই যাবলৈ দিয়াৰ আগে আগে দুটামান ফটো ল'লে। ভিতৰলৈ সোমাই গৈ একা-বেঁকা কেবাটাও পাকৰ দীঘলীয়া শাৰীত থিয় হ'লোঁ। ইমিগ্ৰেশ্বন্ চেক্-আপ্, ছিকিউৰিটি চেক্-আপ্, চেক্-ইন্ আদি কৰি এঘাৰমান বজাত আজৰি হ'লোঁ। তাৰ এঘণ্টামান পিছত বৃটিছ এয়াৰ্‌ওৱেজৰ ফ্লাইটত উঠিলোঁ। মুম্বাইৰ বিমান বন্দৰৰ আন্তৰ্জাতিক অপেক্ষা-কক্ষৰ ডিউটি-ফ্ৰী শ্বপ্‌বোৰত বিভিন্ন বিধৰ মদ আৰু ভাৰতীয় স্মাৰক-দ্ৰব্য (souvenirs) বোৰৰহে প্ৰাধান্য। আমি তাত কোকাকোলাকে কিনি খালোঁ দুঘণ্টাৰ চেক্-ইন্, চেক্-আপৰ ভাগৰ পলুৱাবলৈ। ঘড়ীৰ কাঁটাই কাঁটাই মিলাকৈ নিয়মানুবৰ্তী আছিল বৃটিছ এয়াৰ্‌ওৱেজৰ ফ্লাইট্ বা উৰণ। প্ৰকাণ্ড

আকাশী যানখনলৈ উঠি গ'লোঁ। আগে আগে আঁজলি। পিছে পিছে মই। সহযাত্ৰীসকল প্ৰায়বোৰেই বগা বা শ্বেতাংগ। আমাৰ দৰে ভাৰতীয় ৰঙৰ মানুহ কমেই। তথাপি মোৰ একেবাৰে কাযত বহা যাত্ৰীজন আকৌ ভাৰতীয়েই— গোৱানীজ্।

আঠ ঘণ্টা নে ন ঘণ্টাৰ উৰণত ক'তো একো অসবিধা নহ'ল। প্ৰথমতে যচা পানীয়ৰ মাজতো বিভিন্ন শ্ৰেণীৰ সুৰাৰ উপৰি আছিল পেপ্‌ছি, কৌক, স্প্ৰিণ্ট আৰু কমলাৰ ৰস, আপেলৰ ৰস আদি। লাঞ্চত আছিল ভেজিটেৰিয়ান বা শাকাহাৰী লাঞ্চৰ উপৰি নন্-ভেজ্ চিকেন্ লাঞ্চ। গতিকে ভাড়া কিছু বেছি হয় বাবে এয়াৰ-ইণ্ডিয়াৰ ফ্লাইট নলৈ বৃটিছ এয়াৰ্‌ওয়েজৰ ফ্লাইট লৈ অনুশোচনা নহ'ল। এওঁলোকৰ মুম্বাই-লণ্ডন চেক্টৰত সময়ে সময়ে যিবোৰ ঘোষণা সেইবোৰ প্ৰথমতে যদি ইংৰাজী, পিছৰবাৰ হ'ব হিন্দীতো। আন্তৰ্জাতিক ব্যৱসায়ীবোৰ কেনে আন্তৰ্জাতীয়। বৃটিছ এয়াৰ্‌ওৱেজৰো ভাৰতৰ পৰা ওলাই গ'লে বা ভাৰতলৈ আহিলে ইংৰাজীৰ লগতে হিন্দীতো ঘোষণা। লাঞ্চ বা দুপৰীয়াৰ আহাৰ বোধহয় খাইছিলোঁ আমাৰ ঘড়ীৰ চাৰি বজাত। আমাৰ ঘড়ীৰ ছয়মান বজাত আকৌ হাই টী। অৱশ্যে আমাৰ ঘড়ীৰ চাৰি বজা, ছয় বজা— এইবোৰত এতিয়া আৰু একো বিশ্বাস নাই। গতিকে এতিয়া আমাৰ এৰোপ্লেনৰ ঘড়ীয়ে দেখুওৱা সময়তেই মোৰ ঘড়ীৰো সময় মিলাই ল'লোঁ। মনে মনে অলপ বিষাদ অনুভৱ কৰিলোঁ— নিজৰ দেশৰ সময় আঁতৰাই দিয়াৰ লগে লগে নিজৰ দেশৰ লগতো তেন্তে সম্পৰ্ক ছিন্ন কৰিলোঁ! পিছে সম্পৰ্ক যাতে সম্পূৰ্ণ ছিন্ন হৈ নাযায়, তাৰ বাবে আঁজলিৰ ঘড়ীটোৰ সময় আগৰ সময়েই ৰাখি থ'লোঁ। আমাৰ দেশৰ দিন-ৰাতিৰ উমান অন্ততঃ তাৰ পৰা পাই থাকিব পাৰিম।

ন আগষ্ট বুধবাৰেই গধূলি সাত বাজি কিমান মিনিটত লণ্ডনৰ হীথ্‌ৰৌ এয়াৰপোৰ্টত নামিলোঁ। গধূলি মানে কিন্তু লণ্ডনত তেতিয়া গধূলি নহয়। সেই সাত বজাতো বহিৰত চৰিওপিনে ট ট কৰে ৰ'দ। অৱশ্যে লণ্ডনৰ আঠ বজাৰো বিয়লিৰ ৰ'দত তেতিয়া আৰু গৰমকালিৰ ৰ'দৰ চোক নাই। মনলৈ আমেজ অনা এক উপভোগ্য শেঁতা ৰ'দ। এই লণ্ডনৰ বিয়লিৰ ৰ'দ আৰু পোহৰ উপভোগ কৰাৰ আৰু এটা কাৰণ হ'ল— এয়াৰপোৰ্টত নামিয়ে হোৱা এক সুখকৰ অভিজ্ঞতা। হীথ্‌ৰৌ এয়াৰপোৰ্টত নামি ছিকিউৰিটি, কাষ্টমছ্ আদিৰ চেক-আপত একো অসুবিধাত পৰা নাছিলোঁ। সময়ো অযথা খৰচ হোৱা নাছিল। কিন্তু অনবৰত মনত এটা চিন্তা আছিল—এতিয়া বা কি হয়। ক'লৈ যাওঁ! এয়াৰপোৰ্টৰ ঠিক বাহিৰ ওলোৱাৰ লগে লগে 'মিটিং পইন্ট্' বুলি ছাইনবোৰ্ড থকা হেনো এডোখৰ ঠাই পাম। তাতে বৈ থকাৰ কথা আমাৰ ল'ৰা অতনুৰ ঘনিষ্ঠ আৰু শুভাকাঙ্ক্ষী শ্ৰীমান মনোহৰ যোগী। মনোহৰক অতনুৰ বন্ধু বুলি নক'লোঁ। কিয়নো তাতকৈ বয়োজ্যেষ্ঠ, যদিও অন্তৰংগ আৰু প্ৰকৃত অৰ্থতে শুভাকাঙ্ক্ষী। আমাক আগবঢ়াই নিবলৈ তেওঁ নিজৰ গাড়ী লৈ আহি সেই 'মিটিং পইন্ট'তে বৈ থকা কথা। কিন্তু যদি তেওঁক তাত নেদেখোঁ? বিদেশত মোবাইল ফোন এটা হাতত নাথকিলে নিৰ্দিষ্ট বিদেশী মুদ্ৰা সুমুৱাই সুমুৱাই টেলিফোন বুথত ফোন কৰা কেনে জটিল, তাৰ কথা ড° কৰবী ডেকা হাজৰিকাৰ ভ্ৰমণ কাহিনীৰ পৰাই জানিছোঁ। তদুপৰি মনোহৰক বহু বছৰ পূৰ্বেই অতনুৰ সহকৰ্মী হিচাপে মুম্বাইত লগ পাইছিলোঁ। তেওঁৰ চেহেৰা এতিয়া আমিয়ে পাহৰিছোঁ। তেওঁৰ বা কেনৈ মনত থাকিব! অৱশ্যে ইন্টাৰনেটেৰে আমি উভয়ে উভয়ৰ এতিয়াৰ ফটোৰেই পাইছোঁ। তথাপি সময়ত বা এতিয়া কি অভিজ্ঞতা হয়গৈ!

কিন্তু নাই। সময়ত অতি আনন্দদায়ক অভিজ্ঞতাই হ'ল। গধূলি বা বিয়লি আঠ বজাৰ ট ট

কৰে দিনৰ পোহৰত মনোহৰে আমাক দূৰৰ পৰাই চিনি পাই দৌৰি ওচৰ পালেহি। আমি দুয়োৰে তেওঁক সাবটি ধৰিলোঁ। তেওঁৰ লগত আৰু এজন অতনুৰ পূৰ্বৰ বন্ধু মুকেশ। দুয়োৰে আমাৰ লাগিজৰ ট্ৰলী দুখন ঠেলি ঠেলি মনোহৰৰ গাড়ীৰ ওচৰ পোৱালেগৈ। লণ্ডন হীথ্ৰৌৰ বাহিৰৰ মুকলিৰ কাৰ পাৰ্কিংৰ প্ৰকাণ্ড অঞ্চলটোত ৰাখি থোৱা মনোহৰৰ ডাঙৰ টয়োটা কাৰখনত আমৰ বৰ বৰ চাৰিটা লাগিজ্, দুটা হেণ্ডবেগ সহজে ধৰাৰ উপৰি মনোহৰ, মুকেশ আৰু আমি দুয়ো আৰামত বহি যাব পাৰিলোঁ। মনোহৰে গাড়ীত ষ্টাৰ্ট দি ক'লে— "আপোনালোকক এতিয়া লৈ যাম অতনুৰে বন্ধু কল্লোল দত্তগুপ্তৰ ঘৰলৈ। অহা দুদিনলৈ আপোনালোকে তাতে থকাৰ বন্দোবস্ত। তেওঁলোক আপোনালোকক আদৰিবলৈ ঘৰতে ৰৈ আছে।"

হীথ্ৰৌ এয়াৰপোৰ্টৰ পৰা আধা ঘণ্টাৰ মটৰ যাত্ৰাৰ মূৰত পালোঁহি কল্লোল দত্তগুপ্তৰ ঘৰ— লণ্ডনৰ হেৰো অঞ্চলত। বাটৰ মটৰ ভ্ৰমণটোৱে এখন নতুন পৃথিবীত সুমুৱাই দিলে— যদিও দৰাচলতে অতিকৈ পুৰণি এখন মহানগৰ, এখন দেশ। বহু দিনৰ মনৰ চিনাকি, কিন্তু কেতিয়াও চকুৰে নেদেখা এখন মহানগৰ— লণ্ডন মহনগৰ। লণ্ডন মহানগৰৰ বাটেৰে এতিয়া আমি গৈ আছোঁ। উজ্জ্বল লণ্ডন মহানগৰ। বিয়লিৰ পোহৰতো উজ্জ্বল এয়া লণ্ডন মহানগৰ। গধূলিৰ ৰং বিৰঙৰ কৃত্ৰিম পোহৰে মহানগৰীক এতিয়াও বিচিত্ৰ কৰি তোলা নাই। বিয়লিৰ এই উজ্জ্বল কিন্তু গা শাঁত পৰা পোহৰত দেখিছোঁ লণ্ডন মহানগৰৰ আচল ৰূপ। আহল বহল, চাফ-চিকুণ, মসৃণ পকা বাট। তাৰে এটা লেনেদি বা শাৰীয়েদি মনোহৰৰ গাড়ী দুৰন্ত গতিত চলি গৈ আছে। এৰা, দুৰন্ত গতিত। ইয়াৰ পথত লানি নিছিগা যান-বাহনৰ শাৰী যদিও বিশৃঙ্খলাৰ প্ৰতিবন্ধক নাই। দুই পথৰ দুটি বহল পথেৰে বিপৰীতমুখী অন্তহীন গাড়ীৰ অহা-যোৱা। তথাপি গুৱাহাটীৰ পথৰ, বা আনকি কলিকতা-দিল্লী-মুম্বাইৰ ৰাজপথৰো বিশৃংখলা ইয়াত নাই। যান-জট নাই। শ্বাসৰুদ্ধ অৱস্থা নাই।

কিন্তু চলন্ত যান-বাহনৰ সেই শৃঙ্খলাৰ বিপৰীতে আৰু যিটো কথাই মোক আচৰিত কৰিলে, সেয়া হ'ল আলিবাটৰ দুয়ো কাষৰ ফুটপাথৰ জনশূন্যতা। আহল-বহল ফুটপাথ। কিন্তু তাত কচিৎহে দেখিছোঁ দুই-এক পথচাৰী। সকলো মানুহ তেন্তে গাড়ীতে? আৰু নহ'লে ঘৰৰ ভিতৰত? মানুহ বাহিৰ ওলাই ইজনে-সিজনে কথা পতি ৰাস্তাৰ দাঁতিত বা পদপথত ইয়াত পায়চাৰি কৰি নাথাকে? আৰু ঘৰবোৰ? ঘৰবোৰেই বা কেনে? হীথ্ৰৌ এৰি কল্লোলৰ ঘৰমুৱা পথত ভৰি দিয়াৰ লগে লগে আমাৰ পথ লণ্ডনৰ এটা আবাসিক অঞ্চলৰ মাজেৰে আহিছে বুলি বুজিছোঁ। বাওঁকাষে আবাসিক গৃহবোৰ। সোঁকাষে বিস্তৃত মুকলি অঞ্চল— সুন্দৰকৈ কাটি থোৱা সেউজীয়া ঘাঁহনি, ঠায়ে ঠায়ে গছ-গছনি। হয়তো এখন ডাঙৰ পাৰ্ক— ইয়াৰ মানুহবোৰৰ আজৰি সময় কটাবৰ বাবে, মুকলি বতাহ ল'বৰ বাবে এখন আহল-বহল পাৰ্ক। কিন্তু ইয়াক পৰিচালনা কৰা, ইয়াক ইমান সুন্দৰকৈ ৰখা মানুহবোৰ কেনে সুদক্ষ, কৰ্মনিপুণ!

যি হওক, যিমানে বাওঁপিনে দুৱাৰ-খিৰিকী বন্ধ কৰি ৰখা, দুৱাৰমুখতো মানুহ ওলাই নথকা ঘৰবোৰলৈ চাই যাওঁ, সিমানে এটা কথাত আচৰিত হওঁ। প্ৰতিটো ঘৰ একেবাৰে সৰু নহ'লেও আপেক্ষিকভাৱে সৰু। আৰু প্ৰতিটো ঘৰেই একে দৃশ্যৰ। ওপৰৰ চালবোৰ আমাৰ অসমৰ আছাম টাইপ ঘৰবোৰৰ চালৰ দৰে মূধৰ পৰা ক্ৰমে তললৈ এঢলীয়া হৈ অহা। কিন্তু চালবোৰ টিনৰ নহয়। টাইল্ বা খাপৰিৰ। পিছে আমাৰ তেতিয়াৰ এসময়ৰ টাইল্‌ৰে চালৰ টাইল বা খাপৰিবোৰৰ দৰে এইবোৰ পোৰা মাটিৰ নহয়। কিহৰ জানো? শিলৰ নে কিবা ধাতুৰ? যি হওক, এতিয়াও

লণ্ডনত টাইল্‌ছৰ ঘৰ? আৰু ঘৰো আমাৰ অসম টাইপ ঘৰবোৰৰ দৰেহে? মনে মনে ভাব হ'ল— এয়া নিশ্চয় আমাৰ গুৱাহাটীৰ মালীগাঁও ৰে'লৱে কল'নি অঞ্চলৰ দৰে লণ্ডনৰ কোনো দাঁতিকাষৰীয়া অঞ্চলৰ কোনো চৰকাৰী বিভাগীয় বা কোনো কোম্পানীয়ে সাজি দিয়া কৰ্মচাৰীবোৰৰ আবাসিক গৃহ। আৰু নহ'লে লণ্ডনৰ বহু পুৰণি এটি অঞ্চল—যিটোত কম উপাৰ্জনৰ লোক বাস কৰে। কিন্তু তেনে মানুহৰ বাবেও ইমান সুন্দৰ এটা অঞ্চলনে? তেনে মানুহো ইমান চাফ-চিকুণকৈ থাকেনে? মই মনোহৰক সুধিয়েই পেলালোঁ এই বিষয়ে। তেওঁ ক'লে— "নাই, নাই। এইবোৰ কোনো বিভাগীয় বা কোম্পানীৰ কৰ্মচাৰীৰ বাবে কোম্পানীয়ে সাজি দিয়া ঘৰ নহয়। কম উপাৰ্জনৰ মানুহৰ বাবে চিহ্নিত অঞ্চলো নহয়। ইয়াত মানুহে ঘৰ সাজিলে এই ধৰণেই সাজিব লাগিব। আপুনি ইয়াত আজি ঘৰ সাজিলেও এনেকৈয়েই সাজিব লাগিব।"

আমাৰ গুৱাহাটীৰ বা অসমৰ যিকোনো চহৰৰ ঘৰ সজাৰ ঢংটোলৈ মোৰ মনত পৰিল। আমি তাত নিশ্চিন্ত মনেৰে কংক্ৰীটৰ মোহত পৰি ধুমাধুম কংক্ৰীট ঘৰ— পকী দালান সাজি গৈছোঁ। সেই মোহত অন্ধ হৈ বৃটিছৰ দিনৰ, আৰু আজিৰ পৰা প্ৰায় আঠে কুৰি বছৰ আগলৈকে থকা আমাৰ আছাম টাইপ বা অসম-আৰ্হিৰ ঘৰবোৰ— টিনপাত বা টাইল্‌ছৰ এতলীয়া, দুতলীয়া ঘৰবোৰ ভাঙি তাৰ ঠাইত কংক্ৰীটৰ ঘৰ উঠাইছোঁ আৰু এইবুলি সন্তুষ্টি লভিছোঁ যে কংক্ৰীট বিল্ডিঙত থকাৰ এটা গৌৰৱ আছে। কংক্ৰীট বিল্ডিঙৰ সঘনাই কৰিবলগীয়া মেৰামতি খৰচ নাই। কিন্তু আমি পাহৰি গৈছোঁ যে কংক্ৰীট ঘৰৰ ওপৰ মহলাৰ চাল উৰুখি নিৰুপায় অৱস্থাৰ সৃষ্টি কৰে। কংক্ৰীটৰ ঘৰে গৰমকালি মানুহক মাছ ভজাদি ভাজে।

কংক্ৰীটৰ বা পকী দালানৰ মোহতেই ইতিহাসৰ চিন বহন কৰা আমাৰ পুৰণি ঘৰবোৰ ভাঙি পেলাই আমি তাৰ ঠাইত নতুন ঘৰ সাজিছোঁ— আমাৰ আজিকালিৰ ঢংমতে কংক্ৰীট বিল্ডিং। যেনে কটন কলেজৰ এডমিনিষ্ট্ৰেটিভ ব্লকৰ পুৰণি আছম টাইপ ঘৰটো ভাঙি নিশ্চিহ্ন কৰি তাৰ ঠাইত উঠালোঁ কংক্ৰীট বিল্ডিং। ওচৰৰে পুৰণি আছাম টাইপ টেলিগ্ৰাফ অফিচ বিল্ডিংটো ভাঙি তাতো উঠালোঁ আকৌ কংক্ৰীট বিল্ডিং। এনে কৰা সময়ত ৰাজহুৱা মতামতো এই কামৰ বিপক্ষে গৈছিল আৰু কেবাজনো চিন্তাশীল, ইতিহাস-সচেতন ব্যক্তিয়ে ৰাজহুৱাভাৱে পৰামৰ্শ দিছিল— সেই ঘৰবোৰ ইতিহাসৰ সাক্ষীৰূপে সংৰক্ষিত হ'ব লাগে। কিন্তু কোনে সেই কথা শুনিলে? কিন্তু আমি পুৰণি বস্তু বুলি ভাঙি-চিঙি, সাৰি-পুচি নাইকিয়া কৰা সেই ঘৰবোৰেই এতিয়াও ইয়াত আদৰৰ ঢং বা ফেশ্বন। নতুন ঘৰ সাজিলেও সেইদৰেই সাজিব লাগিব। কল্লোল, মনোহৰহঁতে নিজৰ নিজৰ ঘৰ সাজোঁতেও হেনো সেয়েহে এনে ঘৰেইহে সাজিব পাৰিছে। অৱশ্যে মনতে ভাবি থৈছিলোঁ— লণ্ডনৰ কেন্দ্ৰীয় অঞ্চলত নিশ্চয় বৰ বৰ কংক্ৰীট বিল্ডিঙৰ পযোভৰ দেখা যাব। নহ'লে কিহৰ লণ্ডন? পিছে লণ্ডনৰ কেন্দ্ৰীয় অঞ্চলত ঘূৰিও পিছত দেখিলোঁ— মোৰ সেই ভাব ভুল। তাতো ঘৰবোৰ পথালিয়ে বৃহৎ বৃহৎ হ'লেও ওখই চাৰি-পাঁচ তলাৰহে। কাচিৎহে কেতিয়াবা দুই এটা কংক্ৰীট বিল্ডিঙে আকাশ স্পৰ্শ কৰা দেখা যায়। পিছত আমেৰিকাৰ জী-জোঁৱাই শ্ৰীমতী সাগৰিকা অৰ্থাৎ মাজনী আৰু শ্ৰীমান পৱনৰ কলোৰাডোৰ ফৰ্ট কলিন্‌ছৰ ঘৰলৈ গৈও দেখিলোঁ— তাতো এইটোৱেই ৰীতি— সৰু সৰু দুইতলীয়া ঘৰবোৰ— টাইল্‌ছৰ চালৰ। লণ্ডনৰ ঘৰবোৰৰ চালৰ এই টাইলবোৰৰ মুগা বৰণীয়া ৰং দেখি এইবোৰ আমাৰ তাৰ এসময়ৰ টাইলৰ ঘৰৰ টাইলবোৰ দৰে মাটিৰ নহয় যেন লাগিছিল। এইবোৰ টিন নহয় বুলিতো বুজিবই পাৰি। তেন্তে কিহৰ? আমেৰিকাত

গৈ তাতো এনে চাল চাৰিওপিনে দেখি আমাৰ ছোৱালী মাজনীক সুধিলোঁ— এইবোৰ কিহৰ। তাই ক'লে— এইবোৰ ছিংগলছ্। এই উত্তৰত সম্পূর্ণ সন্তুষ্ট হৈ বহি থাকিব নোৱাৰিলোঁ। পিছত আমেৰিকা পৰ্বত ইংলেণ্ড-আমেৰিকাৰ এই ঘৰ আৰু তাৰ চালবোৰৰ বিষয়ে আৰু লিখিম।

যি হওক, আধা ঘণ্টাৰ অতি মনোৰম মটৰ ভ্ৰমণেৰে কল্লোল দত্তগুপ্তৰ ঘৰ পালোঁহি। কল্লোল আৰু তেওঁৰ পত্নী সোমাই আমাক সহাস্যবদনে ভাৰতীয় ভংগীত নমস্কাৰ দি সাদৰে তেওঁলোকৰ ড্ৰয়িং ৰুম পোৱালে নি। আমাৰ লগতে সোমাই গ'ল মনোহৰ আৰু মুকেশ। আমাৰ লাগিজবোৰ কল্লোল, মনোহৰেই দাঙি নি ঘৰ সুমুৱালে। আমাক চুবলৈকে নিদিলে। সোমাই চাহ-জলপান কৰাত ব্যস্ত হৈ পৰিল। কিন্তু ক'বলৈ নাপাহৰিলে— এই ড্ৰইংৰুমৰ লগাগিকৈয়েই সৌৱা বাথ-ৰুম আছে। আমি যাব পাৰোঁ। আৰু নহ'লে ওপৰত আহল-বহল বাথৰুমো আছে। তালৈকো যাব পাৰোঁ। আমি পিছে মনোহৰহঁত চাহৰ সময়লৈ বহে মানে কথা পাতিয়ে থাকিলোঁ। টেবুলত চাহ-জলপান সজাই দিয়াৰ লগে লগে মুখ-হাত ধুই ল'লোঁ। তাৰ পিছত চাহৰ টেবুলত আটায়ে ভাৰতীয় চাহ-জলপান খাই দিনটোৰ বিমান-যাত্ৰাৰ ভাগৰ পলুৱালোঁ।

আমাৰ পৰা মনোহৰ-মুকেশে বিদায় লোৱাৰ সময়ত আমাক কৈ যাবলৈ নাপাহৰিলে— মহা দুদিনলৈ আমি ইযাতেই এওঁলোকৰ লগত থাকি মহানগৰীৰ পৰা দিনটোৰ বাবে ওলাই গৈ বাহিৰৰ চাবলগীয়া ঠাই চাম। এদিনত থাকিব অক্সফৰ্ড, শ্বেইক্সপীয়াৰৰ ষ্ট্ৰেট্‌ফৰ্ড্-আপন্ এভন। আন এদিনত থাকিব বিশ্ববিখ্যাত পৰ্যটন নগৰী বাথ চহৰ, প্ৰাচীন কালৰ বৃটেইনত ৰোমান শাসন চলা দিনৰে শিলাস্তম্ভবোৰ সংৰক্ষণ কৰি ৰখা ঠাই ষ্টৌন্‌হেনেজ্ আৰু বাটতে কটচ্বল্ডৰ ঐশ্বৰ্যশালী গ্ৰামাঞ্চল।

মনোহৰহঁত যোৱাৰ লগে লগে কল্লোল-সোমাৰ লগত যি মুহূৰ্ততে আমি একান্তভাৱে লগালগি হ'লোঁ, সেই মুহূৰ্ততে সোমাই ক'লে, "আপনাৰা আসামেৰ। আসাম আৰ বাংলাৰ মধ্যে তেমনতো কোন তফাৎ নেই। এজন্য আমি বাংলাতে বললে আপনাৰা বুঝতে পাৰবেন?" আমাক বেছি আপোন কৰি ল'ব খোজাৰ ই এটা সহজ উপায় বুলি বুজিব পাৰি মই ক'লোঁ, "আমৰা বাংলা বোঝাই নয়, বলতেও পাৰি। খালী আপনাৰা আমাৰ বাংলা ব্যাকৰণ আৰ অভিধানেৰ জ্ঞান দেখে হাসি পাবেন না।" সোমা বৰ উৎসাহিত হ'ল। কল্লোল মোৰ ল'ৰাৰ লগত এসময়ত মুম্বাইৰ একেটা ঠিকনাৰে সহবাসী। সোমাও দেখিছোঁ, মোৰ ছোৱালী সাগৰিকাৰ বয়সৰে। সোমাই ক'লে,— "তবে আমৰা একই ফেমিলিৰ মতো। আমি কি আপনাদিগাকে তুমি বলতে পাৰি?" মই আনন্দত জঁপিয়াই উঠিলোঁ। ক'লোঁ, "নিশ্চয়!" সোমাই লগে লগে ক'লে, "তবে বলো, তোমাদেৰ জন্য আমি মাছ আৰ মাংস দুইটাই ৰেখেছি। এখন কি কৰবো? মাংস? আৰ মাংস হইলে চিকেন্ না মাটন?" মই ক'লোঁ, "না। বৃটিছ এয়াৰওৱেজতে আমি লাঞ্চ আৰ আফ্টাৰনুন টী দুইটাতেই চিকেন খেয়েছি। সেজন্য এখন মাছ?" সোমাৰ প্ৰশ্ন— তবে বলো, "শিংৰি না পদ্দাৰ ইলিচা।" আঁজলিয়ে ক'লে, "শিংৰি।"

# দুই

# লণ্ডনৰ এচমকা

৯ আগষ্টৰ গধূলিয়েই ১০ নে ১০.৩০-ত বোধহয় আমি পৰম আনন্দত কলকাতাৰ এটি বাঙালী পৰিয়ালত খোৱাদিয়েই লণ্ডনৰ সোমা-কন্ট্ৰোলৰ ঘৰত মাছে-ভাতে-দাইলে-তৰকাৰীয়ে খালোঁ। তেওঁলোকে গধূলি কেইবজাত খায় সুধি তেওঁলোকৰ সময়মতেই খাব খুজিছিলোঁ। কন্ট্ৰোলে ক'লে, "নাই, আমাৰ কথা নুসুধিবা। তোমালোকে ইমান দূৰৰ পৰা আহিছা। তোমালোকে যি সময়তে খাব খোজা, সেই সময়েই আমাৰ সময় হ'ব।" সোমাই যদিও জীন পেণ্ট পিন্ধিয়েই খানা পৰিবেশন কৰিছে, তেওঁ তথাপি এক সাদৰী বাঙালী গৃহিণী। তেওঁ হস্পিটাল এখনত কামো কৰে। পুৱা ৭.৩০ বজাত ঘৰ এৰিব লাগিব। কণমানিটোকো লগত নি স্কুলত থৈ যাব লাগিব। তথাপি এইবোৰ লৈ তেওঁৰ মনত কোনো ব্যগ্ৰতা নাই। সুধিহে এই কথা উলিয়ালোঁ। তেওঁলোকে ক'লে— পুৱা কাৰোৰেই একো অসুবিধা নহয়। মনোহৰে বন্দোবস্ত কৰি থোৱামতে কাইলৈ পুৱা ৭.৩০ বজাত টেক্সি এখন আহি আমাৰ ঘৰৰ (৪৯, হেৰো) সন্মুখত ৰ'বহি। তাতে উঠি আমি কন্ট্ৰোলৰ লগত ভিক্টোৰীয়া কোচ্ ষ্টেশ্বনলৈ যাম। তাতে কন্ট্ৰোলে আমাক ইভান্ ইভান্‌ছ টুৱাৰ্ছৰ (Evan Evans Tours) গাইডেড্ বাছ টুৱাৰৰে আমাৰ যাত্ৰাত পঠিয়াই দিব। তাৰ পিছত তাৰ ওচৰৰে তেওঁৰ অফিচলৈ তেওঁ যাবগৈ।

লণ্ডনত কালি উৰাজাহাজৰ পৰা নামিয়ে অনুভব কৰিছিলোঁ, ইয়াৰ এই উমাল পোহৰৰ ৰৌদ্ৰোজ্জ্বল বিয়লিয়ে আমাক আদৰণি জনাইছে। আজি পুৱা ৭.৩০ বজাতো বতৰ ভাল। মনত পৰিল, কালি আমাৰ ধনে পুৱাতে ইণ্টাৰনেট চাই আমাক কৈ পঠিওৱা কথা—তিনি দিনলৈ লণ্ডনত বতৰ ভাল। আগবেলা ৰ'দ। পিছবেলালৈ বতৰ গোমোঠা আৰু দুই-এজাক বৰষুণ হ'ব পাৰে। সেই বাবেই হ'বলা, এই পুৱা বতৰ ভাল। লণ্ডনৰ পুৱাৰ আমালৈ উষ্ণ আদৰণি। পুৱা ঠিক ৭.৩০ বজাতে আমাৰ কেব্ কন্ট্ৰোলহঁতৰ ঘৰৰ সন্মুখত ৰ'লহি। টেক্সিক এতিয়াও ইয়াত কেব্ বুলিয়েই কয়। মূল দুটা শব্দ টেক্সিমিটাৰ কেব্ৰিয়োলেট (taximeter cabriolet) ৰ আমাৰ ভাৰতত প্ৰথম শব্দটোৰ আৰম্ভণিৰ অংশটো ৰ'ল—টেক্সি। আৰু ইংলেণ্ডত দ্বিতীয় শব্দটোৰ আৰম্ভণিৰ অংশটোৰ ৰ'ল কেব্। সেই কেব্‌তে উঠি বহিঃলণ্ডনৰ হেৰোৰ পৰা যাব ধৰিছোঁ অন্তঃলণ্ডনৰ ভিক্টোৰীয়া কোচ ষ্টেশ্বনলৈ। দেখি গৈছোঁ দুয়োকাষে লণ্ডন চহৰৰ ৰূপ, তাৰ বিভিন্ন অঞ্চলৰ ৰূপ। ৰাস্তাবোৰৰ নাম, অঞ্চলবোৰৰ নামবোৰ দেখিছোঁ প্ৰায়বোৰেই চিনাকি। ইংৰাজী সাহিত্যৰ বিভিন্ন উপন্যাস, নাটক, চুটিগল্প আদিত পোৱা নাম। চিনাকি, চিনাকি গোন্ধ। কি যে আনন্দ। চাৰ্লজ্ ডিকিন্সৰ উপন্যাসবোৰেইতো লণ্ডনক আমাৰ চিনাকি কৰি থৈছে। পিছে ডিকিন্সৰ ঊনবিংশ শতাব্দীৰ লণ্ডন ঘোঁৰাই টনা গাড়ীৰ লণ্ডন। ডিকিন্সৰ লণ্ডন বঞ্চিত লোকৰ, প্ৰতাৰকৰ হাতত ভুগিবলগীয়া হোৱা শিশু, সাধুলোকৰ লণ্ডন। বহু সময়ত এন্ধাৰ লেতেৰা গলিৰ লণ্ডন। এয়া মোৰ চকুৰ আগত কিন্তু একবিংশ শতিকাৰ আৰম্ভণিৰ দিনৰ পোহৰৰ মটৰ গাড়ীৰ অন্তহীন আহ-যাহৰ লণ্ডন।

পিছে মই ভাবিছিলোঁ, লণ্ডন যিহেতু আমাৰ কলকাতা, দিল্লী, মুম্বাই, চেন্নাইতকৈও বহুত

পুৰণি— আমাৰ সেই মহানগৰবোৰৰে মাতৃ-মহানগৰ, গতিকে ইয়াৰ বিল্ডিংবোৰ, সৌধ-অট্টালিকাবোৰ আমাৰ কলকাতাৰ পুৰণি অঞ্চলবোৰৰ বিল্ডিংবোৰৰ দৰেই সময়ৰ আঁচোৰত ম্লান পৰা, উৱলি যাব ধৰা, অপৰিষ্কাৰ হ'ব। কিন্তু মুঠেও নহয়। লণ্ডন চহৰৰ বিভিন্ন অঞ্চল যিমানে দেখি যাব ধৰিছোঁ, সিমানেই দেখি ভাল লাগিছে যে ইয়াৰ ঘৰবোৰত, বিভিন্ন স্মৃতি-সৌধবোৰত বয়সৰ আঁচোৰ নাই, সময়ৰ ক'লা দাগ নাই। ডিকিন্সৰ লণ্ডনৰ চিমনীৰ ধোঁৱাই ক'লা কৰা বয়সজীৰ্ণ অট্টালিকাবোৰো দেখা নাই। লণ্ডন তেন্তে নিত্য নতুন? তথাপি এই কথাও বুজি ভাল লাগিছে যে ইযাত একোৰে পুৰণি ৰূপ সাৰি-পুচি আঁতৰাই পেলোৱা হোৱা নাই। এয়া পুৰণিকে একে ৰাখি সজাই-পৰাই ৰখা লণ্ডন। লণ্ডনৰ যিমানে ভিতৰলৈ সোমাই যাব ধৰিছোঁ— সিমানেই দেখিছোঁ আমাৰ তাহানিৰ অসমৰ অসম টাইপ ঘৰবোৰৰ দৰে ইয়াৰ ঘৰবোৰো ক্ৰমে বৃহৎ আকাৰৰ হৈ যাব ধৰিছে পথালিয়ে পথালিয়েহে। ওপৰলৈ কিন্তু তিনি, চাৰি বা বৰ বেছি পাঁচ তলালৈহে। আনকি ভিক্টোৰীয়া ষ্টেচন, ভিক্টোৰীয়া কোচ্ ষ্টেচনৰ কেন্দ্ৰীয় লণ্ডনতো দেখা পালোঁ বহল বহল অঞ্চল আগুৰি থকা বৰ বৰ ঘৰ হ'লেও ওখই সেই চাৰি-পাঁচ তলাৰহে। সেইবোৰৰো প্ৰতিটোৱেই অতি উজ্জ্বল ৰঙৰ, নতুনৰ দৰে জকমকাই থকা।

এটা কথা ভাবি ভাল লাগিল। ইংৰাজবোৰ চিত্তমগ্ন, আত্মকেন্দ্ৰিক লোক বুলিতো সকলোৱে কয়। তেওঁলোকে আনৰ লগত সহজতে হেনো মিলা-মিচা কৰিব নোৱাৰে। সেই কাৰণেই নেকি তেওঁলোকে নতুন ঢঙতো চিন্তাশূন্য হৈ উটি যাব নোৱাৰে? সেয়েহে বোধহয় আমাৰ ভাৰতৰ গুৱাহাটীকে ধৰি সকলো চহৰকে, আনকি গাঁওবোৰকো আজিকালি যদিও কংক্ৰীটৰ হাবাই পাইছে, এওঁলোকক তেনেকৈ পোৱা নাই। আনকি লণ্ডন মহানগৰকো। লণ্ডন মহানগৰৰ কেন্দ্ৰতো আনকি দেখিলোঁ মাল্টিনেশ্বনেল বা বহুজাতিক হোটেলবোৰৰো ক'ৰবাত এটাহে আমাৰ দিল্লী, মুম্বাইৰ বহুজাতিক হোটেলবোৰৰ দৰে বহুমহলীয়া, আকাশচুম্বী। বেছিভাগ তেনে হোটেলকো ইয়াত দেখিছোঁ— বৃটিছ ৰূপৰেই পথালিয়ে পথালিয়ে বহল অঞ্চলজোৰা আড়ম্বৰপূৰ্ণ সুদৰ্শন অট্টালিকা। আৰু ৰখাও হৈছে চিকচিকীয়াকৈ।

আৰু লণ্ডনৰ ৰাজবাট। সেয়াও এয়া তেনেই আহল-বহল, পাত পাৰি ভাত খাব পৰাকৈ চাফ-চিকুণ। সেই কথাতো কৈয়েই আহিছোঁ। পিছে ভাবিছিলোঁ, আমি চাৰে সাত বজাৰ পৰা চাৰে আঠ বজাৰ ভিতৰতে পুৰা কেৰ্-যাত্ৰাটো কৰিম যেতিয়া, তেতিয়া নিশ্চয় ৰাজপথ জনশূন্য হৈ থাকিব। এতিয়া দেখিছোঁ ৰাজপথ জনশূন্য ঠিকেই, কিন্তু এই পুৱাতেও ৰাজপথত দুয়োমুখৰ পৰাই অন্তহীন গাড়ীৰ শাৰী। ইমানবোৰ গাড়ী দেখি ভয় হ'ল, এনে গাড়ীৰ ভিৰৰ মাজত নিশ্চয় আমাৰ গুৱাহাটীৰ দৰে যান-জঁোটত পৰিম আৰু শেষত আমি আমাৰ ইভান ইভানছ টুৰাৰ্ছৰ বাছ ধৰিব নোৱাৰিম। পিছে আচৰিত! গাড়ীয়েই গাড়ী হয়; কিন্তু ক'তো বিশৃংখলা নাই। শৃংখলিত প্ৰতিখন গাড়ীৰ গতি। পথৰ দাঁতিয়ে দাঁতিয়ে বিভিন্ন অঞ্চলত যি গতিবেগৰ কথা লিখা আছে, তাকেই সকলোৱে মানিছে। য'তে ত'তে ইখনে সিখনক চেৰ পেলাই যান-জঁোট সৃষ্টি কৰাৰ প্ৰৱণতা কাৰো নাই। গন্তীৰ এক যাত্ৰাত প্ৰতিখন গাড়ী সমান বেগত আনখনৰ পাছে পাছে গৈ আছে। পথৰ ক্ৰছিংত ৰঙা লাইট দেখা গ'লেহে গাড়ীৰ গতি ভঙ্গ হয়। আৰু তেতিয়াহে যি সময়ৰ কিছু অপচয়। এনে কাৰণতে আমি সময়তকৈ প্ৰায়

এঘণ্টা আগতেই ভিক্টোৰীয়া কোচ্চ্ ষ্টেশ্বন পালোঁগে। আগতেই কৰি থোৱা ই-টিকেট বা ইলেক্ট্রনিক টিকেট মনোহৰে আমাক দিয়েই থৈছিল। আৰু ভিক্টোৰীয়া কোচ্চ্ ষ্টেশ্বনৰ কোন নম্বৰ গে'টত আমাৰ সেইদিনাৰ টুৱাৰ্‌টোৰ বাছ ৰ'বহি তাক কন্ট্রোলে কোচ্চ্ ষ্টেশ্বনতে সুধি-পুচি আমাক দেখুৱাই দিছিল। কন্ট্রোলক আমি আৰু বাকীখিনি পাৰিম বুলি যাবলৈ ক'লোঁ। এইটো অঞ্চলৰে এটা শ্বুইশ্ব্ ইনভেষ্টমেণ্ট্ বেংকত তেওঁ কাম কৰে। আমাৰ লগত আমাৰ বাছ যোৱা সময়লৈ ৰৈ থাকিলে তেওঁৰ দেৰি হ'ব পাৰে। কিন্তু একাপ চাহ বা কফীৰ বাবে অকণ ৰ'ব পাৰে নেকি সুধিলোঁ। নাই, তেতিয়া তেওঁৰ আৰু চাহ-কফীৰ সময় নহয়। কন্ট্রোলক আমি বিদায় দিলোঁ।

কোচ্চ্ ষ্টেশ্বনটো অনেক কোচ্চ্ বা বাছৰ ভিৰ থকা এটা আহল-বহল, বৃহৎ ষ্টেশ্বন। মূল ঘৰটোৰ ভিতৰতে কাৰ্যালয়, টিকেট কাউণ্টাৰ, অনুসন্ধান কাউণ্টাৰ। বাৰাণ্ডাতে যাত্রীৰ আৰামদায়ক চকীবোৰ থকাৰ উপৰি চাহ-কফী-বিস্কুট-পানীয়ৰ দোকান, বাতৰিকাকত-আলোচনীৰ দোকান, শাৰীয়ে শাৰীয়ে টেলিফোনৰ বুথ। আৰু তাৰ মাজে মাজে বিভিন্ন ঠাইত, বোৰ্ডত কাঁড় চিহ্নেৰে দেখুওৱা আছে— টইলেট্। আমি দিনটোৰ বাছ-যাত্রা আৰম্ভ কৰাৰ আগতে এবাৰ নিশ্চয় টইলেটলৈ যাব লাগিব। এই ছাইনবোৰ্ডবোৰ দেখি সেইবাবে আশ্বস্ত হ'লোঁ। কিন্তু তাৰ আগতে একোকাপ কফী খাই লোৱাও উচিত হ'ব। আৰু বা ক'ত কি পাওঁ। কিন্তু আঁজলিয়ে ক'লে-— এতিয়াই কফীৰ প্রয়োজন হোৱা নাই। অগত্যা যদি খাব খোজোঁ, একাপ ল'লেই হ'ব। কফীৰ কাপ দেখিও বুজিলোঁ, একাপহে লোৱাটো উচিতেই হৈছে। যিহে প্রকাণ্ড কাপ! কাপনে বাল্টি ধৰাই টান! একাপৰহে অৰ্ডাৰ দিয়াক লৈ মোৰ আকৌ আঁজলিৰ লগত কাজিয়াই হ'ব ধৰিছিল। মই কৈছিলোঁ, "মই কিন্তু একাপ কফীকে ভগাই খাব নোৱাৰিম। মোক একাপেই লাগিব।" আঁজলিয়ে মোৰ লগত তৰ্ক কৰিবলৈ বা যেন্দ্ৰ মাৰি কথা ক'বলৈ টান পায়। সেইবাবেই হ'বলা কৈছিল—"হ'ব। আপুনি একাপেই খাব। মোক মাথোন এঢোক দিলেই হ'ব।" কিন্তু কফীৰ কাপ দেখিহে বুজিলোঁ— দুকাপৰ অৰ্ডাৰ নিদি কেনে সজ কাম কৰিলোঁ। কিন্তু এই একাপ কফীকে এতিয়া দুজনে কেনেকৈ শেষ কৰিম? কফীত মুখ দিয়েই আকৌ দাঁত নিকটাই দিবলগীয়া হ'ল। কি কাঢ়া। মিঠাৰ কোনো লেশেই নাই। আকৌ চেনি পাম নেকি সুধিলতহে বুজিলোঁ— চেনি তেওঁলোকে নিদিয়েই। সৌৱা এটা পাত্রত চেনিৰ পেকেটবোৰ আছে। তাৰে যিমান পেকেট লাগে নিজে লৈ ফালি কাপটোত ঢালি লগতে থকা চামুচেৰে ঘুটি ল'লেই হ'ল। চাৰিটামান পেকেট ফালি লোৱাৰ পিছতহে খাব পৰা হ'ল। তথাপি কি কাঢ়া! চাৰিওপিনে চকীত বহি বহি কফী খাই বাছলৈ অপেক্ষা কৰি থকা চাহাব-মেমবোৰলৈ চালোঁ। তেওঁলোকে কি তৃপ্তিত তেনে কফীকে খাই আছে! প্রত্যেকৰ হাততে সেই প্রকাণ্ড কাপ একোটা একোটাই।

আৰু এই কফীৰো দাম! একাপত এক পাউণ্ড! গুৱাহাটীত আমাৰ ইণ্ডিয়ান কাৰেন্সি বা ৰূপীবোৰ পাউণ্ড কৰি লোৱাৰ দিনা বিনিময় হাৰ আছিল ১ পাউণ্ডত ৯০ টকা। সেই হিচাপে এই একাপ কফীতে ভৰিলোঁ ৯০ টকা! আমাৰ দৰে মধ্যবিত্তৰ গা চেংচেঙাই নাযাবনে? গুৱাহাটীতে দাদাই— অৰ্থাৎ মোৰ দাদা তাৰক শৰ্মাই তেওঁৰ বিদেশত হোৱা অভিজ্ঞতাৰে উপদেশ দিছিল, "তাৰ কোনোটো বস্তুৰ দামকে আমাৰ টকালৈ পৰিৱৰ্তন কৰি নাচাবা। মিছাতে অশান্তি। এক পাউণ্ড মানে যদি নব্বৈ টকাও হয়, তুমি তাক এক পাউণ্ড বুলিহে ধৰিবা। যেনিবা

সি আমাৰ এটকা।" দাদাৰ উপদেশ মানি ল'ব পৰা নাছিলোঁ। নহ'লে টকাক এটকা বুলি ধৰিলে চলিব জানো? ধৰি লোৱাটো সহজ। ভাগ্যে ধনৰ বন্ধু মনোহৰ-কল্লোল-শংকৰে তেওঁলোকৰ ঘৰত ৰাখিব বুলি উৎসাহ দি মাতিছে, নহ'লেতো লণ্ডনৰ সস্তীয়া হোটেলতো দিনে পাঁচ হেজাৰ টকাৰ কম নাই। তাকে মাত্ৰ ষাঠি পাউণ্ড বুলি ধৰি ল'লে হ'বনে? অৰ্থাৎ ষাঠি টকা?

যি হওক, কফীকাপ দুয়োৰে মাজত শেষ কৰি টইলেটলৈ যোৱা ঠিক কৰিলোঁ। সুসজ্জিত এক আহল-বহল কক্ষ। আঁজলি গ'ল "উইমিন" (Women) ৰ পিনে, আৰু মই গ'লোঁ "মেন" (men) ৰ পিনে। ইয়াত আমাৰ তাৰ দৰে "লেডিজ" বা "জেন্টছ্" নহয়, চাইন্ বা চিহ্নবোৰ যদিও একেই। পিছত দেখিলোঁ, ইয়াৰ দৰেই ইংলেণ্ডৰ সকলোপিনে, আৰু আমেৰিকাতো অকল "মেন" আৰু "ইউমিন"ৰেই নহয়, শাৰীৰিকভাৱে প্ৰত্যাহূতৰ বাবেও একে ঠাইতে অথচ বেলেগে টইলেট্ থাকিবই লাগিব। তাৰো চিন আমাৰ ভাৰতৰ এয়াৰপোৰ্টবোৰত থকাৰ দৰে একেই। "মেন" বা পুৰুষৰ পিনে মুখ কৰিয়েই দেখিলোঁ— এটা দুৱাৰ মুখত মেচিনত পইচা সুমুৱাই দিলেহে মেল খোৱা গে'ট। আনটোত দেখিলোঁ এজন মানুহ চকীত বহি থকা। তেওঁক আমাৰ ভাষাৰে গে'ট-কীপাৰ বা দাৰোৱান বুলি ক'লে আমাৰ ভাৰতীয় অভিজ্ঞতাৰে মনলৈ আঁহিব পাৰে কোনো এজন জধলা, লেতেৰা কাপোৰ পিন্ধা মানুহৰ ছবি। এওঁ কিন্তু ক'লা যদিও অতি চাফ-চিকুণ, ইউনিফৰ্ম পৰিহিত। অতি ভদ্ৰ আৰু সহায় কৰি দিবলৈ অতি আগ্ৰহী। মেচিনত কি মুদ্ৰা ভৰাই কি কৰোঁ ঠিকনা নাই বাবে, সহায় কৰিবলৈ আগ্ৰহী সেই ভদ্ৰলোককে (গে'ট-কীপাৰ বা দাৰোৱান বুলি ক'বলৈ মন নগ'ল) মোৰ পকেটৰ পৰা খুচুৰা পইচাবোৰ উলিয়াই হাতৰ তলুৱাত মেলি ধৰি তাৰ পৰা যি দিব লাগে ল'বলৈ ক'লোঁ। তেওঁ ক'লে,—"মাত্ৰ বিছ পেন্স দিয়ক।" মই ক'লোঁ, ইমানবোৰ মুদ্ৰাৰ পৰা বিছ পেন্স বাছি উলিয়াবলৈ মোক সময় লাগিব। সেয়েহে আপুনি নিজেই বাছি লওক।" তেওঁ ঠিকেই, ঠিকেই বুলি কৈ মোৰ হাতৰ তলুৱাৰ পৰা মেচিনত ভৰাবলগীয়া নিৰ্দিষ্ট মুদ্ৰাৰ ২০ পেন্স বাছি লৈ মেচিনত ভৰাই দিলে। গে'ট খোল খাই গ'ল। মই তেওঁক ধন্যবাদ দি সোমাই গ'লোঁ। সিপিনে আঁজলিয়েও ভৰিলে একেদৰে। অৰ্থাৎ পেচ্ছাব কৰোঁতে দুয়োৰে মাজত খৰচ পৰিল ৪০ পেন্স বা প্ৰায় ৩০ টকা। কিন্তু কেনে সুন্দৰ অভিজ্ঞতা। ভাৰতৰ এয়াৰপোৰ্টৰ টইলেটবোৰতকৈও চাফ-চিকুণ আৰু অধিক সুবিধাজনক।

পিছত দেখিলোঁ, টইলেট্ বা স্নানাগাৰৰ সুবিধা লণ্ডনতে অকল নহয়, সমগ্ৰ ইংলেণ্ডতে অতি সুন্দৰ। মানুহৰ ভিৰ থকা অঞ্চল, ৰাজহুৱা ঠাই, দোকান-পোহাৰৰ অঞ্চল, ৰে'ল-ষ্টেচন, আণ্ডাৰগ্ৰাউণ্ড ৰে'ল-ষ্টেচন আদিত ঘনে ঘনে মৰা থকা দেখা যায় টইলেট ছাইন আৰু কাঁড় চিনেৰে দেখুৱাই দিয়া থাকে তাৰ দিশ। সেই প্ৰাইভেট কোম্পানীৰ কোচ্ ষ্টেচনত আমি যদিও টইলেট ব্যৱহাৰ কৰি পইচা ভৰিবলগীয়া হৈছিল, ৰাজহুৱা ঠাইৰ বা আনকি দোকান-পোহাৰৰ টইলেটবোৰত কিন্তু পইচা ভৰিব নালাগে। আনহাতে এইবোৰো সমানে চাফ-চিকুণ। টিচ্যু পেইপাৰ, ওৱাছ্ বেছিনৰ টেপত পানী, হাত শুকুৱাবলৈ ইলেকট্ৰিক্ ড্ৰায়াৰ— যেন হাট-বজাৰৰ এই ৰাজহুৱা টইলেটবোৰো আমাৰ দেশৰ এয়াৰপোৰ্টৰ টইলেটহে। এতিয়া ইয়াৰ বিপৰীতে আমাৰ গুৱাহাটীৰ দৰে নগৰতো ক'ৰবাত যদি এটা টইলেট পায়ে, তাৰ অৱস্থা মনত পেলাওকচোন। এই দেশত টইলেট বুলিলে শৌচ কৰা ঠাই, পেচ্ছাব কৰা ঠাই, হাত-মুখ ধোৱা বেছিন, হাত শুকোৱাৰ ব্যৱস্থা—সকলো। গুৱাহাটীত যদি ক'ৰবাত টইলেট পায়ো, তাত

কেৱল পেছাব কৰাৰহে সুবিধা। তাতে আকৌ মানুহে শৌচ কৰিও থৈছে। সদায় চাফ কৰাৰ নিয়ম হয়তো থকা, কিন্তু কেতিয়াও কোনেও চাফ নকৰা সেই টইলেটবোৰৰ ৰূপ কি যে নৰককুণ্ডৰ দৰে! তামোলৰ পিক, বিষ্ঠা আৰু পেছাবৰ দুৰ্গন্ধ। উপায় থাকোঁতে তাত মানুহ নোসোমায় যদিও, তাৰ কাষেৰে মানুহ পাৰ হৈ যোৱাটোওতো টান। উপায় নাপাই তাৰ ওচৰৰ বাসিন্দাই কাষৰ ওৱালত চকমাটি বা এণ্ডাৰেৰে লিখি দিয়ে "এই ঠাইত শৌচ-পেছাব নকৰিব।" কোনো দুষ্ট ল'ৰাই বা সেই ঠাইত সেই কামকে কৰিবলৈ নিৰুপায়ত বাধ্য হোৱা মানুহে আকৌ তাৰে "নকৰিব" শব্দটোৰ ন-টো মচি কৰি থ'ব— "এই ঠাইত শৌচ-পেছাব কৰিব।" দুয়ো পক্ষৰ স্নায়ুযুদ্ধ বিৰতিবিহীন। আৰু সিপিনে এনে সমস্যালৈ চকু দি ইয়াৰ প্ৰতিকাৰ সধাৰ বাবে আমাৰ যি কৰ্তৃপক্ষ—নগৰ নিগম, সি কুম্ভকৰ্ণ নিদ্ৰাত মগ্ন। কুম্ভকৰ্ণ নিদ্ৰাত মগ্ন কৰ্তৃপক্ষৰ এনেকুৱা ৰাইজৰ সুবিধা বিষয়ৰ কথা কাণতে নপৰে। তাত থকা ৰাইজৰ প্ৰতিনিধি বা কাউন্সিলৰবোৰ নিগমৰ সভাবোৰত নিজৰ নিজৰ ৰাজনীতিৰ পাৰ্টি লাইন লৈ সততে কাজিয়া কৰাত কিন্তু সদায় সুদক্ষ।

গুৱাহাটীতকৈ দিল্লীৰ অৱস্থা কিছু ভাল বুলি ক'ব পাৰিনে? দিল্লীৰ কথাকে শুনক। সুপৰিচিত লেখক খুছবন্ত সিঙৰ ঘৰৰ কাষতে এটা বাছ ষ্টপ। যাত্ৰীবোৰে বাছৰ পৰা নামিযেই উধাতু খাই লৰি যায় তেওঁৰ ঘৰৰ ওৱালখনৰ ওচৰলৈ। বহু সময় দমাই ৰখা প্ৰস্ৰাৱৰ তীব্ৰ ধাৰ পেণ্টৰ চেইন খুলি মানুহবোৰে খুছবন্ত সিঙৰ ঘৰৰ ওৱাললৈ মাৰি প্ৰকৃতিৰ তাগিদাৰ উপশম ঘটায়। সিপিনে খুছবন্ত সিং আৰু তেওঁৰ পৰিয়াল তেওঁলোকৰ ঘৰৰ তল তলাত কিয়, ওপৰ তলাতো দুৰ্গন্ধত ৰ'ব নোৱৰা হয়। দিল্লীৰ মেয়ৰ তেতিয়া তেওঁৰেই বন্ধু। বন্ধু মেয়ৰক ফোন কৰি অনুৰোধ কৰিলে তেওঁলোকক তেওঁলোকৰ ঘৰৰ ভিতৰতে হোৱা বিপদৰ পৰা ৰক্ষা কৰিব লাগে। মেয়ৰ বন্ধুৱে অতি কম দিনৰ ভিতৰতে বন্ধু পৰিযালক ৰক্ষা কৰিবলৈ তেওঁৰ ঘৰৰ ওৱালৰ পৰা কিছু আঁতৰেদি লোহাৰ পাইপৰ ঘেৰ বান্ধি দিলে— মানুহ তেওঁৰ ঘৰৰ ওৱালৰ ওচৰ চাপিব নোৱৰাকৈ। প্ৰকৃতিৰ তাগিদাত নিতত হোৱা যাত্ৰীবোৰে তেতিয়া সেই ঘেৰৰ বাহিৰতে উপশম ঘটোৱাত লাগিল। এতিয়াও ৰাস্তাৰ দাঁতি আৰু ফুটপাথ গেলি খুছবন্ত সিঙৰ পৰিয়ালক একেদৰে নগুৰ নাকটি কৰি থাকিল। এই খ্যাতিমান লেখকজনে এইবাৰ আৰু কৰ্তৃপক্ষৰ সহায় নিবিচাৰি নিজৰ নেজৰ জুই নিজ মুখেৰেই নুমোৱাত লাগিল। তেওঁৰ ঘৰৰ সমগ্ৰ ওৱালখনৰ তলৰ অংশতে এইবাৰ শিৱ, গণেশ, ৰাম, সীতা, হনুমান, লক্ষ্মী,-সৰস্বতীৰ মূৰ্তি খোদিত কৰি দিলে। লগে লগে মানুহে সেই ওৱালত পেছাব কৰা দূৰৈৰ কথা, দিনৰ ভাগত মানুহে তাত হাতযোৰ কৰি সেৱা জনায়, আৰু গধূলি হ'লে জ্বলাই দি যায় ধূপ-ধুনা।

অসম বা ভাৰতবৰ্ষত ৰাইজক দিবলগীয়া সুবিধা বিষয়ত কৰ্তৃপক্ষৰ এনে উদাসীনতাৰ বিপৰীতে ইংলেণ্ডৰ ব্যৱস্থালৈ মন কৰক।

## তিনি

# উইণ্ডছৰ্ কাছ্‌ল্, বাথ্, ষ্টৌন্‌হেঞ্জ্

এয়া ১০ আগষ্ট, শনিবাৰৰ পুৱা। সময়ত নিৰ্দিষ্ট গে'টৰ মুখতে আমাৰ বাবে আহি ৰোৱা বাছখনত উঠিলোঁগৈ। ভুল বাছত গৈ উঠাৰ ভয় নাই। বাছখনৰ সন্মুখৰ পিনৰ ডেষ্টিনেশ্বন্ বোৰ্ডতো অহা যোৱাকৈ আছে আমাৰ লক্ষ্যস্থলৰ নামবোৰ উদ্ভাসিত আখৰেৰে— উইণ্ডছৰ্ পেলেচ্, বাথ্, ষ্টৌন্‌হেঞ্জ্। ইভান্ ইভানছ্ কোম্পানীৰ সুসজ্জিত, আহল-বহল বাছ। ড্ৰাইভাৰৰ ছীটত বহি আছে মহিলা ড্ৰাইভাৰ— ওখ-পাখ, বহল অবয়বৰ, ফৰ্চা বগা মহিলা ড্ৰাইভাৰ। তেওঁৰ দায়িত্বৰ লগত মিল খোৱাকৈ তেওঁৰ গাম্ভীৰ্য। তেওঁৰ বাছৰ লগত মিল খোৱাকৈয়েই তেওঁৰ শৰীৰৰ আকাৰ। আৰু আমাৰ গাইড। তেৱোঁ মহিলা। ড্ৰাইভাৰৰ দৰে ওখ-পাখ নহয়, আৰু ড্ৰাইভাৰৰ তুলনাত কিছু বয়সস্থ। কিন্তু তেওঁৰ পেছাৰ লগত মিল খোৱাকৈ মিঠুক। হাতত এটা পাতল ৰঙা ৰঙৰ কাপোৰৰ ছাতি। আমাৰ টিকেটবোৰ আমাক সুপ্ৰভাত জনায়েই চেক্ কৰাত লাগিল আৰু সকলো যাত্ৰী নিজৰ নিজৰ আসনত বহিছেহি বুলি জনাৰ পিছত ড্ৰাইভাৰক গাড়ী চলাবলৈ ইংগিত দিলে। লণ্ডনৰ আহল-বহল ৰাজপথেৰে আমাৰ আমোদদায়ক বাছ চলিবলৈ ধৰাৰ লগে লগে আমাৰ গাইডৰ টীকা-টিপ্পনীৰ ঘোষণাও আৰম্ভ হ'ল। তেওঁ আমাক বুজাই দি গ'ল—কোনটো পথেৰে গৈ আছোঁ, পথৰ দুয়োকাষৰ সৌধ বা ইষ্টেব্লিশ্বমেণ্টবোৰৰ কিবা ঐতিহাসিক গুৰুত্ব থাকিলে, তাৰ কথা ইত্যাদি। আমাৰ বাছ ৰাছেল্ হাউছৰ সন্মুখেৰে পাৰ হৈ যাওঁতে সেয়েহে সেই চৌহদটোলৈ দৃষ্টি আকৰ্ষন কৰি ক'লে— উণবিংশ শতাব্দীৰ বৃটেইনৰ প্ৰধানমন্ত্ৰী লৰ্ড জন ৰাছেলৰ বিষয়ে, আৰু তেওঁৰেই নাতি কুৰি শতিকাৰ বিখ্যাত দাৰ্শনিক, সাহিত্যিক, গণিতজ্ঞ বাৰ্ট্ৰাণ্ড ৰাছেলৰ বিষয়ে। সেই পৰিয়ালটোৰ বৃটেইনত আৰু বিশ্বৰ প্ৰেক্ষাপটত গুৰুত্বৰ বিষয়ে। মই ডিঙি পোন কৰি মেলি সেই সময়ত এই ইতিহাসখ্যাত পৰিয়ালটোৰ ঘৰৰ চৌহদ ভালকৈ নিৰীক্ষণ কৰি লৈছিলোঁ, আৰু আন্তৰিক কৈছিলোঁ "চাইছানে, চাইছানে, সৌৱা বাৰ্ট্ৰাণ্ড ৰাছেলৰ ঘৰ।"

আমাৰ গাড়ী লাহে লাহে লণ্ডন মহানগৰ এৰি যাবলৈ ধৰিলে। আমাৰ ভাৰতৰ মহানগৰবোৰৰ উপকণ্ঠ অঞ্চলতো সাধাৰণতে লেতেৰা-পেতেৰা, জৰাজীৰ্ণই হয়। লণ্ডন মহানগৰৰ উপকণ্ঠ অঞ্চলো তেনেই হ'ব নেকি জানিবলৈ চকু থিয় কৰি বৈ থাকিলোঁ। নাই, একে ধৰণৰ সুশৃংখল, দেখনিয়াৰ, চাফ-চিকুণ পৰিবেশেৰেই লণ্ডন মহানগৰৰ সীমা পাৰ হৈ গ'লোঁ। তথাপি মনত সন্দেহ থাকিল— কিজানি এওঁলোকে আমাৰ দৰে পৰ্যটক যোৱা অঞ্চলবোৰহে এনেকৈ দেখনিয়াৰ কৰি ৰাখে, আৰু অন্য অঞ্চলবোৰ আমাৰ মহানগৰীবোৰৰ উপকণ্ঠৰ দৰেই দৃশ্যকটু। পৰ্যটক সাধাৰণতে যাব নোৱৰা লণ্ডনৰ অন্য কোনো কোনো অঞ্চল কিজানি এতিয়াও ডিকিন্সৰ উপন্যাসৰ লণ্ডন মহানগৰৰ অঞ্চলেই। পিছে সেই কথা জানিবলৈ আমাৰ দৰে দিনদিয়েকৰ বাবে অহা পথিকৰ কি উপায়েইবা আছে? গাইডক এই বিষয়ে সুধিলেও নিশ্চয় সঠিক উত্তৰ পোৱা নাযাব।

লণ্ডন মহানগৰ এৰি কিছু দূৰত্ব অতিক্ৰম কৰাৰ পিছত সেই আহল-বহল ৰাজবাট এৰি অন্য

এটা বাটেৰে অলপ সোমাই গৈয়েই পালোঁ উইণ্ডছৰ্ কাছল্। উইলিয়ম্ দ্য কংকোৱাৰৰ দিনৰে পৰা অৰ্থাৎ একাদশ শতাব্দীৰ মাজভাগৰ পৰাই ইংলেণ্ডৰ ৰজাৰ পুৰুষৰ পিছত পুৰুষজোৰা বাসস্থলী—আৰু এতিয়া বা আজিকালি পৰ্যটকৰ দৰ্শনৰ বাবে মুকলি কৰি দিয়া ঐতিহাসিক স্মৃতিসৌধ তথা সংগ্ৰহালয়। ইয়াত গোট খোৱা প্ৰতিদিনৰ শ শ দৰ্শনাৰ্থীৰ প্ৰয়োজনৰ বাবে ইয়াতে গঢ়ি তোলা হৈছে এখন আনন্দদায়ক, আঁচনিযুক্ত সৰু চহৰ। উপযুক্ত ঠাইত আমাৰ বাছ ৰোৱাৰ পিছত এই চহৰৰ সুসজ্জিত দোকান-পোহাৰৰ মাজেদিয়ে, বাট-পথৰ অলেখ পৰ্যটকৰ গুণগুণনিৰ মাজেদিয়ে গাইডে আমাক নিৰ্দিষ্ট এডোখৰ ঠাইলৈ নি তাতে শাৰী পাতি আমাক থিয় কৰাই টিকেট কিনিবলৈ গ'ল। মানুহৰ ভিৰ থকা কাউণ্টাৰত শাৰী পাতি থিয় হোৱাটো আমাৰ দেশত সকলো মানুহে বেয়া পায়ো মানিবলগীয়া হোৱা এক বাধ্যবাধকতা। ইয়াত আনহাতে, আৰু পিছত আমেৰিকালৈ গৈয়ো দেখিলোঁ—এয়া এক সকলোৰে সুবিধাৰ বাবে সকলোৱে স্বেচ্ছাই মানি চলা এক শৃঙ্খলা। আমাৰ গাইডে টিকেট লৈ উভতি আহোঁতে যথেষ্ট দেৰি কৰিছে। আমি একে বাছৰ যাত্ৰীবোৰৰ উপৰি এতিয়া এখনৰ পিছত এখনকৈ আহি থকা বাছ-কাৰ্-কেব্-ৰেল্ আদিৰ পৰা দলে দলে নমা যাত্ৰীসকলেৰেও সোনকালেই আমাৰ শাৰী দীঘলীয়া হৈ যাবলৈ ধৰিলে। আমাৰ সন্মুখত থকা চেণ্ট্ জৰ্জ চেপেলৰ বহল চোতাল লোকে লোকাৰণ্য হ'ল। তাৰ মাজেদিয়ে আমাৰ লেডী গাইড উভতি আহিল নেমেলাকৈয়ে তেওঁৰ ৰঙা কাপোৰৰ ছাতিটো ওপৰলৈ দাঙি ধৰি। বতৰ ভাল হোৱা সত্বেও তেওঁ ছাতিটো কিয় লগত ৰাখে এতিয়াহে বুজিলোঁ। ছাতিটো নেমেলাকৈয়ে দাঙি তেওঁ আমাক ইংগিত দিয়ে—সেয়া ৰঙা কাপোৰৰ ছাতিটোৰে তেওঁ আমাৰ গাইড, আৰু আমি তেওঁক হেৰুৱাব নালাগিব। কিবা ঘোষণা কৰিবলগীয়া হ'লেই বন্ধ ছাতিটো তেওঁ দাঙি ধৰে আৰু তেওঁৰ ওচৰ চাপি তেওঁৰ কথা শুনিবলৈ ইংগিত দিয়ে।

সেইদৰে অলেখ মানুহৰ মাজতো আমাৰখন বাছৰ যাত্ৰীসকলক এক গোট কৰি ক'লে, ইয়াত আজিৰ দৰে যাত্ৰীৰ ভিৰ তেওঁ কেতিয়াও দেখা নাই। পুলিচে তেওঁক কৈছে, কিবা এটা গুৰুতৰ আইন-শৃঙ্খলাৰ সমস্যা হৈছে। আমি হেনো তাৰ বাবে কিছু অসুবিধাত পৰিব লাগিব পাৰে। পুলিচে অনুৰোধ কৰিছে— আমি যেন তাৰ বাবে বেয়া নাপাওঁ। তাৰ পিছত তেওঁ ক'লে— ইমান ভিৰৰ মাজত তেওঁ আৰু আমাৰ লগত প্ৰাসাদৰ ভিতৰলৈ সোমাই নাযায়। ভিৰৰ মাজলৈ সোমাই যাব নোখোজাসকলেও বাহিৰতে তেওঁৰ লগতে থাকি যাব পাৰে। আৰু যিসকলে ভিতৰলৈ যাব খোজে, তেওঁলোকে ক'ত টিকেট লৈ কেনেকৈ সোমাব লাগে, ওলাই আহি কোনখিনিত ৰ'ব লাগেহি তাক তেওঁ বুজাই দিলে। শতিকাৰ পিছত শতিকা জুৰি ইংলেণ্ডৰ ৰজা-ৰাণীৰ বাসস্থান, আৰু এতিয়া মিউজিয়ম হিচাপে ৰাইজলৈ মুকলি কৰি ৰখা এই ৰাজপ্ৰাসাদৰ ভিতৰলৈ সোমোৱাৰ মোহ আমি এৰোঁ কেনেকৈ? আমি আমাৰ লগৰ অন্য বহুতৰ দৰে সোমাই যোৱাই ঠিক কৰিলোঁ। তাকে কৰাৰ দুটা অসুবিধাৰ প্ৰথমটো বৰ ডাঙৰ নহয়। দীঘলীয়া শাৰীত থিয় দি অনুমতিপত্ৰ ল'ব লাগিব। কিন্তু দুই নম্বৰ অসুবিধাটোৱে আমাক চিন্তিত কৰিলে। ভিতৰলৈ কোনো হেণ্ডবেগ নিব নিদিয়ে— সেই আজি উদ্ভৱ হোৱা আইন-শৃঙ্খলা পৰিস্থিতিটোৰ বাবে। আমি দুয়োৰে হেণ্ডবেগ দুটাত অকল আমাৰ পাউণ্ড-ডলাৰৰ কাৰেঞ্চি আৰু ট্ৰেভেলাৰ্ছ চেকবোৰ ৰখাই নহয়, আমাৰ বেগতে আছে আমাৰ পাছপোৰ্ট-

ভিছাও। এইবোৰ জানো এৰি যাম প্ৰৱেশদ্বাৰৰ কৰ্মচাৰীৰ হাতত? আমাৰ এই ভয় গাইডৰ আগত ব্যক্ত কৰাত তেওঁ ক'লে—এৰাটো আপদজনক নহ'ব। আমাক টোকেন্ দিবই। আৰু আমাৰ বস্তুৰ দায়িত্ব হ'ব পেলেইচ্ কৰ্তৃপক্ষৰ। গতিকে আমি আমাৰ হেণ্ডবেগৰ বিপৰীতে টোকেন ল'লোঁ।

প্ৰাসাদৰ ভিতৰলৈ সোমাই গৈ অনুভৱ কৰিবলৈ বেছি সময় নালাগিল যে ভিতৰলৈ সোমাই আহি আমি ভাগ্যবান বুলিয়েই নিজকে প্ৰমাণ কৰিলোঁ। ইংলেণ্ডৰ বুৰঞ্জীৰ ৰজা-মহাৰজাৰ ঐশ্বৰ্য, শৌৰ্য-বীৰ্য, ইংৰাজ সামৰিকশক্তিৰ পুৰণি দিনৰ অস্ত্ৰ-শস্ত্ৰ সকলো ৰাজকাৰেঙৰ ভিতৰতে সজাই ৰখা অৱস্থাত দেখা পালোঁ লগে লগে ৰখা লিখিত বিৱৰণৰ লগত। ৰজাই বিদেশী ৰজা-মহাৰজা বা ৰাজপ্ৰতিনিধিক সাক্ষাৎ দিয়া কোঠা, তাৰ চকী মেজ, আচবাব-পত্ৰৰে সৈতে; ৰাণীৰো তদ্ৰূপ কোঠা, প্ৰসাধন কক্ষ; বিভিন্ন যুগত সেই প্ৰাসাদত থকা ৰজা-ৰাণীসকলৰ ছবি অতি সুন্দৰকৈ সজাই ৰখা হৈছে। ইংৰাজী সাহিত্যৰ বিভিন্ন যুগৰ বিষয়ে পঢ়োঁতে সেই যুগৰ ৰজা-ৰাণী, শৌৰ্য-বীৰ্যৰ বিষয়েতো পঢ়িছিলোঁৱেই। এতিয়া সেইবোৰ সেইবোৰৰ নিজৰ ঠাইলৈ আহি দেখা পোৱাটো কেনে আনন্দৰ কথা।

নিৰ্দিষ্ট সময়ত আমি সকলোবোৰ আহি আমাৰ গাইডে হাতেৰে দাঙি থকা ৰঙা কাপোৰৰ বন্ধ ছাতিৰ কাষত থিয় হ'লোঁহি। আমাৰ বেগৰ ভিতৰত কেমেৰা-পাছপোর্ট, মানিবেগ আদি সকলো ঠিকে আছেনে নাই— ইতিমধ্যে চাই লৈছোঁ। তাৰ বাবেও মনত সকাহ। গতিকে অন্তৰ সকলোপিনৰ পৰাই উৎফুল্ল। গাইডে ক'লে— এতিয়া আপোনালোকক দোকান-পোহাৰবোৰৰ মাজলৈ লৈ যাওঁ। সেইবোৰ চাওক আৰু লগতে আপোনালোকে লাঞ্চ হিচাপে যিয়ে যি খায় খাই লওক।

লাঞ্চ কিনি খোৱাত আমাৰ অসুবিধা আছিল এটা। ৰেষ্টুৰেণ্টবোৰত সকলো খোৱা বস্তু ৰেডিমেইড্ ৰূপতে তাৰ নামেৰে সৈতে গ্লাছৰ মাজেৰে তাৰ ৰূপো ভালদৰে দেখা যায়। কিন্তু নামটোৰ পৰাই বা তাৰ ৰূপ দেখিয়েই সি কিহেৰে তৈয়াৰী বা তাত কি কি উপাদান ব্যৱহাৰ কৰা হৈছে, তাক কেনেকৈ জানো? তাৰ বাহিৰেও আছে আকৌ দাম। দামো অৱশ্যে প্ৰতিবিধ খাদ্যৰ লগতে লিখি থোৱাই থাকে। সেই দামলৈ চাই দুপৰীয়াৰ লাঞ্চ বুলি ভালকৈ খাব লাগিলে কেবা হেজাৰ টকাও লাগিব। গতিকে দুপৰীয়াৰ খানা বুলি সকলো কথা বিভিন্ন দিশৰ পৰা বিবেচনা কৰি আঁজলি আৰু মোৰ মাজত কিনি ল'লোঁ এটা ডেনিছ ছেণ্ডুইচ্। তাতেই এক পাউণ্ড দুই পেন্স— মানে প্ৰায় আমাৰ এশ টকা। ছেণ্ডুইচটো কিনি লৈ আৰু তাক দুয়োৰে ভগাই খাবৰ বাবে দুখন প্লেইট, দুখন চামুচ লৈ আমি ঠিক কৰিলোঁ আমাৰ গাড়ীলৈকে যোৱাৰ। তাতে বহি খালেই ভাল লাগিব। তাত পানী বা কৌক্ আদিও বাহিৰৰ আধা দামতে পোৱা যাব। ছেণ্ডুইচটো খাই ভালেই লাগিল। পিছে তাৰ আকাৰ বৃহৎ দেখি সেইটোৱেই দুপৰীয়াৰ সাজ দুয়োৰে হৈ যাব বুলি ভাবিছিলোঁ যদিও, তাক শেষ কৰাৰ পিছতোচোন আৰু কিবা অলপ খোৱাৰ মন থাকিল। আঁজলিয়ে মোকেই ৰেষ্টুৰেণ্টলৈ গৈ কিবা এটা পছন্দ কৰি কিনি আনিবলৈ কৈছিল। কিন্তু খোৱা বস্তু পছন্দ কৰাত মই বৰ বেয়া। মই খোৱাতহে ভাল। গতিকে মিঠাই হওক, অন্য বস্তু হওক, বাছি বিচাৰি কিনি অনা ভাৰ গুৱাহাটীতো মই সদায় আঁজলিকে দিওঁ।

এতিয়াও মই তেওঁকে ওলোটাই পাঁচিলোঁ। তেওঁ গৈ এইবাৰ কিনি আনিলে দুয়োৰে বাবে দুটা আইচক্ৰীম্। একো পাউণ্ডকৈ আকৌ দুই পাউণ্ড। খাই এইবাৰ পুষ্টাই হৈ ল'লোঁ। ইয়াৰ পিছত আৰু কোক কোলা কিনি খোৱাৰো প্ৰয়োজন নাই। আঁজলিৰ বুদ্ধি। তেওঁৰ কথা, "এতিয়া কেৱল পানীৰ বটলহে কিনক।"

তেনেতে আমাৰ বাছৰ ৰেডিঅ'ত দুপৰীয়াৰ নিউজ খুলি দিলে। প্ৰথম বাতৰিটোৱেই হ'ল— লিকুইড্ বোমাৰে সন্ত্ৰাসবাদীয়ে ইংলেণ্ডৰ পৰা আমেৰিকালৈ যাবলগীয়া কেবাখনো জেট বিমানত বিস্ফোৰণ ঘটাই ধ্বংস কৰাৰ পৰিকল্পনা আছিল। সকলো ধৰা পৰিছে আৰু কেবাজনকো আটক কৰা হৈছে। কিন্তু উৰাজাহাজৰ কোনো যাত্ৰীয়ে এতিয়া আৰু হাতত কোনো হেণ্ডবেগিজ্ নিব নোৱাৰিব। তদুপৰি আজিৰ ইংলেণ্ডৰ পৰা যাবলগীয়া বহুতো ফ্লাইট্ বা উৰণ বাতিল কৰা হৈছে। অভাবনীয় সুৰক্ষা ব্যৱস্থা ল'বলগীয়া হোৱাত যাত্ৰীৰ বহুতো অসুবিধা হৈছে। আমাৰ গাইডে তাৰ পিছুতে ঘোষণা কৰিলে— উইণ্ডছৰ্ পেলেচত কিয় তেনে কটকটীয়া ব্যৱস্থা আজি বলৱৎ কৰা হৈছে, আৰু তাৰ ফলত কিয় আমি আজি পাই অহা অৱস্থাৰ সৃষ্টি হৈছে, সেই কথা তেওঁ এতিয়াহে বুজিলে। লগতে তেওঁ পৰামৰ্শ দিলে—আপোনালোকৰ যিসকলে কাইলৈযেই আকাশীযানেৰে লণ্ডন এৰাৰ কথা আছে, সেইসকলে এয়াৰপোৰ্টলৈ যোৱাৰ আগতে উৰণৰ বিষয়ে এবাৰ চেক্ কৰি ল'ব। যি হ'ব ধৰিছিল, তাৰ পৰা তেন্তে আমি কাণে কাণ মাৰিহে সাৰি আহিলোঁ! আৰু বহুতো উৰণ বাতিল কৰাৰ এতিয়া যি ধুম উঠিছে হীথ্ৰৌ এয়াৰ্‌পোৰ্টত, সেই বিষয়তো নিজকে ভাগ্যবান যেন লাগিল। আমিতো দহ দিন পিছতহে লণ্ডন এৰিম। তেতিয়ালৈ নিশ্চয় সকলো স্বাভাৱিক হ'ব। সম্ভাব্য অসুবিধাৰ পৰা হাত সাৰিব পাৰিম বুলি নিজকে মনে মনে দিয়া এই আশ্বাস কিমান অবাস্তৱ হ'ব পাৰে, তাক ইয়াৰ পৰৱৰ্তী দিনবোৰত দিনে দিনে দেখি যাবলৈ ধৰিলোঁ, যেতিয়া প্ৰতিদিনৰ বাতৰিকাকত আৰু টি ভি ৰ পৰা দেখি যাবলৈ ধৰিলোঁ যে লণ্ডনৰ পৰা আমেৰিকালৈ যাবলগীয়া উৰণৰ বাতিলকৰণ কম হৈ যাবলৈ ধৰিলেও চলিয়েই আছে। উৰণ বাতিল নকৰা ভাগ্যবান যাত্ৰীসকলৰো অজস্ৰ বয়বস্তু হেৰাইছে। লণ্ডন বা ইংলেণ্ডত থকা সেই দহোটা দিনৰ পিছত বা আমাৰ অৱস্থা কি হয় তাক ভাবি আমাৰ ওঁঠৰ পানী শুকাই থাকিল।

যি হওক, তাৰ পিছত আমাৰ বাছ চলিল বাথ্ নগৰ অভিমুখে। দীঘলীয়া যাত্ৰা। আহল বহল, চাফ-চিকুণ, দুয়োকাষে ড্ৰাইভাৰক দিয়া সঘন সংকেতৰ বোৰ্ডেৰে সজ্জিত ৰাজপথ। দুয়োকাষে দুই নে তিনি শাৰীকৈ গাড়ীৰ বাট। একেবাৰে বাওঁকাষে আকৌ আৰু এটা পথ— হাৰ্ড শ্বৌল্ডাৰ, (hard shoulder) । মাজে মাজে বিপদে-আপদে হঠাৎ গাড়ী ৰখাবলগীয়া হ'লে ৰখাব পৰা সেই হাৰ্ড শ্বৌল্ডাৰ নাইকিয়া হয় কিছু দূৰত্বৰ বাবে। কিন্তু তেনে হোৱাৰ আধা মাইলমান আগতেই বোৰ্ডত জাননী ওলায়— ইমান ফুট আঁতৰৰ পৰা হাৰ্ড-শ্বৌল্ডাৰ নাপাব। আকৌ হাৰ্ড শ্বৌল্ডাৰ ওলালে জাননী বোৰ্ডত ওলাব— হাৰ্ড্ শ্বৌল্ডাৰ। হাৰ্ড শ্বৌল্ডাৰ থকা-নথকা বা কিমান দূৰৰ পৰা নাইকিয়া হ'ব, কিমান দূৰত্বলৈ— এই কথা লৈ ইয়াত ইমান সজাগতাৰ কাৰণ হ'ল— কোনোৱেই ইয়াত য'তে ত'তে গাড়ী ৰাখিব নোৱাৰে। বিপদে-আপদেহে হাৰ্ড শ্বৌল্ডাৰত গাড়ী ৰখাব পাৰিব। অন্য কিবা কাৰণত গাড়ী ৰাখিব পাৰিব তাৰ বাবে ৰাস্তাৰ দাঁতিত ঠায়ে ঠায়ে পকা কৰি দিয়া আহল-বহল ঠাইবোৰত। এই নিয়ম আৰু অন্য

পথযাত্ৰাৰ নিয়ম ভংগ কৰিলে নিৰ্দিষ্ট দূৰত্বৰ মূৰে মূৰে ছাইনবোৰ্ড দি ফিট কৰি থোৱা প্ৰহৰী কেমেৰাত আপুনি ধৰা পৰি ভয়ংকৰ জৰিমনাৰ সন্মুখীন হ'ব।

এই এক্সপ্ৰেছ্ ওৱেইত লানি নিছিগা গাড়ী। পথৰ দাঁতিত, বোৰ্ডে বোৰ্ডে লিখি থোৱা গতিবেগত প্ৰতিখন গাড়ী গৈ আছে। সেই গতিবেগৰ নিৰ্দেশনা ভংগ কৰা গাড়ীও ভিডিঅ' কেমেৰাত ধৰা পৰি জৰিমনাৰ সন্মুখীন হ'ব। ঘণ্টাত আশী মাইল, এশ মাইল গতিবেগৰ নিৰ্দেশনা মানি মানি আমাৰ হৃষ্ট-পুষ্ট, গুৰু-গম্ভীৰ মহিলা ড্ৰাইভাৰে আমাৰ গাড়ী দৌৰাই নি গৈছে। দুয়োপিনে সুবিস্তৃত প্ৰান্তৰ। কেতিয়াবা খেতিপথাৰ আৰু কেতিয়াবা মাউণ্ড্ (mound) বা টিলাবোৰ। কিন্তু মাউণ্ড বা টিলাই হওক, বা খেতিপথাৰেই হওক বা উন্মুক্ত প্ৰান্তৰেই হওক— এনেভাৱে সেইবোৰ ধুনীয়া দেখাকৈ ঘাঁহ-বন কাটি সজাই পৰাই যেন ৰখা হৈছে যে চালে চকু ৰৈ যায়। খেতিপথাৰত আমাৰ গাইডে কোৱামতে সেয়া হুইট্ বা গম আৰু বাৰ্লিৰ খেতি। এতিয়া অৱশ্যে খেতি চপোৱা হৈ গৈছে। নৰাবোৰো যন্ত্ৰৰে কাটিয়েই নিশ্চয় ৰোল্ কৰি থোৱা হৈছে একো একোখন ৰোল কৰি থোৱা কাৰ্পেটৰ দৰে। নৰা কাটি আঁতৰোৱাৰ পিছৰ এয়া সুন্দৰ মসৃণ পথাৰ। পাতল হালধীয়া তাৰ ৰূপ।

আবেলি কোনোটো সময়ত আমি বাথ্ নগৰীত সোমালোঁ। সেই বাথ্ নগৰ— যাৰ বিৱৰণ ইংৰাজী সাহিত্যত প্ৰচুৰ। ছবিৰ দৰে ধুনীয়া এই বাথ্ নগৰ বা স্নান নগৰী। প্ৰাচীন কালৰে পৰা ইয়াত জীৱন্ত হৈ আছে কেইবাটাও গৰম পানীৰ উঁহ— য'ত গা ধুবলৈ এসময়ত অকল ইংলেণ্ডৰে নহয়, সমগ্ৰ ইউৰোপৰো অনেক ভ্ৰমণকাৰীয়ে ইয়াতে ভিৰ কৰিছিলহি। এনেকৈয়ে গঢ়ি উঠিছিল এই সৰু ঠাইখন এখন পৰ্যটন নগৰী হৈ। ইয়াত ছবিৰ দৰে মনোৰম দৃশ্যই বহুতো ইংৰাজী ঔপন্যাসিক, নাট্যকাৰ, গল্পকাৰক তেওঁলোকৰ কাহিনীৰ পটভূমি হিচাপে ইয়াকে ল'বলৈ উদগাইছিল। আৰু জেইন্ অষ্টেন্, সেই অমৰ ঔপন্যাসিকা জেইন্ অষ্টেন্— তেওঁতো এই অঞ্চলৰে। তেওঁৰ কাহিনীবোৰৰ পটভূমিও'তো এইটি অঞ্চলেই। আমাৰ গাইডে এই অঞ্চলটোত সোমোৱাৰে পৰা তাকেই চিঞৰি চিঞৰি কৈ আহিছে। ইংৰাজী সাহিত্যত বাথ্ বুলিলে জেইন্ অষ্টেন্, লণ্ডন বুলিলে চাৰ্লজ্ ডিকিন্স্ আৰু অক্সফৰ্ড বুলিলে লুইয়িছ্ কেৰল্। বাথৰ গৰম পানীৰ উঁহে মোৰ মনলৈ সদায় লৈ আহে আমাৰ গোলাঘাটৰ গৰম পানীৰ উঁহটো। কিন্তু ইংলেণ্ডৰ এই গৰম পানীৰ উঁহে গঢ়ি তুলিলে এখন বিশ্ববিখ্যাত পৰ্যটন নগৰী; আৰু আমাৰ গোলাঘাটৰ ওচৰৰ গৰম পানীৰ উঁহে কি কৰিলে? তাৰ বাবে আমি অসম সন্তানসকলেই দায়ী নহয়নে? এৰা, আমি অসম আইৰ 'বীৰ সন্তানসকল'— 'শ্যাম বৰণীয়া অসম আই ধুনীয়া'ৰ 'বীৰ সন্তান সকল-দৰাচলতে কেনে 'নিছলা হজুৱা!'

বাথ্ নগৰীৰ ঠেক কিন্তু চাফ-চিকুণ বাটেৰে দুয়োপিনৰ পুৰণি পুৰণি, সৰু কিন্তু ধুনীয়া ঘৰবোৰ চাই চাই আমি নিৰ্দিষ্ট ঠাইখনত উঠিলোঁ গৈ। ৰাস্তাৰ দাঁতিয়ে দাঁতিয়ে নিৰ্দিষ্ট দূৰত্বত ৰখা গছবোৰ— মেপল, প্লেইন ট্ৰী, এস্পেন আদি। আকৌ য'ত-ত'ত ফুলফুলকৈ সাজি তোলা ডাঙৰ, সৰু পাৰ্কবোৰ দেখি আহি কেনে যে ভাল লাগিল। যি হওক, গৰম পানীৰ উঁহৰ ঠাই খিডোখৰত আমি ভৰি দিলোঁ-সেয়া কিন্তু চহৰখনৰ নিৰ্জনতাৰ বিপৰিতে লোকে লোকাৰণ্য। এটা দুই নে তিনি মহলীয়া নাতিবৃহৎ ঘৰৰ ভিতৰলৈ আমাক সুমুৱাই নিলে। বুজি পালোঁ— সেই বিল্ডিংটোৰ ভিতৰতহে গৰম পানীৰ উঁহবোৰ। অথবা ক'ব পাৰি— গৰমপানীৰ উঁহবোৰ

আবৰি সাজি উলিওৱা হৈছে এই অট্টালিকা। পিছে সেই অট্টালিকাৰ ভিতৰত অকল গৰম পানীৰ উঁহকেইটাই নহয়, তলৰ মহলা, ওপৰ মহলাৰ বিভিন্ন কোঠাত প্ৰাচীন ৰোমান শাসন-কালৰ বিভিন্ন উদ্দেশ্যেৰে বিভিন্ন বিবৰণ, পৰৱৰ্তী কালৰ ইংলেণ্ডৰ ইতিহাসৰ বাথ নগৰীৰ ক্ৰমবিকাশৰ লগত জড়িত ঘটনা, ৰজা, সাহিত্যিক, শিল্পী আদিৰ চিত্ৰ আৰু বিবৰণ— ঠিক মিউজিয়ামত থকাৰ দৰেই। ৰোমান শাসনৰ দিনৰ পৰাই অৰ্থাৎ প্ৰায় চাৰি হেজাৰ বছৰ পূৰ্বৰ পৰাই ইয়াৰ ইতিহাস আৰম্ভ হৈছে। কাৰণ ইংলেণ্ডৰ ৰোমান শাসনৰ কালতে সেই ৰোমান শাসকসকলে ইয়াৰ গৰম পানীৰ উঁহৰ গৰম পানীত গা ধুই বিলাস-বিনোদন কৰিছিল— যিহৰ ফলত ইয়াৰ নাম এতিয়াও ৰোমান বাথ্। সৌধটোৰ ভিতৰৰ তলতলাত পকা কৰি থোৱা কেবাটাও পুখুৰী। তাত পানীয়ে বুৰবুৰাই আছে। পিছে পানীবোৰ পৰিষ্কাৰ নহয়। পকা পুখুৰীৰ পাৰে পাৰেও লিখি থোৱা আছে— পানী যেন কোনোৱে নোছোৱে। ছুলে ছালৰ বেমাৰ হ'ব পাৰে। কাৰণ পানীবোৰ নিয়মিতভাৱে বাহিৰ কৰি দিয়া নহয়। পিছে কিয় নহয়, সেই উষ্ণ বহুমূলীয়া পানীবোৰ কিয় অপৰিষ্কাৰ কৰি ৰখা হৈছে বুজি নাপালোঁ। আৰু বুজি নাপালোঁ— উঁহবোৰৰ ওপৰত ঘৰ উঠাই সেইবোৰ ছাঁ কৰাৰ কিবা বৈজ্ঞানিক কাৰণ আছে নেকি? উঁহবোৰক তাৰ প্ৰাকৃতিক, স্বাভাৱিক ৰূপতে ৰাখি পানীবোৰ লগে লগে উলিয়াই ৰখা হ'লে বেছি ভাল নহ'লহেঁতেননে? বাথৰ গৰম পানীৰ উঁহৰ এই ৰূপে মোক সন্তুষ্ট নকৰিলে। যি হওক, সেই ৰূপকে চাই ওলাই আহি অট্টালিকাটোৰ চৌপাশৰ বজাৰ অঞ্চলটোৰ মনোমোহা দোকানবোৰত টহল দি কিছু সময় কটোৱাৰ পিছত আমাৰ বাছ আহিল আৰু আমি উঠিলোঁগৈ।

এইবাৰ বাছ চলিল ষ্টৌন্‌হেঞ্জলৈ। একেধৰণৰ সুশোভন পথাৰপ্ৰান্তৰ। টিলা আৰু খেতিপথাৰ। বৃহৎ, বিস্তৃত পথাৰৰ সৌন্দৰ্য দেখি মুগ্ধ হ'লোঁ। মাইল মাইলজোৰা এনে বহল প্ৰান্তৰ আমাৰ তাত এতিয়াও ক'ৰবাত আছে জানো? পথাৰৰ মাজতে অ'ত-ত'ত ক'ৰবাত ক'ৰবাত আকৌ দেখিছোঁ সজাই-পৰাই ৰখা দুই-এক সৰু সৰু বননি। কি যে এক প্ৰকৃতিৰ সৌন্দৰ্য মেলা' নে কোনো সুদক্ষ চিত্ৰশিল্পীৰ এক অপূৰ্ব লেণ্ডস্কেইপ্ পেইন্টিং? পিছত গাইডৰ টিপ্পনীৰ পৰাহে বুজিলোঁ— এয়াই সেই ইংৰাজী সাহিত্যৰ বহু উল্লিখিত, বহু বন্দিত ছলজ্‌বেৰি প্লেইনছ্ (Salisbury Plains) বা ছলজ্‌বেৰি প্ৰান্তৰ— যাৰ বুকুতে আছে সেই ষ্টৌন্‌হেঞ্জ। আজিৰ ষ্টৌন্‌হেঞ্জ— মূলপথৰ পৰাই দেখা পোৱা বিস্তৃত সেউজ প্ৰান্তৰৰ বুকুৰ যেন ঘাঁহনিয়ে দলিচা পাৰি থোৱা এডোখৰ ঠাই। তাতে থিয়কৈ ৰখা আছে কালৰ গতিয়ে মসৃণ কৰা কিন্তু মলিয়ন কৰিব নোৱৰা কেইবোৰ বৃহৎ বৃহৎ শিলৰ গম্বুজ। হঠাৎ আমাৰ পৰা কিছু আঁতৰত পথৰ কাষতে অনেক মটৰগাড়ী। তাৰ আশে পাশে অনেক মানুহ— থিয় হৈ, বহি, ৰং-তামচা কৰি। ভাবিলোঁ এয়া বোধহয় এখন পিকনিকৰ ঠাই। কিন্তু লণ্ডনতো এতিয়াও বহু দূৰ। ইমান দূৰলৈ পিকনিক খাবলৈ অতবোৰ মানুহ আহেনে? পিছে গাইডে বুজাই দিলে— ষ্টৌন্‌হেঞ্জলৈ সোমাই যোৱা দুৱাৰৰ এয়া মুখ। পৰ্যটন বিভাগৰ কাৰ্যালয় আৰু স্মাৰকদ্ৰব্যবোৰৰ দোকানৰ উপৰি ৰেষ্টুৰেণ্ট আৰু ফলমূলৰ দোকানৰ ঠাই। ইয়াৰ পৰাই এটা মাটিৰ তলৰ পথ বা সুৰংগেৰে আকৌ সিপিনৰ পথাৰ উঠিব পাৰি— য'ত আছে দূৰৈৰ পৰাই পথাৰৰ মাজত দেখা সেই শিলাগম্বুজবোৰৰ ঠাই ষ্টৌন্‌হেঞ্জ্। ঠাইখন আচুতীয়াকৈ ৰখাৰ বাবে এই কৃত্ৰিম সুৰংগৰ ব্যৱস্থা? ভ্ৰমণকাৰীক আকৰ্ষণ

কৰাৰ বাবে এওঁলোক যে কিমান তৎপৰ! আমাক সুৰংগৰ ভিতৰেদি অনুমতি পত্ৰ হাতত লৈ যাব দিয়াৰ আগতে গাইডে বিৱৰণি দিলে— দুহেজাৰ বছৰৰ পূৰ্বে ৰোমান শাসকসকলৰ হয়তো ইয়াতে এক বিলাসী নগৰী আছিল ষ্টৌন্‌হেঞ্জ্। এতিয়া তাত আপোনালোকে দেখিবগৈ সেই নগৰীৰ ভগ্নাবশেষ— তাৰ শিলাস্তম্ভবোৰ।

কিন্তু মোৰ বাবে ষ্টৌনহেঞ্জৰ তাৎপৰ্য টমাছ হাৰ্ডিৰ 'টেছ্' উপন্যাসখনৰ শেষৰ পিনে থকা ষ্টৌনহেঞ্জৰ উল্লেখৰ বাবেহে। টমাছ হাৰ্ডিৰ সকলো গল্প, উপন্যাসৰ দৰে এই উপন্যাসো তেওঁৰ নিজৰ অঞ্চল ওৱেছেক্সত অৱস্থিত। নিৰ্দোষ, নিৰ্জু, সজ গাঁৱলীয়া ছোৱালী টেছো হত্যাকাণ্ডত লিপ্ত হ'বলগীয়া হ'ল খণ্ডৰ ভমকত, মিছা কথাৰে তেওঁক আওবাটে নিয়া শঠ ডেকাজনক আঘাত কৰি। বহু বছৰৰ মূৰত ঘূৰাই পোৱা তেওঁৰ প্ৰকৃত প্ৰেমিকৰ সৈতে তেওঁ পলাই গ'ল পুলিচৰ হাত সাৰিবলৈ। দুই সৎ, শান্ত প্ৰেমিক পলাই আহি উঠিলহি এই ছলজবেৰি প্ৰান্তৰ। ইয়াৰে এক ঘন, বহল অৰণ্যত পুলিচৰ পৰা হাত সাৰিবলৈ আশ্ৰয় লৈ ইটোৱে সিটোক বহু বছৰৰ মূৰত লগ পোৱাৰ সুখ উপভোগ কৰি থাকোঁতে টেছে দেখিলে ওচৰতে বাগৰি পৰি থকা এটি শিলাস্তম্ভ। হাবিৰ মাজত তেনে এক শিলাস্তম্ভ কেনেকৈ পৰি থাকিব পাৰে বুলি তেওঁৰ আশ্চৰ্য প্ৰকাশ কৰিলত, তেওঁৰ প্ৰেমিকে কৈ শুনালে ষ্টৌন্‌হেঞ্জৰ কাহিনী — সেই অঞ্চলটোৱেই ষ্টৌনহেঞ্জৰ অঞ্চল বুলি টেছক উৱাহিদ দি। কিন্তু মোৰ কথা হ'ল— সেই ডাঠ, বহল বননি ক'ত? 'টেছ' উপন্যাসৰ সেই কাহিনীৰ প্ৰায় এশ বছৰ পিছত হাৰ্ডিৰ ওৱেছেক্সত বা এই আধুনিক ৱেছ্‌ট্‌শ্বায়াৰ অঞ্চলত সেই অৰণ্যত লুপ্ত হৈ বা ধ্বংসপ্ৰাপ্ত হৈ তাৰ ঠাইত থাকিলে গৈ নেকি এতিয়া সৌ অ'ৰ ত'ৰ সৰু সৰু বননিবোৰ? আৰু এই শিলৰ গম্বুজবোৰ? এইবোৰ সেই বিস্তীৰ্ণ অৰণ্যৰ অ'ত ত'ত পৰি থকা আৰু টেছইঁতে দেখা গম্বুজবোৰেই নেকি— আজিৰ পৰ্যটকৰ বাবে একত্ৰিত কৰি ৰখা অৱস্থাত? এনে প্ৰশ্নৰ উত্তৰ গাইডে দিব পৰাৰ আশা নাই। তথাপি মই তেওঁকেই সুধিলোঁ— প্ৰায় এশ বছৰ পূৰ্বে কোনো ডাঠ, বহল হাবিৰ মাজতহে এই শিলাস্তম্ভবোৰ অ'ত ত'ত পৰি আছিল নেকি? গাইডে অলপ আচৰিত হৈ সুধিলে— মই কিয় সেই কথা সুধিলোঁ। মই টমাছ হাৰ্ডিৰ উপন্যাসখনৰ সেই দৃশ্যটিৰ কথা ক'লোঁ আৰু সুধিলোঁ— সেই হাবিখন তেন্তে ক'ত? গাইডে ক'লে— সেই বিষয়ে তেওঁ নাজানে। বৰং— "You may be knowing better"

সি যি কি নহওক, "কৃত্ৰিম সুৰংগেৰে সিমূৰৰ প্ৰান্তৰ উঠি একেলগে থিয়কৈ ৰখা শিলাস্তম্ভবোৰ চাই পুনৰ সুৰংগৰ ইমূৰ পাই দোকান-পোহাৰৰ অঞ্চলটোতে কিবা অলপ খোৱাৰ প্ৰয়োজনবোধ কৰিলোঁ। কিন্তু খাম কি? কলকে কিনি খোৱা ঠিক কৰিলোঁ। কলবোৰ বি প্ৰকাণ্ড আকাৰ, এটা খালেই আমাৰ হৈ যাব— এটাই আমাৰ তিনিটা মজলীয়া মালভোগৰ আকাৰৰ। আৰু দাম— তাও বেছ সস্তা— পাঁচ পেন্স,—অৰ্থাৎ আমাৰ প্ৰায় ১৫ টকা। সময়ত আমাৰ গাড়ী চলিল পুনৰাই লণ্ডনলৈ।

লণ্ডনত বাছে ভিক্টোৰীয়া কোচ্ ষ্টেশ্বন এয়া বুলি আমাক য'ত নমাই দি গ'ল, তাত দেখিলোঁ— সেয়া ষ্টেশ্বনৰ ঠিক দুৱাৰমুখ বা সন্মুখ নহয়। সেইখিনিতো আমি চিনি পাওঁ। পূৰ্বৰ সেইখিনি ঠাইতে আমাৰ কাৰণে এখন কেব ৰৈ থকাৰ কথা আছিল। ইয়াতচোন কোনো কেব ৰৈ থকা নাই। তথাপি তাতেই ইফাল-সিফাল কৰি থাকিলোঁ— সোনোকালে কেব আহি

ৰয়হি নেকি বুলি। নাই। অনেক গাড়ীৰ অহা-যোৱা। কোনখন কেব, কোনখন কাৰ-ধৰাৰ একো উপায় নাই। আৰু কোনো গাড়ীয়েই তাত ৰোৱা নাই। কিমান ইফাল- সিফাল কৰিম! ইপিনে, এটা ফিৰিফিৰীয়া ঠাণ্ডা বতাহ। কঁপনি তুলি দিয়ে। অথচ পিন্ধিও আছোঁ শ্বেটোৰ, মাফ্‌লাৰ। এয়েই তেন্তে লণ্ডনৰ উপভোগ্য ইণ্ডিয়ান ছামাৰ? অৱশ্যে লণ্ডনত এতিয়া আৰু ৪০ ডিগ্ৰী চেলচিয়াছ নাই। আমি লণ্ডনত আহি উঠাৰ লগে লগে সি পলাই পত্ৰং দিলে। এয়াই গ্ৰীষ্মৰ স্বাভাৱিক লণ্ডন।

আৰু কিছু সময় তেনেদৰে ঠাণ্ডাত কঁপি কঁপি, মাজে মাজে দিয়া কিনকিনীয়া বৰষুণকো আওকাণ কৰি তাত ইফাল-সিফাল কৰি থাকোঁতেই লগত মনোহৰে দি পঠিওৱা ম'বাইল ফোন বাজি উঠিল। এৰা, আমাক নিবলগীয়া কেবৰ ড্ৰাইভাৰজনেই। সুধিছে— তেওঁচোন আমি ৰ'বলগীয়া ঠাইত আমাক পোৱা নাই? আমি ক'ত? আমি ক'লোঁ— আমি ক'ত আমিও মঠিকভাৱে নাজানো। বাছে আমাক ইয়াতে নমাই দি গ'লা। আমি কেৱল দেখিছোঁ, আমাৰ সন্মুখত সৌৱা প্লাজা হোটেলৰ ছাইনবোৰ্ড। ড্ৰাইভাৰে আমাৰ উত্তৰত যেন সন্তুষ্ট হৈ ক'লে, "ওকেই, ওকেই, আপোনালোক তাতেই ৰৈ থাকক। মই গৈ আছোঁ।" কিন্তু পোন্ধৰ মিনিটমান পিছতো তেওঁৰ দেখা-দেখি নাই। আমি পুনৰ চিন্তাত পৰিলোঁ। তেনেতে পুনৰ তেওঁৰ ফোন বাজিল। তেওঁ এতিয়া প্লাজা হোটেলৰ সন্মুখতে। কিন্তু আমিচোন নাই? আমি ৰৈ থকা ঠাইখিনিৰ নাম কি বাৰু? আমি আমাৰ ফোনত উত্তৰ দিলোঁ— আমি কোনখিনি ঠাইত ৰৈ আছোঁ কোৱাৰ উপায় নাই। ছাইনবোৰ্ডবোৰত দোকান, হোটেল আদিৰহে নাম। ঠাইখনৰ নাম নাই। পুনৰ তেওঁ ক'লে, "ওকেই, ওকেই! আপোনালোকে বাৰু তাতেই ৰৈ থাকক— মই আপোনালোকক বিচাৰি নুলিওৱালৈকে।"

তাৰ কিছু সময় পিছতে দেখিলোঁ, বিৰাট বহল দুইমুখীয়া পথটোৰ সিকাষৰ পৰা এজন মানুহে আমাক দেখিয়েই আনন্দৰ হাঁহি মাৰিছে আৰু দুই হাত ওপৰলৈ তুলি যেন কৈছে 'ইউৰেকা! ইউৰেকা!' লগে লগে তেওঁ এটা দৌৰতে বহল দুই মুখীয়া ৰাস্তাটো পাৰ হৈ আমাৰ ওচৰ পালে আৰু ক'লে, "আপোনালোকে এয়া প্লাজা হোটেলৰ পিছপিনেহে আছে। সন্মুখত নাই। আৰু ইয়াত গাড়ী ৰাখিব নোৱাৰি। গতিকে, অনুগ্ৰহ কৰি আপোনালেকে মোৰ পাছে পাছে এই গাড়ী ৰাখি থোৱা ঠাইলৈ আহিব পাৰিবনে?" আমি স্বস্তিৰ নিশ্বাস পেলাই আনন্দত তেওঁৰ পাছে পাছে গ'লোঁ। তেওঁ আমাক সহজে ইমান দূৰৰ পৰা চিনি উলিওৱাৰ কাৰণ নিশ্চয় আমাৰ ভাৰতীয় চেহেৰা আৰু গাৰ ৰঙেই নহয়। প্ৰধান কাৰণটো নিশ্চয় আঁজলিৰ ভাৰতীয় মহিলাৰ সাজপাৰ। ওভতনি যাত্ৰাত মনে মনে ভাবি গ'লোঁ—টেক্সিয়ে নিশ্চয় আমাৰ পৰা এতিয়া বেছি ভাড়া দাবী কৰিব। গধূলি এতিয়া ৯ বজা। তদুপৰি আমাক তেওঁ কিমান কষ্ট কৰি বিচাৰি উলিয়াবলগীয়া হ'ল। আমাৰ তাৰ টেক্সি ড্ৰাইভাৰ হ'লেতো এইখিনি কষ্ট কৰাতকৈ অন্য যাত্ৰী লৈয়েই অন্য ক'ৰবালৈ গুচি গ'লহেঁতেন। কিন্তু আচৰিত হ'লোঁ— কদ্ৰোজৰ ঘৰৰ দুৱাৰ মুখত নমাই দিওঁতে তেওঁ আমাৰ পৰা এটা পেনিও বেছিকৈ নিবিচাৰিলে। বিচাৰিব বুলি আশা কৰিয়েই মই সুধিলোঁ—"এতিয়া আপোনাক কিমান দিম?" নিশ্চিত উত্তৰ —"২৬ পাউণ্ড।"

## চাৰি

# অক্সফৰ্ড্, ষ্ট্ৰেট্‌ফৰ্ড্, কট্‌ছ্বল্ড্

১১ আগষ্ট, শুকুৰবাৰ। আমাৰ দ্বিতীয় দিনৰ ইংলেণ্ড ভ্ৰমণ। আজিও এক্ষণ কেবেৰে ভিক্টোৰীয়া কোচ্‌ ষ্টেশ্বন। পুনৰ ইভান ইভানছ কোম্পানীৰ কণ্ডাক্টেড্‌ টুৰাৰ। কেৱল আজি চাবলৈ যাম জ্ঞানৰ জগতৰ বিশ্ববিখ্যাত কেন্দ্ৰ অক্সফৰ্ড্ আৰু সাহিত্য জগতৰ প্ৰসিদ্ধ স্থান ষ্ট্ৰেট্‌ফৰ্ড্-আপন্-এভন্। বাটতে দেখা পাম এক বিশিষ্ট গ্ৰামাঞ্চল কট্‌ছ্বল্ড। ষ্ট্ৰেট্‌ফৰ্ড-আপন্-এভন্— য'ত জন্মগ্ৰহণ কৰিছিল অমৰ সাহিত্যিক শ্বেইক্সপীয়েৰে। কট্‌ছ্বল্ড— যি এক পুৰণি গ্ৰামাঞ্চল হৈয়ো জন্ম দিব পাৰিছিল উইনষ্টন্ চাৰ্চিল্, বাৰ্ট্ৰাণ্ড ৰাছেলৰ দৰে বিশ্ববিখ্যাত লোকক। আজি আমাৰ গাইড আৰু ড্ৰাইভাৰ দুয়োৰে পুৰুষ। গাইড ডজনৰঙীয়া, ডেকা ঠিক নহ'লেও মাজ বয়সৰ বাওঁপিনৰ। ইংৰাজীৰ উপৰি তেওঁ জাপানী আৰু ফৰাচীও ক'ব পাৰে। সেয়েহে সকলোকে প্ৰথমে জনোৱা তেওঁৰ ইংৰাজী ভাষণৰ পিছত জাপানী আৰু ফৰাচী ভ্ৰমণকাৰীসকলক তেওঁলোকৰ ভাষাতো অভিনন্দন জনাই ক'লে, তেওঁলোকৰ ভাষাতো তেওঁ বিৱৰণ দি যাব।

সময়ত আমি অক্সফৰ্ড্ পালোঁ। বিশ্ববিদ্যালয় নগৰ এখনতে যদিও আমাৰ জালুকবাৰীৰ লগত তুলনা নহয়। জালুকবাৰীত অকল বিশ্ববিদ্যালয়ৰে ৰূপ আৰু গন্ধ। নগৰৰ ৰূপ, গন্ধ তাত নাই। অক্সফৰ্ডত কিন্তু প্ৰধান গন্ধ বিশ্ববিদ্যালয়ৰে হ'লেও তাত আছে নগৰৰ ৰূপ, আৰু আনকি নগৰৰ সুবাসো। আৰু জালুকবাৰীতকৈ ই অৱশ্যে বহুখিনি ডাঙৰ। কিমান যে কলেজ তাত। প্ৰতিটো কলেজতে আণ্ডাৰগ্ৰেজুৱেইট শ্ৰেণীৰ পৰা উচ্চতম মহলালৈ। তদুপৰি ইয়াত অকল দোকান পোহাৰ, হোটেল ৰেষ্টুৰেণ্টেইতো নহয়, ইয়াত আছে আনকি গাড়ীৰ কাৰখানাও। যি হওক, অক্সফৰ্ড সমগ্ৰ বিশ্বৰে আকৰ্ষণৰ স্থল তথাপি ইয়াৰ বিশ্ববিদ্যালয়খনৰ বাবেহে— তাৰ প্ৰাচীনতাৰ বাবে, তাত হোৱা জ্ঞানৰ উৎকৃষ্ট সাধনাৰ বাবে, তাত শিক্ষাদান আৰু গৱেষণা কৰিবলৈ গোটেই পৃথিৱী বিশ্বৰ শীৰ্ষস্থানীয় প্ৰতিভাশালী অধ্যাপক-গৱেষকসকলৰ বাবে, তাত শিক্ষা লাভ কৰিবলৈ আকৰ্ষণ কৰি অনা বিশ্বৰ মেধাৱী মেধাৱী ছাত্ৰ, গৱেষকসকলৰ বাবে। যোৱা প্ৰায় চাৰিশ বছৰে এই বিশ্ববিদ্যালয়ে জ্ঞানৰ জগতত নিৰন্তৰ বিলাই আহিছে ইয়াৰ স্বকীয় পোহৰ।

অক্সফৰ্ড সোমোৱাৰ পিছতে প্ৰথমতে আমাক লৈ যোৱা হ'ল ইয়াৰ আটাইতকৈ পুৰণি কলেজ— ক্ৰাইষ্ট চাৰ্চ কলেজখনলৈ। এই ক্ৰাইষ্ট চাৰ্চ কলেজখনক কেন্দ্ৰ কৰিয়েই পিছলৈ অক্সফৰ্ড বিশ্ববিদ্যালয় গঢ়ি উঠিল যদিও, আৰম্ভণিতেই ইয়াৰ নাম ক্ৰাইষ্ট চাৰ্চ কলেজ নাছিল। প্ৰথমতে ধৰ্মীয় শিক্ষাৰ অনুষ্ঠান হিচাপে খৃষ্টীয় কেথলিক ধৰ্মৰ কাৰ্ডিনেল বা উচ্চতম পৰ্যায়ৰ পুৰোহিত কাৰ্ডিনেল্ বুলছিয়ে ইয়াক ১৫২৫ খৃষ্টাব্দত স্থাপন কৰে। কিন্তু তেতিয়া ইয়াৰ নাম আছিল কাৰ্ডিনেল কলেজহে। পিছত ৰজা অষ্টম হেনৰিয়ে ইয়াক কিংছ চাৰ্চ কলেজ নাম দি ১৫৪৬ খৃঃত পুনঃস্থাপিত কৰে। অক্সফৰ্ড্ বিশ্ববিদ্যালয়ৰ সেই আৰম্ভণিৰে পৰা ই চলি আছে আজি প্ৰায় পাঁচশ বছৰ ধৰি ক্ৰমে ক্ৰমে অন্য বহুতো কলেজৰ সংযোজনেৰে, প্ৰথমতে কেৱল ধৰ্মীয় শিক্ষাৰ পৰা ক্ৰমে ক্ৰমে কলা, বিজ্ঞান, প্ৰযুক্তি বিদ্যালৈ উত্তৰণ কৰি কৰি, আৰু সততে ইয়াৰ জ্ঞানৰ জগতৰ উচ্চ মানদণ্ড ৰক্ষা কৰি।

এই ক্রাইষ্ট চাৰ্চ কলেজৰ ভিতৰখনকেহে আমাক ভালকৈ দেখুৱালে অক্সফৰ্ড বিশ্ববিদ্যালয় দেখুওৱাৰ নামত। অৱশ্যে ইয়াৰো আকৌ গীৰ্জাটো আৰু মিউজিয়মৰ দৰে ৰখা অংশটোহে। তেনেকৈয়েই দেখিলোঁ ইয়াৰ প্ৰেয়াৰ্ হল্ বা প্ৰাৰ্থনা গৃহ আৰু ছাত্ৰসকলৰ ডাইনিং হল বা ভোজন গৃহ। এইবোৰ ঠাইৰ চাৰিওপিনে ওৱালত অক্সফৰ্ড বিশ্ববিদ্যালয়ত পঢ়ি বা অধ্যাপনা কৰি বিশ্বত খ্যাতি অৰ্জা লোকসকলৰ ছবি আৰু চমু জীৱন-টোকা আঁৰি থোৱা আছে। সেইবোৰৰ মাজত গাইডে আমাক বাৰে বাৰে আঙুলিয়াই দিছিল এই বিশ্ববিদ্যালয়ৰে উনবিংশ শতাব্দীৰ অংকশাস্ত্ৰৰ অধ্যাপক আৰু 'এলিচ্ ইন্ ওৱাণ্ডাৰলেণ্ড্' নামৰ অমৰ কাহিনী-গ্ৰন্থৰ ৰচয়িতা লুৱিছ্ কেৰললৈ। তেওঁ অৱশ্যে তাত আছে গণিতজ্ঞ হিচাপে তেওঁৰ আচল নামটোৰে— Charles Lutwidge Dodgson. ইমান দিনে মনতে প্ৰশ্ন আছিল লুৱিছ্ কেৰলৰ Dodgson উপাধিটোৰ উচ্চাৰণ ডড্‌জ্‌ছন্ হয়নে নহয়? গাইডে লুৱিছ কেৰলৰ ছবিটোলৈ দুবাৰো আমাৰ দৃষ্টি আকৰ্ষণ কৰাৰ সুযোগ লৈ মোৰ মনৰ সন্দেহ দূৰ কৰোঁ বুলি সুধিলোঁ— তেওঁৰ উপাধিটোৰ উচ্চাৰণ ডগ্‌ছন্ নে ডড্‌জ্‌ছন্? তজবজীয়া আমাৰ গাইডে ক'লে— নামৰ উচ্চাৰণ বিষয়ত তেওঁ বৰ বেয়া। কিন্তু এইটো বোধহয় ডড্‌জ্‌ছনেই হ'ব।

ক্ৰাইষ্ট চাৰ্চ কলেজৰ পৰা উলিয়াই আমাৰ গাইডে আমাক লৈ গ'ল ইটোৰ চৌহদত সিটোৰ চৌহদ লাগি থকা আৰু কেইখনমান কলেজলৈ। আটাইবোৰ কলেজেই তেতিয়া বন্ধ। মেৰামতি, ৰং [illegible] দিয়া কামত মিস্ত্ৰী জাতীয় মানুহবোৰহে কামে কামে। যি হওক, কলেজবোৰৰ নামবোৰ চিনাকি যেতিয়া, তেনেকৈহে দেখুওৱা সত্ত্বেও গোটেই হতাশ নহ'লোঁ। অৱশ্যে প্ৰধান পদূলিৰে সোমাই সোমাই বিখ্যাত বিখ্যাত কলেজকেইখনৰ বিভাগবোৰ, শ্ৰেণীকোঠাবোৰ আৰু গ্ৰন্থাগাৰবোৰ চাব পৰা হ'লে ভাল আছিল। আমাক অৱশ্যে অক্সফৰ্ড বিশ্ববিদ্যালযৰ বড়লিয়ান্ লাইব্ৰেৰীটোৰ সন্মুখেৰেই নি তাক দেখুৱাই দিলে। অৱশ্যে তাকো বাহিৰৰ পৰাহে। অকল অক্সফৰ্ড বিশ্ববিদ্যালযৰ সমগ্ৰ জ্ঞান তাৰ ভিতৰতে থকাই নহয— সমগ্ৰ বৃটিছ জাতিটোৰো সি এক বৃহৎ জ্ঞানৰ ভাণ্ডাৰ। বহুতৰ মতে লণ্ডনৰ বৃটিছ লাইব্ৰেৰীৰ পিছতে গ্ৰন্থসংখ্যা আৰু গুণগত কাৰণত এই বড়লিয়ান্ লাইব্ৰেৰীৰ স্থান। সেই পিনৰ পৰা ইয়াৰ ভিতৰত এপাক মাৰিব পৰা হ'লে কিমান ভাল হ'লহেঁতেন! কিন্তু ইয়াকো জানো যে এনেকুৱা ভ্ৰমণত তেনে কাম সম্ভৱ নহয়।

গাইডে ইয়াৰ পিছত আমাক কিছু আঁতৰলৈ নিব খোজা যেন পালোঁ। কলেজ দেখুওৱা কাম তাতেই শেষ হ'ল বুলি ভাবি সুধিলোঁ, "কিন্তু আমাক বেলিয়ল্ কলেজ, অক্সফৰ্ড নেদেখুৱায় নেকি?" গাইডে টপৰাই উত্তৰ দিলে, "নিশ্চয় দেখুৱাম। কিন্তু বেলিয়ল্ কলেজ, অক্সফৰ্ডত আপোনাৰ ইন্টাৰেষ্ট কি?" মই ক'লোঁ, "মোৰ বেলিয়ল্ কলেজ, অক্সফৰ্ডত ইন্টাৰেষ্ট তাৰ যে এসময়ত অধ্যক্ষ (মাষ্টাৰ্) আছিল বেঞ্জামিন জোৱেট্— তেওঁৰ বাবে। উনবিংশ শতাব্দীৰ এই যশস্বী ক্লাছিকেল পণ্ডিত অধ্যাপকজনে এৰিষ্টটলৰ 'পোৱেটিক্স্' গ্ৰন্থৰ পাণ্ডিত্যগৰ্ভ অনুবাদ কৰা বাবেই তেওঁত মোৰ ইমান ৰাপ নহয়, তেওঁত মোৰ আৰু ৰাপ গ্ৰীক-লেটিন ভাষা-সাহিত্যত তেওঁৰ অদ্ভুত জ্ঞানৰ বাবে সকলোৱে শ্ৰদ্ধা কৰা এই মানুহজনে কোৱা সেইখিনি কথাৰ বাবে— I, Benjamin Jowett, Master of Balliol College, Oxford,... ... whatever I know is knowledge and whatever I do not know is no knowledge." আমাৰ গাইডে খিলখিলকৈ হাঁহি ক'লে— বাৰু, আপুনি এতিয়াই সেই

বেঞ্জামিন জোৱেটৰ বেলিয়ল্ কলেজ, অক্সফৰ্ড দেখা পাব। আনন্দত মই মনে মনে আওৰালোঁ, "বেলিয়ল্ কলেজ, অক্সফৰ্ডৰ অধ্যক্ষ, মই বেঞ্জামিন জোৱেট্, ...মই যি জানো সেয়েই জ্ঞান, আৰু মই যি নাজানো সি জ্ঞানেই নহয়।" ইয়াৰ অলপ পিছতে বন্ধ হৈ থকা গেটৰ সেই কলেজখন দেখা পালোঁ। বেঞ্জামিন জোৱেটৰ আত্মাই তেওঁত বহা মোৰ ৰাপৰ কাৰণটো জানিব পাৰি এতিয়া বাৰু আমাৰ গাইডৰ দৰেই খিলখিলকৈ হাঁহিছে নেকি?

বেলিয়ল্ কলেজ, অক্সফৰ্ডৰ পিনে ওলাই যোৱাৰ আগতে কেবাখনো কলেজলৈ ওলোৱা-সোমোৱা কৰা এটি বহল পথৰ দাঁতিৰ এখন বেৰত এঠাইত বহুতো চাইকেল আওজাই থোৱা দেখিছিলোঁ। আমাৰ গাইডে সেইখিনিতে খোজ ঢিলাই চাইকেলবোৰৰ ওচৰলৈ গৈ কিবা চোৱাত লাগিল। তাৰ পিছত এখন বৰ পুৰণিও নহয়, নতুনো নহয়— এনে অৱস্থাৰ কিছু সৰু আকাৰৰ চাইকেলত হাত দি কলে, "এইখনচোন মই ইয়াত পঢ়োঁতে মোৰ চাইকেল আছিল। এতিয়া বা ইয়াৰ গৰাকী কোনজন ল'ৰা। চাইকেলখন বেছ সুন্দৰকৈ ৰাখিছে ৰাবে তেওঁক মোৰ চাবৰ মন গৈছে।" মই তেওঁক সুধিলোঁ, "আপুনি তেন্তে অক্সফৰ্ডৰ পৰাই ডিগ্ৰী লোৱা নেকি? কোনখন কলেজৰ পৰা?" তেওঁৰ লগে লগে দিয়া উত্তৰ, "নহয়, নহয়। মই ইয়াৰ স্কুলতহে পঢ়িছিলোঁ। লণ্ডনতহে মই ডিগ্ৰী লৈছিলোঁগৈ। এয়া প্ৰায় ডেৰকুৰি বছৰ আগৰ কথাহে কৈছোঁ।" মনে মনে ভাবিলোঁ— এওঁৰ ডেৰ কুৰি বছৰ আগৰ স্কুলীয়া ছাত্ৰ অৱস্থাৰ চাইকেলখনো ইমান চিকচিকীয়া হৈ থাকিব পাৰে জানো? মোৰ নিজকে এলিচ ইন ওৱাণ্ডাৰলেণ্ড বা অজান দেশত এলিচ যেন লাগিল। মইতো এতিয়া তেওঁৰ স্ৰষ্টা লুবিছ কেৰলৰ ঠাইতে আছোঁ।

অক্সফৰ্ড দৰ্শন শেষ হোৱাৰ পিছত গাইডে আমাক বিশ্ববিদ্যালয়ৰ মাজৰে জাকজমক দোকান-পোহাৰৰ অঞ্চলটোলৈ নিলে আৰু ক'লে, "আপোনালোকৰতো এতিয়া দুপৰীয়াৰ খোৱাৰ সময় হৈছে। ইয়াতে আপোনালোকৰ পছন্দমতে কোনোখন ৰেষ্টুৰেণ্টত সোমাই কিবা খাই লওক। তাৰ পিছত সময় হ'লে দোকান-পোহাৰবোৰত কিছু টহল দিব পাৰিব।" আঞ্জলি আৰু মই এখন ৰেষ্টুৰেণ্টত সোমাই কিবাকিবি অলপ খাই ল'লোঁ। তাৰ পিছত ওচৰৰে দোকান দুখনমানত সোমাই বস্তুবোৰত চকু ফুৰালোঁ। পৰ্যটকৰ বাবে অক্সফৰ্ডৰ স্মৃতি হিচাপে নিবলগীয়া স্মাৰক বয়বস্তুৰেই বেছি।

অক্সফৰ্ড এৰিবৰ সময় হ'লত আমি আমাৰ বাছত বহিলোঁগৈ। আমাৰ বাছ এইবাৰ চলিল ষ্ট্ৰেটফৰ্ড-আপন্-এভনলৈ। অৱশ্যে তাৰ আগতে বা মাজবাটতে পালোঁ সেই গ্ৰাম্য কিন্তু ঐশ্বৰ্যশালী অঞ্চল কট্‌ছ্বল্ড্— য'ত পুৰণি খেৰীঘৰ কেতবোৰ এতিয়াও একেৰূপতে সংৰক্ষিত কৰি ৰখা হৈছে। তাৰ খেৰৰ চালবোৰ গুণাৰ জালেৰে আবৰি বতাহ বা চৰাই-চিঁখৰ্কতিৰ পৰা যিমান পাৰি ৰক্ষা কৰা হৈছে। চালৰ খেৰবোৰ আমাৰ উলুকনৰে খেৰৰ দৰে দেখি যদিও একেবাৰে একে নহ'বও পাৰে। কিন্তু তথাপিতো খেৰ। পিছে যি বনৰ পৰা এই খেৰ ওলাইছে সি জানো এতিয়াও ইয়াত সহজলভ্য? আমাৰ তাত উলুবন, বিৰিণাবনতো নোপোৱা হৈ গ'ল। যাৰ ফলত গাঁৱৰ দুখীয়া মানুহেও আনকি খেৰীচাল এৰি এতিয়া অন্য চালৰ পিনে ঢাল খাবলগীয়া হৈছে। তাকো বলে নোৱাৰিলে গাঁৱলীয়া দুখীয়া মানুহবোৰে এতিয়া ধানগছৰ নৰাৰেই ঘৰৰ চাল ছায়, যদিওবা সি তেনেই অস্থায়ী। মই গাইডক সুধিলোঁ— এইবোৰতো প্ৰাচীনকালৰে পৰা থকা খেৰ নহয়। সময়ে সময়ে এই খেৰ বদলাই নতুন খেৰেৰে চাল ছাব লাগে। কিন্তু খেৰৰ বনবোৰ আজিকালিও ইয়াত

পায় জানো? আমাৰ গাইডৰ উত্তৰ, "এই গাঁৱৰ এইকেইটা সংৰক্ষিত ঘৰেই অকল খেৰৰ নহয়। আৰু বিভিন্ন ঠাইত এইদৰে পুৰণিকলীয়া খেৰীঘৰ সংৰক্ষিত কৰি ৰখা হৈছে। এনে ঘৰৰ ছাল ছাৰলৈ সেই বন গজাই ৰখা বা তাৰ খেতি কৰা বিশেষ অঞ্চল আছে।" কথাষাৰ শুনি বৰ ভাল লগিল। পুৰণিক নিঃশেষ হৈ যাবলৈ নিদি ধৰি ৰখাৰ কেনে বাসনা এই দেশত! আৰু আমাৰ তাত দুখীয়া মানুহৰ ঘৰ সজাৰ বাবেও উলুবন পাবলৈ নাইকিয়া হ'ল। উলুবনি ৰাখিবলৈ বহল অঞ্চল লাগে। ইমান মাটি উলুবনকে গজিবলৈ এৰি দিয়াতকৈ আমাৰ দেশৰ মানুহে তাত তাতকৈয়ো লাভজনক কিবা খেতি কৰিব আৰু নহ'লে মানুহৰ বসতিৰ বাবে সেই অঞ্চল মুকলি কৰি দিব মাটি বেচি অধিক টকা অৰ্জাৰ আশাত। এইদৰেই নাইকিয়া হ'ল আমাৰ উলুবনি, বিৰিণাবাৰীবোৰ। আমাৰ গুৱাহাটীকে ধৰি জিলাৰ সদৰ বোৰতোতো বৃটিছ চৰকাৰৰ দিনত অনেক চৰকাৰী কাৰ্যালয় বা বিষয়াৰ চৰকাৰী বাসগৃহ ধুনীয়া ধুনীয়া খেৰী চালৰেই আছিল। খেৰৰ অভাৱ বুলি আজিকালিৰ আমাৰ চৰকাৰে মানি লৈ সেই ঘৰবোৰৰ বিলোপ ঘটালে। কিন্তু তাৰে কিছু সংখ্যক ঘৰ এতিয়াও এইদৰে ৰাখি সেইবোৰৰ চালৰ বাবে চৰকাৰী ৰিজাৰ্ভত হ'লেও উলুবন গজাই ৰাখিব পৰা নগ'লহেঁতেননে? তেনে কামেওতো বহুতক সংস্থান দিলেহেঁতেন। একালৰ আমাৰ দেশী স্থপতিবিদ্যা এটিৰ আভাস ভৱিষ্যতৰ প্ৰজন্মই চাই থাকিলেহেঁতেন তাৰ যোগে।

যি হওক, এনেটি গ্ৰাম্য অঞ্চলতে আকৌ আছে পুৰণিকলীয়া কেতবোৰ লৰ্ড, বেৰনৰ পৰিয়াল— ঐশ্বৰ্যশালী কেতবোৰ জমিদাৰী। প্ৰকাণ্ড প্ৰকাণ্ড চৌহদ। অৱশ্যে সেই চৌহদৰ ভিতৰৰ ঘৰবোৰ অতি বৃহৎ আকাৰৰো নহয়, মূৰ দাঙি ওপৰলৈ চাবলগীয়া উচ্চতাৰো নহয়। মাথোন মনত সাঁচ বহুৱাব পৰা গাম্ভীৰ্যৰহে— impressive বা imposing, অৰ্থাৎ ঘৰ নিৰ্মাণ বিষয়ত সেই আদৰ্শ—যিটো লণ্ডন নগৰত দেখিছোঁ। এই অঞ্চলতে আমাক গাইডে আঙুলিয়াই দেখুৱালে দ্বিতীয় মহাযুদ্ধৰ কালৰ ইংলেণ্ডৰ প্ৰধানমন্ত্ৰী আৰু দ্বিতীয় মহাযুদ্ধৰ ফেচীবাদ দমনকাৰী মিত্ৰ শক্তিৰ অন্যতম কাণ্ডাৰী আৰু প্ৰখ্যাত বাগ্মীনেতা আৰু সাহিত্যিক উইনষ্টন্ চাৰ্চিলৰ পৰিয়ালৰ জমিদাৰী ঘৰ; ঊনবিংশ শতাব্দীৰ ইংলেণ্ডৰ প্ৰধানমন্ত্ৰী জন ৰাছেল আৰু বিংশ শতাব্দীৰ বিখ্যাত দাৰ্শনিক, সাহিত্যিক, জন ৰাছেলৰে নাতি বাৰ্ট্ৰাণ্ড ৰাছেলৰ পৰিয়ালৰ জমিদাৰী ঘৰ। অকল গাঁওবোৰ বা জমিদাৰী অঞ্চলবোৰেই ইয়াত ধুনীয়া নহয়, ইখন গাঁও, সিখন গাঁৱৰ মাজৰ খালী পথাৰবোৰো কালি ইংলেণ্ডৰ অন্যাপিনে দেখি অহা পথাৰৰ ৰূপৰেই। সেউজীয়া পথাৰ। দেখনিয়াৰকৈ কটা ঘাঁহনি।

সময়ত আমি গৈ পালোঁ ষ্ট্ৰেট্‌ফৰ্ড্-আপন্-এভন্। শ্বেইক্সপীয়েৰৰ জন্মস্থান বুলি ষ্ট্ৰেট্‌ফৰ্ড্ চাবৰ আগ্ৰহ প্ৰবল ঠিকেই; কিন্তু লগতে কৌতূহল এভন্ নদীখনৰ প্ৰতি। কেনেনো সেইটো নদী— যি নদীখনৰ পাৰত শ্বেইক্সপীয়েৰক জন্ম দিয়া সেই গাঁওখন ষ্ট্ৰেট্‌ফৰ্ড্? কেনেকৈ সেই নদীখন— যিখনৰ পাৰত বুলি নক'লে শ্বেইক্সপীয়েৰৰ জন্মস্থানৰ নামকেই ক'ব নোৱাৰি? প্ৰথমতে অৱশ্যে এভন্ নদীখনকে দেখা পালোঁ। বৰ ডাঙৰ, দ নদীও নহয়। তেনে খৰস্ৰোতাও নহয়। মজলীয়া বহল আৰু কিছু গভীৰতা থকা এখন নদী। ইয়াৰ পানী পৰিষ্কাৰেই; কিন্তু পৰ্যটকৰ মন মুহিবলৈ তাৰ দুয়োপাৰ দেখনিয়াৰকৈ ৰাখিব খোজাৰ চেষ্টা ধৰা নপৰে। প্ৰকৃতি জীয়ৰী যেন প্ৰাকৃতিক বেশতে আপোনমনে বৈ গৈ আছে, দেখুৱাব যেন কাকো নোখোজে, কুলু কুলু ৰবেৰে কাকো যেন শুনাব নোখোজে, তেৱেঁই জন্ম দিছিল কালজয়ী প্ৰতিভা শ্বেইক্সপীয়েৰক।

আৰু ষ্ট্ৰেট্‌ফৰ্ড্-আপন্-এভন্ চাই উভতিব খোজোঁতেই দেখিছিলোঁ তেনেই অভাৱনীয়ভাৱে আৰ্ডেন্ ফৰেষ্ট্। শ্বেইক্সপীয়েৰৰ নামৰ লগত ফৰেষ্ট্ ওভ্ আৰ্ডেনৰ কেনে নিকট সম্পৰ্ক। তেওঁৰ নাটক 'এজ্ ইউ লাইক্ ইট্' খনেই অকল এই আৰ্ডেন্ হাবিত স্থাপিত নহয়, তেওঁৰ নাটকবোৰৰ আটাইতকৈ পাণ্ডিত্যপূৰ্ণ, নিৰ্ভৰযোগ্য সংস্কৰণৰ ছিৰিজটোৰ নামো তো আৰ্ডেন্ সংস্কৰণেই। সেই ফৰেষ্ট্ ওভ্ আৰ্ডেন্ তেন্তে ইয়াতেই আৰু এতিয়াও আছে? ভালকৈ চাই পঠিয়ালোঁ! বহল এখন প্ৰান্তৰ ঠিকেই। ঘাঁহ, গছ, বনেৰেও ভৰা ঠিকেই। কিন্তু ইয়াক এতিয়া আৰু ফৰেষ্ট্ বা বন বা হাবি বুলিব নোৱাৰি। আনহাতে দেখিলোঁ সেয়া এতিয়া গল্‌ফ খেলৰ প্ৰান্তৰহে— অতি সুন্দৰ ৰূপৰ গছ-গছনিৰ মাজৰ। ফৰেষ্ট ওভ্ আৰ্ডেন আৰু ষ্ট্ৰেটফৰ্ড্-আপন্-এভন্‌তো ওৱৰ্‌উইক্ ডিষ্ট্ৰিক্টত। ওৱৰ্‌উইক্ নামেৰেও শ্বেইক্সপীয়েৰৰ নাটকবোৰৰ এলানি সংস্কৰণ নাছেনে?

যি হওক, ষ্ট্ৰেট্‌ফৰ্ড্-আপন্-এভনত প্ৰথমতে আমাক নিয়া হ'ল শ্বেইক্সপীয়েৰৰ পত্নী এন্ হেথ্‌ৱেইৰ (Anne Hathway) কটিজ্ বা কুটীৰলৈ। গাইডে বাটতে আমাক কৈ গৈছিল— এন্ হেথ্‌ৱেইৰ কুটীৰটোও এটি খেৰী ঘৰহে— আপোনালোকে বাটতে দেখি অহা ধৰণৰ, কিন্তু তাতকৈয়ো বেছি পুৰণি বাবে, সেইবোৰতকৈও বেছি সাধাৰণ। এই ষ্ট্ৰেট্‌ফৰ্ড-আপন-এভন্ প্ৰায় চাৰিশ বছৰৰ পুৰণি যদিও তাৰ ঘৰ, পথ আৰু সা-সুবিধাবোৰেৰে সি আজিৰ ৰূপৰ এখন ভাল চহৰহে। কিন্তু এই শ্বেইক্সপীয়েৰৰ পত্নীৰ ঐতিহাসিক ঘৰটো সাইলাখ তাহানি ৰূপতে ৰখা হৈছে বেৰে, চালে আৰু অন্য সকলো কথাতে। পুৰণি ৰূপৰ পুৰণি ঘৰ যদিও ঘৰৰ চৌহদ এই গৰম কালি পুৰা অনেক ফুলেৰে জাতিস্কাৰ হৈ আছে। ফুলেৰে জাতিস্কাৰ হৈ আছে আনকি ঘৰটিৰ কাঁধিৰ এচলীয়াখন পৰ্যন্ত। এন্ হেথ্‌ৱেইৰ দেউতাকৰ ভালেকেইটা ল'ৰা-ছোৱালীৰ ডাঙৰ পৰিয়ালটোলৈ চাই তেনেই সৰু এটি ঘৰ বুলিয়েই ক'ব পাৰি— যদিও ই দুই মহলীয়া। এই কাঠৰ, খেৰৰ ঘৰটিও আজি প্ৰায় চাৰিশ বচৰে ইমান দৃঢ়ভাৱে থিয় হৈ থকাৰ কাৰণ অকল কৰ্তৃপক্ষৰ সাৱধানতাই নিশ্চয় নহয়। ইয়াৰ মূল কাৰণ ইয়াৰ সেই সময়ৰ অন্য গাঁৱলীয়া মানুহবোৰৰ তুলনাত শ্বেইক্সপীয়েৰৰ শহুৰেকৰ আৰ্থিকভাৱে ভাল অৱস্থা— যিহৰ ফলত তেওঁ এই কাঠৰ ঘৰটোত লগাব পাৰিছিল এনে বৰ বৰ, পুৰঠ কাঠৰ খুঁটা, চ'টি আদি। আৰু তাৰ দুৱাৰ-খিৰিকীৰ ফ্ৰেমৰ কাঠ, তক্তা আদিও যে কিমান ভাল আৰু কিমান পুৰঠ আছিল!

ঘৰটোৰ ভিতৰলৈ সোমাই যাওঁতে আমাৰ গাইড ভিতৰলৈ নাযায়। ভিতৰত আকৌ কৰ্তৃপক্ষৰ নিজৰ গাইড আছে। এই সৰু ঘৰটোৰ বিভিন্ন কোঠাত দেখিলোঁ প্ৰায় চাৰিশ বছৰ পূৰ্বৰ এখন সাধাৰণ ঘৰৰ আচবাব-পত্ৰ, ৰন্ধা-বঢ়াৰ সাজ-বাচন, হেতা, কেট্‌লে, কাঠৰ চালপীৰাও খহটা ৰুপাহী কাপোৰৰ চাদৰ, ঢাকনি-কাপোৰ, গাৰু আদি। চকী-মেজৰ নামত তাত যি আছে, সি নিতান্ত সাধাৰণ-কাৰুকাৰ্যবিহীন। কেট্‌লেটো কিন্তু মন কৰিবলগীয়া। সাধাৰণ চাহৰ কেট্‌লেতকৈ বহুত ডাঙৰ আৰু গধুৰ। ইমান ডাঙৰ কেট্‌লেটোৱে পৰিয়ালটো কিমান ডাঙৰ আছিল, তাৰ ইংগিত দিয়ে। আকৌ ইয়াৰ ওজন আৰু গাৰ ৰঙে ইযে এলিউমিনিয়ামৰ নহয়, হয়তো লোহাৰহে— তাৰ ইংগিত দিয়ে। ঠিক এনে এটি, ইমান ডাঙৰ আৰু ইমান গধুৰ কেট্‌লেই আমি সৰুতে আমাৰ ঘৰতো দেখিছিলোঁ। পিতা-ককাপিতাইতে কৈছিল, তাতেই বহু বছৰ আগতে আমাৰ ঘৰত চাহ কৰা হৈছিল। সেয়াও নিশ্চয় আমাৰ তাত বৃটিছৰেই যুগ।

ভিতৰৰ গাইডজনে ঘৰটোৰ বিৱৰণী দিওঁতে আমাক এই কথাও কৈছিল যে এন্ হেথ্‌ওৱেইৰ

ঘৰ মানে এইটো আচলতে তেওঁৰ মাক-দেউতাকৰহে ঘৰ। বিয়াৰ পিছত এন্ হেথ্‌ৱেই এবাৰ যি এই ঘৰৰ পৰা ওলাই গৈছিল, তাৰ পিছত তেওঁ আৰু কেতিয়াও এই ঘৰত ভৰি দিয়া নাছিল। এনৰ মাক-দেউতাকৰ তেওঁলোকৰ এই ডাঙৰ ছোৱালীৰ বিয়াত সম্মতি নাছিল। এন্ শ্বেইক্সপীয়েৰতকৈ আঠ বছৰে ডাঙৰ আছিল। তদুপৰি বিয়াৰ আগতেই এন্ সন্তানসম্ভৱা হৈছিল। শ্বেইক্সপীয়েৰৰ দেউতাকৰ ঘৰৰ অৱস্থা এনৰ দেউতাকৰ দৰে ভাল নাছিল। এনৰ দেউতাকৰ ইচ্ছা আছিল ল'ৰাটোক জোঁৱাই কৰি লোৱাৰ আগতে তেওঁৰ ব্যৱসায়তে লগাই উপাৰ্জনক্ষম কৰি ল'ব। অথচ স্বচ্ছল অৱস্থা নোহোৱা ঘৰখনৰ এই ল'ৰাটোৰ দ্বাৰাই হ'ল তেওঁৰ ডাঙৰ ছোৱালী সন্তানসম্ভৱা। সেই বিয়াত ছোৱালীৰ দেউতাকে সম্মতি দিয়ে কেনেকৈ? ছোৱালী কিন্তু মাক-দেউতাকক এৰি ওলাই আহিল শ্বেইক্সপীয়েৰৰ লগতে, কেতিয়াও আৰু সেই ঘৰলৈ উভতি নাযাবলৈ। তথাপি ইতিহাসক সদায় শ্ৰদ্ধা কৰা বৃটিছ জাতিয়ে এন্ হেথ্‌ৱেইৰ দেউতাক-মাকৰ ঘৰকো ৰাখিছে ইমান সযত্নে শ্বেইক্সপীয়েৰৰ জন্মস্থান চাবলৈ যোৱা দেশ-বিদেশৰ পৰ্যটকক দেখুৱাবলৈ। অৱশ্যে শ্বেইক্সপীয়েৰৰ নিজৰ মূল ঘৰটো সংৰক্ষণ কৰিব পৰা নগ'ল। আনহাতে তেওঁলোকতকৈ ভাল আৰ্থিক অৱস্থাৰ এই শহুৰেকৰ ঘৰ এতিয়াও আছে মজবুত হৈ। সেই যুগৰ ঘৰ আৰু ঘৰৰ ভিতৰ ভাগ দেখুওৱাৰ ইও এটা ভাল সুযোগ। ঘৰটোও যে কেনে মজবুত। আমি এখন বাছৰ যাত্ৰীৰ আধাখিনি অৰ্থাৎ প্ৰায় কুৰি-পঁচিছজন ওপৰ তলালৈ উঠি যাবলৈ ধৰোঁতে সন্দেহত গাইডকে সুধিছিলোঁ— ইমান পুৰণি কাঠৰ ঘৰটোৰ ওপৰ তলাতো ইমানবোৰ মানুহ একেলগে উঠা ঠিক হ'বনে? গাইডে নিৰ্ভয় দি ক'লে— চিন্তা নকৰিব।

তলৰ তলাৰ দৰে ওপৰ তলাতো বেৰত, খুঁটাত ছপা আখৰেৰে এন্ হেথ্‌ৱেইৰ পৰিয়াল তথা এন আৰু শ্বেইক্সপীয়েৰৰ বিষয়ে বহু কথা লিখি থোৱা আছে। কিন্তু তাৰ ওপৰতো গাইডে আৰু বুজাইছে— কেনেকৈ আজিকালিৰ জোখাৰে শ্বেইক্সপীয়েৰৰ শহুৰেকৰ ডাঙৰ পৰিয়ালটোৰ বাবে এই ঘৰ সৰু আছিল। "অথচ অৱস্থাপন্ন লোক হোৱা সত্বেও সেই দিনত তেওঁলোকৰ বাবে এনে এটি ঘৰেই যথেষ্ট বুলি ভবা হৈছিল আৰু ইয়াৰ আচবাব-পত্ৰ, কাপোৰ-কানিবোৰ চাওকচোন। সেই যুগৰ গাঁৱৰ ধনী পৰিয়ালৰ বাবেও এনে বস্তুৱেই যথেষ্ট আছিল।"

অতি আনন্দিত হৈও এটি গধুৰ মন লৈয়েই তাৰ পৰা ওলাই আহিলোঁ। এটা ধনী পৰিয়াল। অথচ কেনে সহজ-সৰল আছিল সেই যুগৰ ইংলেণ্ডৰ গাঁৱলীয়া মানুহবোৰো। ইওতো ইতিহাসেই— ইতিহাসৰ এক সম্পদ। ইতিহাসৰ মৃদু মলয়াই সৰু সৰু ঢৌ তুলি থকা এই সৰোবৰৰ পানীত যেন গা ধুই আমি পুনৰ আমাৰ বাছত বহিলোঁগৈ। আমাৰ গাইডে লগে লগে ঘোষণা কৰিলে— "আমি এইবাৰ যাবলৈ ওলাইছোঁ—শ্বেইক্সপীয়েৰৰ ঘৰলৈ। পিছে এন্ হেথ্‌ৱেৰ মূল ঘৰটোৱেই আপোনালোকে যেনেকৈ দেখা পালে, শ্বেইক্সপীয়েৰৰ ঘৰটো কিন্তু তেনেকৈ দেখা নাপাব। সেই ঘৰটোৰ ঠাইতে দেখিব তেওঁলোকৰ ঘৰটোৰ আৰ্হিতে সজা এটা বৃহৎ নতুন ঘৰত এখন বজাৰ— শ্বেইক্সপীয়েৰ আৰু তেওঁৰ দিনৰ স্মৃতিচিহ্নৰে ভৰা। তদুপৰি একেটা চৌহদতে দেখিব একে আৰ্হিৰ এটি সৰু ঘৰত তেওঁৰ পৰিয়ালৰ সেই দিনৰ আচবাব-পত্ৰৰ আৰ্হিত ঐতিহাসিক জ্ঞান আৰু দৃষ্টিভংগীৰে সজাই ৰখা আচবাব-পত্ৰ আদি।"

হয়, দেখিলোঁ। প্ৰথমতে আজিকালি সকলোৱে কিতাপে-কাগজে দেখা পোৱা— শ্বেইক্সপীয়েৰৰ মূল সৰু ঘৰটোৰ আৰ্হিৰ প্ৰকাণ্ড মলখনৰ গৃহটো। সেইখন এখন আধুনিক মল্— যদিওবা তাৰ ভিতৰৰ দোকানবোৰৰ বহু কেইখনতে ষ্ট্ৰেটফৰ্ড-আপন্-এভনৰ নামাংকিত

বিভিন্ন বস্তু, শ্বেইক্স্‌পীয়েৰৰ নাম বা কামৰ লগত জড়িত ইটো-সিটো দৈনন্দিন ব্যৱহাৰৰ বস্তু— হেট, কেপ, গেঞ্জী, ছাতি আৰু যে কত কি! অক্সফৰ্ডৰ দোকানবোৰতো দেখি আহিছিলোঁ ইয়াকেই। তাত যেনিবা সকলো বস্তুতে অক্সফৰ্ডৰ নামাংকিত।

তাৰ পৰা ওলাই গৈ সোমালোঁগৈ শ্বেইক্স্‌পীয়েৰৰ মূল ঘৰটোৰ আৰ্হিৰ সেই সৰু ঘৰটোত। আকৌ এটি দুমহলাৰ কাঠৰ ঘৰ। আকৌ শ্বেইক্স্‌পীয়েৰৰ পৰিয়ালৰ সেই দিনৰ আচবাব-পত্ৰ, কাপোৰ-কানি, বিছনা-পত্ৰ, কাগজ-কিতাপেৰে মিউজিয়ামৰ দৰে ৰখা এটি পুৰণি দিনীয়া আৰ্হি-ঘৰ। ইয়াৰ পৰাই ওলায়েই পায় আকৌ এটি সৰু ঘৰত শ্বেইক্স্‌পীয়েৰৰ বিভিন্ন গ্ৰন্থৰ নতুন সংস্কৰণ, তেওঁৰ জীৱনী আদিৰ উপৰি তেওঁক যুক্ত কৰি উলিওৱা বিভিন্ন স্মৃতিচিহ্ন বা স্মাৰকদ্ৰব্য। আঁজলিয়ে ইটো সিটো এই ঠাইলৈ অহাৰ চিন হিচাপে কিনো বুলি ক'লে। মই ক'লোঁ— শ্বেইক্স্‌পীয়েৰৰ ঘৰৰ আৰ্হিৰ ছবিকে ধৰি তেওঁৰ লগত জড়িত বহু স্মৃতিচিহ্নইচোন আমাৰ ঘৰত আছে। আৰুনো কি কৰা? আৰু স্মৃতিচিহ্ন বুলিলেই সকলো পৰ্যটক-স্থলীতে বস্তুৰ যিহে জুই-ছাই দাম! কিতাপৰ পঢ়া-পৃষ্ঠাৰ চিন ৰখা এডোখৰ ছামৰাৰ দাম ১ পাউণ্ড বা ৯০ টকা। কাৰণ তাত শ্বেইক্স্‌পীয়েৰ বা ষ্ট্ৰেট্‌ফৰ্ড্-আপন্-এভনৰ নাম অংকিত কৰা আছে।

ষ্ট্ৰেট্‌ফৰ্ড্-আপন্-এভনতে আবেলিৰ চাহ-জলপান খাই ইভান ইভানছ্ টুৰাৰৰ কোচত উঠিলোঁ। গধূলিকৈ লণ্ডন পালোঁহি আৰু কোচ্ ষ্টেশ্বনৰ কাষৰ কাৰ পাৰ্কিং এৰিয়াতে আমাৰ বাবে আজি ৰৈ থকা কেবখন পালোঁ। কালিৰ অভিজ্ঞতাৰ হেতু আজি আৰু কালিৰ দৰে অভিজ্ঞতা নহ'ল।

কল্লোল দত্তগুপ্তৰ ঘৰ পাওঁতে গধূলি ৯ বাজিছিল। ঘৰ পোৱাৰ লগে লগে তত্তাঁতেয়াঁকৈ চাহ-জলপান খুৱালে আৰু ক'লে, "তোমালোক হেনো কালি পুৱাৰে পৰা আৰম্ভ হ'বলগীয়া দুদিনীয়া লণ্ডন মহানগৰী ভ্ৰমণৰ বাবে আজি এতিয়াই শংকৰৰ ৰোডডামৰ ঘৰলৈ যাব লাগিব। শংকৰে ফোন কৰি জনাইছে আৰু তেওঁ তোমালোকক নিবলৈ গাড়ী লৈ আহি আছে।" আমি চাহ খাই উঠাৰ পিছতে শংকৰ আহি পালে গাড়ী লৈ। আমি লাগিজ-পত্ৰ ঠিক কৰি লওঁ মানে শংকৰো আহি পালে আৰু সোমাই তেওঁকো চাহ-জলপান খুৱাই ল'লে। গাড়ী চলাই থাকোঁতেই শংকৰলৈ এটা ফোন আহিল। ফোনটো ধৰি উঠি শংকৰে আমাক ক'লে— তেওঁৰ পত্নী মাধৱীয়ে আমাক সুধিছে আমি এতিয়া ভাত খাই ভাল পাম নে চপটি? আমি ক'লোঁ, "ভাত"। শংকৰে পুনৰ ফোন কৰি জনাই দিলে।

শংকৰৰ হাউনপ্ৰোৰ ঘৰৰ সন্মুখত হাঁহি মুখে ৰৈ আছিল মাধৱী তেওঁলোকৰ সৰু ছোৱালীটিক লৈ। অলপ সময় ড্ৰয়িং ৰুমতে বহি হাঁহি-তামচাৰ মাজেদি চিনাকি পৰ্ব শেষ কৰাৰ পিছত মাধৱীয়ে ক'লে, "এতিয়া কাপোৰ-কানি সলাই লওক। আটায়ে খাই লওঁ।" শংকৰ-মাধৱী দুয়োৰে কৰ্ণাটকৰ। গতিকে তেওঁলোকেও ভাত খায়। কিন্তু আমি যদি চপটি খাব খোজোঁ, তাকো তেওঁ বনাই দিব পাৰে বুলি পুনৰ দোহাৰিলে। আঁজলিয়ে ক'লে, "ভাত পালে আমাক একোৱেই নালাগে। তাতে আকৌ যোৱা দুদিন দিনৰ সাঁজ বাহিৰতে নাম নজনা কিবা কিবিবোৰহে খাই কটাইছোঁ।" মাধৱীয়ে আদৰ-সাদৰেৰে আমাক দাইল-ভাতেৰে ঘৰত খুওৱাদি খুৱালে। নিশা শুবলৈ দিয়াৰ আগতে ক'লে, "কাইলৈ পুৱা আপোনালোক যেতিয়া ওলাব পাৰে তেতিয়াই টিউব ৰে'লেৰে চেণ্ট্ৰেল লণ্ডনলৈ পঠিয়াই দিম। তাৰ কোনোটো ষ্টেশ্বনত নামি বিগ বাছেৰে লণ্ডন মহানগৰী চাব। সবিশেষ কাইলৈ পুৱা ক'ম। এতিয়া শুই থাকক।"

## পাঁচ

# লণ্ডনৰ বুকুত

১২ আগষ্ট, শনিবাৰ। আগদিনা কৈ থোৱা মতে শংকৰৰ ৰোড্ডামে পুৱাৰ ব্ৰেকফাষ্টৰ পিছতে আমাক উলিয়াই লৈ আহিল। লণ্ডন চোৱাৰ উৎসাহতে আমি পুৱাতে উঠি গা-পা ধুই ব্ৰেকফাষ্ট খাই উঠোঁ মানে ৯ হে বাজিল। গতিকে ৯.৩০ বজাতে আমি শংকৰৰ লগত ওলাই আহিব পাৰিলোঁ। শংকৰৰ পৰা এতিয়াহে এই ঠাইখনৰ বিষয়ে জানিব পাৰিলোঁ। লণ্ডনৰ প্ৰধান এয়াৰপোৰ্ট হীথ্‌ৰৌৰ গাতে লগা এই হাউনশ্লো। ২১ এম্বাছেডৰ চেইজৰ ঠিকনাৰ এওঁৰ ঘৰৰ পৰা এয়াৰপোৰ্টলৈ খোজ কাঢ়িয়েই যাব পাৰি। তদুপৰি এওঁৰ ঘৰৰ তেনেই ওচৰতে টিউব ৰে'লৰ ষ্টেশ্বন। তাতেই আৰম্ভ বা শেষ টিউব ৰে'লৰ এটা ৰুটৰ। ষ্টেশ্বনটোৰ নাম হাউনশ্লো ওৱেষ্ট্। শংকৰে তেওঁৰ তিনি বছৰীয়া ছোৱালীজনীক লগত লৈয়েই আমাৰ লগত ষ্টেশ্বন পালেহি। আমি দুয়োৰে হৈ তেৱেঁই ভিজা নে মাষ্টাৰ কাৰ্ডৰ সহায়ত আমাৰ টিকেট ল'লে আৰু আমাৰ বাবে নিৰ্দিষ্ট গে'টত আমাক এৰি তেওঁলোক আঁতৰিল। আমাৰ হৈ কাৰ্ডেৰে দিয়া ভাড়া তেওঁ আৰু আমাৰ পৰা নল'লে। তেওঁ কোনোমতে ভাড়াটো নোলোৱা দেখি ভাবিছিলোঁ— ভাড়াটো বেছি নহয়। দিনটোৰ বাবে ৰাউণ্ড টিকেট কাটি ল'লে ইয়াত হেনো সস্তা। পিছত য'তেই নানামো, য'তেই আকৌ নুঠোঁ কিয়— সেই একে সস্তীয়া টিকেটেই হৈ যায়। পিছে এই সস্তীয়া টিকেটতনো কিমান পৰে তাৰ পিছদিনা আমি নিজে টিকেট কিনিহে বুজি পালোঁ। এজোকজনৰ ১২ পাউণ্ডৰ ওচৰ। দুয়োৰে ২৪.৫০ পাউণ্ড। অৰ্থাৎ প্ৰায় দুহেজাৰ দুশ টকা। এৰা, শংকৰে ইমানখিনি টকাও নিজৰ পৰা দি আমাক দিনটোৰ টিউব ৰে'লৰ টিকেট কাটি দিলে। এতিয়া আমি দিনটো টিউব ৰে'লতে উঠি ফুৰিব পাৰোঁ। কিন্তু তেতিয়া আমি দেখিম কি? সেযেহে শংকৰে উপদেশ দি থৈছে, "আপোনালোকে গ্ৰীন পাৰ্ক বা হাইড পাৰ্ক ষ্টেশ্বনত নামি ওপৰলৈ উঠি যাব আৰু মেইন ৰোডত উঠিব। মেইন ৰোডত উঠিয়েই পাব বিগ বাছৰ ষ্টপেজ। তাতেই বিগ বাছৰ টিকেটৰ বাবে টিকেট বিক্ৰী কেন্দ্ৰ আৰু তাতেই তেওঁলোকৰ গাইডো থাকিব। টিকেট লোৱাৰ পিছত তেৱেঁই আপোনালোকক বাছত উঠাই দিব। আপোনালোকৰ চাবলগীয়া ঠাইৰ বাছ ষ্টপ য'তেই পায় তাতেই নামি যাব। গাইডৰ বিৱৰণিৰ পৰাই ঠাইবোৰ সম্পৰ্কে গম পাব। বাছৰ পৰা নামি সেই চাবলগীয়া ঠাইখন বা অঞ্চলটো খোজ কাঢ়ি চোৱাৰ পিছত পুনৰ সেইটি বাছ ষ্টপলৈ উভতি আহিব। পিছৰখন বাছ আহি তাত ৰ'লেই উঠি দিয়ক পুনৰায়। টিকেট আৰু কাটিব নালাগে— বিগ বাছৰ টিকেট সদায় দিনটোৰ বাবে, আপুনি যেনি যায় তালৈকে যাবলৈ। পিছে মোৰ আপোনালোকৰ বাবে পৰামৰ্শ— আজি আপোনালোকে বাছৰ পৰাই গাইডৰ বিৱৰণি শুনি শুনি লণ্ডন চাই লওক। এনেকৈ হোৱা আজিৰ জ্ঞানেৰে কাইলৈ য'তে নামিব খোজে নামি নামি চাই ল'ব।"

বিগ বাছৰ টিকেটো শংকৰে সস্তা বুলিয়েই কৈছিল। পিছে টিকেট লৈহে দেখিলোঁ— এজনৰ এদিনত ৬ পাউণ্ড। অৰ্থাৎ দুয়োৰে ১২ পাউণ্ড। আমাৰ প্ৰায় এহেজাৰ এশ টকা। যি হওক টিউব ৰে'লৰ প্ৰথম অভিজ্ঞতাৰ পৰা দেখি আহিলোঁ— ঠিক আগতে শুনি থকা মতে লণ্ডনৰ টিউব ৰে'ল বেছ চাফ-চিকুণ আৰু আৰামদায়ক। কলিকতাত আজি-কালি হোৱা টিউব

ৰে'লো এনেকুৱাই। কিন্তু তাত মানুহৰ ভিৰ বৰ বেছি বাবে লণ্ডনৰ টিউব ৰে'লহে বেছি আৰামদায়ক বুলি ভাব হয়। অৱশ্যে যাত্ৰীক দি থকা বিৱৰণী বা ঘোষণা আৰু যাত্ৰীৰ বাবে ওলাই থকা নিৰ্দেশনা বোৰ্ডত পাই যোৱা ষ্টেশ্বনৰ নামৰ ব্যৱস্থা এই লণ্ডন টিউব্ ৰে'লৰ লেখীয়াই। লণ্ডনৰ টিউব ৰে'লেইতো পৃথিৱীত প্ৰথম আৰু সকলোৰে বাবে আদৰ্শ। পিছে আমি প্ৰথম উঠা এই লণ্ডনৰ টিউব ৰে'ল বা পাতাল ৰে'ল দেখিলোঁ, দুটামান ষ্টেশ্বন যোৱাৰ পিছতো লেখোন মাটিৰ ওপৰতে। ওপৰৰ জগতৰ পুৱাৰ ৰ'দ, দুয়োপিনৰ ঘৰ-দুৱাৰ, ঘাঁহনি পথাৰ— সকলোচোন দেখিয়েই আছোঁ। তেন্তে এযা আকৌ কিহৰ আণ্ডাৰগ্ৰাউণ্ড ৰে'ল? পিছতহে বুজিলোঁ— ৰুটটোৰ আৰম্ভণিটোহে মাটিৰ ওপৰত। কেইটামান ষ্টেশ্বন যোৱাৰ পিছতে সি মাটিৰ তললৈ সোমাই যায়।

আমি হাইড পাৰ্ক ষ্টেশ্বনতে নামিলোঁ। টিউব ৰে'লৰ ভিতৰত টইলেট বোধহয় নাছিল। অন্ততঃ তাৰ কোনো নিৰ্দেশনা-বোৰ্ড বা তাৰ বাবে কোনো দিশসূচক কাঁড়চিহ্ন আমাৰ দবাত দেখা নাছিলোঁ। কিন্তু হাইড পাৰ্ক ষ্টেশ্বনত নামিয়েই দেখিলোঁ তাৰ ছাইন— "পাব্লিক টইলেট।" মাটিৰ তলৰ ষ্টেশ্বন বুলিও সিও বেছ ডাঙৰ, দীঘল। অনেক মানুহৰ ভিৰেই অকল নহয়, অনেক দোকান-পোহাৰো। ওপৰলৈ উঠি যোৱা বাটো কেবাটাও। কিন্তু আমি ওপৰলৈ উঠি সিধা বিগ বাছলৈ যোৱাতকৈ প্ৰথমে টইলেটলৈ যোৱাই ঠিক কৰিলোঁ। ইয়াৰ পিছত দিনটোতো বিগ বাছতে কটাম। টইলেটৰ কাঁড়চিহ্ন চাই চাই আমি কিছুদূৰ মাটিৰ তলৰ ষ্টেশ্বনৰ কাষেৰেই গৈ থকাৰ পিছত আকৌ কাড় চিহ্নই আমাক নিৰ্দেশ দিলে ওপৰলৈ উঠিবলৈ। ওপৰলৈ উঠি গৈ আকৌ কাঁড়চিহ্ন অনুসৰণ কৰি কৰি পালোঁগৈ পাব্লিক টইলেট— পুৰুষ-মহিলা আৰু শাৰীৰিকভাৱে প্ৰত্যাহূত (Physically Challenged) লোকৰ বাবে ভিন ভিন। ৰাস্তাৰ কাষৰ ৰাজহুৱা টইলেট বুলিও, ব্যৱহাৰ কৰোঁতাই কোনো পইচা দিব নালাগে বুলিও চাফ চিকুণ, টিছ্যু পেপাৰ, ওৱাছ বেছিনত পানীৰ টেইপ্, হাত শুকুওৱা হাৱা মৰাৰ ব্যৱস্থা সকলো সুন্দৰ আৰু কাৰ্যক্ষম।

তাৰ পৰা বিগ বাছৰ ষ্টপেজটো সহজে পালোঁহি। বিগ বাছৰ ইউনিফৰ্ম পিন্ধা গাইডকো বিচাৰি উলিওৱাত অসুবিধা নহ'ল। তেওঁৱেই দিনতীয়া টিকেট দি যাৱতীয় উপদেশ দি তাৰ কিছু আঁতৰত গৈ উঠিবলগীয়া বিগ বাছৰ ষ্টপটোলৈ আঙুলিয়াই আমাক পঠিয়াই দিলে। সেই ষ্টপতো থকা ইউনিফৰ্ম পিন্ধা গাইডে আমাক অলপ পিছতে অহা বাছখনত উঠাই দিলে। দুই তলীয়া বাছখনৰ ওপৰ তলাটো চাল নোহোৱা— মুকলি। বেছিভাগ লণ্ডন দৰ্শনাৰ্থী তাতেকেহে উঠি যায়। আমাৰ আঁজলিয়ে কিন্তু তলৰ তলাতে বহিবলৈহে মন কৰিলে। পুৱা ওলাওঁতে যদিও ৰ'দৰ বতৰ আছিল, আমি বিগ-বাছত উঠা সময়ত আকৌ আকাশ ওন্দোলোৱা। ফিৰফিৰীয়া ঠাণ্ডা বতাহ। আঁজলিয়ে ক'লে, "ওপৰত উঠি গ'লে ঠাণ্ডা পাম। এনেয়েওতো এতিয়া ঠাণ্ডা। তাতে আকৌ বৰষুণ হ'লে কি কৰিব?" অৱশ্যে বাছত উঠাৰ লগে লগে যাত্ৰীসকলৰ বাবে দুৱাৰ মুখতে প্লাষ্টিকৰ ৰেইন কোট ৰাখি থোৱা আছে। সেই ৰেইনকোটবোৰ যাত্ৰীসকলৰ বাবে উপহাৰ বুলি লিখি থোৱা আছে। নমাৰ সময়ত সেইদিনা আমি তথাপি দুৰাই দিব খুজিছিলোঁ। ড্ৰাইভাৰে ক'লে, "নাই, সেয়া আপোনালোকৰ বাবে। লৈ যাওক।" আকৌ আমাৰ প্ৰতিটো ছীটতে হেডফোন ফিট কৰা পইণ্ট আছে। উঠি অহা বাটতে হেডফোনবোৰো পোৱা যায়।

ছীটৰ কাষৰ পইণ্টত লগাই ল'লে যাত্ৰাৰ বিৱৰণী ভালকৈ শুনা যায়। নামি যোৱা সময়ত তাকো ঘূৰাই দি যাব খুজিছিলোঁ। পুনৰ ক'লে, "সেয়াও আপোনালোকৰ বাবে। লৈ যাওক।"

যি হওক, বাছত বহি থকি, হেড্‌ফোনত পাৰ হৈ গৈ থকা ঠাইবোৰৰ বিষয়ে বিৱৰণি শুনি শুনি আৰু চকু সদায় গাইডৰ নিৰ্দেশনামতে ৰাস্তাৰ ইকাষলৈ বা সিকাষলৈ ৰাখি লণ্ডনৰ ঠাই, ঘৰ, অঞ্চল আদি চাই গ'লোঁ। সন্মুখে পৰা সদায় শুনি থকা টেম্‌ছ্‌ নদী, তাৰ ওপৰৰ অকল লণ্ডন ব্ৰিজেই অকল নহয়, আৰু কেবাখনো দলং— ওৱেষ্টমিনষ্টাৰ ব্ৰিজ, বিগ বেন, টাৱাৰ ব্ৰিজ— ইত্যাদি। মহানগৰৰ মাজৰ অতি পুৰণি নদী যদিও টেম্‌ছৰ পানী মলিয়ন বা ক'লা পৰা নহয়; স্বচ্ছ নহ'লেও চাফা, ৰঙা-মুগা বৰ্ণীয়া। গুৱাহাটীৰ ব্ৰহ্মপুত্ৰৰ দৰে বহল নহ'লেও গোটেই ঠেকো নহয়। কলিকতাৰ গংগাতকৈও কিজানি অলপ ঠেকহে হ'ব। সোঁতৰ প্ৰবলতাও ব্ৰহ্মপুত্ৰৰ লগত তুলনা নহয়। আৰু বিগ বেন— লণ্ডনৰ ইতিহাসৰ সাক্ষী, লণ্ডনৰ হৃৎপিণ্ডৰ স্পন্দন বিগ বেন— সুউচ্চ গম্বুজৰ চূড়াৰ ঘড়ীটো— যাৰ সময়ে সময়ে বজা ঘণ্টাৰ ধ্বনিয়ে লণ্ডনবাসীক সঁকীয়াই দি আছে আবহমান কালৰ বিষয়ে, যুগৰ পিছত যুগ ধৰি। আৰু দেখা পালোঁ ওৱেষ্ট্‌মিনষ্টাৰ, তাৰ পাৰ্লিয়ামেণ্ট ঘৰ— সমগ্ৰ বিশ্বৰে গণতন্ত্ৰৰ মাতৃস্বৰূপ ইংলেণ্ডৰ গণতন্ত্ৰৰ সংসদ ভৱন, আৰু নাতিদূৰত ওৱেষ্ট্‌মিনষ্টাৰ এৱে। ওৱেষ্ট্‌মিনষ্টাৰ এৱে-যি অকল প্ৰাচীন, উচ্চ, বৃহৎ গীৰ্জাঘৰেই নহয়— যাৰ ঐতিহাসিক সমাধিস্থলত লণ্ডনৰ তথা বৃটিছ জাতিৰ গৌৰবস্বৰূপ প্ৰয়াত বৰ বৰ লোকসকলৰ সমাধি। ইয়াৰ কাষেৰে বাছেৰে পাৰ হৈ যাওঁতে সেই সমাধি ক্ষেত্ৰ দেখিয়েই অকল যেন সন্তুষ্ট নহ'লোঁ। এই বৃহৎ সমাধিক্ষেত্ৰত সোমাই চাবৰ ইচ্ছা আছিল বিজ্ঞানী ছাৰ আইজাক নিউটনৰ সমাধি। সেই সপ্তদশ-অষ্টাদশ শতাব্দীৰ প্ৰসিদ্ধ বিজ্ঞানী—যাৰ সমাধিৰ স্মৃতিফলকত একে কালৰ তেওঁতকৈ কনিষ্ঠ আৰু সমানে প্ৰসিদ্ধ কবি আলিক্‌জেণ্ডাৰ পৌপৰ এইগৰাকী বিজ্ঞানী সম্পৰ্কে লিখা এই বহু প্ৰশংসিত কবিতাস্তৱক খোদিত কৰি থোৱা আছে—

Nature and Nature's laws,
Lay hid in night,
God said, Let Newton be!
And all was light.

কিন্তু সময় ক'ত? মনৰ এনে খেয়ালবোৰো পূৰণ কৰা বাবে সময় ক'ত? ধন ক'ত?

আমি যদিও গধূলিলৈকে এই বিগ বাছত উঠিয়েই লণ্ডন চাম বুলি ভাবিছিলোঁ, দুই মান বাজোঁতেই বাছৰ পৰা নামিবৰ মন গ'ল। কিবা খাবৰ সময় হৈছে। আঁজলিৰ হেনো বহি বহিও আমনি লাগিল। এটা ষ্টপেজ পোৱাৰ আগে আগে আমাৰ গাইডৰ বিৱৰণিত শুনিলোঁ— আপোনালোকৰ যিসকলে মাডাম টুছো চাব খোজে সেইসকলে ইয়াৰ পিছৰ ষ্টপেজটোত নামিব লাগিব। তাতেই আমাৰ ব্লু বাছত উঠি মাডাম টুছোৰ ষ্টপেজত নামিব লাগিব। লগে লগে আমি সেই পৰামৰ্শকে অনুসৰণ কৰি বিগ বাছৰ পৰা নামি পৰিলোঁ। তাতেই আকৌ একে টিকেটেৰেই একে কোম্পানীৰে ব্লু বাছত উঠি নিৰ্দিষ্ট ষ্টপেজত নামিলোঁগৈ। মাডাম টুছোৰ ওচৰ পায়েই দেখিলোঁ এটা পথতে মানুহৰ দীঘল শাৰী। বুজিলোঁ, সেয়াই মাডাম টুছোত সোমোৱাৰ বাবে ল'বলগীয়া টিকেটৰ বাবে যাত্ৰীৰ শাৰী। তাতে থিয় দি দুয়োৰে বাবে দুটা টিকেট ললোঁ— চাৰি পাউণ্ডকৈ আঠ পাউণ্ড দি। অৰ্থাৎ প্ৰায় সাতশ টকা!

তথাপি সাত শ টকা ভৰিও ভিতৰত সোমাই যি দেখিলোঁ— তাৰ পৰা অনুভৱ হ'ল সাত শ টকা ভৰাৰ সাৰ্থকতা আছে। মাডাম টুছোৰ (Madame Tussauds) পৰিয়াল আছিল ফ্ৰান্সত মমৰ কাৰুকাৰ্যৰ (wax work) বাবে বিখ্যাত। ফৰাচী বিপ্লৱত তেওঁলোকৰ পৰিয়াল আৰু ব্যৱসায় বিধ্বস্ত হ'লত মাডাম টুছোৱে তেওঁলোকৰ পৰিয়ালৰ সেই পাৰিবাৰিক কলাগত বিচক্ষণতাৰে লণ্ডনত এটি মমৰ কাৰুকাৰ্যৰ অনুষ্ঠান গঢ়া প্ৰস্তাৱ দিলে; আৰু তেনেকৈয়েই লণ্ডনত গঢ়ি উঠিল মাডাম টুছো নামৰ এই বিখ্যাত অনুষ্ঠান অথবা সংগ্ৰহালয়— যি আজি প্ৰায় দুশ বছৰে সমগ্ৰ বিশ্বৰ পৰ্যটকসকলৰ বাবে হৈ আছে লণ্ডনৰ এক বিশেষ আকৰ্ষণ। মাডাম টুছোৰ কাৰুকলাৰ নৈপুণ্যৰে এই সংগ্ৰহালয়ত মূৰ্তিমান হৈ আছে বিশ্বৰ ৰাজনীতি, সাহিত্য, কলা আদি বিভিন্ন ক্ষেত্ৰৰ উজ্জ্বল তাৰকাসকল। আগতেই জানিছিলোঁ— মাডাম টুছোৰ পৰৱৰ্তী কালতো বিশ্বৰ নতুন নতুন বৰেণ্য লোকসকলৰ মমৰ মূৰ্তি ইয়াত সংযোজিত হৈ আছে, আৰু হৈ থাকিব। তেনেকৈয়েই স্থান পাইছে ইয়াত আমাৰ মহাত্মা গান্ধীয়েও; এওঁলোকৰ এতিয়াৰ প্ৰধানমন্ত্ৰী ট'নি ব্লেয়াৰেও। আমি ষ্ট্ৰেট্‌ফৰ্ড-আপন্-এভনলৈ গৈ থাকোঁতে কালি বাছৰ ভিতৰতে এবাৰ মাডাম টুছোৰ কথা ওলোৱাত আমাৰ তৰুণবয়ীয়া গাইডে ৰগৰ কৰি কৈছিল— মাডাম টুছোত ট'নি ব্লেয়াৰৰ মূৰ্তিটো গলিব ধৰিছে। শুনিয়েই কথাটো তৰ্কিব পৰা নাছিলোঁ। উত্তাপৰ আতিশয্যৰ বাবে যদি মমৰ মূৰ্তি গলিবলৈ ধৰে, অকলনো সেইটোহে গলিছনে? নে সমসাময়িক প্ৰধান মন্ত্ৰীৰ বাবে সেই মূৰ্তিটো সাজোঁতে মমৰ গুণগত দিশত জোৰ দিয়া হোৱা নাছিল? নে আমাৰ গাইডে ইয়াৰ দ্বাৰা কিবা ৰাজনৈতিক টিপ্পনী দিছে তিৰ্যকভাৱে? বৰ্তমানে সন্ত্ৰাসবাদ দমনৰ নামত আমেৰিকাৰ প্ৰেছিডেণ্ট্ জৰ্জ বুশ্বে ইৰাকত যি সামৰিক দমন-নীতি চলাইছে, তাত ট'নি ব্লয়াৰে প্ৰত্যক্ষ সামৰিক সহযোগিতা আগবঢ়োৱাত বহুতো বৃটিছ নাগৰিকৰে আপত্তি। ট'নি ব্লেয়াৰৰ ৰাজনৈতিক দলৰ বাহিৰৰ বৃটিছ লোক হ'লেতো কথাই নাই। তেনেস্থলত ট'নি ব্লেয়াৰৰ মূৰ্তিটো গলিবলৈ ধৰা বুলি মন্তব্য দি অহা নিৰ্বাচনৰ আগত ট'নি ব্লেয়াৰৰ ৰাজ নৈতিক স্থিতিৰ আভাসহে এওঁ দিয়া নাইতো? সমসাময়িক প্ৰধানমন্ত্ৰীক কেৱল তেওঁৰ ৰাজনৈতিক আসনখনৰ বাবেই মাডাম টুছোত স্থান দিয়াৰ এওঁ বিৰোধী বাবেও এনে মন্তব্য কৰিব পাৰে। গতিকে জানিবলৈ আগ্ৰহ— এওঁ কিয় তেনে মন্তব্য কালি দিছিল। সঁচাই ট'নি ব্লেয়াৰৰ মূৰ্তি গলিব ধৰিছে নেকি?

সেয়েহে মিউজিয়মটোত সোমাবাৰ আগৰে পৰা থকা এটা আগ্ৰহ যেনেকৈ আছিল বিশ্বৰ সেই বৰ বৰ লোকসকলৰ মাজত আমাৰ মহাত্মা গান্ধীক কেনে দেখোঁ তাক চাবলৈ, তেনেকৈ কালিৰে পৰা আকৌ এই নতুন আগ্ৰহটো হৈছিল— ট'নি ব্লেয়াৰৰ মূৰ্তিটো সঁচাকৈ গলিছে নেকি তাক চাবলৈ। ইয়াত সোমাই দেখিলো, মূৰ্তিবোৰ সঁচাই মমৰ হৈও তেনেই জকত, নিখুঁত জীৱন্ত। পিছে মূৰ্তিবোৰৰ সংখ্যাৰ তুলনাত এইবোৰ ৰখা হল্ বা ঘৰটো সৰু হোৱাত ইয়াত মানুহৰ হেঁচা-ঠেলাৰ বাবে মূৰ্তিবোৰ চোৱাত বেছি সময় দিব নোৱাৰি। তাতে আকৌ প্ৰতিটো মূৰ্তিৰ সন্মুখতে প্ৰতিযোৰ বা প্ৰতিদল পৰ্যটকৰে ফটো লোৱাৰ ধুম। আৰু মানুহবোৰৰ কি এটা যে চখ! এই বৰ বৰ লোকসকলৰ কাষত হাত দি এজনে থিয় দিব, আনজনে ফটো ল'ব। তেনে অৱস্থাত কেমেৰাৰ সন্মুখলৈ গৈ আপুনি মূৰ্তিটোৱেৰো ভালকৈ চায় কেনেকৈ, এজন অজ্ঞাত লোকে তেওঁৰ কাষত থিয় থাকোঁতে ফটোৱেই বা লয় কেনেকৈ? আঁজলি আৰু মই

তাৰে মাজতে বিশেষভাৱে চালোঁ আৰু ফটো ল'লোঁ ওচৰা-উচৰিকৈ থিয় হৈ থকা হিটলাৰ আৰু চার্চিলৰ। হিটলাৰে নাকৰ তলৰ সেই বিশেষ মোচখিনিৰে, বেপৰোৱা ভাবৰ এটা চাৱনিৰে হাতৰ মুঠিৰ বল দেখুৱাই থিয় দি আছে। আৰু তাৰ ওচৰতে যেন হাঁহিৰ খুজি তেওঁৰ পিনে এক অৰ্থপূৰ্ণ চাৱনিৰে চাই আছে চার্চিলে। দ্বিতীয় মহাযুদ্ধৰ দুটি শিবিৰৰ দুই মহাৰথী— হিটলাৰ আৰু চার্চিল। তাৰ পিছতে নাতিদূৰত আকৌ উদং গাৰ, আঁঠুৰ ওপৰলৈ ধুতিৰে ভাৰতীয় খেতিয়কৰ বেশত চার্চিলৰ ভাষাত নঙঠা ফকিৰ মহাত্মা গান্ধী। চার্চিল আৰু হিটলাৰৰ একেটা যুগতে বিশ্ববাসীক বিমুগ্ধ কৰা এক লোক— যি বৃটিছ শাসন ভাৰতৰ পৰা ওফৰোৱাত আগভাগ লোৱা নেতা হৈয়ো বৃটিছসকলৰো আছিল পৰম শ্ৰদ্ধাৰ— যাৰ হত্যাৰ বাতৰি শুনি একে কালৰ বিজ্ঞানী-মনীষী আইনষ্টাইনে কৈছিল— এশ বছৰ পিছত পৃথিৱীৰ মানুহে ভাবিবলৈকে টান পাব যে এনেকুৱা এজন মানুহেও এসময়ত পৃথিৱীৰ বাটত খোজ কাঢ়ি ফুৰিছিল। বৃটিছ জাতিৰ মহাত্মা গান্ধীৰ প্ৰতি কিমান যে ভক্তি! আজিয়ে দুপৰীয়া ওৱেষ্টমিনষ্টাৰ এব্বেৰ ৰাজপথেৰে আমি বাছেৰে যাওঁতে আমাক শুনোৱা ঘোষিত বিৱৰণিৰ এটা বাক্য আছিল— এই লণ্ডনৰ ৰাজপথ, যি ৰাজপথেৰে মহাত্মা গান্ধীকে ধৰি বিশ্বৰ বহুতো মহান পুৰুষ পাৰ হৈ গৈছিল।

মানুহৰ ভিৰ আৰু ফটো লোৱাৰ হেতা-ওপৰাৰ মাজতে আমিও আমাৰ মহাত্মা গান্ধীৰ উপৰি চার্চিলে হিটলাৰৰ পিনে চাই থকা সেই দৃশ্যটিৰে ফটো ল'লোঁ। আৰু ট'নি ব্লেয়াৰ। তেওঁৰ মূৰ্তিটোওচোন অকণো গলা নাই। তেওঁৰ সপ্ৰতিভ চকুযুৰি আৰু উজ্জ্বল মুখখনেৰে সেই ইলাখ ট'নি ব্লেয়াৰ। সমসাময়িক বিশ্বৰ নেতাসকলৰ ভিতৰত মই প্ৰশংসা কৰা অন্যতম নেতা হ'ল ট'নি ব্লেয়াৰ। তেওঁৰ ফটোও আমি ল'লোঁ। আৰু ইয়াৰ পিছতে পালোঁগৈ শ্বেইক্সপীয়েৰৰ মূৰ্তিটো। শ্বেইক্সপীয়েৰৰ যিকেইখন ছবি দেখিছোঁ বা দেখি থাকোঁ, সেই কেইখনতো গোটেই মূৰৰ পৰা বুকুলৈকেহে। তাৰ বিপৰীতে এই মূৰ্তিটো কিন্তু পূৰ্ণাংগ। পিছে শ্বেইক্সপীয়েৰৰ এই পূৰ্ণাংগ মূৰ্তিয়ে মোক বৰ মুগ্ধ নকৰিলে। শ্বেইক্সপীয়েৰৰ ছবি কেইখন চাই শ্বেইক্সপীয়েৰ যদিও শকত মানুহ যেন নালাগে, তেওঁক ক্ষীণ মানুহ যেনোতো নালাগে। এই পূৰ্ণাংগ শ্বেইক্সপীয়েৰৰ মূৰ্তিত কিন্তু শ্বেইক্সপীয়েৰক এজন ক্ষীণ, ৰুগ্ন চেহেৰাৰ মানুহ যেন লাগিল। অথচ শ্বেইক্সপীয়েৰক আমি জানো এজন প্ৰাণোচ্ছল, কৰ্মময় জীৱনৰ মানুহ বুলি। অৱশ্যে শ্বেইক্সপীয়েৰে তুলনামূলকভাৱে কম কেইবছৰমানৰ ভিতৰতে, কবিতাৰ উপৰি নাটকৰ পিছত নাটক লিখি, সেইবোৰৰ মঞ্চায়নত অবিৰতভাৱে লাগি থাকি অকালতে বাৰ্ধক্যৰ গৰাহত হয়তো পৰিছিল আৰু মাত্ৰ ৫২ বছৰ বয়সতে মৃত্যুমুখতো পৰিছিল তেওঁৰ নিজৰ জন্মস্থানলৈকে উভতি গৈ। তথাপি অকাল মৃত্যুৰ আগৰ ৰুগ্ন চেহেৰাৰ শ্বেইক্সপীয়েৰক জানো কল্পনা কৰা যায় এইদৰে? পিছে মোৰ মনত এনেকুৱা ভাবৰ বুৰবুৰণি উঠি থকা সময়তে আমাৰ আঁজলিয়ে দেখোন মোক প্ৰস্তাৱ দিলে— ময়ো শ্বেইক্সপিয়েৰৰ কাষতে থিয় দিব লাগে। তেওঁ এখন ফটো লয়। মই শ্বেইক্সপীয়েৰৰ তেনেই কাষতে স্থান ল'ম? সেই মানুহবোৰৰ দৰে— যিসকলে ইয়াৰ বৰ বৰ নেতাসকলৰ, বিখ্যাত বিখ্যাত অভিনেতা— অভিনেত্ৰীসকলৰ গাতে গা লগাই বা কান্ধত ধৰি একেলগে ফটো উঠিছে? মই নালাগে বুলি ক'লোঁ, যদিও সেই মানুহৰ ভিৰৰ মাজত কাৰণ ব্যাখ্যা কৰাৰ পৰিবেশ নাই। আঁজলিয়ে মোৰ মনৰ ভাবটো নুবুজিয়ে নিশ্চয় আঁকোৰ-গোজকৈ লাগিলে আৰু মই থিয় দিলোঁগৈ শ্বেইক্সপীয়েৰৰ কাষত। মোৰ তেতিয়া

মনত খেলিছিল দৰিদ্ৰ, নিষ্পেষিত জনতাৰ প্ৰতি গভীৰভাৱে সহানুভূতিশীল, প্ৰতিভাধৰ লেখক লক্ষ্মীধৰ শৰ্মাৰ জীৱনৰ এটি কথা। তেনেই চুটি তেওঁলোকক সুখৰ বিবাহিত জীৱনকালৰ অন্ত পেলাই তেওঁৰ মৰমৰ পত্নী স্বৰ্গগামী হ'ল। তেওঁৰ গল্প-সংকলন 'ব্যৰ্থতাৰ দান' সেই পত্নীৰ স্মৃতি উছৰ্গা কৰি লক্ষ্মীধৰ শৰ্মাই লিখিলে যে তেওঁলোকৰ বিবাহিত জীৱনত তেওঁৰ পত্নীয়ে তেওঁক তেওঁৰ অন্তৰৰ সোণৰ সিংহাসনত বহুৱাইছিল। যদি আমাৰ নিষ্পেষিত জনতাৰ শিল্পীয়েও মৰমৰ পত্নীৰ সোণৰ সিংহাসনত বহিব পাৰে, মইনো মোৰ পত্নীৰ মনৰ খেয়াল অনুসৰি তেওঁৰ সন্তুষ্টিৰ বাবে শ্বেইক্সপীয়েৰৰ দৰে প্ৰতিভাৰ সাহিত্যিকগৰাকীৰ ওচৰত খন্তেকৰ বাবে কিয় থিয় দিব নোৱাৰোঁ? থিয় দিলোঁ গৈ। লগে লগে আঁজলিয়ে ল'লে তেওঁৰ মনৰ হেঁপাহৰ ফটো।

মাডাম টুছোৰ আৰু এটা কথা ভাল লাগিল। একেবাৰে শেষত দৰ্শকসকল ওলাই অহা বাটত এলানি আৱৰ্তমান পুতলা-টেক্সিত যাত্ৰীসকল উঠিব লাগে। শিশু উদ্যানত গোল আঁকাৰত আঁৰি থোৱা টেক্সিৰ শাৰীৰ দৰে এই টেক্সিবোৰো ঠিক গোলাকৃতিৰ নহ'লেও একেদৰে শাৰীৰে আঁৰি থোৱা অৱস্থাতে আগুৱাই যায়। যাত্ৰীৰ কাষে কাষে ৱালত ইংলেণ্ডৰ ইতিহাসৰ ছবি আৰু বিৱৰণিবোৰ। তাতে চকু ফুৰাই, ইংলেণ্ডৰ ইতিহাস সুঁৱৰি যাত্ৰীসকল ওলাই আহে মাডাম টুছো-দৰ্শনৰ অন্ত পেলাই। কেনে ইতিহাস-সচেতন এটা জাতি!

মাডাম টুছোৰ পৰা যেতিয়া ওলাই আহিলোঁ, তেতিয়া আৰু পুনৰ বিগ বাছ বা ব্লু বাছত উঠি লণ্ডন দৰ্শনৰ অন্য এটা পৰ্ব আৰম্ভ কৰিব নোৱাৰি। কৰাত বাধা নাই যদিও আমাৰ সময়ৰ নাটনি হ'ব। সেয়েহে আকৌ বিগ বাছৰ ষ্টপলৈ উভতি গৈ হাইড পাৰ্ক টিউব ৰে'ল ষ্টেশন পালোঁ। সেই ঐতিহাসিক হাইড্ পাৰ্ক— যিখন উদ্যানৰ বিষয়ে ঊনবিংশ শতাব্দীৰ লেখকৰ ৰচনা পঢ়াৰ উপৰি বহুতো কথা শুনিছোঁ। পিছে সেইবোৰৰ পৰা যিখন হাইড পাৰ্ক মনৰ চকুৰে দেখি আছিলোঁ— তাতকৈ দেখোন সম্পূৰ্ণ বেলেগ এই হাইড পাৰ্ক? আমাৰ ভাৰতৰ বৰ বৰ মহানগৰবোৰৰ পাৰ্কবোৰত যিমান মানুহৰ ভিৰ, তাতকৈ ভাবিছিলোঁ লণ্ডনৰ হাইড পাৰ্কত আৰু বহু বেছি মানুহৰ ভিৰ। কিন্তু ক'তা? আমাৰ সেই পাৰ্কবোৰৰ তুলনাত লণ্ডনত এই পাৰ্কচোন জনশূন্য বুলিয়েই ক'ব পাৰি! আনহাতে ইয়াৰ আকাৰ। কি বিশাল। মাজে মাজে ৰাজপথ। ৰেষ্টুৰেণ্ট্। কিন্তু গছ-গছনিৰে সুশোভিত। ৰাস্তাত মানুহ দেখিবলৈ নোপোৱা এই বিশাল মহানগৰীৰ লগত খাপ খোৱা এখন বিশাল পাৰ্ক।

যি হওক, হাইড পাৰ্কত বাছ ষ্টপেজত বিগ বাছৰ পৰা নামি আহি হাইড পাৰ্ক টিউব ষ্টেশনলৈ সোমাই গ'লোঁ। গধূলি আঠমান বজাত বোধহয় হাউনস্লো ওৱেষ্ট ষ্টেশনত নামিলোঁগৈ। তাৰ পৰা উঠিলোঁগৈ শংকৰ-মাধৱীৰ ২১, এম্বাছেডৰ চেইজ্।

ছয়

# পিকাডিলি, ট্ৰাফাল্‌গাৰ্‌ স্কৱেৰ্‌, টেম্‌ছত ক্ৰুজ্‌

১৩ আগষ্ট, দেওবাৰ। দ্বিতীয় দিনৰ লণ্ডন মহানগৰী দৰ্শন। শংকৰৰ উপদেশমতে আজি যদিও বিগ বাছৰ পৰা বিভিন্ন ঠাইত নামি মহানগৰীৰ বিভিন্ন চাবলগীয়া ঠাই চোৱাৰ কথা আছিল, বাটতে টিউব ৰে'লত আমি আলোচনা কৰি তাৰ অলপ সালসলনি কৰিলোঁ। আজি বিগ বাছ একেবাৰে বাদ দি টিউব ৰে'লেৰেই অ'ত-ত'ত নামি বিভিন্ন অঞ্চলৰ চাবলগীয়া ঠাই বা অনুষ্ঠানবোৰ চাম আৰু লণ্ডনৰ বাটে-পথে খোজ কাঢ়ি ফুৰিম। লণ্ডনৰ বাটত খোজ কাঢ়ি, ইয়াৰ জনতাৰ মাজত মিলি গৈ দোকানে-পোহাৰে, পাৰ্কে-ৰেষ্টুৰেণ্টে ফুৰি, বহি কিমান যে ভাল লাগিব! এনে কৰাৰ বাট আমিয়েই সুচল কৰি লৈছোঁ। শংকৰে আজি পুৱাও কালিৰ দৰে আমাৰ লগত ওলাই আহি তেওঁৰ পইচাৰেই টিকেট কাটি দিয়ে বুলি তেওঁক ঘৰতে এৰি আহিছোঁ। আমি দুয়োৰেহে ওলাই আহি নিজে টিকেট কাটি টিউব ৰে'লত উঠিছোঁ। গতিকে ইয়াৰ পিছত আমি আমাৰ মতেহে কিবা কৰিলে শংকৰে নিশ্চয় বেয়া নাপায়। অৱশ্যে ইয়াৰ বাবে আমি কোনো বিপদত নপৰিলে হয়।

আমি টিউব ৰে'লেৰেই গৈ পিকাডিলি ছাৰ্কাচ ষ্টেশ্বনত নামি দিলোঁ। ইয়াত নামিহে দেখিলোঁ, ইয়াত নমাটো এটা বৰ ভাল সিদ্ধান্ত হ'ল। এনেয়েওতো সকলোৱে কয়, লণ্ডনৰ স্বাদ পাবলৈ হ'লে পিকাডিলিৰ স্বাদ ল'ব লাগে। মনতে কিন্তু সন্দেহ আছিল, দেওবাৰৰ ফাঁচী বজাৰৰ দৰে দেওবাৰৰ পিকাডিলিও জনশূন্য হ'ব। দোকান-পোহাৰ সকলো বন্ধ পাম। তথাপি ভাব আছিল— পিকাডিলি অঞ্চলটোতো দেখিম। তাৰ ৰাস্তাই-ঘাটেতো ফুৰিব পাৰিম। কিন্তু ইয়াত উঠিয়েই দেখিলোঁ— ৰেষ্টুৰেণ্টেই ৰেষ্টুৰেণ্ট, মলেই মল— সকলো খোলা। বৰং দেওবৰীয়া বিশ্ৰামপ্ৰাৰ্থী, সময়ৰ দৌৰাদৌৰি নোহোৱা জনতাক আদৰিবলৈ ৰেষ্টুৰেণ্টবোৰ যেন বেছি আয়াসেৰে সজাই সাজু কৰি ৰাখিছে। দোকান-পোহাৰবোৰো সেইদৰে। টিউব ৰে'লৰ পাতালৰ পৰা মৰ্ত্যলৈ ওলাই আহিয়েই দিনৰ পোহৰত দেখিলোঁ— অকল দোকান-পোহাৰেই খোলা নহয়, এখন চোন বিদেশী মুদ্ৰা বিনিময় কৰা প্ৰতিষ্ঠানো (Mony Changer) খোলা। লগে লগে ঠিক কৰিলোঁ— এনে দোকান এখনো নিজেই দেখা দিলে যেতিয়া আমাৰ লগত থকা পাউণ্ড-ষ্টাৰ্লিং ট্ৰেভেলাৰ্চ্ চেক কেইখনমানকে ভঙাই নগদ বা কাৰেন্সি কৰি লওঁ।

কাউণ্টাৰৰ মানুহজনে আমাৰ কামটো কৰি দিবলৈ ট্ৰেভেলাৰ্চ্ চেকবোৰৰ লগতে আমাৰ পাছপোৰ্টো বিচাৰিলে। আমি দিলোঁ। পাছপোৰ্টত চকু ফুৰাই মানুহজনক বৰ সন্তুষ্ট হোৱা যেন পালোঁ। তেওঁৰ সদ্ভাব আমাৰ প্ৰতি যেন বহু বাঢ়ি গ'ল। ইয়াত গ্ৰাহক বা বাইজক সেৱা আগবঢ়াবলৈ কৰ্মচাৰীবোৰতো সদায় বৰ আগ্ৰহী আৰু সদ্ভাবাপন্ন বুলি শুনি আছোঁ। কিন্তু কাম কৰি দিবলৈ এওঁলোক ইমান বেছি বন্ধুত্বপূৰ্ণ হৈ লয় বুলি ধাৰণা নাছিল। পাছপোৰ্ট চাই, ট্ৰেভেলাৰ্চ্ চেক ভঙাই আমাক পাউণ্ড কাৰেন্সিবোৰ দিয়ে মানে তেখেতে আমাক ইটো-সিটো সৌজন্যসূচক কথা সুধি থাকিল— কেতিয়া আহিছোঁ, ইয়াত কিমান দিন থাকিম, আৰু ক'লৈ ক'লৈ যাম ইত্যাদি। আমিও বৰ সন্তুষ্ট তেখেতে আগবঢ়োৱা সেৱাক লৈ। কিন্তু তেখেতে তাৰ পিছত কৰা এটা প্ৰশ্নত আমি আনন্দত জঁপিয়াই উঠিলোঁ। তেখেতে ক'লে, "আপোনালোক আছামৰ

যেতিয়া নিশ্চয় দেবজিৎ সাহাক জানে?" আমি টপৰাই উত্তৰ দিলোঁ, "নিশ্চয়, নিশ্চয়। নাজানিম কেলৈ? তেওঁতো আমাৰ অসমৰে।" আঁজলিয়ে তেখেতক সুধিলে, "কিন্তু আপুনিও দেবজিতক জানে যেতিয়া আপুনিও অসমৰে নেকি?" তেখেতৰ উত্তৰ, "মই অসমৰ নহয় যদিও ভাৰতৰেই।" তেওঁৰ উত্তৰ শুনি তেওঁৰ পিনে ভালকৈ চালোঁ— তেওঁৰ চেহেৰা ভাৰতীয় নেকি? তেওঁৰ ইংৰাজীতো বৃটিছ ঢঙৰেই। কথাৰ পৰা ভাৰতীয় বুলি ধৰিব নোৱাৰি। মুখলৈ চাই দেখিলোঁ— গাৰ ৰঙতো পটকৈ ভাৰতীয় যেন নালাগে। হয়তো দ্বিতীয় প্ৰজন্মৰ ভাৰতীয়। আৰু নহ'লে মাক বৃটিছ। আৰু তথাপি ভাৰতৰ সৈতে, ভাৰতীয়ৰ সৈতে তেওঁৰ আত্মিক সম্পৰ্ক এতিয়াও ছিন্ন কৰিব পৰা নাই। পৰিস্থিতিত পৰি দেশ, জাতি এৰিবলগীয়া হ'লেও মনে কেনেকৈ অহৰহ টানি থাকে মূল দেশ, মূল জাতি-সংস্কৃতিৰ পিনে।

মানি চেঞ্জাৰৰ কাউণ্টাৰ এৰি আমি অঞ্চলটোৰ দোকান-পোহাৰৰ সমুখে সমুখে বা ভিতৰে ভিতৰে ঘূৰিলোঁ, বস্তুৰ দাম ৰিজাই চালোঁ। সেই অঞ্চলটোতেআমাৰ চাবলগীয়া আছিল ট্ৰেম্পল্ট মিউজিয়মটো। বিচাৰি উলিয়ালোঁ গৈযে। কিন্তু তাৰ সন্মুখ পাইহে দেখিলোঁ- দেওবাৰৰ বাবে বন্ধ। লগে লগে মনত খেলালে--- আজি চাবলৈ ঠিক কৰি অহা বিখ্যাত বৃটিছ মিউজিয়ম আৰু বৃটিছ লাইব্ৰেৰিও দেওবাৰৰ বাবেই বন্ধ থাকিব। তেন্তে ইয়াৰ পৰা কিছু আঁতৰৰ সেই অনুষ্ঠানবোৰলৈ গৈ সময় খৰচ আৰু নকৰোঁ। ঠিক কৰিলোঁ, এতিয়া এই অঞ্চল আৰু ইয়াৰ পৰাই যিমানলৈ পাৰি খোজকাঢ়ি ফুৰোঁ— সেই যে লণ্ডনবাসীৰ লগত একেলগে খোজকাঢ়ি ফুৰাৰ ইচ্ছা। লণ্ডনৰ ৰাজপথ, আনকি ৰাজহুৱা পাৰ্ক আদিও সাধাৰণতে যদিও নীৰৱ, নিৰল, তথাপি এই অঞ্চলটোত কিন্তু মানুহেই মানুহ। ফুটপাথেদি খোজকাঢ়ি ফুৰা মানুহৰো অভাৱ নাই। প্ৰায় সকলোবোৰেই বগা-- ধৰিব পাৰি যে লণ্ডনবাসী, বা নহ'লেও অন্ততঃ ইংৰাজ বা বৃটিছ। কোনপিনে এতিয়া যাম, তাকে ঠিক কৰোঁ বুলি দুই এজন পুৰুষ-মহিলাক ইটো-সিটো সুধিলোঁ। অতি বন্ধুত্বপূৰ্ণ উত্তৰ। কিন্তু আমাৰ প্ৰশ্নৰ সঠিক উত্তৰ দি কোনেও আমাৰ আশা পূৰণ কৰি আমাক সহায় কৰিব দিব নোৱাৰে। আৰু তাৰ বাবে ক্ষমা খুজি কোনোবাই কয় তেওঁলোক ইটালীৰ, কোনোবাই কয় তেওঁলোক জাৰ্মানীৰ বা ফ্ৰান্সৰ বা অষ্ট্ৰিয়াৰ। শেষত এছিয়াৰ লোকৰ চেহেৰা দেখিলেও সোধা কৰিলোঁ। এনে বেছিভাগকে দেখা পালোঁ জাপান, কোৰিয়া, বেংকক আদিৰ। অৰ্থাৎ আজি দেওবাৰে লণ্ডনৰ বাটত ভিৰ কৰা আমাৰ দৰে লোকসকলৰ প্ৰায়েই লণ্ডনবাসী নহয়। গতিকে লণ্ডনত খোজ কঢ়া হয়তো আজি হ'ব; কিন্তু লণ্ডনবাসীৰ ভিৰৰ মাজত সোমাই খোজ কঢ়াৰ ইচ্ছাটো মৰীচিকা খেদাৰ দৰেহে হ'ব বুলি বুজিলোঁ।

পিকাডিলিত যিখিনি খোজ কাঢ়িলোঁ, তাৰ পৰাই দেখিলোঁ— এই অঞ্চলত সঘনাই দেখা যায় থিয়েটাৰৰ বিজ্ঞাপন— বিভিন্ন নাটকৰ মঞ্চায়নৰ বাৰ্তাৰ। মনত পৰিল-কলকাতাবাসীৰ দৰে লণ্ডনবাসীৰো থিয়েটাৰৰ প্ৰতি ভালপোৱা। গতিকে বিজ্ঞাপনবোৰতো চকু দিব ধৰিলোঁ--- এইখিনি সময়তে যদি কোনোখন থিয়েটাৰ চাই যাব পাৰোঁ। পিছে নাই, থিয়েটাৰপ্ৰেমী লণ্ডনবাসীৰ থিয়েটাৰত ভিৰ এনেকুৱা যে এতিয়াই যদি টিকেট কাটো, তেন্তে পৰহি মানেহে যদি চাব পাৰোঁ। এই আশাকো বাদ এতিয়া যিমান পাৰোঁ খোজ কঢ়াতে লাগোঁ বুলি মন ঠিক কৰিলোঁ। কিন্তু খোজ কঢ়া পথো এনে হ'ব লাগিব যি পথৰ কথা কিতাপত খুব পঢ়িবলৈ পাওঁ বা মানুহৰ পৰা জানো।

আহল-বহল লণ্ডনৰ বাট। চাফ-চিকুণ পদপথ। লণ্ডনলৈ আহি যোৱা বন্ধু-বান্ধৱ, শুভাকাঙ্ক্ষীসকলে কৈ পঠিয়াইছিল— লণ্ডনত কেতিয়াও মানুহ নেহেৰায়। পথৰ নাম, বিভিন্ন ঠাইলৈ যোৱা নিৰ্দেশক কাঁড়চিহ্ন, দিশৰ চিহ্ন ইমান সঘন যে হেৰাবৰ কোনো ভয় নাই। তদুপৰি লণ্ডনবাসী বাহিৰৰ মানুহক সহায় কৰিবলৈ ইমান ইচ্ছুক যে ইযাক-তাক সুধিয়েই দিশ আৰু স্থানৰ সমস্যা সমাধান কৰিব পাৰি। এতিয়া নিজৰ অভিজ্ঞতাৰ পৰা দেখিলোঁ, সেয়া সঁচা। কেৱল লণ্ডনৰ বাটত লণ্ডনবাসী বিচাৰি উলিওৱাটোহে যি টান। লণ্ডনত লণ্ডনবাসীৰ বাট হেৰুওৱা পথিকক সহায় কৰাৰ আগ্ৰহৰ কথা শুনি আহি, আৰু ইয়াত উপস্থিত হৈও নিজৰ অভিজ্ঞতাৰ পৰা তাক দেখি আমাৰ দিল্লীৰ কথা মনত পৰিল। মোৰ এজন বন্ধুৱে দিল্লীত উপস্থিত হৈ এঠাইলৈ যোৱাৰ বাবে একে দিশৰ পৰা গৈ থকা এজনক তেওঁ যাব খোজা ঠাইখনলৈ কোন বাটে যাব লাগিব সুধিলে। বন্ধুজনৰ মতে মানুহজন পোছাক-পৰিচ্ছদ আদি সকলো কথাতে দিল্লীৰ স্থানীয় বুলি বুজিব পাৰি। পুৱা গা-পা ধুই খাই-বৈ কামলৈ ওলাই অহা চিন চকুৱে-মুখে, কাপোৰে-কানিযে। গতিকে এনে এজন মানুহেই নিশ্চয় তেওঁক পথৰ কথা বুজাই দিব পাৰিব। কিন্তু বন্ধুজনৰ অতি ভদ্ৰ আৰু নম্ৰ কথাৰ উত্তৰটো বোলে সেই আমাৰ দিল্লীৱালাৰ উত্তপ্ত, অভদ্ৰ উত্তৰ, "ক্যা তুমনে সোঁচতা হ্যায় কি তুমকো পাতা দেনে কে লিয়েহি মৈই ইধৰ বৈথতা ৰহতা হুঁ? মেৰা ঔৰ কোই কাম নহী হ্যায়?" কৈযেই মানুহজনে গোঁ-গোঁৱাই গুচি গ'ল। অৱশ্যে ভাৰতৰ সকলো মহানগৰৰ মানুহেই একে নহয়। এবাৰ মাদ্ৰাজত মোৰ নিজৰ অভিজ্ঞতা। পুৱাই ওলাই আহিছোঁ, টুৰাৰিষ্ট অফিচলৈ যাওঁ বুলি। মূল পথত উঠি এতিয়া কোনদিশে যাব লাগে নাজানো। ঠিক একে ধৰণে গা-পা ধুই, ব্ৰেকফাষ্ট কৰি যেন ওলাই আহিছে এজন স্থানীয় ভদ্ৰলোক নিজৰ কামত। তেখেতক সুধিলোঁ— টুৰাৰিষ্ট অফিচৰ কথা। ভদ্ৰলোকজনে প্ৰথমতে পথৰ কথা বুজাই দিও বোধহয় ভাবিলে, মই তথাপি অফিচটো উলিয়াব নোৱাৰিম। তেখেতে মোৰ লগত বিপৰীতমুখে উভতি আহিল বেছ কিছু দূৰ। মই বাৰে বাৰে কৈছোঁ— মোক বুজাই দিয়াই যথেষ্ট হৈছে। তেখেতৰ কামলৈ যোৱাত আৰু দেৰি কৰিব নালাগে। তেখেতে নামানে। তেখেতে হেনো বুজিছে মাদ্ৰাজত (এৰা, তেতিয়া মাদ্ৰাজেই। চেন্নাই নহয়) মই নতুন মানুহ। গতিকে তেখেতে মোক একেবাৰে টুৰাৰিষ্ট অফিচতে থৈ আহিব।

লণ্ডনত খোজকাঢ়িও আমাৰ এনে মধুৰ অভিজ্ঞতাই হ'ল। এই অঞ্চলটোতে ৰিজেণ্ট্ ষ্ট্ৰীট বুলি জানো, ট্ৰাফাল্গাৰ স্কৱেৰ্ বুলি জানো। কিন্তু উলিয়াওঁ কেনেকৈ? এজন তেনে স্থানীয় যেন লগা ভদ্ৰলোকক সুধিলোঁ— ৰিজেণ্ট্ ষ্ট্ৰীটলৈ কেনেকৈ যাম। তেখেতে খুব সুন্দৰকৈ বুজাই দি আকৌ অলপ আঁতৰৰ এখন ৰোড্ছাইনলৈ আঙুলিয়াই দি ক'লে, "সৌ ছাইন্খনৰ কাঁড়ৰ দিশেৰে গ'লেও হ'ব।" আমাৰ দিল্লীৱালাইতো ক'লেহেঁতেন, "আপুনি কণা হৈছে নেকি? সৌ ছাইন্খন তাত দেখা নাই?" যি হওক, ৰিজেণ্ট্ ষ্ট্ৰীট তেন্তে পালোঁ। ৰিজেণ্ট্ ষ্ট্ৰীট উলিয়াই তাত খোজ কঢ়াৰ মোৰ ইচ্ছা ভাৰ্জিনিয়া উল্ফৰ উপন্যাস 'মিছিজ্ ডেলৱে'ৰ নায়িকা মিছিজ্ ডেলৱেই তেওঁৰ জন্মদিনৰ ৰাতিপুৱা এই পথেৰে খোজ কাঢ়ি কাঢ়ি ফুল কিনিবলৈ ফুলৰ বজাৰলৈ গৈছিল বাবে। বাটৰ কাষত ক'ত কি আৰু কাক দেখি গৈছিল, সকলোতো মনৰ চকুৰ আগতে। এতিয়া চৰ্মচক্ষুৰে সেই ৰিজেণ্ট্ ষ্ট্ৰীটেৰে, সেই বণ্ড্ ষ্ট্ৰীটেৰে, সেই ট্ৰাফাল্গাৰ্ স্কৱেৰেৰে, বিগ্ বেনৰ তলেৰে এবাৰ খোজ কাঢ়ি ফুৰিব পৰাটো— মিছিজ্ ডেলৱেৰ দৰে

খোজ কাঢ়ি ফুৰিব পৰাটো—কেনে যে এক সন্তোষৰ কথা হ'ব।

ৰিজেণ্ট ষ্ট্ৰীটত সঁচাই উঠিলোঁ। ৰিজেণ্ট ষ্ট্ৰীটৰ দাঁতিৰ ফুটপাথেৰে সঁচাই খোজকাঢ়ি গ'লোঁ। অৱশ্যে ভাৰ্জিনিয়া উলফৰ মিছিজ ডেলৱেৰ দৰে অকলে নহয়— অকলে নিজৰ মনৰ গহ্বৰত বুৰ গৈ নহয়। মোৰ লগে লগে আঁজলি। কিছুদূৰ গৈয়েই সঁচাকৈয়েই পালোঁ বণ্ড ষ্ট্ৰীট - মিছিজ ডেলৱেৰ সেই ৰাতিপুৱাৰ বণ্ড ষ্ট্ৰীট। এতিয়া অৱশ্যে এয়া লণ্ডনৰ দুপৰীয়াৰ বণ্ড ষ্ট্ৰীট। দুই তিনিগৰাকীমান মহিলা আহি আছিল বিপৰীত দিশৰ পৰা। শ্বেতাংগিনী। গতিকে ইংৰাজ বুলিয়েই সুধিলোঁ— এতিয়া ট্ৰাফালগাৰ স্কৱেৰলৈ কেনেকৈ যাম। তেওঁলোকৰ নম্ৰ উত্তৰ— তেওঁলোকো ইংলেণ্ডৰ নহয়। আমাৰ দৰে লণ্ডন চাবলৈহে আহিছে ইউৰোপৰ পৰা। আমি তাৰ পিছত অন্যক সুধি শেষত উলিয়ালোঁ ট্ৰাফালগাৰ স্কৱেৰ। মিছিজ ডেলৱেই আপোন মনৰ গহ্বৰত বুৰ দি জন্মদিনৰ বাবে ফুল কিনিবলৈ যোৱা বাটৰ ট্ৰাফালগাৰ স্কৱেৰ। বতৰ যদিও এতিয়ালৈ ভালেই পাই আছিলোঁ— হঠাৎ আকাশ ওন্দোলাই আহিল আৰু কুৰকুৰাই এজাক বৰষুণ দিলে। মনত পৰিল— আমাৰ অতনুৱে মুম্বাইত দুয়োকে দুটি ছাটি কিনি দি কোৱা সেই কথা--- লণ্ডনৰ বাৰিষাৰ বতৰৰ কোনো ঠিকনা নাই। ছাতি সদায় লগত ৰাখিবা। আমি এতিয়া সেই ছাতি মেলি ল'লোঁ। আঁজলিয়ে কিন্তু তাতেই নিৰাপদ বোধ নকৰি ক'লে, "বৰষুণ বৰ গধুৰ। সৌ ঘৰটোৰে যি অকমান বাৰাণ্ডাৰ দৰে আছে। তালৈকে ব'লক।" হয়, এইখিনিৰ ঘৰবোৰ ওখ ওখ যদিও তথাপি বহুমহলীয়া নহয়। আনহাতে কোনোটিৰে বাৰাণ্ডা নাই। আঁজলিয়ে দেখুৱাই দিয়াটোৰেই যি এটি ক্ষুদ্ৰ পৰ্চ আছে। কিন্তু মই ক'লোঁ, "লণ্ডনৰ আসৈ নোপোৱা বৰষুণ। এবাৰ সোমালে কিমান সময় তাত সোমাই থাকিব লাগিব ক'ব নোৱাৰা। তাতকৈ আমি ছাতিকে আশ্ৰয় কৰি গৈ থাকিম। ক'ৰবাত সোমালেও সোমাম কোনো ৰেষ্টৰেণ্টত। খোৱা আৰু বৰষুণৰ পৰা ৰক্ষা পৰা দুযোটা একেলগে হ'ব লাগিব।" কিন্তু কৈয়েই মোৰ মনে মনে ভয়ো লাগিল। এতিয়া যদি সোনকালেই এখন ক'ৰবাত ৰেষ্টৰেণ্ট নাপাওঁ, তেনে কি হ'ব? ইপিনে, ডাঠ বৰষুণত জোতা-মোজা তিতি যোৱাৰ উপক্ৰম হৈছে। কিন্তু ৰক্ষা— ওৱেষ্টমিনষ্টাৰ এবেৰ কেথেড্ৰেলটোৰ সন্মুখতেই সেয়া এখন ৰেষ্টৰেণ্ট। আমি তাতে সোমাই পৰিলোঁ।

ৰেষ্টৰেণ্টত সোমাই মোৰ আশামতেই বৰষুণৰ পৰাও ৰক্ষা পৰিলোঁ আৰু সময়ো বচালোঁ--- লাঞ্চৰ সময়। কিন্তু পইচা বচাব পাৰিলোঁনে? মৰমিয়াল মাধবীয়ে লাঞ্চৰ সময়ত আমাৰ খাই ভাল লগা একো নাপালে যি অলপ ভাল পোৱাই, বেয়া পোৱাই কিনি খাবলগীয়া হয়, তাৰ সলনি খাবলৈ নিজহাতে কৰি দি পঠিয়াইছিল চপটি। তাৰ লগতে আৰু চেণ্ডুইছ কিনি খালোঁ দুপৰীয়াৰ লাঞ্চ। কফী দুকাপ নিকিনি কিনিলোঁ একাপ। কাৰণ ইয়াতো সেই মস্ত মস্ত কাপত মস্ত কাঁচা কফী। তাতেই কিছু জিৰাই-সতাই পুনৰ ওলালোঁ লণ্ডনৰ বাটত খোজ কাঢ়িবলৈ। বৰষুণ ইতিমধ্যেই এৰিছে। বতৰো এতিয়া পুনৰ উজ্জ্বল। আমি এতিয়া যোৱা ঠিক কৰিলোঁ এই ওৱেষ্টমিনষ্টাৰ এবেৰ পৰা ওৱেষ্টমিনষ্টাৰ ব্ৰিড্জলৈ। তাতেই ওৱেষ্টমিনষ্টাৰ দলঙত উঠি চাম বিগ্ বেন।

ইয়াক-তাক সুধি আৰু বাটৰ কাষৰ কাঁড়চিহ্ন চাই আমি আগবাঢ়িলোঁ। বাটতে পালোঁ বাকিংহাম পেলেচ আৰু পাৰ্লিয়ামেণ্ট হাউছ। বাকিংহাম পেলেচৰ যদিও চৌহদলৈ সোমাই গ'লোঁ— গাইডৰ সহায়ত তাক যেনেকৈ চাব পাৰি তেনেকৈ চোৱা নহ'ল। আৰু চোৱা নহ'ল পুৱাতে আহি পালে চাব পৰা এই বিখ্যাত ৰাজপ্ৰাসাদৰ সেই চাবলগীয়া ধুমি ধুমি ৰক্ষা চেইঞ্জ

অব্ গার্ড (Change of Guard)। ওৱেষ্টমিনষ্টাৰ্ ব্ৰিড্জ্ বা বিগ্ বেন্ চোৱা বা বিচাৰি উলিওৱা অতি সহজ। সকলো পৰ্যটক ইয়ালৈ আহেই বাবে লানি নিছিগা মানুহৰ সোঁতটো অনুসৰণ কৰিলেও আপুনি এইখিনি আহি পাব। কিন্তু এইখিনি ঠাইত আহি উঠা তাতকৈও এটা সহজ উপায় হ'ল— 'লণ্ডন আই'টো এইখিনিতেই টেম্ছৰ পাৰত। 'লণ্ডন আই'ৰ অনবৰত অনেক মানুহ লৈ ঘূৰি থকা চকাটো ইমান ওখ যে বহু দূৰৰ পৰাই এই চকাটো আপোনাৰ চকুত পৰে। তাকে লক্ষ্য কৰি আপুনি আহি থাকক। অকল 'লণ্ডন আই' আহি পোৱাই নহয়, আহি পাব ওৱেষ্টমিনষ্টাৰ্ ব্ৰিড্জো, আৰু বিগ্ বেনো।

ওৱেষ্টমিনষ্টাৰ্ ব্ৰিড্জত উঠি আমি টেম্ছ্ নদীৰ দৃশ্য উপভোগ কৰিলোঁ আৰু তাৰ পানী স্পৰ্শ কৰি অহা বতাহৰ স্পৰ্শও লাভ কৰি ৰং পালোঁ। টেম্ছৰ ওপৰৰ ওৱেষ্টমিনষ্টাৰ ব্ৰিড্জত উঠিয়েই বিগ বেনৰ ফটো ল'লোঁ। তাৰ পিছত আগবাঢ়িলোঁ 'লণ্ডন আই' লৈ। 'লণ্ডন আই' অন্য একো নহয়। ব্ৰিটিছ এয়াৰ্‌ওৱেজে লণ্ডনলৈ অহা পৰ্যটকসকলৰ বাবে সাজি দিয়া ৪৪৩ ফুট ওখ এটি বৃহৎ ঘূৰ্ণায়মান চকা (roller coaster)। শংকৰে আমাক কৈ পঠিয়াইছিল, "লণ্ডন আইত এবাৰ উঠি লণ্ডনখন চাবই।" আমিও শুনিছোঁ, আৰু পঢ়িছোঁও, লণ্ডন আইত উঠিলে অকল সমগ্ৰ লণ্ডনখন দেখাই নহয়, লণ্ডন মহানগৰ ক্ৰমে ক্ৰমে চৌপাশৰ গাঁও-ভূঁই, পথাৰ-প্ৰান্তৰ মিলি যোৱাও দেখা পোৱা যায়। সেইবাবেই ওৱেষ্টমিনষ্টাৰ্ ব্ৰিড্জেৰে টেম্ছ্ নদী পাৰ হৈ নদীৰ পাৰেদিয়ে লণ্ডন আইলৈ যাওঁতে মনত আশা আছিল লণ্ডন আইত উঠাৰ। কিন্তু তাৰ বাবে টিকেট লোৱা ঠাইৰ ওচৰ পাওঁতেই আঁজলিয়ে পথালি দিলে, "লণ্ডন আই দূৰৰ পৰা দেখিলোঁ। সেয়েই হৈছে। সেই প্ৰকাণ্ড চকাটোত উঠি ঘূৰি ঘূৰি আকাশ পালে মূৰ ঘূৰি যাব।" কিন্তু শংকৰেতো কৈছিল-— চকা অতি লাহে লাহে ঘূৰে। এপাকেই মাৰে আৰু সেই এপাকতে চল্লিছ মিনিট লয়। কথাটো মই আঁজলিক সোঁৱৰাই দিলোঁ। তেওঁ কোনো যুক্তিলৈ নগৈ ক'লে, "যিয়েই নহওক। আমি তাত নুঠোঁগৈ।"

আঁজলিৰ এনে কথাৰ কাৰণ হিচাপে মোৰ মনত পৰিল আমাৰ প্ৰায় ডেৰকুৰি বছৰ আগৰ এটি অভিজ্ঞতাৰ কথা। আমাৰ কন্যা মাজনী জন্মিবৰ তেতিয়া এমাহহে হৈছে। আঁজলিয়ে মেটাৰনিটি লীভৰ অন্তত কলেজৰ চাকৰিত পুনৰ যোগ দিবলৈ আহিছে। এমহীয়া কেঁচুবাটিক প্ৰথম মাকে এৰিব। তাইক ঘৰতে ৰখাতকৈ মাক আৰু কাম কৰা ছোৱালী অবলাৰ লগতে গাড়ীত তুলি লৈ আহিলোঁ দীঘলী-পুখুৰীৰ পাৰলৈ। মাকে তাতে সন্দিকৈ কলেজত সোমাই চাকৰিত পুনৰ যোগ দিব। আৰু কাম কৰা ছোৱালীজনী আৰু মই কেঁচুৱাটোক লৈ পুখুৰীৰ পাৰৰ গছৰ তলত গাড়ীতে বহি জিৰণি ল'ম। গৰম কালিৰ দুপৰীয়া আৰামত কাটি যাব। কিন্তু আঁজলিয়ে কলেজলৈ সোমাই যোৱাৰ পিছতে দেখিলোঁ— সময় নাযায় হে নাযায়। গতিকে ঠিক কৰিলোঁ, জজ ফিল্ডত চলি থকা আনন্দ মেলাখনৰ ঘূৰ্ণায়মান চকাটোতে উঠোঁগৈ। টিকেট ল'লোঁ আৰু চকাটোত উঠিলোঁগৈ। কাম কৰা ছোৱালী অবলা কেঁচুৱাৰ বটল, কাপোৰ আদিৰ মোনাৰে সৈতে মোৰ কাষৰ আসনত। আৰু কেঁচুৱাটি মোৰ কোলাত। সময়ত চকা ঘূৰিল। চকা ঘূৰি যেতিয়া সৰ্বোচ্চ উচ্চতালৈ আমাক লৈ গ'ল, তেতিয়াহে ভাব হ'ল— কেঁচুৱাই জানো এই উচ্চতা সহিব পাৰিব? তাইৰ পিনে চালোঁ। তাইৰ ভাল লগা, বেয়া লগা কি ধৰিব পাৰি? চকা নামি তীব্ৰ বেগত আকৌ উঠিল। মই এইবাৰ নিশ্চিত হ'লোঁ— এনেকৈ বাৰে বাৰে

ইমান বেগে এমহীয়া কেঁচুৱা ইমান ওপৰলৈ উঠিব নোৱাৰিব। কিন্তু এতিয়া কৰিম কি? ব্ৰেইক্ নাই যে ব্ৰেইক্ টানি চকাৰ গতি বন্ধ কৰিম বা কমাই দিম। এলাৰ্ম্ বেল নাই যে তাক বজাই কিবা এটা কৰিম। শেষত ভাগ্যৰ হাতত সকলো এৰি দি চকু মুদি কেঁচুৱা কোলাত লৈ বহি থাকিলোঁ। [illegible] নে চাৰি পাক ঘূৰি চকা ৰোৱাৰ পিছত কেঁচুৱাৰ পিনে চালোঁ। এৰা, সকলো ঠিকেই আছে। মাক যেতিয়া গাড়ীলৈ ঘূৰি আহিল— তেওঁক নিজে মাতি অনা দুৰ্যোগটোৰ কথা [illegible]লোঁ। লগে লগে দেখিলোঁ— এতিয়া যেন মাকহে মূৰ্চ্ছা যায়। সেই আঁজলিয়েনো এতিয়া লণ্ডন আইত উঠে কেনেকৈ? গতিকে তেওঁক সৈমান কৰোৱাৰ আশা বাদ দিলোঁ। আৰু লগে লগে বাদ দিলোঁ লণ্ডন আইত উঠাৰ আশাও।

পিছতহে দেখিলোঁ, লণ্ডন আইত উঠাৰ আশা আগতীয়াকৈ বাদ নিদিলেও উঠিব নোৱাৰিলোঁ। [illegible] মানুহ। টিকেটৰ বাবে দীঘলীয়া শাৰী। টিকেট লোৱাৰ পিছতো আকৌ চকাত উঠিবলৈ [illegible]। আমাৰ সময় ক'ত হ'ব? শেষত দুয়ো ঠিক কৰিলোঁ, আমি অকল ৰিভাৰ ক্ৰুজটোকেই [illegible]। এঞ্জিনচালিত বোটেৰে টেম্‌ছৰ বুকুতে এপাক মাৰোঁ। পিছে তাৰ বাবেও দেখিলোঁ দীঘল [illegible], যদিওবা লণ্ডন আইৰ দৰে অকোৱা-পকোৱাকৈ সিমান দীঘল নহয়। শংকৰে আমাক [illegible] বুজাই থৈছিল— ৰিভাৰ ক্ৰুজ লওঁতে আমি সম্পূৰ্ণ ক্ৰুজটো নলৈ পিয়াৰ টাৱাৰত [illegible] পৰা ক্ৰুজটোহে ল'ব লাগে। এতিযা অনুসন্ধান কাৰ্যালয়ত অনুসন্ধান কৰি বুজিলোঁ- [illegible] আটাইবোৰ ক্ৰুজ এটা নিৰ্দিষ্ট পইণ্টলৈ গৈ আকৌ ইয়ালৈ উভতি অহা। সেইবোৰ পিয়াৰ [illegible] বা অন্য ক'তোৱেই আৰু নৰয। মাথোন এটা ক্ৰুজহে পিয়াৰ টাৱাৰ আৰু অন্য দুটানে [illegible]মানটা ষ্টপত ৰ'ব। অনুসন্ধানৰ পৰাই আমি আমাৰ টিকেটৰ বাবে থিয় দিবলগীয়া লাইনত [illegible] দিলোঁ। টিকেট কাউণ্টাৰ যেতিয়া গৈ পালোঁ তেতিয়াহে অন্য এটা সমস্যাৰ প্ৰতি সজাগ [illegible]লোঁ। জাহাজত উঠিবলৈ বহুকেইটা গে'ট্, তাৰে এখন গে'টতহে আমাৰ জাহাজ ৰ'বহি। সেই [illegible] টিখনৰ নম্বৰ জানিও অতবোৰ গে'টৰ মাজত সেইটো কেনেকৈ উলিয়াম তাক কাউণ্টাৰৰ টিকেট দিয়া মহিলাগৰাকীৰ পৰা বুজি লৈও বুজা যেন নালাগিল। মহিলাগৰাকীয়েও বুজিলে-- [illegible] বুজা নাই। কিন্তু তাৰ বাবে আমাৰ দেশৰ দীঘলীয়া শাৰীৰ কাউণ্টাৰৰ মানুহৰ দৰে আমাক ভেকাহি মাৰি 'য'তে মৰ মৰ' বুলি নিজৰ কামত তলমূৰ কৰি লাগি নগ'ল। তেওঁ [illegible] ভিতৰলৈ গৈ অন্য এজনক আনি তাত বহুৱালে আৰু আমাৰ লগত ওলাই আহিলে। [illegible] বুজাই আহিল— যদি ভুল গে'টত আমি ৰওঁ, সেই জাহাজত গৈ আকৌ ইয়ালৈকে ঘূৰি [illegible] লাগিব। পিয়াৰ টাৱাৰ আৰু নাপাম। গতিকে তেওঁ নিৰ্দিষ্ট গে'টত আমাক থিয় কৰাই [illegible] উভতি গ'ল। তেওঁৰ প্ৰতি কৃতজ্ঞতাত আমাৰ অন্তৰ উথলি উঠিল।

আমাৰ জাহাজ চলাৰ আগে আগে এজন গাইড আমাৰ সন্মুখত থিয় হৈ বিৱৰণি আৰু [illegible] আৰম্ভ কৰিলে। পাৰ হৈ যোৱা ঠাইবোৰৰ তাৎপৰ্য আৰু ইতিহাসৰ কথা তেওঁ কৈ [illegible]। তেওঁৰ ঘোষণাৰ পৰাই বুজিলোঁ— লণ্ডন ব্ৰিড্‌জৰ তলেদি আমি পাৰ হৈ যাম বুলি। লণ্ডন ব্ৰিড্‌জ্ টেম্‌ছৰ বুকুৰ পৰা এইবাৰ চাই ল'লোঁ। কালি বাছেৰে পাৰ হৈ গৈছিলো তাৰ ওপৰেদি। দুয়োদিনেই মনলৈ আহিছে সেই নিচুকনি গীতটো—'লণ্ডন ব্ৰিড্‌জ্ ইজ ফলিং ডাউন, ফলিং ডাউন...' কালিৰ বাছৰ পৰাও চাইছিলোঁ— লণ্ডন ব্ৰিড্‌জ ভাগি পৰাৰ কিবা শংকা [illegible]ৰাত হৈছে নেকি? নাই। সবল, দৃঢ় লণ্ডন ব্ৰিড্‌জ্— পৰি যাব ধৰা নাই; পৰি যোৱাৰ ভয়ো

নাই। আজি তলেদি পাৰ হৈ গৈয়ো মই সেই আশ্বাসেই পালোঁ। শেষত দেখিলোঁ, পুনৰ টেম্‌ছৰ ওপৰেদি এক দলং— টাৱাৰ্ ব্ৰিড্‌জ্। এই খনিতেই আমাৰ নামিবলগীয়া ঘাট পিয়াৰ্ টাৱাৰ্। তাতে নামি পাৰলৈ উঠি গৈ পালোঁ— সেই বিখ্যাত লণ্ডন টাৱাৰ— উচ্চ, সবল এক অট্টালিকা। সন্মুখখনো কেনে মনোৰম, আৰু দেশ-বিদেশৰ পৰ্যটকেৰে ভৰা। আমি দুয়ো তাতে কিছু সময় ইফাল-সিফাল কৰি কটালোঁ আৰু টাৱাৰটোৰ ফটো ল'লোঁ। কেনে ইতিহাসৰ সাক্ষী এই লণ্ডন টাৱাৰ! ইয়াৰ ভিতৰত ইংলেণ্ডৰ ৰাজপৰিয়ালৰ কেবা শ বছৰৰ নোম শিয়ৰি উঠা হত্যাকাণ্ডৰ পৰা আৰম্ভ কৰি আমাৰ ভাৰতৰ কোহিনুৰ হীৰা নি তাত সংৰক্ষণ কৰালৈকে কত যে কাহিনী। আমি ইয়াৰ ভিতৰলৈ গৈও চাব খুজিলোঁ। কিন্তু টিকেট ল'বলৈ গৈহে দেখিলোঁ— এটা পৰ্যটকৰ দল এইমাত্ৰ গাইডে সুমুৱাই নিলে। দ্বিতীয়টো দল সুমুৱাই নিবলৈ আৰু কমেও আধা ঘণ্টা সময় লাগিব। লগে লগে আমি ইয়াত সোমোৱাৰ আশাও বাদ দি টাৱাৰ্ হিল্ ষ্টেশ্বনলৈ খোজ দিলোঁ। একেই সেই মানুহক সোধা আৰু আগুওৱা কাম।

টাৱাৰ্ হিল্ ষ্টেশ্বনত টিউব ৰেলত উঠি পালোঁ গৈ কিংছ ক্ৰছ্ ষ্টেশ্বন। তাতে নামি আমি পুনৰ ষ্টিভেনেইজলৈ ৰে'লৰ টিকেট কৰিব লাগে। আমি আজি আৰু শংকৰ-মাধৱীৰ হাউনশ্লোৰ ঘৰলৈ উভতি যোৱাৰ কথা নাই। আমি এতিয়া উঠিমগৈ ষ্টিভেনেইজৰ মনোহৰ যোগীৰ ঘৰত। তালৈকে শংকৰ-মাধৱীহঁতে লৈ আহিব তেওঁলোকৰ গাড়ীত আমাৰ লাগিজবোৰ। মনোহৰৰ ঘৰতে ইংলেণ্ডত কটাবলগীয়া আমাৰ বাকীকেইটা দিন আমি থকাৰ কথা। যি হওক, কিংছ ক্ৰছ্ ষ্টেশ্বনত টিউব ষ্টেশনৰ পৰা নামি আমি টিকেট কাউণ্টাৰবোৰ বিচাৰি উলিয়ালোঁ। টিকেট লোৱা মানুহৰ শাৰী দেখি আমাৰো ষ্টিভেনেইজৰ টিকেটৰ বাবে থিয় দিলোঁগৈ। টিকেটৰ বাবে হোৱা দীঘলীয়া শাৰীবোৰৰ এটাত আমি থিয় দি কিছু সময় থকাৰ পিছতে আমাৰ ম'বাইল ফোন বাজি উঠিল। মনোহৰে সুধিছে— আমি এতিয়া ক'ত? আমি কিংছ ক্ৰছত ষ্টিভেনেইজৰ টিকেটৰ বাবে শাৰী পাতি থিয় হৈ আছোঁ বুলি কোৱাত তেওঁ সুধিলে— আমি ওভাৰগ্ৰাউণ্ড ৰে'লৰ ষ্টেশ্বনৰ টিকেটৰ শাৰীতহে আছোঁতো? আমি সেই কথাৰ সদ উত্তৰ দিব নোৱৰাত তেওঁ বুজাই দিলে— টিউব ৰে'লৰ ষ্টেশ্বনৰ পৰা ওভাৰগ্ৰাউণ্ড ৰেলৰ ষ্টেশ্বনলৈ আমি উঠি আহিব লাগিব। সি এক অন্য ৰে'লৰ ষ্টেশ্বন। লগে লগে সেইবোৰ কাউণ্টাৰ এৰি ওভাৰগ্ৰাউণ্ড ৰেল ষ্টেশ্বন বিচৰাত লাগিলোঁ। উঠা-নমা, উঠা-নমা কিমানবাৰ যে কৰিলোঁ— যদিও লিফ্‌টেৰে। শেষত পালোঁহি।

ষ্টিভেনেইজৰ কাউণ্টাৰত মাথোন কেইজনমানহে মানুহ। শাৰী নাপাতিলেও হয়। তথাপি তাতো শাৰী। শাৰী পাতে ইয়াত মানুহে কৰ্তৃপক্ষৰ বাধ্যবাধকতাত নহয়। শাৰী পাতে স্বেচ্ছাই— সকলোৰে কাম শৃঙ্খলাৰ মাজেদি সহজে হওক বুলি। সেয়েহে শাৰী পাতি টিকেট ল'লোঁ তথাপিও। টিকেটৰ কাউণ্টাৰত কোন গে'টত ষ্টিভেনেইজৰ ট্ৰেইন ৰ'বহি সুধিছিলোঁৱেই। কিন্তু তালৈ আহি দেখোন দেখোঁ— অন্য এখন ট্ৰেইনহে তাত ৰৈ আছে। আকৌ কাউণ্টাৰলৈ গৈ সুধিব লাগিলে আকৌ শাৰীত থিয় হ'ব লাগিব। উভতি আহি যদি আকৌ ট্ৰেইন ফেল কৰোঁ? তেনেতে আমাৰ পৰা কিছু আঁতৰত আঁজলিয়ে এজন ৰে'লৰে বিষয়া বুলি অনুমান কৰিব পৰা মানুহ থিয় হৈ অন্য এজনৰ লগত কথা পাতি থকা দেখিলে। লগে লগে আঁজলিয়ে তেওঁৰ ওচৰলৈ গৈ সুধিলে— আমাৰ ৰে'ল ক'ত ৰ'ব। তেওঁ "প্লিজ ওৱেইট্ ফৰ্ এ মিনিট" বুলি অকণমান আঁতৰি গৈয়ো আকৌ আঁজলিৰ ওচৰলৈ দৌৰি আহিল আৰু ক'লে, "অ', ছৰি,

আপুনি দুই মিনিটৰ বাবে বাট চাব লাগিব। মই কথাটো ভিতৰত গৈছে সুধি আহিব লাগিব।" সঁচাকৈ তেওঁ এক মিনিট নহয়, দুই মিনিট পিছত উভতি আহিল। আকৌ প্ৰায় দৌৰিয়ে আহি তেওঁক ক'লে, "আপুনি সৌ যে ট্ৰেইনখন ৰৈ আছে, তাতেই থাককগৈ। ইখন ট্ৰেইন গ'লেই ষ্টিভেনেইজৰ ট্ৰেইনখন তাত ৰ'বহি। চিন্তা নকৰিব।" হয়, ইখন ট্ৰেইন যোৱাৰ পিছতে আমাৰ ট্ৰেইনখন আহিল আৰু আমাৰ ট্ৰেইনো ঠিক সময়তে এৰিলে।

ষ্টিভেনেইজ্ ষ্টেশ্বনত ৰে'লৰ পৰা নামি ষ্টেশ্বন এৰি ছিৰিৰে তললৈ নামি যাব ধৰোঁতে দেখিলোঁ— মনোহৰ দৌৰি আহি আছে আমাৰ পিনে। কিমান যে ভাল লাগিল আমাৰ। আমাৰ হাতত মাথোন হেণ্ডবেগ দুটা। তাকেই তেওঁ কাঢ়ি নি তেওঁৰ গাড়ীত নি উঠালেগৈ। আমাক তেওঁৰ গাড়ীত বহুৱাই লৈ গাড়ী ষ্টাৰ্ট দিছে। কিন্তু কিবা এটা পেঁ পেঁকৈ বাজি আছে; গাড়ী আগুৱাই যোৱা নাই। শেষত মনোহৰে ক'লে, "আংকল্, আপুনি বেল্ট্ মাৰি লোৱা নাই।" খাজলিয়ে লগে লগে মোক ভৰ্ৎসনা কৰি ক'লে, "এওঁ সদায় সদায় বেল্ট মাৰিবলৈ পাহৰে।" মনোহৰে ক'লে, "দেট্ ডাজন্ট্, মেটাৰ, আন্টি। মোৰ গাড়ীখনেতো সৌৰৱাই দিবলৈ নাপাহৰে।"

মনোহৰৰ ঘৰ পোৱাৰ আধা ঘণ্টামানৰ পিছতে শংকৰ, মাধৱীহঁত আহি প্যালে আমাৰ লাগিজবোৰ লৈ। ৰাতিৰ সাঁজ তেওঁলোকক লগত লৈ একেলগে খোৱাৰ বন্দোবস্ত কৰিছে মনোহৰহঁতে। আমাৰ পছন্দৰ ইবিধ-সিবিধেৰে শিল্পী আৰু তেওঁৰ মাকে, অৰ্থাৎ শ্ৰীমতী মনোহৰ আৰু মনোহৰৰ শাহুৱেকে ৰন্ধা ভাৰতীয় খানা আটাইবোৰে ৰং-তামাচা কৰি খালোঁ। ৰাতি ১১ মান বজাত শংকৰ-মাধৱীয়ে তেওঁলোকৰ তিনি বছৰীয়া ছোৱালীজনীক লগত লৈ ষ্টিভেনেইজ এৰিলে ৫০ মাইল আঁতৰৰ তেওঁলোকৰ হাউন্স্লোৰ ঘৰলৈ। আৰুনো কেতিয়াবা তেওঁলোকক লগ পামনে? শংকৰ-মাধৱী, সোমা-কল্লোল, মনেহৰ-শিল্পী? নে এওঁলোক মাথোন আমাৰ স্মৃতিত ইয়াৰ পিছত ইতিহাস হৈহে থাকি যাব? জীৱনটো জানো এনেকুৱাই— লগ পোৱা, হঁহা মতা, আৰু তাৰ পিছত চিৰকালৰ বাবে এৰা-এৰি হোৱা? মনত পৰিল প্ৰফুল্লদত্ত গোস্বামীৰ 'কেঁচা পাতৰ কঁপনি' উপন্যাসৰ সেই শাৰীটো— "জাজিবোৰ উটি যায়, কেতিয়াবা লগ লাগে, আকৌ আঁতৰ হয়। সোঁতটিহে সঁচা চাগৈ।"



# সাত

# ষ্টিভেনেইজ্ আৰু কেম্ব্ৰিজ্

শংকৰ আৰু মাধবীক বিদায় দি মনোহৰে ক'লে, "এই চাৰি দিনেতো আপোনালোকে উশাহ নোপোৱাকৈ ভ্ৰমণতে ব্যস্ত আছে। গতিকে কাইলৈ পুৱাৰ বেলাটো ঘৰতে জিৰণি লওক। আবেলিকৈ যদিহে বতৰ ভাল হয়, তেন্তে কেম্ব্ৰিজ্‌লৈ যাবগৈ। অক্সফৰ্ড চাই আহিল; এতিয়া কেম্ব্ৰিজ্ নাচালে হ'ব জানো?" মনোহৰৰ প্ৰস্তাৱত জঁপিয়াই উঠিলোঁ। ইমান দিনৰ ভাগৰৰ পিছত এটা বেলাৰ জিৰণি! কেনে যে সুখৰ কথা হ'ব। আকৌ কেম্ব্ৰিজ্! এৰা, অক্সফৰ্ডৰ পিছত কেম্ব্ৰিজ্। সিও কম আনন্দৰ কথানে?

এই কেইদিন ৰাতিপুৱা সদায় ৫ বজাত উঠিছোঁ ঘৰতো উঠাৰ দৰে। কিন্তু ঘৰত ৫ বজাতে উঠি ৫.৩০ বজাতে ওলাই যাওঁ প্ৰাতঃভ্ৰমণৰ বাবে। এই কেইদিন হেৰোতে হওক বা হাউন্‌শ্লোতে হওক, প্ৰাতঃভ্ৰমণৰ বাবে ৰাস্তা অতি সুন্দৰ। লোভনীয় বুলিয়েই ক'ব পাৰি। তথাপি ফুৰিবলৈ ওলোৱা নাই। গৰম কালিৰ লণ্ডন ইয়াৰ ৰাজহুৱা মতামত অনুসৰি উপভোগ্য হ'লেও আমাৰ বাবেতো বেছ ঠাণ্ডা। ধলপুৱাতে ৰাস্তালৈ ওলালে বা আকৌ কেনে পোছাক লাগে! মনোহৰৰ তাত ৰাতিটো কটায়ো এয়া পাঁচ বজাতেই সাৰ পালোঁ ১৪ আগষ্ট, সোমবাৰৰ ৰাতিপুৱা ইয়াতো কালি দেখি আহিছোঁ, ৰাস্তা একে ধৰণে আহল বহল, চাফ-চিকুণ। তথাপি একেদৰেই ঠাণ্ডাৰ কাৰণতে প্ৰাতঃভ্ৰমণলৈ নোলোৱাই ঠিক কৰিলোঁ। গতিকে কাণে-মূৰে কাপোৰ লৈ আকৌ শুই থাকিলোঁ। আজিতো পুৱা উঠাৰ কোনো তাগিদা নাই— বহু প্ৰত্যাশিত সেই জিৰণিৰ বেলা। ৰাতিটোৰ আৰামৰ টোপনিৰ পিছত গাৰ পৰা যেন এতিয়া ভাগৰবোৰ উৰি উৰি যাব ধৰিছে।

৭ মান বজাত মনোহৰৰ পত্নী শিপ্ৰীৰ তলৰ তলাত চাহৰ চামুচৰ খুটখাট শব্দ শুনিহে বিছনা এৰিলোঁ। শিপ্ৰীও এঞ্জিনীয়াৰ— ছফ্‌ট্‌ওৱেৰৰ এঞ্জিনীয়াৰ কোনো এটা কোম্পানিত তেওঁতো ওলাই যাব পুৱাতে। চাহৰ টেবুলত আটায়ে বহি চাহ-জলপান খাওঁতেহে জানিলোঁ, তেওঁ আজি অফিচলৈ নাযায়। ছুটী ল'ব। মনে মনে ভাবিলোঁ, তেওঁৰ ছুটী ল'বলগীয়া হোৱাৰ কাৰণ আমিয়েই নহয়তো?

ব্ৰেকফাষ্টৰ পিছত মনোহৰ ওলাই গ'ল তেওঁৰ অফিচলৈ, দুপৰীয়া আহি একেলগে লাঞ্চ খাব বুলি কৈ। শিপ্ৰী আৰু তেওঁৰ মাক লাগিল বন্ধা-বঢ়াত। আঁজলি গ'ল ওপৰলৈ আমাৰ কোঠাত ইটো সিটো কৰিবলৈ। মই গ'লোঁ মনোহৰৰ শহুৰেক মিঃ পি এছ গুপ্তাৰ লগত একেলগে বহি কথা পাতোঁ বুলি ড্ৰয়িং ৰুমলৈ। কালি গধূলিয়েই মিঃ আৰু মিছেছ্ গুপ্তাৰ লগত চিনাকি হৈছিলোঁ। দুয়োৰে বেছ ওখ-পাখ যদিও নিয়মীয়া শকত। মিঃ গুপ্তাই কালি দুষাৰমান কথা পাতিয়েই আমাক বেছ আপোন কৰি লৈছিল। তেওঁ হেনো আমাৰ শিৱসাগৰৰ নাজিৰাত চাৰি বছৰ আছিল অ' এন্ জি চিৰ অপাৰেচন্ বিজ্‌নেছ্ গ্ৰুপৰ মেনেজাৰ হিচাপে। সেই কালছোৱাৰ স্মৃতি তেওঁৰ হেনো বৰ মধুৰ। গতিকে আমিও অসমৰ কাৰণে তেওঁ হেনো আমাকো এক আপোন যেন পাইছে। তদুপৰি মই কেতিয়া অৱসৰ পালোঁ সুধি যেতিয়া জানিলে মই অৱসৰ পালোঁ ২০০৩ চনত, তেতিয়া তেওঁ কৈছিল— আমি নিশ্চয় একে বয়সৰে হ'ম। স্বাভাৱিকতে

মই তেওঁৰ লগত বহি দুষাৰ কথা পতাৰ প্ৰয়োজনবোধ কৰিলোঁ। কালিয়েই জানিছিলোঁ, তেওঁলোক দুয়ো ছমাহৰ বাবে লণ্ডনলৈ আহি ইতিমধ্যে প্ৰায় ৪ মাহ ইয়াতে কটালে। বছৰত এবাৰকৈ তেওঁলোক লণ্ডনলৈ আহি ছমাহ ইয়াত কটায়; বাকী ছমাহ আহমেদাবাদৰ ঘৰত থাকে। তেওঁলোক মূলতে পাঞ্জাবৰ যদিও গুজৰাটৰ আহমেদাবাদতে ঘৰ কৰি তাৰেই স্থায়ী বাসিন্দা হ'ল। অ' এন জি চিৰ বিষয়া হিচাপে ভাৰতৰ বিভিন্ন ঠাইত থাকি থাকি ভাৰতৰ সকলো ঠাইকে, সকলো অঞ্চলৰ খানাকে সমানে ভাল পোৱা হ'ল; আৰু গতিকে গুজৰাটতে স্থায়ী ঘৰ কৰিলে। তেওঁৰ দেউতাকো চাকৰিসূত্ৰে ভাৰতৰ বিভিন্ন অঞ্চলত আছিল বাবে ল'ৰাকালৰ পৰাই তেওঁ ভাৰতৰ বিভিন্ন ৰাজ্যত ঘূৰিছে বা ছাত্ৰ হিচাপে পঢ়িছে। গতিকে তেওঁৰ হৌম্ ষ্টেট বুলিবলৈ অকল পাঞ্জাব বা গুজৰাটেই নহয়, সমগ্ৰ ভাৰতেই। তেওঁৰ পৰা এনে কথা শুনি ভাল লগাত আজি আকৌ তেওঁৰ কথা দুষাৰ শুনিবৰ মন গ'ল— বিশেষকৈ অসমত তেওঁৰ মধুৰ অভিজ্ঞতা সম্পৰ্কে।

শ্ৰীগুপ্তাই চাহৰ টেবুল এৰি আহিয়েই ড্ৰয়িং ৰুমৰ হৌম্ থিয়েটাৰত পাকিস্তান টি ভি চাই আছিল। কালিও তেখেতক পাকিস্তান টি ভি চোৱাই দেখিছিলোঁ। গতিকে সুধিলোঁ, "আপুনি দূৰদৰ্শন বা ভাৰতীয় কোনো চেনেল নাচাই পাকিস্তানী চেনেলহে চায় কিয়?" তেওঁৰ উত্তৰ, "ভাৰতীয় চেনেলো চাওঁ। কিন্তু আপুনি নিজকে যদি ভালকৈ জানিব খোজে, শত্ৰুৱে আপোনাৰ বিষয় কি কয়, তাকো জানিব লাগিব। গতিকে মই ভাৰতীয় চেনেলো চাওঁ, পাকিস্তানী চেনেলো চাওঁ।" বি বি চি ব্ৰেকফাষ্ট নিউজটো মোৰ বাবে অকণমান খুলি দিবলৈ তেওঁক অনুৰোধ কৰিলোঁ, যাতে বৃটিছ এয়াৰওৱেইজৰ উৰণবোৰ নিয়মীয়া হোৱাৰ পিনে গাব ধৰিছেনে নাই জানিব পাৰোঁ। উৰণ বাতিল কৰাৰ সংখ্যা কিছু কমিছে; সেয়া ভাল খবৰ। কিন্তু নিয়মীয়া হ'বলৈ বহুত বাকী। তদুপৰি ছিকিউৰিটি চেক্ বা সুৰক্ষা নিৰীক্ষণ ইমান বাঢ়িছে যে বিমানবন্দৰত এতিয়াও বিশৃংখলাৰ সীমা নাই। লণ্ডনৰ পৰা আমেৰিকালৈ উৰিবলৈ এতিয়া আমাৰ আৰু পাঁচদিনমানহে বাকী। ইয়াৰ ভিতৰত উৰণবোৰ নিয়মীয়া হ'বগৈনে? আমাৰ উৰণ বাতিল নহয়তো?

কিন্তু সেইবোৰ ভাবি থাকিয়েই বা কি লাভ? শ্ৰীগুপ্তাক ক'লোঁ, আপোনাৰ অসমত কটোৱা চাৰিটা বছৰৰ অভিজ্ঞতা বৰ মধুৰ বুলি কৈছিল। কিনো কেনে অভিজ্ঞতা আছিল অলপ বহলাই ক'বনে?" শ্ৰীগুপ্তাৰ চকু দুটা উজ্জ্বলি উঠিল। অতি উৎসাহেৰে তেওঁ ক'বলৈ ধৰিলে:

"আপুনিতো জানে চৰকাৰী চাকৰিত এখন ঠাইত একেটা পদতে সাধাৰণতে তিনি বছৰহে ৰখা নিয়ম। কিন্তু মই অসমত চাৰি বছৰ কেনেকৈ থাকিলোঁ— ১৯৯৩ চনৰ পৰা ১৯৯৭ চনলৈ এই চাৰি বছৰ? সেয়া হ'ব পাৰিছিল অ' এন জি চিৰ নাজিৰা-শিৱসাগৰৰ অপাৰেচং বিজনেছ্ গ্ৰুপৰ অসমীয়া বিষয়া-কৰ্মচাৰীসকলৰ মোৰ প্ৰতি সদ্ভাব আৰু অভাবনীয় মৰম-চেনেহৰ বাবে। অসমীয়া বিষয়া-কৰ্মচাৰীৰ এনে মৰম-চেনেহ আৰু সদ্ভাব মোৰ প্ৰতি কেনেকৈ গঢ়ি উঠিল, তাৰ কথাই মই আপোনাক ক'ব খুজিছোঁ। আপুনিতো জানে, এই কালছোৱা অসমীয়াসকলৰ অনা-অসমীয়াসকলৰ প্ৰতি বিদ্বেষৰ কাল হিচাপেহে সকলোৱে জানে। কতজনে তো অনা-অসমীয়া বিষয়া-কৰ্মচাৰীয়ে এই কালত তাত প্ৰাণ হেৰুৱাইছে; বহুতে আকৌ অতি তিক্ত অভিজ্ঞতা লৈ অসম এৰিছে। অথচ মই অসমৰ কথা, অসমীয়াসকলৰ কথা আজিও পাহৰিব

পৰা নাই, আৰু কোনোদিন নোৱাৰিম।

মই যেতিয়া তাৰ অ' এন জি চিৰ অফিচত ভৰি দিলোঁগৈ, তেতিয়া এটা মিছন লৈয়েই তাত উঠিছিলোঁ। অথবা ক'ব পাৰে, অ' এন জি চি কৰ্তৃপক্ষই এটা মিছন দিয়েই মোক তালৈ পঠিয়াইছিল। শিবসাগৰ-নাজিৰাৰ অপাৰেশ্বন, বিজ্‌নেছ্ গ্ৰুপ্‌টো সমগ্ৰ ভাৰতৰ অপাৰেশ্ব ন্ বিজ্‌নেছ গ্ৰুপবোৰৰ ভিতৰতে আটাইতকৈ পুৰণি, আৰু পূৰ্বতে ই সমগ্ৰ ভাৰতৰ ভিতৰতে শ্ৰেষ্ঠ বুলিও খ্যাত আছিল। কিন্তু পিছলৈ, বা ক'ব পাৰে, মই তালৈ যোৱাৰ কিছু বছৰমান আগৰ পৰা ই ভাৰতৰ ভিতৰতে অকৰ্মণ্য আৰু নিকৃষ্ট বিভাগ হৈ পৰিছিল। মোক তালৈ পঠিয়াওঁতে সেয়েহে এই আশা কৰি পঠিওৱা হৈছিল যে ই অন্ততঃ মোৰ কাৰ্যকালৰ ভিতৰত সকৰ্মণ্য হৈ উঠিব। মই মনে মনে ভাবি গৈছিলোঁ, অকল সকৰ্মণ্য কৰা কিয়, দেশৰ ভিতৰতে এই পুৰণি আৰু এসময়ৰ শ্ৰেষ্ঠ বিভাগটোক পুনৰ শ্ৰেষ্ঠ বিভাগ কৰিয়েই তুলিব লাগে। কিন্তু তাত বা কি অৱস্থা বৰ্তমান? আন্দোলন কালৰ অসমৰ কথাতো শুনিয়েই আছোঁ।

নাজিৰাত মেনেজাৰ হিচাপে কামত যোগ দিয়েই দেখিলোঁ, বিভাগটো প্ৰায় মৃতপ্ৰায়। কৰ্মচাৰী-বিষয়া সকলো আছে। কিন্তু তাত একো কামৰেই নাম-গন্ধ নাই। যি হওক, মই পূৰ্ণোদ্যমে কামত লাগি গ'লোঁ আৰু মোৰ তলতীয়া বিষয়া-কৰ্মচাৰীসকলৰ পৰাও এনেদৰে কাম পাম বুলি আশা প্ৰকাশ কৰিলোঁ। বিভাগৰ বিষয়া-কৰ্মচাৰীসকল সকলো কৰ্মোৎসাহী। দেশৰ আৰু চৌপাশৰ পৰিস্থিতিৰ বাবেহে তেওঁলোক কামত লাগিব নোৱাৰে— এই কথা মই সোনকালে বুজিলোঁ। মোলৈও বাধা আহিল, ভাবুকি আহিল। কিন্তু মই কামত একে উদ্যমে লাগি থাকিলোঁ। এদিন সেই অঞ্চলটো নে সমগ্ৰ অসমৰে কিবা এটা বন্ধৰ দিন। এনেকুৱা বন্ধৰ কাৰ্যসূচীতো সঘন। কিন্তু মই সেই পৰিস্থিতিতো কামলৈ যাওঁ। মোৰ বিষয়া-কৰ্মচাৰীসকলো তেনেস্থলত তেনে দিনতো কামলৈ যোৱা কৰিছে। কিন্তু সেই দিনা এটা ডেকা ল'ৰাৰ দল মোৰ অফিচত সোমাই মোক অসমৰ শত্ৰু বুলি ভৰ্ৎসনা কৰি কাম এৰি ওলাই যাবলৈ ক'লে। মই তেওঁলোকক বন্ধুৰ ভাবেৰে কথা পাতোঁ বুলি বহুৱাই লৈ এই বিভাগটোৰ পূৰ্বৰ গৌৰৱময় আৰু বৰ্তমানৰ নিশকতীয়া অৱস্থাৰ কথা বুজাই ক'লোঁ। এই কথাও ক'লোঁ যে ইয়াক পূৰ্বৰ গৌৰৱময় অৱস্থালৈ ঘূৰাই নিয়াৰ বাবে ভাৰত চৰকাৰে বা অ' এন জি চি কৰ্তৃপক্ষই একো দিব নালাগে। কেৱল আমি ইয়াত পূৰ্বৰ নিষ্ঠাৰে কাম কৰি গ'লেই হৈ যায়। মই অসমৰ শত্ৰু নহয়। ময়ো অসমৰ গৌৰৱ বিচাৰোঁ। কিন্তু সকলোৱে নিষ্ঠাৰে মন পুতি কাম কৰাত বাহিৰে তাৰ বাবে প্ৰাথমিক কাম অন্য আৰু কি আছে?

ল'ৰাইতে নিশ্চয় এই কথা উপলব্ধি কৰিলে। অন্ততঃ মই যে অসমৰ শত্ৰুতা কৰিহে বিভাগটোক কৰ্মক্ষম কৰা নাই, সেই কথা বুজিলে। তাৰ পিছত মই আৰু বাহিৰৰ পৰা কেতিয়াও কামত বাধা পোৱা নাই। আৰু মোৰ বিভাগৰ বিষয়া-কৰ্মচাৰীসকলৰ যি কৰ্মনিষ্ঠতা আৰু কামত পাৰদৰ্শিতা— সি মোক মুগ্ধ কৰি তুলিলে। অসমৰ বিজ্‌নেছ্ অপাৰেশ্বন্ গ্ৰুপ্‌টো সঁচাকৈয়ে পুনৰ ভাৰতৰ এটা বাচকবনীয়া বিভাগ হৈ উঠিল। অসমৰ সেই বিষয়া-কৰ্মচাৰীসকলে কটকটীয়া শৃঙ্খলাত কামৰ মাজত সোমাই থাকিবলগীয়া হৈ মোক তলে তলে অন্ততঃ বেয়া পাইছিল নেকি? সি যে মুঠেই নহয়, বৰং তেনে শৃঙ্খলাৰ মাজত কামত বুৰ গৈ থাকিবলগীয়া হৈ সুখীহে হৈছিল, তাৰ প্ৰমাণো মই তাতেই পাই আহিছিলোঁ। মোৰ কাৰ্যকালত তৃতীয় বছৰৰ অন্তত

মোৰ বদলিৰ জাননী আহিল গুজৰাটলৈ। মই সুখী হ'লোঁ। কাৰণ গুজৰাটতেই মোৰ ল'ৰা-ছোৱালী দুটিক আৰু মাকক ৰাখি আহিছোঁ। কিন্তু কৰ্মচাৰীসকলে মই শিৱসাগৰ অ' এন জি চি এৰিব নালাগে বুলি দৃঢ়ভাৱে লাগিল। মই ক'লোঁ— ল'ৰা-ছোৱালী দুটাৰ ওচৰত থাকিব পাৰিলে সিহঁতৰ পঢ়াত সুবিধা হ'ব। কিন্তু মোৰ বিষয়া-কৰ্মচাৰীসকলে মোৰ প্ৰতি মৰম-সম্ভাৱৰ চিন দেখুৱাই ক'লে— আমি তেওঁলোকক আশীৰ্বাদ দিম। আপুনি ইয়াতে থাকিলেও তেওঁলোকে পঢ়া-শুনাত ভাল কৰিব। মই তেওঁলোকৰ মৰমৰ দাবীত সেও মানিলোঁ। কৰ্তৃপক্ষই মোক আৰু এবছৰলৈ তাত ৰাখিলে। আৰু চাৰি বছৰৰ মূৰত যেতিয়া মই অসম এৰোঁ, তেতিয়া তাত মোৰ প্ৰতি মানুহৰ মৰম-চেনেহৰ আৰু সম্ভাৱৰ গভীৰতা যে কিমান আছিল, তাক ভালকৈ বুজিলোঁ। বিদায় সভা অকল কাৰ্যালয়-অনুষ্ঠানতে নহয়, বিদায়-সভা পালোঁ মানুহৰ ঘৰে ঘৰেও। বহুদিন ধৰি কেৱল বিষয়া-কৰ্মচাৰীৰ ঘৰে ঘৰে নিমন্ত্ৰণ। সেই সময়ত পোৱা গামোচা আমি আজিও অতি আদৰেৰে আহমেদাবাদৰ ঘৰত সাঁচি ৰাখিছোঁ--- অসমৰ মানুহৰ আমাৰ প্ৰতি মৰম-সম্ভাৱৰ চিন হিচাপে।"

কথাখিনি কৈ উঠি শ্ৰীগুপ্তা যেন আৰু বেছি আৱেগময় হৈ উঠিল। অসমৰ মানুহৰ মাজত তেওঁ যেন ইতিমধ্যে সোমাই পৰিছে। আগতকৈও বেছি উচ্চ কণ্ঠত তেওঁ আৰু ক'লে, অসমীয়াসকল মুঠেই শ্ৰমবিমুখ নহয়। তেওঁলোকে নিজেই তামচা কৰি কয়, তেওঁলোকৰ দেশখন হেনো 'লাহে লাহে'ৰ দেশ। তেওঁলোক কিন্তু কাম কৰাত 'লাহে লাহে' নহয়। তেওঁলোকক চলোৱা মানুহবোৰহে, তেওঁলোকৰ নেতাবোৰহে তেনেকুৱা, কামৰ প্ৰতি বিমুখ। অসমীয়া মানুহবোৰ নিশ্চয় কিছু আৱেগপ্ৰৱণ। সেই কাৰণতে তেওঁলোকে আদৰ্শৰ বাবে প্ৰাণ দিব পাৰে। কিন্তু উপযুক্ত আদৰ্শ দেখুৱাবলৈ তেওঁলোকক আদৰ্শবাদী নেতা লাগে। প্ৰকৃত আদৰ্শবাদী নেতা। মোৰতো সদায় ধাৰণা, সেই মানুহখিনিৰ আশীৰ্বাদতে তাৰ পিছৰ জীৱনত মই যিখিনি সুখ পাইছোঁ, সেইখিনি পাব পাৰিছোঁ। মোৰ ল'ৰা-ছোৱালী দুটিৰ যি মংগল হ'ল, সি নিশ্চয় অসমৰ মানুহৰ সেই আশীৰ্বাদতেই। মোৰ ল'ৰাটি গ্ৰোবেল চিটি বেংকৰ লণ্ডন অফিচত ভাইচ প্ৰেছিডেণ্ট। আৰু ছোৱালীজনী এৰা শিল্পী; তাইকতো পাইছেই। তাই ভাল গৃহিণীয়েই অকল নহয়, তাই গুজৰাটৰ যিখন এঞ্জিনীয়াৰিং কলেজৰ পৰা ছফট্‌ৱেৰ ইঞ্জিনীয়াৰিঙত ডিগ্ৰী লৈছিল, সেইখনৰ নিজৰ বিষয়ৰ উপৰি কেবাটাও বিষয়ত শীৰ্ষস্থান পাইছিল। তায়ো এতিয়া ইয়াৰ মাল্টিনেচনেল কোম্পানি এটাত কাম কৰে। আৰু জোঁৱাই মনোহৰ। তাকতো আপোনালোকে ভালকৈ জানে। সি কাম কৰা কোম্পানিটোৰ সি ইয়াত মেনেজাৰ।"

মনোহৰো অফিচৰ পৰা আহিলত আমি যেতিয়া একেলগে লাঞ্চ খাওঁ, তেতিয়া প্ৰায় শেষ ভাগ। গতিকে তেওঁ ক'লে, "আপোনালোকক লৈ একেলগে ওলাই যাওঁ। কেম্ব্ৰিজলৈ যোৱাৰ বাবে বতৰতো এতিয়া ভালেই। মই আপোনালোকক বেল ষ্টেচনলৈ নি ৰে'লত উঠাই দিম। কেম্ব্ৰিজ ষ্টেচনত নামিয়ে 'চিটি ছাইট্ ছিং টুৱাৰ'ৰ বাছ পাব। তাত উঠিলেই কেম্ব্ৰিজৰ চাবলগীয়া সকলো দেখুৱাই দিব।" শিল্পীয়ে তেওঁৰ বস্তুচুৰা ৰঙৰ ৰেইনকোট এটা আঁজলিৰ হাতত তুলি দি

ক'লে, "এইটো পিন্ধিয়েই লওক বা হাততেই লওক, লগত কিন্তু ৰাখিবই। ইয়াত বতৰৰ একো বিশ্বাস নাই।" মনোহৰে আমাক নি একেবাৰে ৰে'লতে উঠাই দিলে। ৰংচঙীয়া ৰে'লগাড়ী, আহল-বহল, চাফ-চিকুণ দবাবোৰ। কেম্ব্রিজৰ পৰা ষ্টিভেনেইজলৈ এঘণ্টামানৰহে ভ্ৰমণ। উপভোগ্য।

কেম্ব্রিজ্ ষ্টেশ্বনত নামি ষ্টেশ্বনৰ দুৱাৰমুখতে মনোহৰে কোৱামতেই কণ্ডাক্টেড্ টুৱাৰৰ বাছ পালোঁ। অৱশ্যে এখন বাছ অলপ আগতে গৈছেহে বাবে এই বাছখন আৰু বিছ মিনিট পিছতহে এৰিব। যি হওক, আমি টিকেট আৰু লগত দিয়া বিজ্ঞাপনী কাগজ-পত্ৰবোৰ লৈ বাছতে বহি থাকিলোঁ। সময় হোৱাৰ লগে লগে বাছৰ এঞ্জিনে গোৰগোৰাই উঠিল। সময় হৈছে যদিও বাছ কেম্ব্রিজ্ দৰ্শনাৰ্থী যাত্ৰীৰে পূৰ হ'বলৈ বহুত বাকী। তথাপি যাবনে? আমাৰ তাৰ দৰে যদি যাত্ৰীলৈ বাট চাই চাই যোৱাত দেৰি কৰে, আমাৰতো ঘূৰি যোৱাত অসুবিধা হ'ব। পিছে নাই। কেম্ব্রিজ্ দৰ্শনাৰ্থী যিখিনি হৈছে, তাকে লৈয়েই বাছ এৰিলে। গাইডৰ বিৱৰণি লগে লগে আৰম্ভ হ'ল। কেম্ব্রিজ্ বিশ্ববিদ্যালয়ৰ ইতিহাসৰ পৰা ইয়াৰ বিভিন্ন কলেজৰ পৰিচয়, বাছে স্পৰ্শ কৰি যাবলগীয়া বিভিন্ন অনুষ্ঠান, উদ্যান আদিৰ পৰিচয় তেওঁ গাই গ'ল। সময়ত নামী নামী কলেজবোৰ চকু থিয় কৰি কৰি, ডিঙি ঘূৰাই ঘূৰাই চালোঁ। পিছে কলেজবোৰ খোলা নহয। তাতে আকৌ কেম্ব্রিজত পালোঁ গোমোঠা বতৰ। মাজে মাজে কিনকিনীয়া বৰষুণ। গতিকে ৰাস্তাৰ কাষে কাষে চাইকেল চলাই ফুৰা ল'ৰা-ছোৱালী দুই-একত বাহিৰে, কেম্ব্রিজ্ যেন জনশূন্য— তেনেহে লাগিল। অৱশ্যে বন্ধৰ দিনৰ কেম্পাছ ইয়াতকৈনো আৰু কি বেলেগ হ'ব। অক্সফৰ্ডো অৱশ্যে বন্ধৰ দিনতে চাইছিলোঁ। দোকান-পোহাৰে তেতিয়াও কিন্তু অক্সফৰ্ড্ গমগমীয়া। কেম্ব্রিজ্ যেন নিঃসাৰ। অৱশ্যে অক্সফৰ্ডৰ বিভিন্ন কলেজৰ ঘৰ-বাৰীবোৰৰ পুৰণি পুৰণি ৰূপৰ বিপৰীতে ইয়াৰ কলেজবোৰৰ ঘৰ-বাৰীবোৰ যেন পুৰণি হৈও নতুন, নতুন চিকচিকীয়া। কেম্ নদীখন দুবাৰো দেখিলোঁ। তেনেই ঠেক। সোঁত নাই বুলিলেই হয়। অথচ এই নিষ্প্ৰাণপ্ৰায় কণমানি নদীখন আৰু তাৰ ওপৰৰ দলংখনক লৈয়েই এই পৃথিৱীৰ অন্যতম প্ৰাচীন আৰু প্ৰখ্যাত বিশ্ববিদ্যালযখনৰ চহৰখনে কেম্ব্রিড়জ্ নাম পোৱা নাই জানো?

এন্ধাৰ হোৱাৰ আগতেই আমি পুনৰ আহি কেম্ব্রিজ্ ষ্টেশ্বন পালোঁ। ষ্টেশ্বনটো সৰু হ'লেও তাৰ বাহিৰতো দোকান-পোহাৰ আৰু ভিতৰতো বিধে বিধে খোৱাবস্তুৰে ডাঙৰ ৰেষ্টৰেণ্ট। কিবা খোৱাৰ প্ৰয়োজন হৈ উঠিছিল। বৃটেইনত আমি খাব পৰা কফী খাব খুজিলে কি বুলি ক'ব লাগে শিল্পীয়ে হেনো আঁজলিক কৈ পঠিয়াইছিল। ইয়াৰ কফীবোৰ অতি কাঢ়া; কাৰণ সেইবোৰ কেফিনমুক্ত (decaffeinated) নহয়। আমি খাব পৰা বা ভাৰতত আমি খোৱাৰ দৰে কফী খাব খুজিলে ইয়াত ক'ব লাগিব কফী বুলি নহয়, ক'ব লাগিব কেফেই লাটে (caffe latte) বুলি। নাইবা ক'ব পাৰি কাপাচিনো (cappacino) বুলি; কিন্তু কাপাচিনোত গিলাচটোৰ আধামান ফেনেই থাকিব। শিল্পীয়ে দিয়া এইপাত চাবিৰেই এইবাৰ তেন্তে ভাৰতীয় কফীৰো দুৱাৰ বৃটেইনত খুলিব পাৰিম? হয়, আমি খালোঁ কেফেইলাটে। আৰু সঁচাকৈয়েই এইবাৰ আমি আমাৰ দেশত খোৱা কফীৰ সোৱাদ পালোঁ। গতিকে খালোঁ দুয়ো দুকাপ।

উভতি যোৱাৰ বাবে আমাৰ ৰিটাৰ্ণ টিকেটেই আছিল। কিন্তু আমাৰ ট্ৰেইন কোনটো প্লেটফৰ্মত ৰ'ব আঁজলিক সুধিবলৈ টিকেট কাউণ্টাৰ এটালৈ পঠিয়ালোঁ। আটাইতকৈ কম মানুহ থকা কাউণ্টাৰ এটালৈকে আঁজলি গ'ল। দুজননে তিনিজন মাত্ৰ মানুহ তাত। কিন্তু তাতো সেই তিনিজন মানুহৰেই এটা শাৰী। আঁজলিও সেই শাৰীত থিয় হৈহে আমাৰ প্লেটফৰ্ম নম্বৰ সুধি আহিল। কেম্ব্ৰিজ্ ষ্টেশ্বন বৰ দীঘল। ফলত আমাৰ ৰে'ল যদি ৰয় ৬ নং প্লেটফৰ্মত আৰু আমি যদি ৰৈ আছোঁ ১ নম্বৰত, তেন্তে দৌৰি আহিও ৬ নম্বৰত আৰু ট্ৰেইন ধৰিব নোৱাৰিম। কিন্তু ষ্টেশ্বনটো ইমান দীঘল নোহোৱা হ'লেতো এনে অসুবিধা নহ'লহেঁতেন। ষ্টেশ্বনটো ইমান দীঘল হ'ল কেলৈ ? ইয়াৰ কাৰণ আমাক বাছৰ ভিতৰতে আমাৰ গাইডে কৈ শুনাইছিল। কেম্ব্ৰিজ্‌লৈ যেতিয়া ৰে'ল লাইন অহা ঠিক হ'ল, বিশ্ববিদ্যালয় কৰ্তৃপক্ষই তাৰ বাবে বিশ্ববিদ্যালয়ৰ মাটি এৰি দিলে যদিও, ৰে'ল কৰ্তৃপক্ষক লগা মতে বহল এডোখৰ ঠাই দিবলৈ হেনো অমান্তি হ'ল। ঠেক এডোখৰ ঠাইহে দীঘে দীঘে এৰি দিলে ৰে'ল লাইন কেম্ব্ৰিজ্ এৰি আৰু আগুৱাই যাবলৈ। তেতিয়া ষ্টেশ্বনটো আৰু ডাঙৰ হ'ব নোৱাৰিব। বিশ্ববিদ্যালয় চহৰত ডাঙৰ ষ্টেশ্বন হ'ব লাগিলে ল'ৰা-ছোৱালীৰ পঢ়াৰ পৰিৱেশ নষ্ট হ'ব। কিন্তু সময়ৰ লগে লগে ষ্টেশ্বনটো কিছু বাঢ়ি যাবই লাগিব। কেম্ব্ৰিজ্ ষ্টেশ্বনো বাঢ়ি গৈছে। কিন্তু দীঘ দীঘে।

যি হওক, সময়ত আমাৰ ট্ৰেইন আহিল। আমি আমাৰ নিৰ্দিষ্ট প্লেটফৰ্মত ৰৈ থকা বাবে অনায়াসে গাড়ীত উঠিব পাৰিলোঁ। মনোহৰক গাড়ীৰ পৰাই ফোন কৰি জনালোঁ— আমি গৈ আছোঁ। কিন্তু তেওঁ ষ্টে'নলৈ গাড়ী লৈ আহিব নালাগে। আমিতো টেক্সি লৈ যাবলৈ ক'ত কি কৰিব লাগে জানোৱেঁই। গতিকে ট্ৰেইনৰ পৰা নামিয়েই পোৱা টেক্সি ষ্টেণ্ডত সোমালোঁ। এখনৰ পিছত এখন টেক্সি ওলাই গৈ আছে। আমাৰ ভাগত পৰাখনত উঠি দিলোঁ। ড্ৰাইভাৰক যাবনে নাযায় সোধাৰ দৰকাৰ নাই। ঠিকনাটো দিলেই হ'ল। মনোহৰহঁতৰ ঘৰৰ সন্মুখত টেক্সি ৰখাই ড্ৰাইভাৰে আমাক ঘৰটোলৈ আঙুলিয়াই দিলে। আমি পাঁচ পাউণ্ড ভাড়া দি নামি গ'লোঁ।

আজিৰ এই বেলাটোত আমাৰ খৰচ হ'ল এনেকুৱা ঃ

| | |
|---|---|
| ট্ৰেইন ভাড়া ( ২ জনৰ অহা-যোৱা) | ২৬.০০ পাউণ্ড |
| কণ্ডাক্টেড্ টুৱাৰৰ ২ জনৰ বাছভাড়া | ২০.০০ পাউণ্ড |
| কফী ২ কাপ | ২.৪০ পাউণ্ড |
| টেক্সি ( ষ্টেশ্বনৰ পৰা ঘৰলৈ) | ৫.০০ পাউণ্ড |
| মুঠ | ৫৩.৪০ পাউণ্ড (বা প্ৰায় ৫০০০ টকা) |

## আঠ

# ওৱৰ্ড্ছ্ৱৰ্থৰ লেইক্ ডিষ্ট্ৰিক্ট্

আজি অৰ্থাৎ ১৫ আগষ্ট, মঙ্গলবাৰে তেন্তে আমাৰ সেই বহু প্ৰত্যাশিত লেইক্ ডিষ্ট্ৰিক্ট্ যাত্ৰা। মনোহৰে যেনেকৈ লেইক্ ডিষ্ট্ৰিক্টলৈ যোৱা-অহা ৰে'ল টিকেট ইণ্টাৰনেটেৰেই কৰি থৈছে, তেনেকৈ লেইক্ ডিষ্ট্ৰিক্টৰ উইণ্ডাৰমেয়াৰত আমাৰ বাবে হোটেলো ৰিজাৰ্ভ কৰি থৈছে ইণ্টাৰনেটেৰেই কাৰ্ডযোগে আগধন দি। ইমানখিনি মনোহৰৰ হতুৱাই গুৱাহাটীৰ পৰাই কৰি থোৱাৰ কাৰণ, লেইক্ ডিষ্ট্ৰিক্ট্ চোৱাৰ মোৰ বিশেষ হেঁপাহ। এই হেঁপাহৰ কাৰণো আকৌ লেইক্ ডিষ্ট্ৰিক্টৰ অপূৰ্ব প্ৰাকৃতিক সৌন্দৰ্য অকল নহয়; তাৰ মূল কাৰণ হ'ল লেইক্ ডিষ্ট্ৰিক্টৰ সেই অপূৰ্ব প্ৰাকৃতিক সৌন্দৰ্যই প্ৰকৃতিৰ পূজাৰী কবি ওৱৰ্ডছ্ৱৰ্থক যে মুগ্ধ কৰি তাতেই ৰাখি থ'লে আৰু তেওঁ সৃষ্টি কৰিলে সেই অপূৰ্ব প্ৰকৃতি-কবিতাৰাশি আৰু তেওঁৰ সেই প্ৰকৃতি-কেন্দ্ৰিক জীৱনবীক্ষা— সেইটো। আৰু অকল সেযেতো নহয়, ওৱৰ্ড্ছ্ৱৰ্থক কেন্দ্ৰ কৰি তেওঁৰ সমসাময়িকি ক'লৰিড্জ, ছাদে আদি কত প্ৰতিভাই স্বেচ্ছাই বাস কৰিছিলহি এই পাহাৰ-পৰ্বত, হ্ৰদ-সৰোবৰেৰে ভৰা, নদী-জলপ্ৰপাতেৰে ভৰা বিস্তৰ অঞ্চলটোত। কি আছে এই অঞ্চলটোত, এই অঞ্চলটোৰ প্ৰকৃতিৰ বুকুত? মোৰ আশা মতেই মনোহৰে এই অঞ্চললৈ যোৱা আৰু থকাৰ সকলো বন্দোবস্ত আগতীয়াকৈ কৰি থৈছে। তেওঁৰ ওচৰত মই কিমান কৃতজ্ঞ!

কিন্তু মোৰ আৰু চাবৰ ইচ্ছা আছিল সেই মোৰ অতি প্ৰিয় অদ্ভুত উপন্যাস 'ৱদাৰিং হাইট্ছ্' খনৰ স্ৰষ্টা, সেই এখন মাথোন উপন্যাস লিখি অমৰ হৈ থকা এমিলি ব্ৰণ্টিৰ জন্মস্থান হ'ৱৰ্থ (Haworth) চোৱা। এমিলি ব্ৰণ্টিৰ য়ৰ্কছ্য়াৰ্ ডিষ্ট্ৰিক্টৰ বিশিষ্ট প্ৰাকৃতিক ৰূপৰ বিষয়েতো অনেক পঢ়িছোঁ। মাইল মাইল জোৰা হয় পাহাৰী শিলাময় ভূমি, আৰু নহ'লে ডাঠ হাবি— য'ত জনবসতি ইমানেই পাতল যে নিচেই ওচৰৰ মানুহঘৰো আনকি তিনি মাইল আঁতৰত হ'ব পাৰে, য'ৰ পাহাৰী, বন্য প্ৰকৃতিৰ ৰুক্ষ, নিষ্ঠুৰ ৰূপে মানুহৰ সংসাৰতো সৃষ্টি কৰে অকথনীয় ৰুক্ষতা, নিষ্ঠুৰতাৰ। আৰু সেই নিষ্ঠুৰতা, ৰুক্ষতাৰ মাজতেই আকস্মিকভাৱে আহিব পৰা প্ৰকৃতিৰ ভদ্ৰতাই আৰু সৌম্যমূৰ্তিয়ে সৃষ্টি কৰিব পাৰে শান্তিৰ, সুস্থিতিৰ। 'ৱদাৰিং হাইট্ছ্' ভাল পাই লগতে ভাল পাই গৈছিলোঁ তাৰ স্ৰষ্টা, সেই উপন্যাসখন লিখিয়ে তেনেই কম বয়সতে মৃত্যুমুখত পৰা এমিলি ব্ৰণ্টিক, আৰু সেই এমিলি ব্ৰণ্টিক জন্ম দি লালিত-পালিত কৰা এই য়ৰ্কছ্য়াৰ্ ডিষ্ট্ৰিক্ট তথা হ'ৱৰ্থ আৰু ইয়াৰ ৰুক্ষ, বন্য প্ৰকৃতিক। ইয়াক চাবলৈ অহাৰ সুবিধা, অসুবিধাৰ বিষয়ে জানি লৈছিলোঁ ডিব্ৰুগড়ত ড° অপৰ্ণা মহন্তৰ পৰা আৰু কলিকতাত ড° দিলীপ বৰুৱাৰ পৰাও। এই অঞ্চলটো চোৱা মোৰ হেঁপাহৰ কথা জনোৱা হৈছিল মনোহৰকো। কিন্তু তেওঁ বোধহয় দহ দিনৰ ভিতৰত মই ইংলেণ্ডৰ যিমানবোৰ ঠাই চোৱাৰ আগ্ৰহ দেখুৱাইছিলোঁ, সেই আটাইবোৰ মোৰ ভ্ৰমণ তালিকাত সামৰি ল'বলৈ টান পালে। আৰু আমাক ক'লে— লেইক্ ডিষ্ট্ৰিক্টত আপোনালোকক দুদিন দুৰাতি দিছোঁ। তাৰে কোনোটো দিনত লেইক্ ডিষ্ট্ৰিক্টৰ পৰাই য়ৰ্কছ্য়াৰলৈ যাব কিজানি পাৰিব।

মেপ চালেও তেনে আশা হয়। ইংলেণ্ডৰ উত্তৰ পশ্চিমে, স্কটলেণ্ডৰ নামনিতেতো কাম্ব্ৰিয়া

বা লেইক্ ডিষ্ট্ৰিক্ট। আৰু ইংলেণ্ডৰ পূব-উত্তৰে স্কটলেণ্ডৰ নামনিত এমিলি ব্ৰণ্টিৰ য়ৰ্কছ্যায়াৰ্ ডিষ্ট্ৰিক্ট। দুয়োখন ডিষ্ট্ৰিক্ট লগালগি, যদিও আমি থকা উইণ্ডাৰ্‌মেয়াৰ্ আৰু সিপিনে হ'ৱৰ্থ্ লগ লগা নহয় বা বৰ ওচৰ যেনো নালাগে। ইটো অঞ্চল, সিটো অঞ্চলৰ মাজত ৰে'লৰ যাতায়াতো আছে। ৰে'লেৰে গৈ পিছত হ'ৱৰ্থলৈ বাছো ল'ব পাৰোঁ বুলি ড° অপৰ্ণা মহন্তয়ো কৈছিল, আৰু ইযাতো বহুতে কৈছে। কিন্তু আমি ইয়াৰ পৰা হ'ৱৰ্থ চাবলৈ হ'লে টুৰাৰিষ্ট বাছ পাব লাগিব। সাধাৰণ ট্ৰেইন, বাছ বগাই বগাই ইয়াৰ স্থানীয় মানুহৰ দৰে ঘূৰাৰ বাবে আমাৰ সময় নাই। ১৭ তাৰিখৰ গধূলি আমিতো আমাৰ উভতি যোৱা ট্ৰেইন ধৰিবই লাগিব।

সি যিয়েই নহওক, মনোহৰৰ গাড়ীত আমি তিনিও ব্ৰেক্‌ফাষ্টৰ পিছতে ওলাই আহি ষ্টিভেনেইজ্ ষ্টেশ্বন পালোঁ। তাৰে পাৰ্কিং লটত মনোহৰে গাড়ী এৰিলে আৰু ৰে'লত উঠি লণ্ডনৰ কিংছ্ ক্ৰছ্ ষ্টেশ্বন পালোঁ। এই ৰে'লৰ টিকেটো মনোহৰে আমাক ল'বলৈ নিদি নিজে স্বয়ংক্ৰিয় টিকেট কাউণ্টাৰত কাৰ্ডেৰে দাম দি তিনিটা টিকেট লৈছিল। এতিয়া পুনৰ কিংছ্ ক্ৰছৰ পৰা লণ্ডনৰে ইউষ্টনলৈ একে ধৰণে কাৰ্ডেৰে অৰ্থাৎ নিজৰ পইচাৰে তেওঁ ৰে'লৰ টিকেট ল'ব খুজিছিল। মই দুটা কথাৰ বাবে ইয়াত আপত্তি কৰিলোঁ। ৰে'লৰ টিকেটৰ দাম কিমান বেছি মইতো পায়েই থৈছোঁ। সিমানকৈ পইচা মনোহৰে আমাৰ বাবে কিয় বাৰে বাৰে ভৰি থাকিব? দ্বিতীয়তঃ কিংছ্ ক্ৰছত ওভাৰ্‌গ্ৰাউণ্ডৰ পৰা আণ্ডাৰ্‌গ্ৰাউণ্ড বা তাৰ বিপৰীতটো কৰাটো যে সহজ নহয় তাকো পাই থৈছোঁ। গতিকে এই দুয়োটাকে এৰাবলৈ মনোহৰক ক'লোঁ, কিংছ্ ক্ৰছৰ পৰা ইউষ্টনলৈ যাবলৈ টেক্সি পোৱা নাযায় নেকি? মনোহৰে ক'লে, "নিশ্চয় পায়। সময়ো প্ৰায় একেই লাগে।" মই উৎসাহিত হৈ ক'লোঁ, "তেন্তে আমি টেক্সি ধৰাত অসুবিধা কি? কেৱল টেক্সিৰ ভাড়া তুমি দিব নোৱাৰা। মইহে দিম। যদি এই চৰ্তত মান্তি হোৱা, তেন্তে ব'লা টেক্সি ষ্টেণ্ডলৈ।" মনোহৰে ক'লে, "টেক্সিৰে গ'লে অৱশ্যে খোজ কাঢ়িবলগীয়া কমেই হয়। কিন্তু পইচা তেতিয়া মই দিবও নোৱাৰিম। কাৰণ মই লগত কেছ্ (নগদ) অনাই নাই। মই কাৰ্ডেৰেহে সকলো কৰোঁ। আৰু টেক্সিক কাৰ্ডেৰে পেই কৰিব নোৱাৰি।" মই ক'লোঁ, "মইতো তাকেই বিচাৰোঁ। ব'লা এতিয়া টেক্সিলৈ।" পিছত টেক্সি ভাড়া দিও দেখিলোঁ— ভাড়াও বেছ কম। মাথোন আঢ়ৈ পাউণ্ড বা আঢ়ৈশ টকাতকৈও কম। তিনিজন মানুহৰ বাবে আঢ়ৈ শ টকা। টেক্সিত উঠাৰ অভিজ্ঞতাও বেছ ভাল হ'ল। যাত্ৰীবোৰ শাৰী পাতি আছোঁ। টেক্সি এখনৰ পিছত এখনকৈ আহি আছে, যাত্ৰী নি আছে। ক'লৈ যাব ড্ৰাইভাৰেও আপোনাক সুধি 'তালৈ নাযাওঁ' বুলি নকয় আৰু আপুনিও ভাড়া সোধাৰ দৰকাৰ নাই। কাৰণ ভাড়া যি ঠিক কৰি থোৱা আছে, সেইটোহে ল'ব। মনোহৰক সুধিলোঁ, "ইমান ভাল ব্যৱস্থা টেক্সিৰ ইয়াত। কিন্তু টেক্সি ষ্টেণ্ড্ কেনেকৈ বিচাৰি পাম? আমাৰ দেশৰ ৰে'ল ষ্টেশ্বনত নতুন যাত্ৰীয়ে টেক্সি ষ্টেণ্ড্ নিচিনিলেও কথা নাই; কুলীয়ে টেক্সিলৈ লৈ যায়। ইয়াততো কুলী নাই।" মনোহৰে ক'লে, "সেইটোও সহজ। ট্ৰেইনৰ পৰা নামিয়েই আপুনি সাধাৰণতে তিনিবিধ ছাইনবোৰ্ড বা নিৰ্দেশনাবোৰ্ড ঘনাই ঘনাই দেখিবলৈ ধৰিব— "পাব্লিক টইলেট্", "ওৱেই আউট" আৰু "টেক্সি।" আপোনাক যদি টেক্সি নালাগে "ওৱেই আউট" নিৰ্দেশনাবোৰ্ডৰ কাঁড় চিনবোৰ অনুসৰণ কৰি গৈ থাকক। আৰু যদি টেক্সিহে লাগে "টেক্সি" নিৰ্দেশনা বোৰ্ডৰ কাঁড় চিনবোৰ অনুকৰণ কৰক। পিছত উভতি আহোঁতে এইবিলাক মনোহৰৰ এই উপদেশে বৰ কাম দিছিল।

আমি টেক্সিত উঠি ইউষ্টন্ ওভাৰগ্ৰাউণ্ড ষ্টেশ্বন ঠিক সময়মতেই পালোঁ। আমাৰ ট্ৰেইন নিৰ্দিষ্ট প্লেটফৰ্মত ৰৈয়েই আছিল। দেখিলেই উঠিবলৈ মন যোৱা আটকধুনীয়া ট্ৰেইন। মনোহৰেই আমাৰ টিকেটত উল্লেখ থকা কোচ্ নাম্বাৰ, ছীট নাম্বাৰ বিচাৰি উলিয়াই বহুৱাই দিলে। বেছ আৰাম আৰু সুবিধাদায়ক দবাবোৰৰ ভিতৰখনো। মনোহৰ নমাৰ পিছতে ট্ৰেইন এৰিলে। মহানগৰৰ ভিতৰৰ ট্ৰেইনবোৰৰ দৰে এই ট্ৰেইনবোৰতো দেখিলোঁ— প্ৰতিটো দবাৰে ডিছপ্লেই বোৰ্ডত, ক'লৈ যাব ওলাই থকাৰ উপৰি পৰৱৰ্তী ষ্টেশ্বনৰ আগতীয়া জাননীও ওলাই থাকে। আৰু লগে লগে থাকে, ৰাজহুৱা ঘোষণা ব্যৱস্থাত সেই কথাৰেই ঘোষণা। গতিকে ভুলকৈ নমা বা নামিবৰ বাবে সময় হ'ল বুলি হঠাৎ জানি দৌৰাদৌৰি কৰাৰ ইয়াত প্ৰযোজন নাই। আনকি এটা ষ্টেশ্বনৰ পৰা ট্ৰেইন এৰাৰ লগে লগে ঘোষণা কৰা হয়, আৰু বোৰ্ডত ওলাযে পৰৱৰ্তী ষ্টেশ্বন কি হ'ব। আৰু সময়। মহানগৰৰ ভিতৰৰ ট্ৰেইনৰ দৰে দেখিলোঁ, বাহিৰলৈ যোৱা দূৰণিবটীয়া ট্ৰেইনবোৰেও কাঁটাই কাঁটাই সময় ৰক্ষা কৰে।

লেইক্ ডিষ্ট্ৰিক্ট ভ্ৰমণকাৰীৰ বাবে ভূস্বৰ্গ বাবেই এই ডিষ্ট্ৰিক্টৰ বিভিন্ন চহৰত পৰ্যটনকাৰীৰ থকা-খোৱা, বজাৰ-বিনোদনৰ বিভিন্ন সুবিধা আছে। গতিকে এই ডিষ্ট্ৰিক্ট সোমোৱাৰ পিছত যিকোনো এটা ষ্টেশ্বনত নামিযেই আপুনি লেইক্ ডিষ্ট্ৰিক্ট ঘূৰাৰ সুবিধা অৰ্থাৎ হোটেল, গাড়ী আদি পাব পাৰে। কিন্তু মোৰ বাবে লেইক্ ডিষ্ট্ৰিক্ট মানে ওৱৰ্ড্ছ্ৱৰ্থৰ লেইক্ ডিষ্ট্ৰিক্ট বুলি বুজিযেই মনোহৰে আমাৰ থকাৰ ব্যৱস্থা কৰি ৰাখিছে উইণ্ডাৰমেয়াৰত। কিযনো উইণ্ডাৰমেয়াৰৰ পৰা ওৱৰ্ড্ছ্ৱৰ্থৰ গ্ৰাছ্মিয়াৰ তেনেই ওচৰ। তদুপৰি উইণ্ডাৰমেয়াৰতে লেইক্ ডিষ্ট্ৰিক্টৰ যি ত্ৰিছটাৰো অধিক হ্ৰদ, তাৰে আটাইতকৈ ডাঙৰ হ্ৰদটো উইণ্ডাৰমেয়াৰ হ্ৰদ। সিও এক পৰ্যটকৰ ডাঙৰ আকৰ্ষণ। কিন্তু উইণ্ডাৰমেয়াৰতহে আমি নামিম আৰু থাকিম বাবে আমি এই ট্ৰেইন বদলাই আকৌ এখন অন্য ট্ৰেইন ধৰিব লাগিব অক্সেন্হোম (Oxenholme)-ত। তাৰ পৰা উইণ্ডাৰমেয়াৰ মাত্ৰ আধা ঘণ্টাৰহে বাট। অথচ সেই আধা ঘণ্টা বাটৰ বাবে আকৌ ট্ৰেইন বদলি। আমাৰ দেশৰ অভিজ্ঞতাৰে ভাবিছিলোঁ—আধা ঘণ্টা বাটৰ বাবে আকৌ ট্ৰেইন বদলোৱাৰ দৰে ঝামেলা এটা কেলৈ? সময়ৰ মূৰত হোৱা অভিজ্ঞতাই কিন্তু সম্পূৰ্ণ বেলেগ কথাহে ক'লে।

ট্ৰেইন বদলোৱাৰ বিৰক্তিকৰ অভিজ্ঞতাৰ ভয় মনত আছিল বাবেই নিশ্চয় অক্সেন্হোম্ ষ্টেশ্বন পাবলৈ আৰু দুটামান ষ্টেশ্বন বাকী থাকোঁতেই আঁজলিয়ে আমাৰ টিকেট পৰীক্ষা কৰিবলৈ অহা বিষয়াজনক সুধিলে দুটামান কথা— আমাৰ অক্সেন্হোমত মাত্ৰ দহ মিনিট সময়। সেই দহ মিনিট সময়তে আমি এইখন গাড়ী এৰি অন্য এখন গাড়ীত উঠিব লাগিব। গতিকে ষ্টেশ্বনত নামি অন্যখন ট্ৰেইন কোন প্লেটফৰ্মত ৰ'ব সুধি-পুচি সেই ট্ৰেইনত উঠাৰ আমাৰ নিশ্চয় সময় নহ'ব। সেয়েহে তেখেতেই অনুগ্ৰহ কৰি ক'ব পাৰিব নেকি আমি অক্সেন্হোমৰ ট্ৰেইন কোনটো প্লেটফৰ্মত ধৰিব লাগিব? মানুহজনৰ কথা-বতৰা, ব্যৱহাৰ-পাতি সৌজন্যপূৰ্ণ আৰু ভদ্ৰ হোৱাৰ উপৰি তেখেতক আমাৰ প্ৰতি বৰ সহানুভূতিপূৰ্ণ যেনো লাগিল। তেখেতে বেছ খৰচি মাৰি বুজাই দিলে যে আমাৰ অক্সেন্হোমত অকণো অসুবিধা নহয়। ইখনৰ পৰা সিখনত উঠিবলৈ পাঁচ মিনিটতকৈ বেছি সময় নালাগিব। কাৰণ আমি যিটো প্লেটফৰ্মত নামিম, তাৰ ঠিক সন্মুখৰ প্লেটফৰ্মটোতেই উইণ্ডাৰমেয়াৰলৈ যোৱা ট্ৰেইনখন ৰৈ থাকিব। আমাক দিয়া আশ্বাস আৰু বুজনিৰ বাবে আমি তেখেতক ধন্যবাদ দিলোঁ। কিন্তু তাৰ পিছতে তেখেতে আমাক তেখেতৰ

সৌজন্যৰে আৰু আচৰিত কৰি সুধিলে, "আপোনালোক ভাৰতীয় নহজ জানো?" আমি অতি উৎসাহেৰে ক'লোঁ, "হয, আমি ভাৰতীয়।" তেখেতেও ক'লে, "ময়ো ভাৰতীয়েই।" আমি চকু খোপা কৰি তেখেতলৈ চালোঁ। লণ্ডনৰ পৰাও ইমান আঁতৰৰ এই কাম্ব্রিয়াতো আমাৰ ৰে'লৰ টিকেট পৰীক্ষা কৰা বিষয়াজন ভাৰতীয়? আমাৰ দুয়োৰে চকুত আনন্দৰ ৰেঙনি দেখি তেখেতে আৰু সুধিলে, আমি হিন্দী ক'ব পাৰোঁনে? আমি আনন্দত জঁপিয়াই উঠি ক'লোঁ, "জৰুৰ।" ইতিমধ্যে আমি তেখেতৰ চকু-মুখ, দেহাবয়ব সকলো ভালদৰে পৰীক্ষা কৰিলোঁ। হয় ভাৰতীয়েই ...ব। হয়তো দক্ষিণ ভাৰতীয়। কিন্তু কিজানি দ্বিতীয় প্ৰজন্মৰহে। ইয়াতে জন্ম, ইয়াৰে শিক্ষা-...ক্ষা। তেখেতে হিন্দীতে ইটো-সিটো সোধাত লাগিল। আমাৰ আহিবৰ কিমান দিন হ'ল; আৰু কিমান দিন থাকিম-ইত্যাদি। আৰু আমাক আশ্বাস দিলে— লেইক্ ডিষ্ট্ৰিক্ট চাই আমি নিশ্চয় ভাল পাম। আমি তেখেতৰ পৰা বিদায় ল'বৰ সময়ত ক'লোঁ— লণ্ডনৰ পৰা বহু আঁতৰৰ ইংলেণ্ডৰ ট্ৰেইনতো এনেদৰে হিন্দীতে কথা ক'বলৈ পাই আমি যে কিমান ভাল ...ইছোঁ— বিশেষকৈ তেখেত এজন বৃটিছ বিষয়া বাবে। আমাৰ কথা শুনি তেখেতৰো আনন্দত ...কু-মুখ উজ্জ্বল হৈ উঠিল।

অক্সেনহোমত নামিয়েই প্লেটফৰ্মৰ সিটো কাষে উইণ্ডাৰ্মেয়াৰৰ ট্ৰেইন বৈ থকা দেখাই ...লোঁ। ইখন ট্ৰেইনৰ বাবে আমাৰ টিকেটত কোচ্ নাম্বাৰ আৰু ছীট নাম্বাৰ দিয়া নাছিল বাবে ...তে ভয় আছিল, তাত যিকোনো দবাতে উঠিব পাৰিম ঠিকেই। কিন্তু বহাৰ বাবে নিশ্চয় ...এওপৰা লাগিব। আৰু আমি আমাৰ লাগিজ-পত্ৰ লৈ যথেষ্ট অসুবিধাৰে এইছোৱা বাট যাব ...লাব। কিন্তু সময়ত দেখিলোঁ— একেধৰণৰ সুবিধা আৰু বহি যোৱা আৰামৰ অন্য এছোৱা ...ণ। উইণ্ডাৰ্মেয়াৰ ষ্টেশনত ট্ৰেইনৰ পৰা নামিও একণো অসুবিধা নহ'ল। টেক্সি ষ্টেণ্ডত ...খা পাতি থিয় দিয়াৰ পিছতে আমাৰ ভাগত পৰা টেক্সিয়ে আমি দিয়া ঠিকনাত ছেণ্ট্ জন্ ...ঞ্জত উঠাই দিলে।

লণ্ডন আৰু ইংলেণ্ডৰ অন্য ঠাইৰ বেড্ এণ্ড্ ব্ৰেক্ফাষ্ট্ হোটেল বা বি এণ্ড বি হোটেলৰ ...য়ে খুবেই শুনি আছিলোঁ। হোটেলৰ তুলনাত এই বেড্ এণ্ড ব্ৰেকফাষ্ট হোটেলবোৰ সস্তা। ...ত কেৱল দুপৰীয়াৰ লাঞ্চ আৰু ৰাতিৰ ডিনাৰ পোৱা নাযায়। কিন্তু টুৰ্বাৰিষ্ট হিচাপে যোৱা ...হঁত যিহেতু লাঞ্চ্ খাবলৈ দুপৰীয়া হোটেলতে নাথাকে, গতিকে লাঞ্চেই বা লাগে কিয়? ...ৰু শুনিছিলোঁ যে এই বি এণ্ড বি বোৰ একোটা পৰিয়ালৰ দ্বাৰাহে নিজৰ ঘৰতে চালিত। সেই ...চাপে তাত এটা ঘৰুৱা পৰিৱেশৰ সুখ থাকে। আনহাতে তাত নিয়মীয়া হোটেলৰ সমান ...ক নাথাকে বাবে হয়তো গ্ৰাহকলৈ আগবঢ়োৱা সেৱা নিয়মীয়া হোটেলৰ সমান নহয়। ...নেস্থলত স্বাভাৱিকতে বি এণ্ড বি হোটেল সম্পৰ্কে ধাৰণা আছিল যে আমাৰ ভাৰতৰ বহুতো ...ষ্ট হাউছৰ দৰে সেইবোৰত সেৱাতো ন্যূনতম হ'বই, তাত বহু অসুবিধাও থাকিব। যেনে ...ৰিছিলোঁ, কাম কৰা মানুহ বেছি নাথাকে বাবে সেইবোৰ লেতেৰা-পেতেৰা হ'ব। আমাৰ বহু ...ষ্ট হাউছত লগা সময়ত কেতিয়াবা পানী এটোপাও নোপোৱাৰ দৰে তাতো তেনে হ'ব। ...ৰু বিছনাখন আৰু ব্ৰেকফাষ্টৰ বাহিৰে তাত আৰু একো নাপাম।

ছেণ্ট জন লড়্জো বেড্ এণ্ড্ ব্ৰেক্ফাষ্ট হোটেল। তাত সোমাই কিন্তু সম্পূৰ্ণ বেলেগ ...ভিজ্ঞতাৰ সন্মুখীন হ'লোঁ। বিছনা, বিছনাৰ কাপোৰ, টাৱেল, চাবোন, টিচ্যু পেপাৰ, মইশ্চ্যাৰাইজাৰ,

ওবাৰ্ডৰোব, হেঙাৰ— আদি এনে যে সিমানখিনি সুবিধা আড়ম্বৰপূৰ্ণ হোটেলৰ সুবিধাৰ সমানেই। আটাইতকৈ আচৰিত হ'লোঁ, ব্ৰেকফাষ্টৰ বাহিৰে যদিও ইয়াত খাবলৈ একো নাপাম বুলি ভাবিছিলোঁ, এটা কোণৰ টেবুলত দেখোন কফীমেকাৰ, চাহ, কফী, বিস্কুট, গাখীৰৰ পেকেট, চেনিৰ পেকেট আদি সকলো। অন্য এটা কোণত আকৌ টি ভি। আকৌ অন্য এঠাইত টেলিফোন। তেন্তে আৰুনো কি লাগে। আমি কফী কৰি বিস্কুটেৰে সৈতে খাই ল'লোঁ।

তাৰ পিছত মুখ-হাত ধুই কাপোৰ-কানি সলাই ৰিচেপ্‌শ্বনলৈ গ'লোঁ আমাৰ কাইলৈৰ টুৰাৰ্ সম্পৰ্কে খবৰ-খাবাৰ কৰিবলৈ। ৰিচেপ্‌শ্বনত থকাজনে লেইক্ ডিষ্ট্ৰিক্ট গাইডেড টুৰাৰৰ বিজ্ঞাপনী কাগজ-পত্ৰ উলিয়াই দিলে আৰু ক'লে, এইবোৰ পঢ়ি আমাৰ পছন্দৰ টুৰাৰ্ আঙুলিয়াই দিলে, তেওঁলোকেই টুৰাৰ্ কোম্পানিলৈ ফোন কৰি বুক কৰি দিব। টুৰাৰ্ কোম্পানীৰ বাছ আহি ইয়াৰ পৰাই আমাক লৈ যাব আৰু উভতি আহি ইয়াতে নমাই দি যাব। তেন্তে আমাক আৰু ইয়াতকৈ কি লাগে? আমাক আৰু কোনে পায়? বিজ্ঞপ্তি পুস্তিকাবোৰত চকু ফুৰায়েই দেখিলোঁ, লেইক্‌ছ্ ছুপাৰ্ টুৰাৰ্ছ্ কোম্পানিৰ দিনতীয়া টুৰাৰ্‌বোৰৰ দ্বিতীয়টো টুৰাৰেই হ'ল 'দ্যা কাণ্ট্ৰি এক্সপেৰিযেঞ্চ্ এণ্ড্ যৰ্কছ্য়াৰ্ ডেইল্‌ছ্' নামৰ টুৰাৰটো। এমিলি ব্ৰণ্টিৰ যৰ্কছ্য়াৰ! পুৱা ৯.৩০ বজাত লৈ যাব আৰু গধূলি ৫.৪৫ বজাত ঘূৰাই আনিব। আৰু তেন্তে কি লাগে! পিছে সমস্যা এটা। পৰহি গধূলি ৬.১০ মিনিটত আমাৰ উভতি যোৱা ট্ৰেইন। পৰহি এই ভ্ৰমণটো ল'লে ৫.৪৫ বজাত ভ্ৰমণৰ পৰা উভতি আহি ৬.১০ত ট্ৰেইন ধৰা সম্ভৱ হয়তো নহ'ব। ৰিচেপ্‌চনক সুধিলোঁ— সেয়া সম্ভৱ হ'বনে? ৰিচেপ্‌শ্বনেও আশ্বাস নিদিলে। দূৰ বাট। তেতিয়া ক'লোঁ, "তেন্তে কাইলৈয়েই সেই ভ্ৰমণটো দিয়ক। পৰহি যদি এই লেইক্ ডিষ্ট্ৰিক্টতেই ভ্ৰমণটো লওঁ, স্থানীয় ভ্ৰমণ বুলি সেইখিনি ৰিস্ক্ ল'ব পৰা যাব।" ৰিচেপ্‌শ্বনে টুৰাৰ্ কোম্পানিলৈ ফোন কৰিলে। নাই, কাইলৈ য়ৰ্কশ্বায়াৰ্ ভ্ৰমণটো নাই। পৰহি? সিও অনিশ্চিত। কমেও ছজন যাত্ৰী নহ'লে সেই ভ্ৰমণটো লোৱা নাযায়। তেন্তে উপায় কি? হতাশ হৈ এমিলি ব্ৰণ্টিৰ হ'ৱৰ্থ আৰু য়ৰ্কছ্য়াৰ্ ডিষ্ট্ৰিক্ট বাদ দিলোঁ। এতিয়া এই দুদিন তেন্তে ওৱৰ্ড্‌ছ্‌ৱৰ্থৰ লেইক্ ডিষ্ট্ৰিক্টতে সন্তুষ্ট থাকিব লাগিব। গতিকে ঠিক কৰিলোঁ, কাইলৈ সম্পূৰ্ণ দিনৰ এটা লেইক্ ডিষ্ট্ৰিক্ট টুৰাৰ্ ল'ম। আৰু পৰহি ল'ম আগবেলাটোৰ টুৰাৰ্। তেতিয়া পিছবেলাটো জিৰণি লৈ গধূলিলৈ আৰামত ট্ৰেইনত উঠিব পাৰিম।

লেইক্ ডিষ্ট্ৰিক্টৰ দিনতীয়া টুৰাৰো আকৌ কেবাটাও। তাৰে যিটো টুৰাৰ্ ল'বলৈ স্বাভাৱিকতে ঠিক কৰিছিলোঁ সেইটো আছিল ওৱৰ্ড্‌ছ্‌ৱৰ্থ কাণ্ট্ৰি টুৰাৰ্। কিন্তু সেইটোও আকৌ কাইলৈ নাই। গতিকে ল'লোঁ বাছ আৰু বোটেৰে বিভিন্ন প্ৰাকৃতিক দৃশ্য উপভোগ কৰা ভ্ৰমণটো। এই ভ্ৰমণতে পাম ওৱৰ্ড্‌ছ্‌ৱৰ্থৰ গ্ৰাছ্‌মিয়াৰ্ আৰু তেওঁৰ শেষছোৱা জীৱনৰ ঘৰ ডৌভ্ কটেজ। আৰু পৰহি? পৰহিৰ আগবেলাৰ টুৰাৰটোতো থাকিব প্ৰাকৃতিক দৃশ্যৰাজিৰ উপৰি ওৱৰ্ড্‌ছ্‌ৱৰ্থৰ জীৱনৰ আদিছোৱা কালৰ ঠাই হ'ক্‌ছ্‌হেড্ আৰু তেওঁ তাত পঢ়া প্ৰাথমিক বা গ্ৰামাৰ স্কুলখন।

অহা দুদিনৰ লেইক্ ডিষ্ট্ৰিক্টৰ ভ্ৰমণৰ সকলো কথা ঠিক হ'ল যেতিয়া, এতিয়া এই বিয়লি আৰু গধূলিটোত উইণ্ডাৰ্‌মেয়াৰ্ চহৰখনৰ আমি থকা ঠাইৰ ওচৰে-পাঁজৰে যি দেখোঁ, তাক চোৱাই ঠিক কৰিলোঁ। তদুপৰি মনোহৰে কৈ পঠিয়াইছিল— গধূলি হোৱাৰ লগে লগেই তাত বাহিৰতে ৰাতিৰ সাঁজ খাই ল'বলৈ। গতিকে একে ওলোৱাই ক'ৰবাত ৰাতিৰ সাঁজো খাই আহিব লাগিব। কোন দিশে, কোনটো বাটেৰে গ'লে বজাৰ পায়, অৰ কথা কাকো নোসোধাকৈয়ে

প্ৰধান আলিবাটটোৰে আমি আগতে অহা দিশৰ বিপৰীত দিশে গৈ থাকিলোঁ। অলপ গৈয়েই সজাই-পৰাই থোৱা বহুতো দোকানৰ এটা অঞ্চল পালোঁ। হোটেল-ৰেষ্টুৰেণ্টো বহুত। প্ৰথম এখন দোকানত সোমাই 'দ্য টাইমছ্' দৈনিকখন বিচাৰিলোঁ। নাই। বোধহয় শেষ হ'ল। কাৰণ লণ্ডনৰ অন্য দৈনিক বহু কেইখন আছে—যেনে, 'দ্য টেলিগ্ৰাফ্', 'দ্য মেইল্' আদি। ইংলেণ্ডত আহি যদিও 'দ্য টাইমছ্' খন পঢ়াৰহে মোৰ হেঁপাহ, তথাপি লণ্ডনত থকা কেইদিন কোনখন দৈনিক কাকত কেনে, নিজৰ অভিজ্ঞতাৰ পৰা বুজিবলৈ প্ৰতি দিনে ভিন ভিন একোখন দৈনিক কিনিছিলোঁ। কাম্ব্ৰিযাত আহি মোৰ ইয়াৰ স্থানীয় দৈনিক পঢ়াৰ মন নাই। লণ্ডনৰ ইণ্টাৰনেশ্বনেল্ দৈনিক কাকতেই লাগিব। কিন্তু 'দ্য টাইমছ্'ৰ অভাৱত কিনিলোঁ 'দ্য টেলিগ্ৰাফ্' খন। এই দোকানতে পানীৰ বটলো পাম। কিন্তু এতিয়া তাক কিনি হাতৰ বোজা নবঢ়াওঁ। উভতি যাওঁতে ইয়াৰ পৰাই কিনি নিম। তাৰ পিছত গ'লোঁ বহুতো বিভাগ থকা এখন ডাঙৰ দোকানলৈ। সেইখনত সোমোৱাৰ লগে লগে ...গৈয়েই প্ৰথমতে চকু পৰিল এখন বেগৰ দোকানত। সৰু-বৰ মানি বেগ, হেণ্ড বেগ, পুৰুষ মহিলাৰ— বিধে বিধে। তাতোকৈ ভাল কথা— 'ছেইল' 'ছেইল' অ'ত-ত'ত মাৰি থোৱা দেখি হ্ৰাস মূল্যত পোৱাৰ আশা দেখা পালোঁ।

নতুন মানি বেগ এটাৰ প্ৰয়োজনবোধ কৰি আছিলোঁ ইংলেণ্ড পোৱাৰ পিছৰে পৰা। মোৰ মানি বেগটো যদিও ভালেই আছে, তাৰ প্ৰস্থ কম। এসময়ত ভাৰতৰ মানি বেগবোৰৰো প্ৰস্থ বেছি আছিল। তেতিয়া দৈৰ্ঘ্য আছিল এতিয়াৰ ভাৰতীয় বেগবোৰতকৈ কম। তাৰ পিছত ভাৰতৰ মানিবেগবোৰৰ বৰ্তমানৰ দৰে দৈৰ্ঘ্য বেছি, প্ৰস্থত কম হ'ল। তেতিয়া শুনিবলৈ পাইছিলোঁ, আমেৰিকাৰ ডলাৰ নোটবোৰৰ আকাৰ এনে হৈছে— প্ৰস্থ কম, দৈৰ্ঘ্য বেছি। আমাৰ ভাৰতীয় কাৰেন্সি নোটবোৰো সেই সময়তে পূৰ্বৰ চুটি আৰু বহল আকাৰৰ সলনি দীঘল আৰু ঠেক আকাৰৰ হ'ল। কিন্তু বৃটেইনত আহি দেখিলোঁ— এওঁলোকৰ কাৰেন্সি নোটবোৰৰ আকাৰ এতিয়াও আমাৰ পুৰণি নোটবোৰৰ দৰেই। গতিকে মোৰ মানিবেগত ৫০ পাউণ্ডৰ নোট এখন ভৰাই দিয়ক, দেখিব তাৰ পুতলৰ পিনে আধা ইঞ্চিমান বাহিৰত ওলাই থাকে। কি যে অসুবিধাত ভুগিছোঁ এই কেইদিন। সেয়েহে 'ছেইল' বা হ্ৰাস মূল্যত দিয়া বেগৰ দোকানখনত সোমালোঁগৈ। আমাৰ পছন্দৰ বেগো তাত ওলাল। গতিকে দুয়োৰে বাবে দুটা পাৰ্ছ লৈ ল'লোঁ। দুয়োটাৰ মাজত হ্ৰাস মূল্যতো দাম পৰিল ৬ পাউণ্ড— অৰ্থাৎ প্ৰায় চাৰে পাঁচ শ টকা। তথাপি সান্ত্বনা— আচল দামটো দিব লাগিলেতো ৯০০ টকাই পৰিলহেঁতেন। তাতেই কিতাপৰ দোকানকে ধৰি অন্যান্য দোকানবোৰতো টহল দিলোঁ। তাৰ পিছত গ'লোঁ ৰাস্তাৰ দাঁতিত থকা গাইগুটীয়া, সুসজ্জিত দোকানবোৰলৈ। তাৰে এখনৰ ফাৰ্মাচী বিভাগটোত সোমাওঁতে মনত পৰিল ঘৰৰ পৰা অনেক দূৰলৈ যোৱা সত্ত্বেও নিবলৈ পাহৰা এণ্টিছেপ্টিক মলমৰ কথা। বিদেশত দৰৱ কিনাত অসুবিধা হ'ল এই যে নামবোৰ আমাৰ ভাৰতৰ নামৰ লগত নিমিলে। কিন্তু এইখন ফাৰ্মাচীত দেখিলোঁ—ছেভ্লন এণ্টিছেপ্টিক ক্ৰীম। ডাঙৰ আকাৰৰ টিউবৰ লগতে সৰু আকাৰৰ টিউবো আছে। এটা সৰু টিউব ল'লোঁ। তাৰ পিছত ফাৰ্মাচী বিভাগতে দেখি আচৰিত হ'লোঁ— ফণিও। মূৰ ফণিওৱা ফণিৰো দৰৱৰ লগত কিবা সম্পৰ্ক আছে নেকি? যি হওক, আঁজলিৰ ফণিখন ক'ৰবাত হেৰাইছিল। গতিকে ফণি এখনো ল'লোঁ। কণমানি টিউবটো আৰু লেডীজ্ ফণিখন। দুয়োটাৰে দাম হ'ল ২ পাউণ্ড। ধৰক ১৮০ টকা। ইতিমধ্যে প্ৰায় চাৰে ছশ খৰচ হৈছে।

তেতিয়াও দিনৰ পোহৰ। কিন্তু দোকানবোৰেচোন ছাটাৰবোৰ ডাউন কৰিবলৈ ধৰিলেই! মনত পৰিল— মনোহৰে যে আমাক গধূলি সোনকালেই খাই ল'বলৈ কৈছিল সেই কথা। তাৰ মানেটো এতিয়াহে বুজিলোঁ। দোকান-পোহাৰ ইযাত গধূলি হোৱাৰ লগে লগে বন্ধ হয়। লগে লগে ৰাতি লঘোণ পৰাৰ ভয়ত ৰেষ্টৰেণ্ট এখনত সোমাই পৰিলোঁ। তাৰ মেনুখন চাই খোৱা বস্তু আৰু কফীৰ অৰ্ডাৰ দিছোঁহে, এনেতে আমাৰ ৰেষ্টৰেণ্টখনৰো বাহিৰত মাৰি দিলে 'ক্লোজড্' ছাইন। আমি কোনোমতেহে লঘোণ নপৰিলোঁ।

উভতি আহোঁতে প্ৰথমতে সোমোৱা দোকানখনত পানীৰ বটল কিনো বুলি সোমালোঁ। কিন্তু সেই দোকানখনৰ দুৱাৰমুখতো সেই একে 'ক্লোজড্' ছাইন। তথাপি দুৱাৰত তলা নলগা দেখি সুধিলোঁ— দুটা পানীৰ বটল পাম নেকি? ভিতৰৰ পৰা উত্তৰ আহিল, "অল্ৰাইট্। ওৱেল্কাম্।" ৩ লিটাৰ পানীৰ দুটা বটলত দাম দিলোঁ ১ ৯৫ পাউণ্ড বা প্ৰায় ১৮০ টকাই। তাৰ পিছত উভতি হোটেল ৰুম পাই টিভিটো খুলি দিলোঁ। আজিতো ১৫ আগষ্ট। আজিকালি আমাৰ দেশত ১৫ আগষ্টটো জাতীয় উৎসৱৰতো দিন নহয়; জাতীয় সন্ত্ৰাসৰহে দিন। অসমত, বা দিল্লী-মুম্বাই আৰু কাশ্মীৰতো সকলো ঠিকে গৈছেনে? বি বি চি নিউজত তাৰ একো উল্লেখ নাই বাবে বোধহয় ঠিকেই গৈছে।



ন

# লেইক্ ডিষ্ট্ৰিক্টৰ পাহাৰে-সৰোবৰে

১৬ আগষ্ট, বুধবাৰ। পুৱাতে উঠি আমাৰ হোটেলৰ কোঠাৰ কফীমেকাৰত কফী আৰু তাতে ৰখা বিস্কুট, চকোলেইট্ আদি খাই গা-পা ধুই ল'লোঁ। বি বি চি ব্ৰেক্‌ফাষ্ট্ নিউজো শুনা হ'ল। আজিও ভাৰতৰ কোনো বেয়া খবৰ নাই। গতিকে স্বস্তিৰ নিশ্বাস পেলালোঁ। ৯ বজাত ব্ৰেক্‌ফাষ্টৰ বাবে ওলাই গ'লোঁ হোটেলৰ ডাইনিং হললৈ। এওঁলোকৰ মেনু কাৰ্ডত ছপাই দিয়া ব্ৰেক্‌ফাষ্ট্ আইটেম্‌বোৰেৰেই হৈ গ'লে আগতীয়া অৰ্ডাৰ দিয়া একো দৰকাৰ নাই। কিন্তু তাত সালসলনি ঘটোৱা কিবা প্ৰয়োজন থাকিলে আগদিনা গধূলিয়েই ক'ব লাগে। আইটেম্‌বোৰৰ কেৱাটাতো আমি নোখোৱা কিবাকিবি থাকে। গতিকে হোটেলৰ নিৰ্দেশমতেই কালি গধূলিয়েই সালসলনি ঘটোৱা আইটেম্ অৰ্ডাৰ দি থৈছিলোঁ। ডাইনিং হলত সোমাই ভালেই লাগিল। চাফ-চিকুণ পৰিৱেশ। বস্তুবোৰ আটোম- টোকাৰিকৈ সজোৱা। ছাৰ্ভিং কাউণ্টাৰৰ পৰা কিবা-কিবি নিজে আনি ল'ব লাগে। কিবা-কিবি প্লেটতে আহে বা তেওঁলোকে আনি দিয়ে। মালিকনী এই কামতে নিজেও লাগি সকলোকে হাঁহি-মাতি গুড্ মৰ্ণিং দিছে যদিও তেওঁক সহায় কৰিবলৈ আৰু ছোৱালী আছে। চাফ-চিকুণ। ধুনীয়া চেহেৰা। ধুনীয়া ড্ৰেছ।

আমাক আমাৰ লগৰ বহুতে গুৱাহাটীতে কৈ পঠিয়াইছিল— পাশ্চাত্যৰ হোটেলবোৰত ব্ৰেক্‌ফাষ্টত ইমানবোৰ তৰহে তৰহে খাদ্য দিয়ে যে তাক আমি এসাঁজতে খাব নোৱাৰোঁ। গতিকে তাৰে অতিৰিক্তখিনি বান্ধি লৈ গ'লে দুপৰীয়াৰ লাঞ্চো হৈ যায়। বান্ধি নিবৰ বাবে পেকেটো আকৌ খুজিলে তেওঁলোকেই দি দিয়ে। আমাৰ অভিজ্ঞতাৰ পৰাও দেখিলোঁ, কথাটো আখৰে আখৰে সঁচা। আঁজলিয়ে পেকেট খুজি আমাক নলগাখিনি বান্ধি ল'লে দুপৰীয়া ক'ৰবাত খাবলৈ।

৯.৫০ বজাত আমাৰ বাছ হোটেলৰ সন্মুখত থিয় হ'লহি। আৰু কোনো কোনো হোটেলৰ পৰা যাত্ৰী উঠাই উঠাই আহি আছে। লেইক্ ডিষ্ট্ৰিক্টটো প্ৰকৃতিৰ ৰমণীয় ভূমি। আমাৰ তাৰ এনে ৰমনীয় ভূমিবোৰ মানুহৰ খকৰ বলি, মানুহৰ গ্ৰাসৰ বলি হৈ লঠঙা হৈ পৰে। চৰকাৰৰ উদাসীনতা আৰু বহু সময়ত চৰকাৰ গঠন কৰা আৰু চৰকাৰ চলোৱা লোকসকলৰ ক্ষুদ্ৰ স্বাৰ্থপৰতাত সেই ৰমণীয় ভূমি নিশ্চিহ্ন হৈ যায়। ইয়াতো মানুহৰ হাতৰ পৰশ পৰিছে, কিন্তু তাকে কৰা হৈছে অঞ্চলটো আৰু বেছি ৰমণীয় কৰিবলৈ, প্ৰকৃতিৰ সৌন্দৰ্য মানুহে উপভোগ কৰাৰ বাট সুচল কৰিবলৈ। অঞ্চলটোৰ ভিতৰলৈ যিমানে সোমাই যাব ধৰিছোঁ, সিমানে এই কথা দেখি গৈছোঁ, উপলব্ধি কৰি যাব ধৰিছোঁ, ইয়াৰ ওখ-চাপৰ অনেক পাহাৰ-পৰ্বত, সৰু-বৰ অনেক হ্ৰদ-সৰোবৰ, ঠেক বহল জলপ্ৰপাত আদিৰ দাঁতিয়েদি পাৰ হৈ যোৱা চাফ-চিকুণ আৰু নখৰ পিঠিৰ দৰে মসৃণ পথবোৰ আৰু তাৰ দুকাষৰ শাৰী, শাৰী গছবোৰ দেখি। পথৰ কাষে কাষে বিভিন্ন জাতৰ, বিভিন্ন ৰূপৰ গছৰ শোভা। আৰু দূৰণি পৰ্বতৰ গাই গাই কলীয়া গছ-লতিকাৰ শোভা। পৰ্বতৰ টিঙে যেতিয়া আকাশ চুমেগৈ, গছ-লতা, ঘাঁহ-বন আৰু তাত গজিব নোৱাৰে, তাৰ নঙঠা শিলতো বিৰিঙি থাকে এক অপূৰ্ব শোভা ৰুক্ষ, নগ্ন শোভা। পাহাৰৰ

দাঁতিতো বন গজে, ফুল ফুলে, নানাৰঙী সৰু সৰু ফুল। চাই তন্ময় হ'বলগীয়া নাইবা ফটো ল'বলগীয়া দৃশ্য প্ৰায় প্ৰতি খোজতে। কিন্তু আহল-বহল দুইমুখী ৰাস্তা যদিও, য'তে-ত'তে গাড়ী ৰ'ব নোৱাৰে। দৃশ্য উপভোগ কৰাৰ বাবে বা ফটো লোৱাৰ বাবে গাড়ী ৰাখিবলৈ আহল-বহল ঠাই ঠিক কৰি থোৱা আছে।

বাটে বাটে কেতবোৰ ঠাইত দেখিলোঁ কেটাৰেক্ট, আৰু অন্য কেতবোৰ ঠাইত জলপ্ৰপাত। মনত পৰিল ওৱৰ্ডছৱৰ্থৰ কবিতা The cataracts haunt me like a dream.. এয়েই তেন্তে সেই কেটাৰেক্ট— লেইক্ ডিষ্ট্ৰিক্টৰ থিয় বহল জলপ্ৰপাত, যিয়ে ওৱৰ্ডছৱৰ্থক খেদি ফুৰিছিল। ঠায়ে ঠায়ে আকৌ আছে বহল বহল সমতল, আৰু অ'ত-ত'ত মাউণ্ড্ বা টিলাবোৰ। প্ৰতিটোৰে দৃশ্য একোখন চিত্ৰৰ দৰে। তাত ক'ৰবাত ক'ৰবাত চৰি ফুৰা দেখিলোঁ ভেৰাৰ জাক। এনেকুৱা এটা আহল-বহল মাউণ্ডতে এঠাইত দেখিলোঁ প্ৰাচীন কালতে কাটি উলিওৱা কেতবোৰ শিলৰ স্তম্ভৰ অংশবিশেষ। আমাৰ গাইডে বুজাইছিলে, সেইবোৰ ষ্টৌন্‌হেঞ্জত থকাৰ দৰে প্ৰাচীন ৰোমান শাসকসকলৰ স্মৃতিচিহ্ন। দুহেজাৰৰ পৰা পাঁচ হেজাৰ বছৰৰ আগতে ইংলেণ্ডত বিৰাজ কৰা প্ৰস্তৰ সভ্যতাৰ চিন। সেইপিনে চাই দেখিলোঁ, সেইবোৰ সজাই থোৱা আছে বৃত্তৰ আকাৰত। এই অঞ্চলটোৰ নাম কাছল্ ৰিগ; আৰু এই শিলবোৰক বোলা হৈছে ষ্টৌন চাৰ্ক্‌ল্। মোৰ মনত পৰিল—আমাৰ তেজপুৰৰ দ-পৰ্বতীয়াৰ শিলৰ প্ৰাচীন গৃহৰ ভগ্নৱশেষখিনিলৈ। এইবোৰ ইয়াত যি যত্নেৰে সংৰক্ষণ কৰি পৰ্যটকৰ বাবে কাছল্ ৰিগ ঠাইখন আকৰ্ষণীয় কৰি তোলা হৈছে, তাৰ তুলনাত আমাৰ দ-পৰ্বতীয়া কেনে অনাদৃত আৰু নিমাওমাও! আৰু লেইক্ ডিষ্ট্ৰিক্টৰ যি সঘন জলপ্ৰপাত, কেটাৰেক্ট— সি একেদৰে সঘন অৰুণাচলৰ বোমডিলা আৰু বোমডিলাৰ পৰা টাৱাঙলৈ যোৱা বাটতো। কিন্তু সেইবোৰ অত বাছ, গাড়ীৰে যোৱা মানুহে দেখা পায় যদিও তাৰ দৃশ্য উপভোগ কৰাৰ বাবে ৰাস্তাৰ কাষত উপযুক্ত বহল ঠাই উলিয়াই দি পৰ্যটকৰ আকৰ্ষণৰ বিষয় কৰি তোলা নাই। অৰুণাচলৰ তুলনাত মেঘালয়ে এই বিষয়ত গুৰুত্ব আৰোপ কৰিছে। শ্বিলঙৰ জলপ্ৰপাতৰ দৃশ্য উপভোগ কৰাৰ বাবেই অকল তাত পৰ্যটকৰ বাবে ঠাই উলিয়াই দিয়া নহয়, শ্বিলং চহৰখনৰ দৃশ্য বিভিন্ন ঠাইৰ পৰা উপভোগ কৰিবলৈকো অনেক দৰ্শনস্থলী গঢ়ি তোলা হৈছে। আনকি শ্বিলঙৰ পৰা চেৰাপুঞ্জীলৈ যোৱা বাটটিও লেইক্ ডিষ্ট্ৰিক্টৰ এই আলিবাটবোৰৰ সমতুল্য বুলি ক'ব পাৰি। আৰু সেই পথৰ দুয়ো কাষৰ পাহাৰী দৃশ্য— সিও লেইক্ ডিষ্ট্ৰিক্টৰ পাহাৰী দৃশ্যৰ সমতুল্যই। পৰ্যটনৰ ওপৰত, প্ৰকৃতিৰ সৌন্দৰ্য ৰক্ষা আৰু তাৰ উপভোগৰ সুবিধাৰ বিষয়ত মেঘালয়তকৈ অসম যে কিমান পিছুৱাই আছে!

লেইক্ ডিষ্ট্ৰিক্টত আৰু এটা পাহাৰী দৃশ্যৰ অনন্য ৰূপ দেখা পালোঁ। দুই পিনৰ দুখন বহল পৰ্বতৰ মাজেদি আমাৰ মসৃণ পথ আগুৱাই গৈছে। দুই পৰ্বতৰ মাজৰ পথ বা পাছ। ইয়াকেইতো গিৰিপথ বোলে বুলি সৰুতে ভূগোলত পঢ়িছিলোঁ। পাহাৰ কাটি এই পথ উলিওৱা নাই। দুই পৰ্বতৰ মাজৰ তেনেই ঠেক খোলা ঠাইৰে পথ নিৰ্মাণ কৰা হৈছে। এয়েই গিৰিপথ। সৰুতে ভূগোলত গিৰিপথৰ উদাহৰণ হিচাপে মুখস্থ কৰিছিলোঁ— খাইবাৰ পাছ, যি খাইবাৰ পাছেৰে মধ্য যুগত আৰৱ, পাৰস্য আদি দেশৰ পিনৰ পৰা মোগল, পাঠানসকল উটৰ পিঠিত উঠি ভাৰত সোমাইছিলহি বুলি বুৰঞ্জীৰ পৰা মুখস্থ কৰিছিলোঁ। খাইবাৰ পাছ আজিলৈকে দেখা নাই। কিন্তু গিৰিপথ দেখা পালোঁহি এই লেইক্, ডিষ্ট্ৰিক্টত। লেইক্ ডিষ্ট্ৰিক্টত এনে পাছ কিমানটা যে

আছে— কিৰ্কষ্টোন্ পাছ (Kirkstone Pass), হনিষ্টাৰ্ পাছ (Honister Pass), নিউলেণ্ডছ্ পাছ (New Lands Pass)।

এনে পাছ বা গিৰিপথেদি আমাৰ গাড়ী পাৰ হৈ যাওঁতে আমাৰ গাইডে তেওঁৰ বিৱৰণীত কৈছিল-এই পাছবোৰেদিয়ে প্ৰাচীন কালত ভাইকিংবোৰ ইংলেণ্ডলৈ সোমাই গৈছিল স্কটলেণ্ডৰ পৰা, উত্তৰ সাগৰৰ পৰা আহি স্কটলেণ্ডৰ উপকূলত নমাৰ পিছত। লগে লগে মনত পৰিছিল সৰুতে পঢ়া ইংলেণ্ডৰ ইতিহাসৰ কথা। জুটছ্, এংগল্‌ছ্ আৰু ছেক্সন্‌ছ্— এই তিনি গোষ্ঠীৰ মানুহ ইউৰোপৰ উত্তৰ-পশ্চিম অঞ্চলৰ পৰা স্কটলেণ্ড হৈ ইংলেণ্ড সোমাই ইংৰাজ জাতি গঢ়ি তুলিছে। এই গোষ্ঠীৰ মানুহৰ বহুতৰে জীৱিকা আছিল জলদস্যু বা ভাইকিঙৰ। এই ভাইকিংসকলেই সাগৰত জাহাজ লুট কৰি আশ্ৰয় লয়গৈ ইংলেণ্ডত। সময়ত তাৰে বহুত জলদস্যুৱে জলদস্যুৰ জীৱিকা এৰি ইংলেণ্ডত খেতি-বাতি কৰি স্থায়ীভাৱে থাকিবলৈ ল'লে। জুট্, এঙ্গল আৰু ছেক্সন্— এই তিনি গোষ্ঠীৰ মাজত সময়ত বিয়া-বাৰু হৈ এটা নতুন গোষ্ঠী বা জাতি গঢ় লৈ উঠিল। তাকেই তেওঁলোকে বুলিবলৈ ল'লে এংলো-ছেক্সন। এই এংলো ছেক্সনৰ পৰাই হ'ল গৈ ইংলিছ। ইংলিছ জাতি, ইংলিছ ভাষা। সেই জুট্, এংগল্ আৰু ছেক্সন্ ভাইকিংবোৰৰ ইংলেণ্ড সোমোৱা বাটেই আছিল তেন্তে এইটো?

কিন্তু কাম্ব্ৰিয়া অঞ্চলৰ এই সাহিত্যিক তথা জনপ্ৰিয় নাম লেইক্ ডিষ্ট্ৰিক্ট্ হ'ল আকৌ এই অঞ্চলত থকা ডেৰ কুৰিৰো অধিক হ্ৰদ বা সৰোবৰৰ বাবে। বেছিভাগেই বহল, দীঘল হ্ৰদ। বেছিভাগেই আবৃত হৈ থাকে পাহাৰ-পৰ্বতৰ দ্বাৰা। পানীত খেলি থাকে বিভিন্ন ৰঙৰ, বিভিন্ন ৰূপৰ চৰাই। হ্ৰদৰ পাৰত যেতিয়া আমাক নামিবলৈ দিয়ে, পানীৰ ঘূঁৰলিত তেতিয়া দেখোঁ আমাৰ শৰালি হাঁহৰ লেখীয়া অনেক চৰাই খেলি থাকে। আমাক অকণো ভয় নকৰে। মানুহৰ পৰা যেন চৰাইৰ ইয়াত ভয় কৰিবলগীয়া একো নাই। কাৰণ বনৰীয়া চৰাই, জন্তু ইয়াত কোনেও নামাৰে। এইখন যেন সিহঁতৰ দেশ— গছ-লতিকা, পশু-পক্ষীৰ দেশ। আমি ইয়াত সিহঁতৰ অতিথি। কিন্তু ইয়াকো জানো— ওৱৰ্ড্‌ছৱৰ্থে এই আদৰ্শ সকলোতে দেখা পোৱা নাছিল। গছক আশ্ৰয় কৰি লতা সুখেৰে জীয়াই থকা তেওঁ ইয়াতে দেখিছিল। মানুহৰ সমাজত কিন্তু তেওঁ এই আদৰ্শ সততে দেখা নাপাই দুখ পাইছিল— গছে লতাক সাবটি ল'লেও 'মানুহে মানুহৰ কি কৰিলে'— 'What man has made of man?'

আজি আমাক দুপৰীয়াৰ সাঁজ খোৱা আৰু দোকান-পোহাৰত টহল দি ভাগৰ পলুওৱাৰ বাবে সময় দিছিল কেছ্‌উইক চহৰত। পৰ্যটকৰ মনোৰঞ্জনৰ বাবে সজাই-পৰাই থোৱা এখন ধুনীয়া চহৰ। পিছবেলা আমাক ডাৰৱেন্ট্ ৱাটাৰ্ (Darwent Water) নামৰ এটা হ্ৰদত বিদ্যুতচালিত নাৱেৰে নৌকা বিহাৰ কৰিবলৈ দিলে।

বিয়লিলৈ উভতি যাওঁতে অন্য বাটেদি গ'লেও সেই একেই ধুনীয়া দৃশ্য। একেবাৰে শেষত পালোঁ ওৱৰ্ড্‌ছৱৰ্থে পিছৰছোৱা জীৱন কটোৱা গ্ৰাছ্‌মিয়াৰ। ওৱৰ্ড্‌ছৱৰ্থ, আৰু তেওঁৰ পৰিয়ালৰ সমাধিস্থলত আমাৰ বাছ ৰাখি দিছিল। আমি নামি গৈ তেওঁৰ সমাধিস্থলত থিয় দিলোঁ। ওৱৰ্ড্‌ছৱৰ্থৰ সমাধিত বিৰাজ কৰিছে এটা যেন মৌন বিষণ্ণতা। লাহে লাহে নামি আহিব ধৰা সন্ধিয়াৰ পৰিৱেশে সেই বিষণ্ণতা আৰু বেছি প্ৰকট কৰি তুলিছে। সমাধিস্থলৰ চৌহদৰ দুৱাৰমুখতে হঠাৎ দেখিলোঁ এখন নাম ফলক— বাগিচা এখনৰ নাম ফলক— ডেফডিল

গার্ডেন্ বা ডেফডিল বাগিচা। তৎক্ষণাৎ ইফালে-সিফালে চকু ঘূৰাই চালোঁ— ক'ৰবাত ডেফডিল ফুল দেখা পাওঁ নেকি? পিছে নাই। ডেফডিল বাগিচাত তেতিয়া এটাও ডেফডিল ফুল নাই। আনকি ডেফডিল ফুলৰ গছো তেতিয়া তাত এজুপিও নাই। পিছে লগে লগে মনত পৰিল— ডেফডিল ফুল ইয়াত থাকিব ক'ৰ পৰা। এতিয়াতো গ্ৰীষ্ম। এপ্ৰিলৰ ডেফডিল, বসন্ত কালিৰ ডেফডিল এতিয়া মাটিৰ তলত— আলু বা বাল্বৰ ৰূপত, ঠিক যেনেকৈ ওৱৰ্ড্‌ছ্‌ৱৰ্থ এতিয়া তেওঁৰ সমাধিৰ মাটিৰ তলত। এপ্ৰিল যেতিয়া আহিব, গছ-লতিকাই পাত ধৰিব, ফুল ধৰিব, ওৱৰ্ড্‌ছ্‌ৱৰ্থৰ সমাধিৰ এই ডেফডিল বাগিচাতো ডেফডিল ফুলবোৰ নিশ্চয় ফুলি উঠিব। হালধীয়া হালধীয়া, ভমকাফুলীয়া ফুল। A host of golden daffodils"– এজৰা সোণালী ডেফডিল। কিন্তু মইতো আৰু তেতিয়ালৈ ডেফডিল ফুলা চাবলৈ ইয়াতে বৈ থাকিব নোৱাৰোঁ। গতিকে মই আমাৰ অসমৰ ৰাশিয়ে ৰাশিয়ে ফুলা সৰিয়হৰ ফুলনি পথাৰ চায়েই সন্তুষ্ট হৈ থাকিব লাগিল। এৰা, আমাৰ সৰিয়হ ফুলৰ পথাৰৰো যে কি মোহনীয় ৰূপ!

বাগিচাখনৰ পৰা ওলাই যাব খোজোঁতে দেখিলোঁ, ওৱৰ্ড্‌ছ্‌ৱৰ্থৰ সেই ডেফডিল ফুলক লৈ লিখা বিখ্যাত কবিতাটোৰ প্ৰথম স্তৱকটো এখন বোৰ্ডত ডাঙৰ ডাঙৰ আখৰেৰে ছপাই থোৱা আছে—

I wandered lonely as a cloud
That floats on high o'er vales and hills,
When all at once I saw a crowd,
A host of golden daffodils;
Beside the lake, beneath the trees,
Fluttering and dancing in the breeze.

ঘূৰি আহোঁতে বাটত দেখিছিলোঁ উলছ্ বাটাৰ, ৰাইডল্ মাউণ্ট। এই উলছ্ বাটাৰ অঞ্চলত অনাই-বনাই ফুৰোঁতেইতো ওৱৰ্ড্‌ছ্‌ৱৰ্থে হঠাৎ দেখা পাইছিল— সেই ডেফডিলজৰা— a host of golden daffodils. আৰু ৰাইডল্ মাউণ্ট— ইও জানো ওৱৰ্ড্‌ছ্‌ৱৰ্থৰ বিচৰণভূমি নাছিল?

বিয়লি ৭ মান বজাত যেতিয়া হোটেল পালোঁ, তেতিয়াও লেইক্ ডিষ্ট্ৰিক্টৰ আকাশত শেঁতা সোণালী পোহৰ। কালিৰ অভিজ্ঞতাৰ পৰা শংকা হ'ল এইবুলি যে আজি হয়তো কোনো ৰেষ্টুৰেণ্ট আৰু ৰাতিৰ সাঁজৰ বাবে খোলা নাপাম। তথাপি মুখ-হাত ধুয়েই বেগাই খোজ দিলোঁ· কালিৰ বজাৰ অঞ্চলটোলৈ। তেনেকুৱা বজাৰ অঞ্চল বাছৰ পৰা আৰু কেবাখনো দেখি আহিছোঁ; কিন্তু আঁতৰত। গতিকে আমাৰ চিনাকি সেই কালিৰ বজাৰ অঞ্চললৈকে গৈ দেখিলোঁ, তেতিয়া বিভিন্ন হোটেল আৰু ৰেষ্টুৰেণ্ট ডিনাৰৰ বাবে খুলিবলৈহে ধৰিছে। হোটেল-ৰেষ্টুৰেণ্টত কালিৰ 'ক্লোজড্' চিহ্নৰ ঠাইত এতিয়া 'ডিনাৰ্ ৰেডি' চিহ্নফলক বা ছাইনবোৰ্ড। ওচৰতে উলিয়াই থোৱা আছে বা বাহিৰৰ পৰা গ্ৰাহকৰ মাজেদি পঢ়িব পৰাকৈ ৰখা হৈছে মেনুবোৰ্ড। আজিয়ে কগুাৰ্ষ্টেড্ টুৰাৰৰ বাছৰ পৰা দেখিছিলোঁ দুটা বজাৰ অঞ্চলত দুখন ইণ্ডিয়ান ৰেষ্টুৰেণ্ট। এখনৰ নাম প্ৰিন্স্ অৱ্ ইণ্ডিয়া। আনখনৰ নামো তেনেকুৱা কিবা এটা। তালৈকেই যোৱাৰ ইচ্ছা যদিও, দূৰ বাবে বাদ দিলোঁ। ইয়াত আমাৰ খাব পৰা পছন্দৰ আইটেম থকা বিশুদ্ধ ৰেষ্টুৰেণ্ট বাছি ল'লোঁ সেইখন হ'ল 'মেডিটেৰেনিয়ান্ ৰেষ্টুৰেণ্ট্'। ইংলেণ্ডৰ তুলনাত ভূমধ্য সাগৰো আকৰ

পৰা কিছু ওচৰ বাবেই নেকি, নে তাৰ মেনু লিষ্টত আমাৰ পছন্দৰ খাদ্য বেছিকৈ আছে বাবেই, সেইখনকেই আমি বাছি লৈ সোমাই গ'লোঁ। পৰ্যটন অঞ্চল বাবেই নিশ্চয়, লণ্ডন মহানগৰৰ পৰা বহু দূৰ হ'লেও ইয়াতো মহানগৰৰ দৰে বিভিন্ন দেশৰ নিজৰ নিজৰ খানাৰ হোটেল হোটেল-ৰেষ্টৰেণ্টবোৰ— থাই হোটেল, চাইনিজ হোটেল ইত্যাদি।

খাই-বৈ উভতি আহোঁতে বাটতে এটা কাম কৰিলোঁ। ইয়াৰ হোটেলবোৰত চেক্-আউট্ টাইম্ ৰাতিপুৱা দহ বজা। আনহাতে চেক-ইন্ টাইম দুপৰীয়া এক বজা। মনোহৰে আগতে ৰিজাৰ্ভ কৰি থোৱা মতে কাইলৈ পুৱা দহ বজাত আমি হোটেল এৰিব লাগিব। যদি কিবা কাৰণত কোনোবাই হোটেল তেতিয়াই এৰিব নোৱাৰেও, অন্ততঃ ৰুমটো এৰি লাগিজ পত্ৰ উলিয়াই আনি ৰিচেপ্‌শ্বনক গটাব লাগিব। আমাক মনোহৰে উপদেশ দিছিল, আৰু এদিনৰ ভাড়া ৬৭ পাউণ্ড বা প্ৰায় ৬০০০ টকা কেইটামান ঘণ্টাৰ বাবে ভৰাতকৈ আমি লাগিজ হোটেল কৰ্তৃপক্ষৰ জিম্মাত দি ফুৰিবলৈ ওলাই যাব লাগে। গধূলি আমাৰ গাড়ী এবাৰ সময়ত আহি লাগিজখিনি লৈ ষ্টেশ্বনলৈ গ'লেই হ'ল। কিন্তু এতিয়া দেখিলোঁ, কাইলৈ আমি দুপৰীয়াই আমাৰ আধা-দিনীয়া কণ্ডাক্টেড্ টুৱাৰৰ পৰা উভতি আহি পাম। কণ্ডাক্টেড্ টুৱাৰলৈ ৯.৪৫ বজাতে বাৰু যাওঁতে চেক্-আউট কৰি লাগিজখিনি হোটেলৰ জিম্মাত এৰি গ'লোঁ; কিন্তু দুপৰীয়া আহি খাই-বৈ, মুখ-হাত ধুই অলপ জিৰাম ক'ত? এনেয়ে বজাৰত অনাই-বনাই ঘূৰিয়েই জানো এটা বেলা কটাব পাৰিম? তাতে আকৌ দুপৰীয়াৰ সময়। আজি পুৱা ছেণ্ট্ জন্ লড্‌জৰ মালিকনীৰ লগত কথাটো পাতি আধা দিনৰ বাবে ৰিজাৰ্ভেশ্বন্ এক্সটেণ্ড্ কৰিব পাৰোঁ নেকি সুধিছিলোঁ। নাই, নোৱাৰি। এদিনৰ ভাড়া-ভৰিব লাগিব দুই-তিনি ঘণ্টাৰ বাবে ল'লেও। কিন্তু এইখন হোটেলত এতিয়া আৰু কালিৰ বাবে ৰিজাৰ্ভেশ্বন্ ল'ব নোৱাৰিম। আমাৰ ৰুমটোকে ধৰি সকলো ৰুম কাইলৈৰ বাবে ৰিজাৰ্ভড্ হৈ গৈছে। কাইলৈ দহ বজাত আমি ৰুম এৰিবই লাগিব। গতিকে এতিয়া ৰাতিৰ সাঁজ খাই ছেণ্ট্ জন লড্‌জলৈ উভতি যাওঁতে আমাৰ হোটেল পোৱাৰ আগতে ওক্‌লেই (Oakleigh) বোলা বি এণ্ড্ বি হোটেল এখনত অনুসন্ধান এটা কৰিলোঁ। ইয়াতো আধা দিনৰ ৰিজাৰ্ভেশ্বন নাপায়। কিন্তু কাইলৈ ৰুম খালী আছে। যদিও চেক্ ইন্ টাইম ১ বজাতেই, ৯.৩০ বজাত তেওঁলোকে আমাৰ লাগিজ ৰাখিব পাৰিব আৰু আমি লাগিজ থৈ কণ্ডাক্টেড্ টুৱাৰত যাব পাৰিম। আমি সেই বন্দোবস্তকে কৰি কিছু এডভান্স্ দি ছেণ্ট জন্ লড্‌জ্ পালোঁহি। এইখন বেড্ এণ্ড ব্ৰেক্‌ফাষ্ট্ হোটেল 'ওক্‌লেই'ৰ ভাড়াৰ নিৰিখো দিনে ৭ পাউণ্ড কম, অৰ্থাৎ দিনৌ ৬০ পাউণ্ড অৰ্থাৎ ধৰক, ৫৪০০ টকা। তথাপি ল'লোঁ, পুৱা দহ বজাৰ পৰা গধূলি ৫.৩০ বজালৈ চাৰে সাত ঘণ্টা সময়ৰ বাবে ৫,৪০০ টকা দিবলৈ মান্তি হৈ বেলাটোৰ ভ্ৰমণৰ পিছত দুপৰীয়াৰ বিশ্ৰামকণ স্বাস্থ্যৰ বাবে প্ৰয়োজনীয় হ'ব। কাইলৈ গধূলি উইণ্ডাৰ্মেয়াৰ্ এৰি ৰাতি ষ্টিভেনেইজ্ পাওঁ মানেওতো দুপৰ নিশাই হ'ব কিজানি!

গধূলিটো টি ভি চাই, বজাৰৰ পৰা কিনি অনা লণ্ডনৰ 'ডেইলি এক্সপ্ৰেছ' খন পঢ়ি আৰু শোৱাৰ আগতে কফী মেকাৰত চাহ দুকাপ কৰি দুয়ো খাই শুই থাকিলোঁ। লেইক্ ডিষ্ট্ৰিক্টৰ উইণ্ডাৰ্মেয়াৰ্ চহৰত আমাৰ এয়া দ্বিতীয় নিশা। বিছনাত পৰি মনত পৰিল অস্কাৰ্ ওৱাইল্ডৰ নাটক 'লেডী উইণ্ডাৰ্ মেয়াৰ্ছ্‌ ফেন্' খনৰ কথা। মাজবয়সত উপনীত হোৱা লেডী উইণ্ডাৰ্মেয়াৰৰ জন্মদিন। উলহ-মালহেৰে পালন কৰা জন্মদিনৰ উৎসৱ। গিৰীয়েকৰ লগত আৰু তেওঁৰ লগত

আপোন অনেক লোককেই নিমন্ত্ৰণ কৰা হৈছে সেই জন্মদিনৰ উৎসৱলৈ। আৰু নিমন্ত্ৰণ কৰা হৈছে লেডী উইণ্ডাৰ্মেয়াৰৰ বিবাহৰ আগৰ বা যৌৱনকালৰ প্ৰেমিকজনকো। তেৰোঁ এতিয়া আদহীয়া। লেডী উইণ্ডাৰ্মেয়াৰক লগ পায়েই এসময়ৰ এই প্ৰেমিকাক আগৰ দৰেই প্ৰশংসা কৰিলে মানুহজনে। লেডী উইণ্ডাৰ্মেয়াৰে তুষ্ট হৈ তেওঁক ক'লে— "আপুনি যে প্ৰসংশা কৰাত সদায় ইমান ভাল!" তেওঁৰ প্ৰাক্তন প্ৰেমিকে তেতিয়া তেওঁৰ কথাত হয়ভৰ দি ক'লে, "হয়, মহাশয়া, আজিকালি বস্তুৰ এনে জুই-ছাই দামৰ দিনত প্ৰশংসাটোৱেই একমাত্ৰ বস্তু— যিটো আনক সহজতে দিব পাৰি।"



## দহ

# বিদায় লেইক্ ডিষ্ট্ৰিক্ট্

১৭ আগষ্ট, বৃহস্পতিবাৰ। পুৱা উঠিয়েই বন্ধা-ছটাত লাগিলোঁ। পুৱা ৯.৩০ বজাত ব্ৰেক্‌ফাষ্ট্ খাবলৈ যোৱাৰ আগতেই সকলো বন্ধা-ছটা শেষ হ'ব লাগিব। ব্ৰেক্‌ফাষ্ট্ খাই উঠিয়েই মই আমাৰ টালি-টোপোলা সিখন হোটেল ওকলেইত থৈ এইখন হোটেলৰ সম্মুখত কণ্ডাক্টেড্ টুৱাৰৰ বাছত উঠিব লাগিবহি। এইখন হোটেলতে ব্ৰেক্‌ফাষ্ট্ খাই থাকোঁতে মালিকনীয়ে কৈছিল, আজি এটা ৰুমৰ ৰিজাৰ্ভেশ্বন্ কেন্‌চেল হ'ল; গতিকে আমি আৰু এদিনৰ ৰিজাৰ্ভেশ্বন্ বঢ়াই ল'ব পাৰোঁ। মই ক'লোঁ, "ছ'ৰী মেডাম্। আমি ইতিমধ্যে অন্য এখন হোটেলত আজিৰ দিনটোৰ ৰিজাৰ্ভেশ্বনৰ বাবে আগধন দিলোঁ। এই ব্ৰেক্‌ফাষ্ট্ খোৱা হ'লেই আপোনাৰ হোটেলৰ পৰা চেক্-আউট কৰিম।" তেখেতে ক'লে, "দেটছ্ পাৰ্ফেক্টলি অল্‌ৰাইট্।"

ওকলেই বি এণ্ড বি হোটেলত কালি পাইছিলোঁ মালিকনী মহিলাগৰাকীক। ওখ-পাখ সুঠাম স্বাস্থ্যৰ। ষাঠি বছৰতকৈ অলপ বেছিয়েই হ'ব লাগে তেওঁৰ বয়স। কিন্তু তথাপি দেখিছিলোঁ বেছ কৰ্মতৎপৰ, হাঁহিমুখীয়া আৰু মিঠামুখীয়া। আজি এতিয়া কিন্তু ৰিচেপ্‌শ্বনত তেওঁৰ ঠাইত তেওঁৰ এয়া বোধহয় গিৰীয়েক। এওঁ যদি আকৌ নতুনকৈ আমাৰ ৰেকৰ্ড-ছেকৰ্ডবোৰ চাই দেৰি কৰে, তেন্তে সিপিনে বাছ ফে'ল কৰি যাম। কিন্তু নহয়, ঘৈণীয়েকৰ দৰে সুঠাম স্বাস্থ্যৰ আৰু তেওঁৰ সমানে ওখ-পাখ যেন নালাগিলেও এৱোঁ সমানে কৰ্মতৎপৰ, হাঁহিমুখীয়া আৰু মিঠামুখীয়া। মই কালি এড্‌ভান্স দি যোৱা সময়ত কৈ যোৱামতে লাগিজখিনি থৈ যাবলৈ আহিছোঁ আৰু ১ বজাৰ পিছত কণ্ডাক্টেড্ টুৱাৰৰ পৰা আহি চেক-ইন্ কৰিম বুলি কোৱাত, তেখেতে ক'লে, "মই জানো। কিন্তু আপুনি ১ বজালৈ চেক্-ইন কৰিবলৈ বৈ থকাৰ দৰকাৰ নাই। আপোনালোকৰ কোঠা আমি সাজু কৰি ৰাখিছোঁ। একেবাৰে তালৈকে ব'লক। লাগিজ-পত্ৰ তাতেই সুমুৱাই চাবি মাৰি যাওক। এয়া লওক, আপোনাৰ চাবি। আৰু আপোনাৰ বেগ-ছুটকেইছ্ মোক দিয়ক।" মই ক'লোঁ, "নাই, নাই, মোৰ লাগিজ মই নিজে নিম। আপুনি চাবিপাত লৈ আহিলেই হ'ল।" কিন্তু তেখেতে নেৰে। মোক চাবিপাত দি মোৰ বেগ-ছুটকেইছ্ তেখেতে দুহাতেৰে লৈ মোক আমাৰ বাবে সাজু কৰি থোৱা কোঠাটোলৈ লৈ গ'ল। বাথ-ৰুম, ছুইচ্, টেইপ্ আদিৰ আদব-কায়দা বুজাই দি শেষত কফী-মেকাৰৰ কাষত চকোলেইট, বিস্কুট আদিৰ লগতে ৰখা এখন ফলমূলৰ প্লেটলৈ দেখুৱাই ক'লে, "এইখিনি ফলমূল লৈ যাওক। ইয়াত খাবলৈতো আপোনালোকৰ এতিয়া সময় নহ'ব। বাটতে ক'ৰবাত খাব।" মই অভিভূত হ'লোঁ। তেখেতক ধন্যবাদ দি ক'লোঁ, আপোনালোকে মৰমতে আমাক দিছে। মই গ্ৰহণ কৰি ইয়াতে ৰাখি গ'লোঁ। উভতি আহি খাম।" ৰুমত তলা লগাই তাৰ পৰা ওলাই আহিলোঁ।

বাছ ৰোৱা ঠাইত আঁজলি থিয় হৈ আছিল। তেওঁক হোটেল মালিকৰ বদান্যতাৰ কথা ক'লোঁ। আমি এদিনৰ বাবেহে কোঠাটো লৈছোঁ— ১ বজাৰ পৰা। কিন্তু আমাক পুৱা ৯.৩০ তে কোঠাত সোমাবলৈ দি চাবিপাত দি দিয়াই নহয় ব্ৰেকফাষ্টো অফাৰ্ কৰাৰ দৰে কৰিলে ফলমূল যাচি। গতিকে নিয়মমতে আমাক দুদিনৰ বাবেই কোঠাটো দিয়াৰ দৰে হ'ল। আৰু কেনে মধুৰ ব্যৱহাৰ! আঁজলি শুনি সন্তুষ্ট হ'ল। বাছ আহিলত আমি উঠি পৰিলোঁ। বাছ প্ৰথম

ওলাই যাওঁতে কালিৰ ৰূটেই ল'লে— উইণ্ডাৰমেয়াৰ হ্ৰদ, ৰাইডল্ মাউণ্ট, উল্‌ছ্ ওৰাটাৰ। পিছত যদিও ৰূট্ বদলিল, দুয়োকাষৰ প্ৰাকৃতিক সৌন্দৰ্য কিন্তু একেধৰণে ৰমণীয়— সুৰুঙা নোহোৱাকৈ সকলো পিনে সুন্দৰ। আজি আমাক দেখুৱালে বেলাটোত আঠটা হ্ৰদ। অৱশ্যে ইয়াৰ ভিতৰত কালি দেখাও কেইটামান আছে। আৰু পাহাৰ-পৰ্বত, গিৰিপথ, জলপ্ৰপাত-কেটাৰেক্ট— সেয়াতো আজিও সকলো পিনে। সকলোপিনে ফুল, গছ-গছনি সজাই পৰাই ৰখা ধৰণৰ।

কিন্তু আজিৰ এটা বিশেষ আকৰ্ষণ হ'ল— ওৱৰ্ড্‌ছ্‌বৰ্থৰ সৰুকালিৰ গাঁও হক্‌ছ্‌হেড্ (Hawkshead) আৰু তাৰ ওৱৰ্ড্‌ছ্‌বৰ্থে সৰুতে পঢ়া প্ৰাথমিক বা গ্ৰামাৰ স্কুলখন। আৰু তাৰ পিছতে বৰ্তমান কালৰ ৰাউলিঙৰ হেৰী পটাৰৰ দৰেই ইয়াৰ আগৰ যুগৰ বিখ্যাত শিশু সাহিত্যিক বিয়েট্ৰিক্স্ পটাৰৰ জন্মস্থানত বিয়েট্ৰিক্স্ পটাৰ মিউজিয়ম। ঊনবিংশ শতাব্দীৰ পুৰোধা ৰোমাণ্টিক কবি ওৱৰ্ড্‌ছ্‌বৰ্থৰ সৰুতে পঢ়া স্কুল এই হক্‌ছ্‌হেড্ গ্ৰামাৰ স্কুল ষোড়শ শতাব্দীতে হেনো স্থাপিত। স্কুলখনৰ সন্মুখৰ টুৰোৰিষ্ট বাছ, কাৰ্ আদি ৰোৱা ঠাইত আমাৰ বাছ ৰৈ আমাক নমাই দিয়াৰ পিছত স্কুলখনৰ ভিতৰত থকা গাইডে আমাক স্কুলখনৰ বিষয়ে বুজাই দিছিল। তেখেতে কৈছিল— ওৱৰ্ড্‌ছ্‌বৰ্থৰ দেউতাক ধনী মানুহ আছিল। ইয়াৰ ফী যথেষ্ট উচ্চ হাৰৰ আছিল; সেয়েহে ধনী মানুহৰ ঘৰৰ ল'ৰাইহে ইয়াত পঢ়িব পাৰিছিল। মনে মনে ভাবিলোঁ— হয়, তেতিয়াওতো ইংলেণ্ডত সকলোৰে বাবে শিক্ষা নাছিল। ভাল শিক্ষানুষ্ঠানবোৰ গাইগুটীয়া মালিকানাৰে আছিল, আৰু গতিকে তাৰ ফী আছিল উচ্চ। সেইবোৰৰ দুৱাৰো আকৌ ছোৱালীৰ বাবে আছিল বন্ধ। স্কুল ঘৰটোলৈ চাই পঠিয়ালোঁ। দুই তলীয়া এটি অতি পুৰণি, কিন্তু সৰু ঘৰ। দুই তলীয়া বুলিও আকৌ এতিয়াও অতি গজগজীয়া। বৰ বৰ কাঠেৰে বা কাঠৰ খুঁটা-তক্তাৰে নিৰ্মিত। বৰ নিমজ, মসৃণ নিৰ্মাণ নহয়। কিন্তু তাতো ভোটোহা এক সৌন্দৰ্য। স্কুলখনৰ এটা কথাই আচৰিত কৰি আনন্দ দিলে। প্ৰাথমিক স্কুল যদিও তেতিয়াতে ইয়াত হেডমাষ্টৰৰ বাবে এটা সুকীয়া কোঠা আছিল; আৰু সেইটিয়ে আছিল তাৰ অফিচো। তাৰ চকী-মেজবোৰো চালোঁ— একে দৃঢ়, ভোটোকা ভোটোকা। শতাধিক বছৰৰ পৰ্যটকৰ হাতৰ বুলনি আৰু পৰশ লাগি এতিয়া সেইবোৰ নিমজ হৈ পৰিছে। কিন্তু আদিতে সেইবোৰ কিমান খহটা ধৰণৰ আছিল বুজিব পাৰি।

ওপৰ তলাৰ আৰু তল তলাৰ শ্ৰেণী কোঠাবোৰতো চকু ফুৰালোঁ। তলৰ, ওপৰৰ শ্ৰেণী কোঠাবোৰতো কণ কণ ছাত্ৰবোৰ বহা বেঞ্চ-ডেস্কবোৰ একে ধৰণৰ মজবুত কিন্তু অমসৃণ কাঠৰ। স্কুলঘৰৰ গাইডক সুধিলোঁ, কিন্তু এই দেখিলেই ধৰিব পৰা অতি পুৰণি বেঞ্চ-ডেস্কবোৰ ওৱৰ্ড্‌ছ্‌বৰ্থৰ ল'ৰা-কালৰ বা অন্ততঃ দুশ বছৰ আগৰ হয়নে? গাইডৰ দৃঢ় উত্তৰ, "নিশ্চয়, নিশ্চয়। এইবোৰতে ওৱৰ্ড্‌ছ্‌বৰ্থ্ বহি তেওঁৰ স্কুলীয়া পাঠ লৈছিল। এই ডেস্কবোৰলৈ চাওকচোন; ইয়াত কিমান নাম ছুৰীৰে কটা আছে।" আমি চালোঁ। হয়, ছুৰীৰে কাটি খোৱা অনেক ল'ৰাৰ নামেৰে ডেস্কৰ পিঠিলৈ চাব নোৱাৰি। গাইডেই দেখুৱাইছে যেতিয়া তাৰ মাজত উইলিয়াম্ ওৱৰ্ড্‌ছ্‌বৰ্থ্ বা নহ'লেও উইলিয়াম্ বা ওৱৰ্ড্‌ছ্‌বৰ্থ শব্দ দুটাৰ কোনোবাটো চকুত পৰে নেকি চাই ধৰিব নোৱৰাত গাইডক সুধিলোঁ, "ইয়াতে ক'ৰবাত ওৱৰ্ড্‌ছ্‌বৰ্থৰ নামতো তেওঁ কাটি থৈছিল নেকি?" গাইডে ক'লে, "নাই। ওৱৰ্ড্‌ছ্‌বৰ্থে নিশ্চয় সেই ধৰণে কাঠত নাম কাটি থৈ সৰুতেই অমৰ হৈ থাকিব খোজা নাছিল।" মই ক'লোঁ, "তাৰ মানে নিশ্চয় তেওঁ দুষ্ট ল'ৰাও নাছিল।"

গাইডে টপবাই ক'লে, "নহয়, নহয়। এনেদৰে বেঞ্চ-ডেস্ক লেতেৰা কৰা ল'ৰাবোৰক আজিকালিহে দুষ্ট ল'ৰা বুলি জ্ঞান কৰা হয়। মই নিজেও মোৰ ল'ৰাকালত মোৰ প্ৰাথমিক স্কুলৰ ডেস্কত অমৰ হোৱাৰ লোভ সামৰিব নোৱাৰি মোৰ নামটো কাটি থৈ হেড্‌মাষ্টৰৰ শাস্তি পাইছিলোঁ। কিন্তু ওৱৰ্ড্‌ছ্বৰ্থৰ দিনত আকৌ ল'ৰাবোৰক এইধৰণে বেঞ্চ-ডেস্কত নাম কাটি থৈ যাবলৈ শিক্ষকসকলে উৎসাহহে দিছিল।" তাৰ পিছত আমাৰ গাইডে এটা অতি পুৰণি হাতে লিখা বহি উলিয়াই দিলে। এনেকুৱা আওপুৰণি, কিন্তু অতি সুন্দৰকৈ সংৰক্ষণ কৰা বহুতো বহী-কাগজ, হাজিৰা বহী হেড্‌মাষ্টৰৰ অফিচত দেখিয়েই আহিছোঁ। তাৰে দুই-এটা হাজিৰা বহী মেলিও চাইছিলোঁ- ওৱৰ্ড্‌ছ্বৰ্থৰ নাম ক'ৰবাত দেখোঁ নেকি বুলি। নাই। গতিকে এই বহীটোও মেলি চাব খোজা নাছিলোঁ। গাইডে ক'লে, "নাই, নাই মেলি চাওক। দেখিব, সেই দিনত এই প্ৰাথমিক স্কুলৰ ল'ৰাবোৰেই কেনে অদ্ভুত ধৰণৰ সুন্দৰ হাতৰ আখৰ লিখিছিল।" গতিকে খুলি চালোঁ। হয়, মুকুতাৰ দৰে সুন্দৰ হাতৰ আখৰ। ল'ৰাটোৰ নাম কিন্তু ওৱৰ্ড্‌ছ্বৰ্থ নহয়। মই কলোঁ, "এয়া ওৱৰ্ড্‌ছ্বৰ্থৰ হাতৰ আখৰ নোহোৱাৰ উপৰি, এয়া ইংলিছো নহয়।" গাইডে ক'লে, "ঠিকেই। এয়া লেটিন। ওৱৰ্ড্‌ছ্বৰ্থো লেটিন আৰু অংকত বৰ ভাল আছিল। অৱশ্যে ইংলিছত কেনেকুৱা আছিল আমি নাজানো।" মই ক'লোঁ, "কেনেকৈ জানিব। ওৱৰ্ড্‌ছ্বৰ্থৰ দিনত ইংৰাজীতো এটা শিকাবলগীয়া বিষয়েই নাছিল। নিজৰ জ্ঞানেৰে লিখা ইংলিছত ওৱৰ্ড্‌ছ্বৰ্থ বা শেক্সপীয়েৰে লিখি গৈছিল বাবেহে ইংলিছ আজি এনেকুৱা এটা ভাষা হ'ল।" গাইডে ক'লে, "আপুনি ঠিকেই কৈছে।"

স্কুলখন বিমুগ্ধচিত্তে চাই উঠাৰ পিছত শেষবাৰলৈ গাইডক সুধিলোঁ, "ওৱৰ্ড্‌ছ্বৰ্থৰ হাতৰ আখৰ, তেওঁৰ কোনো বহী-কিতাপ আদি একোৱেই এই তেওঁৰ স্কুলত চিন হিচাপে নাই?" গাইডে অলপ দুখেৰে ক'লে, "হয়। কিন্তু তাৰে হৈ বেৰত সোঁৱা চাওক তেওঁৰ ছবি, বাহিৰত গৈ চাওক— তেওঁৰ মূৰ্তি।" ওলাই অহা সময়ত স্কুলখনৰ প্ৰকাণ্ড ভিজিটৰ্ছ ৰেজিষ্টাৰটোত আমি দুয়োৱে আমাৰ নাম-ঠিকনা, তাৰিখ লিখি থৈ আহিলোঁ। আৰু বাহিৰত তেওঁৰ মূৰ্তিটোৰ ল'লোঁ ফটো।

এই অঞ্চলৰে আৰু এডোখৰ আকৰ্ষণীয় পৰ্যটকস্থলী হ'ল ওৱৰ্ডছ্বৰ্থৰ পিছৰ প্ৰজন্মৰ আৰু এতিয়া হেৰী পটাৰৰ স্ৰষ্টা ৰাউলিঙৰ আগৰ প্ৰজন্মৰ প্ৰখ্যাত শিশু সাহিত্যিক বিয়েট্ৰিক্স্ পটাৰৰ ঠাইৰ বিয়েট্ৰিক্স্ পটাৰ মিউজিয়মটো। এই অঞ্চলতে এডোখৰ ফুলেৰে ৰমকজমক ঠাইত বিয়েট্ৰিক্স্ পটাৰৰ শিশু-কাহিনীৰ পিটাৰ ৰেবিট শহাপহৰ ৰূপ লৈ বা পোছাক পিন্ধি এজন বৈ থাকে পৰ্যটকসকলৰ লগত কণ কণ ল'ৰা-ছোৱালী আহিলে সিহঁতক মৰম কৰি একেলগে খেলিবলৈ। আমাৰ আগে আগে যোৱা এদল পৰ্যটক আছিল এছিয়াৰ জাপান বা কোৰিয়াৰ দৰে কোনো অঞ্চলৰ। ইউৰোপ, আমেৰিকা বা ইংলেণ্ডৰ ল'ৰা-ছোৱালীৰ দুই ভৰিৰ ওপৰত থিয় দি খোজকঢ়া সেই শহাপহু পিটাৰ ৰেবিট অতি আপোন। কিন্তু অনা-ইংৰাজীভাষী এই এছীয় ল'ৰা-ছোৱালীহঁতে দৈত্যকায় ৰূপত থিয় দি থকা শহাপহুটো দেখি প্ৰথমে ভয় খাইছিল। পিছতহে শহাপহৰ মৰমত সিহঁত গলি পিটাৰ ৰেবিটৰ লগত একেলগে নচাত লাগিল।

আজিকালিৰ ল'ৰা-ছোৱালীৰ আকৰ্ষণ হেৰী পটাৰৰ স্ৰষ্টা ৰাউলিঙো তেওঁৰ হেৰীপটাৰ কাহিনীমালাৰ পৰা কোটিপতি হৈছে। বিয়েট্ৰিক্স্ পটাৰো তেওঁৰ পিটাৰ ৰেবিটৰ দৰে কাহিনীবোৰৰ পৰা কোটিপতি হৈছিল। কিন্তু সেই ধন তেওঁৰ স্বামীয়ে অকল তেওঁলোকৰ অঞ্চলটোৰ উন্নয়নৰ

কামত ব্যয় কৰাই নহয়, নেশ্বনেল ট্ৰাষ্টতো দান দিছিল— যি নেশ্বনেল ট্ৰাষ্টে দেখিছোঁ ইংলেণ্ডৰ, আৰু বোধহয় স্কটলেণ্ডৰো সকলো পৰ্যটন স্থান আৰু সম্পত্তিৰ ৰক্ষণাবেক্ষণ আৰু পৰিচালনা কৰে। আমাৰ অসমত টুৰ্‌ৰিজম্ বা পৰ্যটন এতিয়াও এটা ইণ্ডাষ্ট্ৰী হৈও উঠাই নাই, চৰকাৰৰ এটা বিভাগে চলাই থকা পৰ্যটনে তাত চালুকীয়া অৱস্থাও পোৱা নাই বুলি ক'ব পাৰি। অথচ এনে অৱস্থাতে পৰ্যটকৰ আকৰ্ষণৰ বাবে থকা আমাৰ অসমৰ কত সম্পদ যে আমাৰ মূঢ়তাৰ বাবে, আমাৰ ক্ষুদ্ৰ স্বাৰ্থৰ বাবে ধ্বংস হৈ গ'ল! পৰ্যটন ভালদৰে আমাৰ তাত গঢ়ি তুলিব লাগিলে, তাক এটা চৰকাৰী বিভাগৰ হাতত দি দৰ্মহা খোৱা আৰু সময় হ'লে অৱসৰ পোৱা চৰকাৰী বিষয়াৰ খামখেয়ালিৰ বলি কৰি নাৰাখি এনেদৰে এক ট্ৰাষ্টৰ অধীন আৰু পৰিচালনালৈ নিব নোৱাৰিনে? সেই ট্ৰাষ্টৰ বিষয়া-কৰ্মচাৰীসকল হ'ব পৰ্যটনৰ, সংৰক্ষণৰ, প্ৰাচীনতাৰ বা ইতিহাসৰ মোল বুজা কৰ্মব্ৰতী লোক— যাৰ চাকৰি চৰকাৰী ৰক্ষাকবচৰ দ্বাৰা ৰক্ষিত নহৈ ৰক্ষিত হ'ব কৰ্মনিষ্ঠা, কৰ্মপটুতাৰ দ্বাৰা।

যি হওক, ইয়াৰ পৰাই আমাৰ ওভতনি যাত্ৰা আৰম্ভ হ'ল, বা ক'ব পাৰি, আমাৰ যাত্ৰাৰ সামৰণি আৰম্ভ হ'ল। সেই লেইক্ ডিষ্ট্ৰিক্ট— যিহৰ বায়ু-পানী-মাটিয়ে, গছ-লতিকা-পাহাৰে-পৰ্বতে ওৱৰ্ড্‌ছ্‌ৱৰ্থ, বিয়েট্ৰিক্স্ পটাৰৰ দৰে কত প্ৰতিভাৰ জন্ম দিছিল, কত সাহিত্যিকক ইয়াৰ সৌন্দৰ্যই মুহি ইয়াতে আবদ্ধ কৰি ৰাখিছিল; ইয়াৰ গছ-লতিকা-ফুলে কত কবি-সাহিত্যিকৰ কল্পনাক উদ্দীপ দিছিল। সেই লেইক্ ডিষ্ট্ৰিক্ট এৰি কৰা আমাৰ ওভতনি যাত্ৰাত আমি পুনৰ উপস্থিত হ'লোঁ ওৱৰ্ড্‌ছ্‌ৱৰ্থৰ গ্ৰাছ্‌মিয়াৰত— এইবাৰ তেওঁৰ ঘৰ ডৌভ্ কটেজৰ পদূলিত। এনি হেথ্‌ৱেইৰ কটেজৰ দৰে ওৱৰ্ড্‌ছ্‌ৱৰ্থৰ ডৌভ কটেজো সংৰক্ষিত হৈ আছে— তাৰ ভিতৰৰ কিতাপ-বহী, কাপোৰ-কানি, আচবাব-পত্ৰেৰে। মানুহৰ পৰা শুনি শুনি ঘৰটোত সোমাই সেইবোৰ চোৱাৰ আগ্ৰহ হৈছিল অতি প্ৰবল। ইয়াকো চাব লাগিব ওৱৰ্ড্‌ছ্‌ৱৰ্থৰ স্কুল হক্‌ছ্‌হেড্ যিদৰে চালোঁ। কালিৰ দিনতীয়া প্ৰ'গ্ৰেমটোতো ডৌভ্ কটেজ দেখুওৱা কথা নাছিল। আজিও তাৰ সন্মুখত গাড়ী ৰাখি তাক বাহিৰৰ পৰাহে চাব দিয়া প্ৰ'গ্ৰেম। কিন্তু আগতীয়াকৈ গাইডক অনুৰোধ কৰি মান্তি কৰাইছিলোঁ— আমি দুয়োকে অন্ততঃ তাত সোমাই চাবলৈ সময় দিব। কিন্তু ডৌভ্ কটেজৰ পদূলিত থিয় হৈ দেখোঁ— টিকেটৰ বাবে দীঘল লাইন। অকল সেয়ে নহয়, এটা দল টিকেট লৈ এইমাত্ৰ সোমাইছে। এতিয়াই শাৰীত থিয় হৈ যদি সিটো দল ওলাই অহাৰ আগতে টিকেট লৈ থ'ব পাৰোঁ, তেন্তে আধা ঘণ্টা পিছতহে সোমাব পাৰিম। অৰ্থাৎ খুব সোনকালে হ'লেও আমি এতিয়াৰ পৰা এঘণ্টা পিছতহে এই ঠাই এৰি উইণ্ডাৰ্‌মেয়াৰমুৱা হ'ব পাৰিম। কিন্তু তেতিয়ালৈ আমাৰ বাছৰ সকলোৰে খোৱা-বোৱাৰ সময় পাৰ হৈ যাব। বাছত থকা বহুত যাত্ৰীয়ে সিমান সময় ইয়াত ৰৈ থাকিব পৰাকৈ অহা নাই। উপায় নাপাই আমি ওৱৰ্ড্‌ছ্‌ৱৰ্থৰ শেষ বয়সৰ, আৰু আটাইতকৈ দীঘলীয়া সময়ৰ বাবে থকা এই ঘৰ ডৌভ্ কটেজ্ ভিতৰত সোমাই চোৱাৰ আশা বাদ দিলোঁ। নিৰিবিলি, ইমান ডাঙৰ কবি এজনৰ এই অকণমান, তেনেই সাধাৰণ, গছ-লতিকা-ফুলে ঘেৰি থকা ঘৰটো সোমাই চোৱাৰ আশা ভাগ্যক থিয়াই বাদ দি ইয়াৰ ফটো লৈয়েই ক্ষান্ত হ'লোঁ। আৰু বাছত উঠিলোঁ উইণ্ডাৰ্‌মেয়াৰলৈ বুলি। আমাৰ হোটেল ওক্‌লেই পালোঁ প্ৰায় ডেৰ বজাত।

এইবাৰ আমাৰ এই হোটেলৰ ৰিচেপ্‌শ্বনত পালোঁ কালি লগ পোৱা হাঁহিমুখীয়া মালিকনীক। বয়স হৈছে যদিও কেনে তজবজীয়া আৰু সাদৰী! হাঁহি মুখে প্ৰায় দৌৰ মাৰিয়ে নিজে ওলাই আহি চাবিপাত দিলে আৰু ক'লে, "আপোনালোক আপোনালোকৰ ৰুমলৈ আগবাঢ়ক। ময়ো গৈ আছোঁ।" তেওঁৰ লগতে ওলাই আহিছিল বগা-ৰঙা চেহেৰাৰ, সোণালী চুলিৰ, তেজ ফুটো ফুটো গালৰ কণ কণ দুটি ল'ৰা-ছোৱালী। বুঢ়ীয়ে চিনাকি কৰি দি ক'লে, "এয়া মোৰ নাতি-নাতিনী।" আমি সিহঁতক গাই-মূৰে হাত বুলাই মৰম কৰিলোঁ। আমাৰ কোঠাত গৈ সোমোৱাৰ পিছত মালিকনী সঁচাকৈ আমাৰ ৰুম গৈ পালে। হাতত এখন ট্ৰেত কফী পট, কফী কাপ, চামুচ, ফলমূল, ব্ৰেড-বিস্কুট আদি। আমি ক'লোঁ— "আপুনি কষ্ট কৰি এইবোৰ বনাই আৰু কিয় আনিলে? আমাৰ ৰুমটোতো এইবোৰ ৰাখি থৈছে। কফী কাপ আমি কফী মেকাৰতে কৰি খালোঁহেঁতেন।" তেখেতে ক'লে,"খাওকচোন। আপোনালোকেতো আজিয়ে যাব। ইয়াত থকাখিনি বাৰু বিয়লি যোৱাৰ আগতে খাই যাব।" ইমান অতিথি-পৰায়ণতা। হোটেল যেন দেখোন নালাগেই। এয়া বোলে আকৌ বেড্ এণ্ড ব্ৰেক্‌ফাষ্ট, হোটেলহে? কোঠাৰ পৰা তেখেতে ওলাই যাব খোজোঁতে ক'লোঁ, "৫ বজাত আমাক এখন টেক্সি মাতি আনি দিব পাৰিবনে?" তেখেতে ক'লে, "নিশ্চয়। কিন্তু ৫ বজাত কিয়? আপোনালোকৰ ট্ৰেইনৰ সময় কেতিয়া?" আমি ৬.১০ বজাত বুলি কোৱাত তেখেতে ক'লে, "তেন্তে ৫ বজাত কিয়? ইয়াৰ পৰা টেক্সিক ১০ মিনিটহে লাগিব ষ্টেশ্বনলৈ। গতিকে মই ৫.৪৫ বজাত টেক্সি মাতিম।" আমাৰ ভয় লাগিল। টেক্সিয়ে যদি দেৰি কৰে আহি পাওঁতে? আমি ক'লোঁ, "নাই, নাই। আমি অলপ আগতীয়াকৈ পাব খোজোঁ। ৫ বজাত যদি বহুত আগতীয়া হয়, অন্ততঃ ৫.৩০ বজাত মাতি দিয়ক।" তেখেতে হ'ব বুলি কৈ ওলাই গ'ল।

খাই-বৈ দুপৰীয়া অতি আৰামত শুলোঁ। চাবে চাৰি বজাত উঠি মুখ-হাত ধুই চাহ-বিস্কুট খালোঁ। কাপোৰ-কানি পিন্ধি সাজু হৈছোঁহে, মালিকনীৰ পৰা ফোন আহিল, আপোনালোকৰ টেক্সি আহি পালে। ঘড়ী চাই দেখোঁ— ঠিক ৫.৩০। ৰিচেপ্‌শ্বন্ ৰুমৰ দুৱাৰমুখলৈ তেখেতে আমাক মাত লগাবলৈ ওলাই আহিছিল। আমি তেখেতৰ লগত কৰমৰ্দন কৰি বিদায় ল'লোঁ। সময়তকৈ কিছু আগতে ষ্টেশ্বন পাই ষ্টেশ্বনৰ ভিতৰে-বাহিৰে টহল দিলোঁ। ঠিক সময়তে গাড়ী আহিল। এই ট্ৰেইনতো আগৰ দিনাৰ দৰেই কোচ্ নাম্বাৰ আৰু ছীট নাম্বাৰ নাই। কিন্তু আগৰ দিনাৰ দৰেই সহজতে উঠি বহি ল'ব পাৰিলোঁ। আধা ঘণ্টা পিছতে অক্সেন্‌হোমত নামি আগৰ দিনাৰ দৰেই একেটা প্লেটফৰ্মৰে সিটো পাৰে বৈছিলোঁগৈ ১০ মিনিট পিছত আহি পাবলগীয়া লণ্ডনৰ গাড়ীলৈ। অলপ পিছতে দেখোঁ এযোৰ শ্বেতাংগ ভদ্ৰলোক-ভদ্ৰ মহিলাই আমাৰ ওচৰলৈ আহি সুধিলে, "আপোনালোক লণ্ডনলৈ নাযাব জানো?" আমি হয় বুলি কোৱাত ক'লে, "তেন্তে সৌৱা আণ্ডাৰ্‌গ্ৰাউণ্ড ক্ৰছিংৰে ৰে'ললাইনটো পাৰ হৈ সিপাৰৰ প্লেটফৰ্মত ৰওকগৈ। লণ্ডনলৈ যাবলগীয়া ট্ৰেইন সিটো পাৰেহে ৰ'ব।" তেখেতসকলৰ প্ৰতি কৃতজ্ঞতাত আমাৰ মূৰ দোঁ খাই গ'ল। ট্ৰেইন আহি সিপাৰ ৰোৱা দেখাৰ পিছত বুজিলোঁ, ইপাৰৰ পৰা মাটিৰ তলৰ ক্ৰছিংৰে দৌৰি সিপাৰ উঠি ট্ৰেইন ধৰা কেতিয়াও সম্ভৱ নহ'লহেঁতেন। কেনে সহানুভূতিশীল এই মানুহবোৰ!

ইখন ট্ৰেইনত ছীট নাম্বাৰ, কোচ্ নাম্বাৰ আছেই। গতিকে সেই মতে উঠি বহি ল'লোঁ।

বাটত পেষ্ট্ৰিৰ পৰা কিবা-কিবি খালোঁ। লণ্ডন, ইউষ্টনত নামি আগৰ অভিজ্ঞতাৰে টেক্সি ধৰিলোঁগৈ কিংছ্ ক্ৰছত। পুনৰ ষ্টিভেনেইজৰ ৰে'ল ধৰি ষ্টিভেনেইজত যেতিয়া নামিলোঁ, তেতিয়া ৰাতি ১১ বজা। কিন্তু তথাপি ৰে'ল ষ্টেশ্বনৰ পৰা টেক্সি পোৱাত আৰু লোৱাত কোনো অসুবিধা নহ'ল। আমি দিয়া ঠিকনাত ৰাতি ১১.৩০ বজাত টেক্সি ড্ৰাইভাৰে আমাক নমাই দিলে। কিমান দিব লাগে জানিও তেওঁক সুধিলোঁ, জানোচা ৰাতি বেছিয়েই খোজে। কিন্তু তেওঁ ক'লে পাঁচ পাউণ্ড বুলিয়েই। মই ভাড়াখিনি দিওঁ মানে আঁজলিয়ে মনোহৰহঁতৰ কম্পাউণ্ডৰ গে'ট খোলোঁ বুলি ওচৰৰ ঘৰৰ কম্পাউণ্ডৰ পদূলিৰ গে'ট খোলাৰ চেষ্টা কৰিছিলগৈ। ড্ৰাইভাৰে দেখি মোক ক'লে, "মেডামে ভুল কৰিছে। তেখেতক ইটো পদূলিলৈহে যাবলৈ কওক।" আঁজলিক ইটো পদূলিলৈ যাবলৈ চিঞৰি কৈ ড্ৰাইভাৰক ধন্যবাদ দি বিদায় দিলোঁ। মনোহৰহঁতৰ দুৱাৰৰ বে'ল বজোৱাত শিল্পীয়ে চকু মোহাৰি মোহাৰি ওলাই আহিল। টোপনিৰ পৰা সাৰ পোৱা চিন তেওঁৰ মাতত। আমি বাটতে ঠিক কৰি গৈছিলোঁ— ৰাতিখন তেওঁলোকক দিগদাৰি নিদিবলৈ আমি ট্ৰেইনতে ভালকৈ খাই যোৱা বুলি ক'ম। কিন্তু শিল্পীয়ে যেতিয়া ক'লে, আমাৰ দালি-ভাত টেবুলতে সাজি থোৱা আছে বুলি, আঁজলিয়ে টপৰাই ক'লে, "দালি-ভাত যদি ৰান্ধিছা, খামেই, বুজিছা। তোমালোকৰ ঘৰ এৰাৰ পৰা আমিতো আৰু ইমান দিনে ভাত খাই পোৱা নাই। তুমি কিন্তু শুই থাকাগৈ।" শিল্পীয়ে ক'লে, "আপোনালোকেকিন্তু সাজ বাচন ধুব নালাগে। খাই শুই থাকক গৈ।" খাই উঠি আঁজলিয়ে অৱশ্যে সাজ-বাচন ধুয়েই থ'লে। ইয়াততো আৰু তেনে কামৰ বাবে কোনো মানুহ নাথাকে।

পিছদিনা ১৮ আগষ্ট, শুক্ৰবাৰে টোপনিৰ পৰা সাৰ পাই ভাল লাগিল এই ভাবি যে আজিৰ এই দিনটো আমাৰ জিৰণিৰ দিন। জিৰণি নিবিচাৰি লণ্ডনলৈকেও যাব পাৰোঁ। কিন্তু লণ্ডনত আহি নমাৰ পিছতে যিটো সন্ত্ৰাসবাদীৰ ষড়যন্ত্ৰ ধৰা পৰিল, তাৰ পিছত উৰণবোৰ ইতিমধ্যে স্বাভাৱিক হৈছে যদিও সুৰক্ষা-নিৰীক্ষণ মুঠেই শিথিল হোৱা নাই। ফলত আমেৰিকালৈ যাবলৈ আৰু নিবলৈ যি দুটি ছুটকেছ নোখোলাকৈ ৰাখিছিলোঁ সেই দুটিও খুলি সকলো বস্তু এতিয়া আকৌ নতুনকৈ বান্ধিবলগীয়া হ'ল। আগতেতো জুলীয়া বস্তু, আধা-জুলীয়া বস্তু সকলো হেণ্ডবেগতে আনিছিলোঁ। এতিয়া সেইবোৰে আকৌ ছুটকেছত ভৰাই নিব লাগিব। তদুপৰি হেণ্ডবেগৰ ছাইজো এতিযা সৰু কৰি দিলে। তাৰ বাহিৰেও প্ৰতিটো ছুটকেছৰ ওপৰত এতিয়া আমাৰ নাম আৰু লক্ষ্যস্থলৰ সম্পূৰ্ণ ঠিকনা আৰু ফোন নম্বৰ লিখা বা ছপোৱা থাকিব লাগিব। এই কামৰ বাবেই এটা দিন লাগে। তাতে আকৌ মনোহৰে ব্ৰেকফাষ্টৰ সময়ত প্ৰস্তাৱ দি থ'লে— দুপৰীয়া আহি তেওঁ আমাৰ লগত একেলগে লাঞ্চ খোৱাৰ পিছত আবেলি ইয়াৰ চিটি চেণ্টাৰৰ মলবোৰ নি দেখুৱাব। মই সুধিছিলোঁ— "আমি তাত মানি চেঞ্জাৰৰ দোকান পামনে, য'ত আমাৰ ট্ৰেভেলাৰ্ছ চেকবোৰ কাৰেন্সিলৈ ভঙাই ল'ব পাৰোঁ?" মনোহৰে কৈছিল, "নিশ্চয় পাব।"

আবেলি ২ বজাত আমি টাউন চেণ্টাৰ পালোঁ। বহুতো সুন্দৰ মল। মনোহৰে আমাৰ চেকবোৰ ভঙোৱাৰ পিছত কেইখনমান চাবলগীয়া বৰ বৰ মললৈ আঙুলিয়াই সেইবোৰ চাবলৈ কৈ আমাক তাতে এৰিলে। ৫.৩০ বজাত পাৰ্কিং প্লেচতে তেওঁ আমাক পুনৰ লগ পাবহি বুলি কৈ গ'ল। মনোহৰৰ ঘৰ আৰু ষ্টিভেনেইজ ৰে'ল ষ্টেশ্বনৰ বাহিৰৰ ষ্টিভেনেইজখন এতিয়াহে

দেখিলোঁ। এই বজাৰ অঞ্চললৈ আহোঁতে আৰু ইয়াৰ পৰা উভতি যাওঁতেও মনোহৰে আমাক ষ্টিভেনেইজৰ ৰাস্তা-ঘাট, বসতি অঞ্চল আদি দেখুৱাই লৈ গ'ল। এখন চাফ-চিকুণ, দেখনিয়াৰ চহৰ— য'ত সকলোপিনে শৃঙ্খলা বিৰাজমান। টাউন চেণ্টাৰ বা মল অঞ্চলটোও চাবলগীয়া। বৰ বৰ কোম্পানীৰ দোকান কেতবোৰত সোমাই বস্তু-বেহানি চালোঁ, দাম-দৰ কৰিলোঁ— অন্ততঃ তুলনাৰ বাবে। গধূলি ঘূৰি অহাৰ পিছত মনোহৰ-শিল্পীয়ে গধূলিটো আমাৰ লগতে কথা পাতি কটালে। সেইখিনি সময়তে তেওঁৰ লগত আমাৰ টকা-পইচাৰ যি লেনদেন সকলোবে লেঠা মাৰিলোঁ। অবশ্যে মই জানো, আমাৰ সমগ্ৰ ইংলেণ্ড ভ্ৰমণটোত মনোহৰ-শিল্পী, শংকৰ-মাধৱী আৰু সোমা-কল্লোলৰ যি অৰিহণা, বা আমাৰ তেওঁলোকৰ পৰা পোৱা সাহায্য, তাক কেতিয়াও পৰিশোধ কৰিব নোৱাৰিম। কথাই কথাই ৰাজনীতিক অজিত যোগী মধ্য প্ৰদেশৰ বাবে তেওঁকো মই যে মধ্য প্ৰদেশৰ বুলি ভাবিছিলোঁ সেই কথাও মনোহৰক ক'লোঁ। তেওঁ ক'লে— তেওঁ কৰ্ণাটকৰহে। আৰু পুনৰ ক'লে— তেওঁলোকে যোগী লিখাৰ কাৰণ হ'ল তেওঁলোক যোগী নাথ মানুহ। মই জাঁপ মাৰি উঠিলোঁ, "হাৰে, আমাৰ অসমতো দেখোন যোগী নাথ মানুহ আছে। তেওঁলোকে অবশ্যে নাথহে লিখে, যোগী সাধাৰণতে নিলিখে।" মনোহৰে ক'লে— তেন্তে আমি অসমৰ নাথ-যোগীসকলৰ লগত একে ফৈদৰে মানুহ নেকি? মই ক'লোঁ- মই ক'ৰবাত পঢ়া মনত পৰে আমাৰ যোগীসকল অষ্ট্ৰেলিয় মূলৰ বা অষ্ট্ৰেলয়ড। তোমালোকো তেতিয়া হ'লে মূলতঃ অষ্ট্ৰেলিয়াৰে নেকি? আদিতে হেনো অষ্ট্ৰেলিয়াখন ভাৰতৰ লগতে লগ লগা আছিল। সময়ত অষ্ট্ৰেলিয়াক সাগৰে আমাৰ পৰা বিচ্ছিন্ন কৰিলে; আৰু তাৰ পিছত যিসকল অষ্ট্ৰেলিয় লোক ভাৰততে ৰ'ল, তাৰ কিছু সংখ্যক থাকিল অসমত, আৰু অন্য কিছু সংখ্যক হয়তো তোমালোকৰ পিনে গ'লগৈ। মনোহৰে হাস্যৰসিক ভাবত শিল্পীক ইংগিত দিলে যে তেওঁ অষ্ট্ৰেলিয়— সেই কথালৈ শিল্পীয়ে গৌৰৱ কৰিব লাগে। মূলতঃ পাঞ্জাবৰ হিন্দু ছোৱালী শিল্পীয়ে হাঁহিলে।

যি হওক, তাৰ পিছতে দৈনন্দিন জগতৰ কথালৈ আহি মনোহৰে আমাক ক'লে, "কাইলৈ পুৱা সোনকালেই ব্ৰেক্‌ফাষ্ট খাই লৈ আঠ বজাতে আমি মোৰ গাড়ীত ঘৰ এৰিম লণ্ডন হীথ্‌ৰৌলৈ। সেইমতে সাজু হ'ব।" মই ক'লোঁ, "আমি আজিয়েই সাজু হৈছোঁ। তোমাৰ লগত হীথ্‌ৰৌলৈ যোৱাটো আমাৰ বাবে বৰ আনন্দৰ কথাই হ'ব। কিন্তু তুমি গাড়ীত ইমান তেল পুৰি ৫০ মাইল আঁতৰলৈ আমাক থ'বলৈ কিয় যাব লাগে? তাৰ সলনি আমাক এখন টেক্সি বন্দোবস্ত কৰি দিয়া। তুমি তেতিয়া কাইলৈ অফিচ খতি কৰাৰ দৰকাৰ নহ'ব।" কিন্তু মনোহৰে নেৰে।

পিছদিনা ১৯ আগষ্ট শনিবাৰে হীথ্‌ৰৌ এয়াৰপোৰ্ট পাইহে বুজিলোঁ, মনোহৰ লগত নহা হ'লে আমি বোধহয় আমাৰ উৰণৰ বাবে নিৰ্দিষ্ট গে'ট বিচাৰি উলিওৱা সহজ নহ'লহেঁতেন। এটা বহুমহলীয়া পাৰ্কিং বিল্ডিঙৰ একেবাৰে ওপৰ মহলাতহে মনোহৰে গাড়ী ৰাখিব পাৰিলে। তাতে ট্ৰলী দুখনত আমাৰ লাগিজবোৰ লৈ লিফ্‌টোৰে কিমান তলা তললৈ গ'লোঁ, কিমানখিনি মজিয়াৰে গ'লোঁ, আকৌ এস্কেলেটৰৰে কিমান উঠিলোঁ, কি পালোঁ ধৰিবই নোৱাৰিলোঁ। সময়ত আমাৰ চেক্ ইনৰ বাবে লাইনত থিয় হৈহে বুজিব পাৰিলোঁ, আহিবলগীয়া ঠাইত উঠিলোঁহি বুলি। মনোহৰে আমাক লাইনত থিয় কৰাই দিয়াৰ লগে লগে তেওঁক ক'লোঁ, "তুমি নোহোৱা হ'লে ইমানবোৰ অকাই-পকাই বোধহয় আমি এইখিনি ঠাই বিচাৰি উলিয়াব নোৱাৰিলোঁহেঁতেন।"

মনোহৰে ক'লে, "নাই, টেক্সিৰে অহা হ'লে আপোনালোকক ইয়াৰ দুৱাৰমুখতে নমাই দিলেহেঁতেন।"

যি হওক, এতিয়া আহিল আমাৰ মনোহৰক এৰাৰ সময়, লণ্ডন এৰাৰ সময়, ইংলেণ্ড এৰাৰ সময়। মনোহৰে তেওঁৰ সৌজন্য আৰু সাহায্যৰে ইতিমধ্যে আমাক অভিভূত কৰি থৈছে। কিন্তু আমাক এৰাৰ সময়ত আৰু এটা কাম কৰি অভিভূত কৰিলে আৰু বেছিকৈ। আমি লাইনত থিয় হৈ থকা অৱস্থাতে তেওঁ আঁঠু লৈ আমাক আমাৰ ভৰি চই সেৱা কৰিলে। আমি তেওঁক কি বুলি আশীৰ্বাদ দিম! আমি তেতিয়া নিৰ্বাক। তেওঁৰ [illegible]ত দি, চুলিত হাত ফুৰাই উঠাই দিলোঁ। এয়া মনোহৰ— আমাৰ কৰ্ণাটক ৰাজ্যৰ বৰ্তমান ব্ৰিটিছ নাগৰিক মনোহৰ যোগী। তেওঁৰ পত্নী শিল্পী-পাঞ্জাবী মূলৰ হৈও গুজৰাটৰ স্থায়ী বাসিন্দাৰ ছোৱালী। তেৰোঁ ব্ৰিটিছ নাগৰিক। মনোহৰে বিদায় লৈছে আমাৰ পৰা ভাৰতীয় প্ৰথামতে এই লণ্ডনৰ হীথ্ৰৌ বিমানবন্দৰত। আৰু আমাৰ অন্তৰৰ আমাৰ সংযোগী ভাষা এতিয়া ইংৰাজী। এৰা, আমাৰ সকলো ভিন্নতাৰ সত্ত্বেও আমি সকলো ভাৰতীয়। আমি একে পৰিয়ালৰ।



এঘাৰ

# বিদায় ইংলেণ্ড

আমি তেন্তে এতিয়া ইংলেণ্ড এৰিবলৈ ওলালোঁ— যোৱা দহটা দিন ইংলেণ্ডত কটোৱাৰ পিছত। মুম্বাই এৰিছিলোঁ এই ২০০৬ চনৰ ৯ আগষ্টৰ দুপৰীয়া। আজি এতিয়া ইংলেণ্ড এৰিম ১৯ আগষ্টৰ দুপৰীয়া। ইংলেণ্ড চোৱাৰ হেঁপাহ তেনেই সৰুৰে পৰা। আমি যেতিয়া স্বাধীনতা লাভ কৰিলোঁ, তেতিয়া আমি দহ বছৰীয়াও নহয়। তথাপি ইংৰাজসকলে যে আমাক শাসন কৰিছিল আৰু তেওঁলোকে আমাক স্বাধীনতা দি নিজৰ দেশলৈ আঁতৰি গ'ল, সেই কথা বুজিছিলোঁ। আমাৰ সেই সৰু কালত মানুহৰ কথাই কথাই আৰু আমাৰ প্ৰাথমিক স্কুলৰ পাঠ্যপুথিতো তেতিয়া ইংৰাজসকলৰ কথা। প্ৰথম শ্ৰেণীৰ সাহিত্যৰ পাঠ্যপুথিৰ প্ৰথম পাঠটোৱেই আনন্দৰাম বৰুৱাৰ বিষয়ে, তেওঁৰ ছবিটোৰ সৈতে। তাতো আনন্দৰাম বৰুৱাই বিলাতলৈ গৈ মেধাৱী ছাত্ৰ হিচাপে খ্যাতি অৰ্জাৰ কথা। আৰু ভূগোল নে বুৰঞ্জীৰ কোনোবা অধ্যায়ত ব্ৰিটিছ সাম্ৰাজ্যত বেলি মাৰ নোযোৱাৰ কথা। যেতিয়া মাইনৰ স্কুল পালোঁগৈ, তেতিয়া আৰম্ভ হ'ল ইংৰাজী শিক্ষা। আৰু তেতিয়াই আমাৰ পৰিয়ালৰ বৰ দেউতাৰ ল'ৰা এজন (ড° প্ৰমোদলাল শৰ্মা) পি এইচ ডিৰ বাবে গৱেষণা কৰিবলৈ আমেৰিকালৈ বাওনা হ'ল। আকৌ এখন ইংৰাজীভাষী দেশ। ইংৰাজী ভাষাৰ দেশৰ লগত যেন এটা ঘৰুৱা সম্পৰ্ক। ইংৰাজীভাষী ইংলেণ্ড-আমেৰিকাৰ প্ৰতি তেনেকৈয়ে গঢ়ি উঠিল এক দুৰ্বাৰ আকৰ্ষণ। ইংৰাজসকলৰ ভাষা, সাহিত্য, সংস্কৃতিৰ বিষয়ে তেতিয়াৰে পৰা এক বিশেষ অনুসন্ধিৎসা। সময়ত ইংৰাজীৰ ছাত্ৰও হৈ ইংৰাজী সাহিত্য, ইংৰাজ সংস্কৃতিৰ বিষয়ে বহু কথাই পঢ়ি আনন্দ পালোঁ। কিন্তু ইংলেণ্ডলৈ গৈ ইংৰাজসকলক, আমেৰিকাত গৈ আমেৰিকানসকলক লগ পোৱা বা দেখা পোৱা, তেওঁলোকৰ প্ৰত্যক্ষ সংস্কৃতিলৈ অহা, ইংৰাজী বা পাশ্চাত্য সাহিত্যত সততে পাই থকা ইংলেণ্ড বা পাশ্চাত্যৰ গছ-গছনি, চৰাই-চিৰিকটি সেইবোৰৰ দেশতে নিজ চকুৰে দেখা পোৱা— এনে হেঁপাহ হেঁপাহ হৈয়েই আছিল। সেইবোৰ হেঁপাহ পূৰণ কৰাৰ বাবে বৰ সক্ৰিয় হৈও থকা নাছিলোঁ। জীৱনৰ সকলো হেঁপাহ জানো মানুহৰ পূৰণ হয়? হামবাও কাঢ়ি ফুৰা বস্তুও আঁতৰি আঁতৰি গৈ থাকে, বা কেতিয়াবা ধৰা দিও হাতৰ মুঠিৰ পৰা আঁতৰি যায়। আনহাতে কেতিয়াও পাম বুলি আশা নকৰা বস্তু হঠাতে আহি হাতৰ মুঠিতে ধৰা দিয়ে।

যেনেকৈয়েই নহওক, ইংলেণ্ডলৈ গ'লোঁ। আৰু একেলগে আমেৰিকালৈ যাবলৈকো ওলাই আহিছোঁ। ইংলেণ্ডত কটালোঁ দহটা দিন— "মাথোঁ দহ দিন।" এই দহটা দিনত এখন দেশত কিনো চাব পাৰি? এখন দেশৰ বিষয়ে কিমাননো জানিব পাৰি? বিশেষকৈ সেই দেশ যদি হয় কিতাপৰ পৰা আৰ্জিত জ্ঞানেৰে, সেই দেশৰ সাহিত্যলব্ধ আবেগ-অনুভূতিৰে নিবিড়ভাৱে কিন্তু পৰোক্ষ ৰূপত পৰিচিত? তথাপি অনুভৱ হ'ল, এই দহ দিনতো আন্ত গোটেই কম পোৱা নাই। দহ দিনতে যিখিনি পাবলৈ আৰু ল'বলৈ সক্ষম, সেইখিনি পাইছোঁ আৰু লৈছোঁ। হয়, আৰু অন্ততঃ দহটা দিন বেছিকৈ ইংলেণ্ডত থকা হ'লে, মোৰ চাবলৈ আগ্ৰহ থকা এমিলি ব্ৰণ্টিৰ

য়ৰ্কছায়াৰ্ ডিষ্ট্ৰিক্ট্ আৰু তেওঁৰ হ'ৱৰ্থৰ বাসস্থান, লেইক্ ডিষ্ট্ৰিক্টৰ ওৱৰ্ড্ছ্ৱৰ্থৰ বাসগৃহ ডৌভ্ কটিজৰ ভিতৰভাগ, ওৱাল্টাৰ্ স্কটৰ স্কটলেণ্ড চাবলৈ অতি আগ্ৰহ থকা এইবোৰো চাব পাৰিলোঁহেঁতেন। আৰু তেতিয়া সম্ভৱ হ'লহেঁতেন লণ্ডনতো আৰু তিনি দিনমান থাকি ছেন্ট, জেইম্ছেজ্ পাৰ্কত এটি আবেলি কটাই তাৰ লেইকৰ পাৰত বহি সাগৰীয় চৰাই চাবলৈ, ব্ৰিটিছ মিউজিয়মত এটা দিন নোৱাৰিলেও এটা বেলা কটাবলৈ, ব্ৰিটিছ লাইব্ৰেৰিতো এটা বেলা কটাবলৈ; আৰু অক্সফৰ্ড্ ষ্ট্ৰীটৰ বিলাসী দোকানবোৰৰ ভিতৰে-বাহিৰে টহল দি ফুৰিবলৈ। কিন্তু তেনেকৈ ভাবিবলৈ গ'লে আৰুতো ভাবিব পাৰি সেই দেশত আৰু অধিক আঠটা মাহ কটোৱাৰ কথা। তেতিয়া হ'লে এই কেইমাহত কেৱল ইংলেণ্ডৰ গ্ৰীষ্মৰ উপৰি আৰু সেই দেশত পালোঁহেঁতেন শৰৎ, শীত আৰু বসন্ত— শৰতৰ কীট্ছে দেখা হালধীয়া পৰিপক্কতাৰ ৰূপ, শীতৰ হাৰ্ডিয়ে দেখা সেই লঠঙা গছ-গছনিৰ মুমূৰ্ষু ৰূপ— যেতিয়া চৰায়ে আৰু গীত নাগায়— When no birds sing। আৰু তাৰ পিছত দেখা পালোঁহেঁতেন ইংলেণ্ডৰ বসন্ত কাল— যেতিয়া ইংলেণ্ডৰ মাটিত আকাশৰ মেঘৰ চপৰাৰ দৰে চপৰাচপৰে ফুলি উঠিলহেঁতেন ডেফডিল ফুল। সেই ডেফডিল ফুল নেদেখাকৈয়ে— ওৱৰ্ড্ছ্ৱৰ্থৰ দেশত ডেফডিল ফুল নেদেখাকৈয়ে ইংলেণ্ডৰ পৰ্[illegible]ভতি যাবলগীয়া হ'ল।

গতিকে সুধিব পাৰি, ইংলেণ্ডতনো তেন্তে কি দেখিলোঁ? কিন্তু এনেকৈয়োতো সুধিব পাৰি, নিজকেই দৰাচলতে এই কথা সুধিবৰ মন যায়— ইংলেণ্ডত যিখিনি কথা দেখিলোঁ বা দেখা বুলি ভাবিলোঁ, তাকেইনো দৰাচলতে দেখিলোঁনে? যিবোৰ দেখা বুলি ভাবি আছোঁ, যিসকলক চিনা বুলি ভাবি আছোঁ, সেইবোৰ দৰাচলতে দেখিছোঁনে, সেইসকলক দৰাচলতে চিনিছোঁনে? তথাপি আমাৰ চোৱাৰ আগ্ৰহ, জনাৰ আগ্ৰহ। তাৰে বহু আগ্ৰহ মিটোৱা হয়। অন্ততঃ মিটোৱা বুলি ভবা হয়। সি সন্তুষ্টিৰ বিষয় হওক বা নহওক, সি বেলেগ কথা।

তথাপি এই দহ দিনত যিখন ইংলেণ্ড মই দেখা পালোঁ বা দেখা যেন পালোঁ, তাৰ পৰাও মই এক ডাঙৰ সন্তুষ্টি লাভ কৰিছোঁ। ইংলেণ্ডলৈ যোৱাটো যেতিয়া ঠিক হ'ল, তেতিয়া মনলৈ এটা শংকাও আহিল। বৃটেইন দেশখন, ব্ৰিটিছ জাতিটো, ব্ৰিটিছ সভ্যতা-সংস্কৃতি-সাহিত্য— মই গোটেই জীৱন ভাল পাই অহা এই সকলোবোৰ, সেই দেশ নিজ চকুৰে দেখাৰ পিছত, সেই সভ্যতা-সংস্কৃতিৰ নিজস্ব প্ৰত্যক্ষ অভিজ্ঞতা হোৱাৰ পিছত, সেই ভালপোৱা যদি ভাঙি-চিঙি চুৰমাৰ হৈ যায়! গোটেই জীৱনটো কিবা মৰীচিকা খেদি ফুৰিছিলোঁ বুলিহে ভাব হয়! ওৱৰ্ড্ছ্ৱৰ্থে এনে কাৰণতে তেওঁ চাবলৈ, তেওঁ যাবলৈ আগ্ৰহ কৰি থকা য়েৰৌখনলৈ যাবলৈ, বা তালৈ গৈ তাক চাবলৈ শংকাও কৰি আছিল তেওঁৰ 'য়েৰৌ আন্ভিজিটেড্', আৰু 'য়েৰৌ ভিজিটেড্' কবিতা দুটিত। পিছে ইংলেণ্ড ভিজিট্ কৰি, ইংলেণ্ডত দহতা দিন কটাই মই সন্তুষ্টি লাভেই কৰিলোঁ। ইংলেণ্ড দেখা পাই মোৰ মোহভংগ নহ'ল। আজিৰ উত্তৰ-ঔপনিবেশিক জড়বাদী বিশ্বসভ্যতাত ঔপনিবেশিক কালৰ জড়বাদী বিশ্বসভ্যতাত ইংলেণ্ডৰ যি স্থান আছিল, সেই স্থান ইংলেণ্ডে নিশ্চয় অটুট ৰাখিব পৰা নাই। আজিৰ বিশ্বৰ বস্তুবাদী দৃষ্টিকোণৰ পৰা অগ্ৰণী জাতিকেইটাৰ ভিতৰত ব্ৰিটিছ জাতিক এটা বুলি এতিয়া বিনাদ্বিধাই গণ্য কৰিব নোৱাৰি। এনেস্থলত

মনতে ভাব আছিল, ইংলেণ্ডত গৈ যদিহে এতিয়া চাবিও পিনে তাত এক অৱক্ষয়ৰ দৃশ্য, এক ম্লান, গ্লানিময় দৃশ্যহে দেখা পাওঁ তেতিয়া কি হ'ব? পিছে আনন্দৰ কথা, ইংলেণ্ডৰ বাটে-ঘাটে, ঘৰে-পদূলিয়ে এসময়ৰ অতি ঐশ্বর্যশালী এটা জাতিৰ ক্ষয়িষ্ণু ৰূপ এটা মই ক'তো দেখা নাপালোঁ। বৰং তাত দেখিলোঁ এসময়ৰ আঢ্যৱন্ত এটা জাতি এতিয়াও সমানে উজ্জ্বল, সমানে প্ৰাণৱন্ত হৈ থকা।

কিন্তু তাতকৈও সুখকৰ আৰু এটা অভিজ্ঞতা ইংলেণ্ডত হ'ল। ইংলেণ্ডে তুচ্ছ কথাবোৰত, চকু ছাট্ মৰাকৈ জলমলীয়া কিন্তু অন্তঃসাৰশূন্য কথাবোৰত আপোন-পাহৰা হৈ উটি যাব খোজা নাই। আগৰে পৰা থকা তেওঁলোকৰ ভালখিনি সজ্ঞানে অনায়াসে। বিনা কাৰ্পণ্যই ৰক্ষা কৰি আহি আছে। নতুনৰ গ্ৰাসত সেইবোৰক শেষ হৈ যাবলৈ দিয়া নাই। নতুনৰ সোঁতত উটি গৈ পূৰ্বৰ সম্পদবোৰ চিনি নোপোৱা হৈ সেইবোৰক আপাদ বুলি ত্যাগ কৰা নাই। আনহাতে সেইবোৰৰ লগতে নতুনৰ ভালবোৰেৰেও তেওঁলোক এতিয়াও উজ্জ্বল, অম্লান। তেওঁলোকৰ ঘৰবোৰেই তাৰ উদাহৰণ। পৰিয়ালৰ বাসগৃহবোৰ এতিয়াও আগৰ দৰেই আছে। এইবোৰ এতিয়াও আমাৰ, বা বেছি শুদ্ধকৈ ক'বলৈ হ'লে, তেওঁলোকে আমাক দি অহা 'অসম টাইপ্' ঘৰবোৰৰ দৰেই হৈ আছে বা তেনেকৈয়েই ৰখা হৈছে। সেইবোৰ সাধাৰণতে এতলীয়া, দুতলীয়া বা লণ্ডনৰ দৰে ডাঙৰ চহৰৰ কেন্দ্ৰস্থলত তিনি, চাৰি তলীয়াহে। সভ্যতাৰ ক্ৰমবিবৰ্তমানত এক শ্ৰেণীৰ ঘৰ যেতিয়া আৰু সজা সম্ভৱ হৈ নুঠে, তেতিয়া তাৰ ৰক্ষকেইটা আৰ্হি তেওঁলোকে সংৰক্ষণ কৰে মিউজিয়মৰ প্ৰদৰ্শিত বস্তুৰ দৰে। তাৰ সংৰক্ষণৰ বাবে যিমান খৰচ হয়, তাক বহন কৰিবলৈ কুণ্ঠাবোধ নকৰিও। গতিকে সেই দেশলৈও নতুন আহে, কিন্তু পুৰণিক নিশ্চিহ্ন কৰি নহয়। আৰু নতুনক তেওঁলোকে আদৰে সুচিন্তিতভাবেহে— নতুনে যাতে তেওঁলোকক ধ্বংস নকৰে, তালৈ মনোযোগ দি। লণ্ডন সেই কাৰণে এতিয়াও সমগ্ৰ পৃথিৱীৰ মনোযোগৰ বিষয়— সৰু ঘৰৰ, পুৰণি পুৰণি অথচ উজ্জ্বল ঘৰৰ এখন ডাঙৰ নগৰ— এক পুৰণি সভ্যতাৰ এতিয়াও উজ্জ্বল প্ৰতীক।

সমগ্ৰ ইংলেণ্ডত নগৰ, গাঁও, পৰ্বত-প্ৰান্তৰ, হাবি-বন, নদী-সৰোবৰ যি দেখিলোঁ, সেই আটাইবোৰৰ ৰূপ এই ঘৰবোৰৰ ৰূপেৰেই বৰ্ণালোঁ। সকলোবোৰ পুৰণি, কিন্তু তাকো নতুন নতুন ৰূপত সজাই থকা হৈছে— সেইবোৰক সেইবোৰৰ স্বাভাৱিক ৰূপতে ৰাখিও নান্দনিক দিশৰ পৰা সজাই-পৰাই তুলি। আমাৰ অসমত প্ৰকৃতিৰ সৌন্দৰ্য, প্ৰকৃতিৰ বিভিন্ন ৰূপ অনাদৃত হৈ ম্লান হৈ যাব ধৰিছে; মানুহৰ গ্ৰাসত ধ্বংস হৈ হৈ লুপ্ত হৈ যাব ধৰিছে। কিন্তু আমাৰ তাৰ প্ৰতি কাণসাৰ নাই। বাঁহ খেৰৰ ঘৰ বাৰু এতিয়া সজা সম্ভৱ নহয়, কাৰণ খেৰ পাবলৈ নাই। কিন্তু অসমৰ ভ'ত-ত'ত কেইটামান খেৰীঘৰ আমি সংৰক্ষণ কৰি ৰাখিলোঁনে? অসম টাইপ ঘৰৰ প্ৰতি আমি ইমান নিৰ্দয় হৈ তাক বিদায় দিব ধৰিছোঁ, কেলৈ? চহৰত উটি গৈ নহয়নে? কোনোবাই ক'ব— নহয়। মাটিৰ অভাৱৰ বাবেহে। কিন্তু ইংলেণ্ডৰ তুলনাতো আমাৰ মাটি কমনে? আমি খেপাখেপিকৈ, হেঁচা-ঠেলাকৈ জুম বান্ধি থাকিব লাগে-এফেডোখৰ ঠাইতে। ডাঙৰ নগৰ এখনক কেন্দ্ৰ কৰি চাৰিওপিনে নতুন উপগ্ৰহ-চহৰ বা ছেটেলাইট্ টাউন সজাৰ

আমাৰ ধাৰণা নাই। সকলোকে ফাঁচী বজাৰতে থাকিবলৈ লাগে। কাহিলিপাৰালৈ কোনেও যাব নোখোজে। আৰু কাহিলিপাৰালৈ যিসকল যায়, তেওঁলোককো অকণমান ঠাইতে লেপাথেপাকৈ, হেঁচা-ঠেলাকৈ থাকিব লাগে; ঘৰৰ ওপৰত ঘৰ তুলি। মুকলি ঠাইৰ, নিকা বতাহৰ, প্ৰাকৃতিক সৌন্দৰ্যৰ প্ৰয়োজনীয়তা; গছ-গছনিৰ, নদী-সৰোবৰৰ প্ৰয়োজনীয়তা কোনেও অনুভৱ নকৰে। আৰু আমি মানুহবোৰ যেনেকুৱা, আমাৰ চৰকাৰো তেনেকুৱা। পাঁচ বছৰলৈ মাত্ৰ আমাৰ নেতাসকলৰ দৃষ্টি। তাৰ পিছত তেওঁলোকৰ দেশ, তেওঁলোকৰ জাতি কোনপিনে যাব, ক'লৈ যাব, তাৰ চিন্তা তেওঁলোকক নালাগে। এই ত্ৰুটী ঢাকিবলৈ আমাৰ নিৰ্বাচিত নেতাসকলে প্ৰণয়ন কৰে আইনেই আইন। আমাৰ গোটেই দেশ আইনৰেই অৰণ্য। কিন্তু আইন বলবৎ কৰিবলৈ তাত কোনো নাই। যদিও আইন বলবৎ কৰাৰ নামত, আঁচনি ৰূপায়ণ কৰাৰ নামতেই অজস্ৰ টকাৰ খৰচ।

সেয়েহে ইংলেণ্ড চাই আনন্দ পালোঁ ঠিকেই। ইয়াত আহল-বহল পথ, সুশৃংখলিত চলমান যান-বাহন, পথৰ ওপৰেদি সঘন দলং, মাটিৰ তলেদি ৰে'ল— যাতে সভ্যতাৰ গতি ক'তো ব্যাহত নহয়, দৈনন্দিন জীৱনৰ গতি থমকি নৰয়। অথচ আকাৰত ইংলেণ্ড এখন সৰু দেশ; ব্ৰিটিছ জাতি আকাৰত এটা ক্ষুদ্ৰ জাতি। কিন্তু প্ৰগতিৰ বাট, উন্নতিৰ বাট টকাৰ বাবে তেওঁলোকৰ স্থবিৰ নহয়। আৰু আমাৰ তাত? এখন দলঙৰ বাবে, এটি পথৰ বাবে, কেইটামান নলা চাফ কৰাৰ বাবে, বহুতলীয়া পাৰ্কিং প্লট সজাৰ বাবে আমাৰ লেতেৰা আবৰ্জনাবোৰ আঁতৰাই পথৰ দাঁতিবোৰ, নলা-নৰ্দমাবোৰ পৰিষ্কাৰ কৰি ৰখাৰ বাবে আমাৰ 'ধনৰ অভাৱ'। আমাৰ প্ৰগতিৰ বাবে, আমাৰ উন্নয়নৰ বাবে 'টকাৰ অভাৱ'। সেয়েহে ইংলেণ্ড চাই আনন্দ পালোঁ। কিন্তু সেই আনন্দই আনিলে এক বিষাদো।

তথাপি মই সুখীয়েই যে ইংলেণ্ড চালোঁ। কাৰণ যদিও এই ভ্ৰমণে দেশৰ কথা মনত পেলাই বিষাদৰ ভাবো আনি দিছে, তথাপি মই জানো, এই দহ দিনত ইয়াত যি পালোঁ সি হৈ থাকিব মোৰ মনৰ ভিতৰত এক সম্পদ। ওৱৰ্ড্ছৱৰ্থৰ সেই ডেফডিল ফুলৰ স্মৃতিৰ সম্পদৰ দৰেই। ইয়াত যি দেখা পালোঁ সি মোৰ মনৰ চকুত তিৰবিৰাই থাকিব। সি হ'ব মোৰ নিৰ্জনতাৰ শান্তি। ওৱৰ্ড্ছৱৰ্থৰোতো সেয়েই হৈছিল ঃ

For oft, when on my couch I lie
In vacant or in pensive mood,
They flash upon that inward eye
Which is the bliss of solitude;
And then my heart with pleasure fills
And dances with the daffodils.

এক

# আমেৰিকাৰ বুকুত

১৯ আগষ্ট, ২০০৬, শনিবাৰৰ দুপৰীয়া লণ্ডনৰ হীথ্ৰ'ৱৌ বিমান বন্দৰত নিৰাপত্তা আৰু কাষ্টম্‌ছ্ আদি বিষয়ৰ আনুষ্ঠানিকতাবোৰ সম্পন্ন কৰোঁতে বিশেষ অসুবিধাৰ সন্মুখীন নহ'লোঁ। আমি লণ্ডনত অৱতৰণ কৰাৰ দিনাখনেই সন্ত্ৰাসবাদীৰ কাৰ্যৰ পৰিণতিত ছেদেলি ভেদেলি হোৱা ব্ৰিটিছ এয়াৰ্‌ওৱেজৰ উৰণসমূহ কালিলৈকে সম্পূৰ্ণ স্বাভাৱিক হোৱাই নাই। এনেস্থলত কালিও দহ শতাংশ উৰণেই বাতিল হৈছিল। আমাৰ উৰণটো বাতিল নোহোৱা দেখি মনটো বৰ পাতল লাগিল। কিন্তু আমেৰিকাৰ মায়ামিলৈ উৰিবৰ বাবে সকলোখিনি কৰণীয়কে কৰি উঠিছোঁহে, এনেতে বিমান বন্দৰৰ ঘোষণা ব্যৱস্থাত ঘোষণা আহিল যে আমাৰ উৰাজাহাজ এঘণ্টা দেৰিকৈহে এৰিব। বিমান বন্দৰৰে দোকান-পোহাৰবোৰত টহল দি ঘূৰি ফুৰিছোঁ, ৰেষ্টুৰেণ্টত কাপুচিনো আৰু লগত কিবা খাইছোঁ, এনেতে পুনৰ ঘোষিত হ'ল যে আমাৰ উৰণ আকৌ তিনি ঘণ্টা পলমকৈ এৰিব। অৰ্থাৎ মুঠ চাৰি ঘণ্টা! মায়ামিত আমি ডেন্‌ভাৰলৈ পৰৱৰ্তী উৰণটো ধৰাৰ বাবে সময় মাজত আছিল চাৰি ঘণ্টাই। তেন্তে তাত গৈ বা কি হয়!

লণ্ডন বিয়লি পাঁচ বজাত এৰিছিলোঁ। লণ্ডনৰ পৰা মায়ামি ৯ ঘণ্টাৰ উৰণ। গতিকে আমি মায়ামি পাব লাগে দুপৰ নিশা ২ বজাত। কিন্তু আমি মায়ামি পালোঁ আগনিশা ১১ বজাতে। এয়া পশ্চিম দিশে উৰাৰ মহিমাৰ উপৰি আমেৰিকাৰ বিভিন্ন অঞ্চলত যে বিভিন্ন মান সময়, তাৰো নিশ্চয় ফল।

মায়ামিত নামি তাত আমি বিদেশী যাত্ৰী হিচাপে কৰণীয়বোৰ কৰাৰ পিছত লাগিজ চমজি ল'বলৈ গৈ থাকোঁতে কিবা এটি ঘোষণাৰ এটা অংশ হঠাৎ কাণত পৰিল। ঘোষণাটো আমাৰ বাবেও হ'ব পাৰে বুলি প্ৰথম অংশটো নুশুনিলোঁৱেই যেতিয়া পুনৰ কৰে নেকি বুলি বাট চালোঁ। কিন্তু এইবাৰ আহিল স্পেনিছ ভাষাত। মনত পৰিল— এয়া মায়ামি, ফ্লৰিডা ৰাজ্যৰ মায়ামি। গতিকে স্পেনিছভাষী জনসংখ্যাবহুল এই ৰাজ্যত ইংৰাজীৰ পিছত স্পেনিছতহে ঘোষণা। কিন্তু আমি তাক বুজোঁ কেনেকৈ? যি হওক, আমি আগুৱাই গ'লোঁ। আমাৰ লাগিজবোৰ চমজি ললোঁ আৰু তাৰ পিছত আমাৰ টিকেট থকা আমেৰিকান এয়াৰলাইন্‌ছৰ মায়ামি-ডেন্‌ভাৰ উৰণৰ কাউণ্টাৰত ৰিপোৰ্ট কৰাৰ বাবে শাৰী পাতি থিয় দিলোঁগৈ। কিন্তু কাউণ্টাৰ গৈ পোৱাত তাত থকা আমেৰিকান মহিলাগৰাকীয়ে আমাক ক'লে— আমাৰ নিৰ্দিষ্ট উৰণটো কেতিয়াবাই এৰিলে। পৰৱৰ্তী উৰণ কাইলৈ দিনৰ বাৰ বজাতহে। গতিকে এতিয়া আমাৰ টিকেট দুটি পৰৱৰ্তী উৰণৰ বাবে পৰিবৰ্তিত কৰি দিব। কিন্তু ৰাতিটো কটাবলৈ আমাক হোটেলৰ ব্যৱস্থাও একেলগে কৰি দিব লাগিব নেকি সুধিলে। আমি সুধিলোঁ, "হোটেলৰ খৰচতো আপোনালোকেই বহন কৰিব?" তেখেতৰ উত্তৰ, "নহয়। এয়াতো আমাৰ দোষ নহয়। যদি এয়াৰ্‌ওৱেজেই আপোনালোকৰ হোটেল খৰচ বহন কৰাটো বিচাৰে, তেন্তে আপোনালোক পুনৰ উভতি ব্ৰিটিছ এয়াৰ্‌ওৱেজৰ নিৰ্দিষ্ট কাউণ্টাৰলৈ যাব লাগিব।" কিন্তু অ'ডৱোৰ লাগিজ লৈ, তল তলা, ওপৰ তলা কৰি আমি আকৌ এই দুপৰ নিশা ব্ৰিটিছ এয়াৰ্‌ওৱেজৰ নিৰ্দিষ্ট কাউণ্টাৰ কেনেকৈ বিচাৰি

উলিয়াওঁ? আকৌ তাত গৈ যদি শুনোঁ— এই দুপৰ নিশা তেওঁলোকৰ হাতত থকা কোনো হোটেলতে আৰু ৰুম খালী নাই, তেন্তে কি হ'ব? গতিকে এতিয়া এওঁলোকে বন্দোবস্ত কৰি দিয়া হোটেললৈকে আমি যোৱা ভাল। তেওঁ দিয়া হোটেল কুপনখন লৈ ওচৰৰ দৰ্জাখনেৰে বাহিৰ ওলাই গ'লেই হেনো হোটেলৰ ছাট্‌ল্ বাছে আমাক লৈ যাব। আকৌ কাইলৈ আনি এইখিনিতে তুলি দিব। ইও কম লোভনীয় সুবিধানে? যদিও টকাৰ বিনিময়ত।

আমি কুপন পালোঁ হিল্টন হোটেলৰ। লাগিজবোৰৰ ট্ৰলী দুখন ঠেলি দুৱাৰ মুখেৰে ওলাই বাৰাণ্ডাত আহি থিয় দিয়েই দেখিলোঁ, ইখন হোটেলৰ বাছৰ পিছত সিখন হোটেলৰ বাছ আহিছে, বৈ আমাৰ লগৰে অন্য যাত্ৰী উঠাইছে আৰু আঁতৰি গৈছে। বাছবোৰত লিখা থকা আটাইবোৰ নাম চিনাকি। কাৰণ সেই আটাইবোৰ আন্তৰ্জাতিক হোটেল; আৰু সেইবোৰৰ শাখা আমাৰ ভাৰতৰ ডাঙৰ ডাঙৰ মহানগৰবোৰতো আছে। কিছু সময় যোৱাৰ পিছত আমাৰ হিল্টন হোটেলৰ বাছখনো আহিল। আমাৰ লগতে আৰু দুটা পৰিয়ালো সেইখন বাছতে উঠিল। বাছখনত আমাৰ ভাৰতৰ দৰে কোনো কণ্ডাক্টৰ নাই বাবে ড্ৰাইভাৰেই নামি আহি লাগিজবোৰ বাছত উঠোৱাত সহায় কৰি দিলে।

হিল্টন হোটেল বেছি দূৰ নাছিল। বাছেৰে কিছু দূৰ যোৱাৰ পিছতেই এটা সু-উচ্চ অট্টালিকাৰ ওপৰত ৰঙীন পোহৰৰ ছাইন— হিল্টন হোটেল। অৱশ্যে তাক দেখাৰ আৰু বহু সময় পিছতহে হোটেলখন পালোঁগৈ। পুনৰ ড্ৰাইভাৰেই নামি আহি দুৱাৰ খুলি দি আমাৰ লাগিজবোৰ নমোৱাত সহায় কৰি দিলে। নামিয়েই হোটেলৰ ৰিচেপ্‌শ্বন্ কাউণ্টাৰ। হোটেলত চেক্-ইন্ কৰোঁতে ১১১.৬০ ডলাৰ দিবলগীয়া হ'ল— অৰ্থাৎ ৫,২১৭ টকা ৰাতিটোৰ বাবে। এতিয়া হোটেল বয় এজনে হোটেলৰ প্ৰকাণ্ড ট্ৰলী এখনত লাগিজবোৰ উঠাই আমাক আমাৰ বাবে দিয়া সাত মহলাৰ কোঠাটোলৈ নিবলৈ ওলাইছে, তেনেতে মই তাতেই এটা টেলিফোন কৰিব পাৰিম নেকি সুধিলোঁ। তেওঁ হোটেলৰ টেলিফোন বুথলৈ গৈহে টেলিফোন কৰিব পাৰিম বুলি জনালে। সেইটোৱেই পেলালে চিন্তাত। ইয়াৰ টেলিফোন বুথ, বাছ আৰু ট্ৰেইনৰ টিকেট কাউণ্টাৰ, আনকি নিউজ্ ষ্টেণ্ড্— ক'তোৱেইতো মানুহ নাথাকে। যি নিয়ম অনুসৰণ কৰি অটোমেটিক্ ভেণ্ডিং মেচিনত কাৰ্ড প্ৰয়োগ কৰি নিজৰ কাম কৰিব লাগে, তাক পাৰিম বুলি নিজৰ ওপৰতে আস্থা নাই। গতিকে পৰিলোঁ বিপদত। ডেন্‌ভাৰ এয়াৰ্‌পোৰ্টত এই ৰাতিখন হয়তো আমাৰ ছোৱালী সাগৰিকা, জোঁৱাই পৱন আৰু চাৰে তিনি বছৰীয়া নাতিনী অনৌষ্কা আমাৰ বাবে বৈ আছে। অথচ আমি ইপিনে ৰাতিটো কটাম মায়ামিৰ হোটেলত।

মোৰ বিপাঙত পৰা অৱস্থা কিছু আঁতৰত থিয় হৈ থকা এজন মানুহে বোধহয় মন কৰি আছিল। ওখ-পাখ, সুন্দৰ বেশ-ভূষাৰ আমাতকৈ কিছু ক'লা চেহেৰাৰ এজন মানুহ। তেওঁ আমাৰ ওচৰ পালেহি। ক'লে, "আপোনালোকে ফোন কৰিব খুজিছে? আহক, ময়েই সহায় কৰি দিম।" আমি বৰ আশ্বস্ত হ'লোঁ। দুপৰ নিশাৰ অচিনাকি হোটেল যদিও সন্দেহ কৰিবলগীয়া একো নাই। তেওঁৰ কোটত হিল্টন হোটেলৰ প্ৰতীক। ল'ৰাজনৰ হতুৱাই ট্ৰলীখন ঠেলাই ঠেলাই তেওঁ আমাক লিফ্‌টৰ ওচৰ পোৱালে নি। তাৰ পৰা ট্ৰলীৰে সৈতে লিফ্‌টত উঠাই সাত মহলাৰ আমাৰ কোঠাত সুমুৱাই দিলে নিজে আমাৰ কোঠাৰ দুৱাৰৰ কাৰ্ডখন প্ৰয়োগ কৰি খুলি। কিন্তু এওঁচোন এতিয়া আমাৰ ফোনৰ নামকে নলয়? সিপিনে জী-জোঁৱাই-নাতিনী নিশ্চয় বৈ

আছে ডেন্‌ভাৰ বিমান বন্দৰত টোপনি খটি কৰি।

আমাক আমাৰ কোঠাটোৰ সকলো আদব-কায়দাৰ ভু দিয়াৰ পিছতহে তেখেতে ক'লে, "এতিয়া আৰু ফোন কৰাৰ বাবে আপোনালোকে হোটেলৰ টেলিফোন বুথলৈ যাব নালাগে। বেয়া নাপায় যদি মোকেই ফোন নম্বৰটো দিয়ক। মোৰ ফোনতে তেখেতসকলৰ লগত আপোনালোকক সংযোগ কৰি দিওঁ।" আমি হাততে সৰগ ঢুকি পোৱা দি পালোঁ। তেখেতৰ চেল ফোনত আমি দিয়া নাম্বাৰৰ সংযোগ ঘটাত ফোনটো মোলৈ আগবঢ়াই দিলে। সিপিনে জোঁৱাই পবনৰ মাত। এই অচিন দেশৰ অচিন ঠাইত দুপৰ নিশা চিনাকি মাতটো শুনি মন পুলকিত হৈ উঠিল। এৰা, তেৰোঁ সিপিনে উদগ্ৰীৱ হৈ ৰৈ আছে। অবশ্যে তেওঁ বিমান বন্দৰলৈ যোৱা নাই। আবেলিৰে পৰা ঘৰতে বহি ইন্টাৰনেটত লাগি আছে। সেইবাবেই বিমান বন্দৰলৈ যোৱাৰ প্ৰশ্ন নুঠিল। কিন্তু এতিয়া মায়ামিত আমি কি কৰিছোঁ বা কৰিম— তাকহে তেওঁ জানিব নোৱাৰি চিন্তাত পৰিছে। গতিকে শুবলৈ যোৱাৰ প্ৰশ্নই নাই। ব্ৰিটিছ এয়াৰ্‌ওৱেজকে হেনো তেওঁ বাৰে বাৰে ফোন কৰি আমাৰ এতিয়া কি হ'ব সুধিছে। তেওঁলোকে ৰাতিটো আমাক হোটেলত ৰাখিব বুলি আশ্বাস দিছে— মায়ামিত ব্ৰিটিছ এয়াৰ্‌ওৱেজৰ কাউণ্টাৰলৈ গ'লো। কিন্তু আমাৰ লগত যিহেতু চেল ফোন নাই, তেওঁ তাকে জনাব নোৱাৰি উচপিচাই আছে। আমাৰ ফোন পাওঁ পাওঁ বুলি তেওঁ বহি আছে। তাৰ পিছত ক'লে— আমি এতিয়া আমাৰ হোটেল কোঠাৰ আৰু হোটেলৰ টেলিফোন নাম্বাৰ তেওঁক দিব লাগে। তেওঁ অলপ পিছতে ফোন কৰিব। মই আঁজলিক হোটেলৰ কাগজ-পত্ৰবোৰ চাই নম্বৰ ক'বলৈ কোৱাত আমাক অনুগ্ৰহ দেখুওৱা হোটেলৰ বিষয়াজনে বুজি পাই নিজেই ফোন নাম্বাৰ দি সহায় কৰিলে।

তাৰ পিছত সেই অতি ভদ্ৰ, গ্ৰাহকক সহায় কৰাত তৎপৰ হোটেলৰ বিষয়াজনে ক'লে, "এই ৰাতি এতিয়া আপোনালোকক কি খাবলৈ দিব পাৰিম, ক'ব নোৱাৰোঁ। তথাপি কওঁকচোন, আপোনালোকে কি খাই ভাল পাব?" মই ভাবিলোঁ, আমি ভাগৰি-জুগৰি হোটেলত সোমাইছোঁহে। মেনু কাৰ্ডত এতিয়াও চকু দিয়াই নাই। কেনেকৈনো এতিয়াতে কওঁ কি খাওঁ? কিন্তু আঁজলিৰ সেইবোৰ চিন্তা নাই। তেওঁ টপৰাই মাত দিলে, "আমাক একো নালাগে। কেৱল অলপ যদি দালি-ভাত দিব পাৰে, সেয়ে বহুত।" মোৰ চকু কপালত উঠিলগৈ। আমেৰিকাহেন এখন দেশ। আন্তৰ্জাতিক এখন হোটেল। সময় দুপৰ নিশাও পাৰ হওঁ হওঁ। এতিয়া ইয়াত ক'ৰ পৰা অসমৰ দুজন যাত্ৰীক দালি-ভাত আনি দিয়ে? সহায়ৰ বাবে ইচ্ছুক বিষয়াজনৰ এতিয়া কি অৱস্থা হ'ব? কিন্তু মানুহজনে নিৰাশ হোৱা যেন নেদেখুৱাই কৈ গ'ল, "মই চাওঁ, কি কৰিব পাৰোঁ। আপোনালোকে মুখ-হাত ধোৱক।" কাইলৈ পুনৰ আকৌ দেখা হ'ব বুলি কৈ আমাৰ পৰা বিদায় লওঁতে তেওঁ কৈ গ'ল— তেৰোঁ ইণ্ডিয়ান। তামিলনাডুত তেওঁৰ ঘৰ। নাম কিবা এটা ইংৰাজী প্ৰাথমিক আখৰৰ পিছত ক'লে সেন ৰমণ। এই হোটেলৰে তেওঁ কাষ্টমাৰ কেয়াৰ মেনেজাৰ। কিবা অসুবিধা পালেই তেওঁক জনাবলৈ কৈ তেওঁৰ চেল ফোন নাম্বাৰ থকা কাৰ্ড এখনো আমাক দি গ'ল।

অলপ পিছতে আমাৰ কোঠাৰ টেলিফোন বাজি উঠিল। আশা কৰা মতেই সেয়া পবনৰ। তেওঁ সকলো খবৰ সুধি জানি লোৱাৰ পিছত আমি এই হোটেলত ভৰা খৰচ ব্ৰিটিছ এয়াৰ্‌ওৱেজে

যে বহন কৰিব, সেই কথা তেওঁ এতিয়া পুনৰ ফোনত কথা হৈ জানিব পাৰিছে বুলি আমাক জনালে। কাইলৈ কিমান নম্বৰ উৰণেৰে কোন সময়ত ডেন্‌ভাৰ পাম আমাৰ পৰা জানি লৈ লাগিজ চেকিঙৰ ঠাইডোখৰত তেওঁলোকক লগ পাম বুলি আশ্বাস দিলে। আমাৰ ছোৱালী মাজনী কিন্তু ব্ৰিটিছ এয়াৰ্‌ওৱেজৰ লগত দেখিছোঁ বেছ খড়গহস্ত। তেওঁৰ মতে ব্ৰিটিছ এয়াৰ্‌ওৱেজ সদায় এনেকুৱাই। "হোৱাইট্ পিপুলৰ বাহিৰে অন্যৰ প্ৰতি সেৱাদানত সিহঁতৰ সদায় কাৰ্পণ্য। ইমান জৰুৰী এটা ঘোষণা। সিহঁতে এবাৰেই ইংৰাজীত কৰি কিয় ক্ষান্ত থাকিব? সিহঁতৰ মানুহেই তোমালোকক অফিচলৈ লৈ গৈ হোটেললৈ পঠিয়াব লাগিছিল। সিহঁতক নেৰিবা। কাইলৈ পুৱাতে সিহঁতৰ কাউণ্টাৰলৈকে প্ৰথম গৈ হোটেলৰ খৰচ আদায় কৰিবা।"

অলপ পিছতে দেখিলোঁ— এখন ট্ৰলীত আমাৰ ৰাতিৰ আহাৰ আহি পালে। পিছে ভাত-দালিয়েই অকল নহয়; লগত য়োগাৰ্ট বা দৈও। আৰু কিবা-কিবি। আমি পৰম তৃপ্তিত খালোঁ। খাই থাকোঁতে মোৰ মুখত হাঁহি দেখি আঁজলিয়ে ক'লে, "এতিয়া যে ইমান সন্তুষ্টিত খাইছে, আমেৰিকাৰ বিলাসী হোটেলত দালি-ভাত খোজা বুলি মোক খং কৰিছিল কিয়?"

শোওঁতে যদিও প্ৰায় আঢ়ৈ বাজিছিল, মোৰ অভ্যাসমতে পুৱা ছয় বজাতেই সাৰ পাই গ'লোঁ। সাৰ পাই আৰু শুই নাথাকিলোঁ। এনেকুৱা দূৰ যাত্ৰাৰ অন্তত হেনো জেট্‌লেগ্ লাগি এই ঠাইৰ সময়ত টোপনি নাহি নিজৰ ঠাইৰ সময়তহে টোপনি আহে। গতিকে এতিয়াতে নুঠি যদি পৰি থাকোঁ, আকৌ আমি বাৰ দিন থাকি অহা ইংলেণ্ডৰ সময়মতে টোপনি আহিব লাগিলে, পুনৰ যদি আজি বাৰ বজাৰ উৰণ ফেল কৰি যাওঁ? মোক ছয় বজাতে উঠা দেখি আঁজলিও উঠিল। তেওঁ কফীমেকাৰত কফী কৰাত লাগিল। কফী মেকাৰৰ লগতে ইংলেণ্ডৰ হোটেলত থকাৰ দৰে ইয়াতো বিস্কুট (আমেৰিকাৰ ভাষাত ক্ৰেকাৰ্ বা কুকী), চকোলেট, চেনিৰ পেকেট, গাখীৰৰ পেকেট আদি থৈ দিয়া আছে। পিছে আঁজলিয়ে কফীৰ পানী গৰম কৰিবলৈ খুজি দেখে পানী গৰম নহয়হে নহয়। মই ৰিচেপ্‌শ্যনলৈ ফোন কৰিলোঁ। উত্তৰ আহিল, "দুই মিনিটৰ ভিতৰত মানুহ গৈ পাব।" মূৰে- কপালে হাত দিলোঁ। আমাৰ ভাৰতীয় দস্তুৰ মতে দুই মিনিট মানে দহ মিনিট। অৰ্থাৎ পুৱাৰ কফীৰ সময় পাৰ হৈ গৈ ব্ৰেক্‌ফাষ্টৰ সময়তহে কফী হ'বগৈ। তাৰ পিছত গা ধোওঁ কেতিয়া, ব্ৰেক্‌ফাষ্ট খাওঁ কেতিয়া? আমাৰ উৰণৰ সময় বাৰ যদিও দহ বজাতেইতো আমি ৰিপোৰ্ট কৰিব লাগিব। অৰ্থাৎ আমি চাৰে ন বজাত হোটেলৰ শ্বাটল্ বাছত উঠিব লাগিবগৈ। তাৰ মানে আমি ব্ৰেক্‌ফাষ্ট্ খাব লাগিব চাৰে আঠত।

কিন্তু আমাক আচৰিত কৰি ঠিক দুই মিনিট পিছতে হোটেলৰ মানুহ আহি পালে। মানুহজনে চাই-মেলি ক'লে— কফীমেকাৰ ঠিকেই আছে। আমিহে তাক চলাব জনা নাই। মানুহজনে কফীমেকাৰটো চলাবলৈ শিকাই ওলাই গ'ল। লগে কফীৰ পানী গৰম হৈ উঠিল। অলপ পিছতে গা ধোৱাৰ সময়ত আকৌ পয়মাল। গা ধোৱা পানী গৰম নহয়গৈ। ইফালে, মাজ আগষ্টৰ এই ৰাতি পুৱাও বেছ ঠাণ্ডা। পুনৰ ফোন কৰিলোঁ ৰিচেপ্‌শ্যনলৈ। দহ মিটিটত মানুহ গৈ পাব বুলি আশ্বাস দিলে। আকৌ একেটা ভয়। দহ মিনিটৰ ঠাইত আধা ঘণ্টা লগাব লাগিলে গা ধোৱা সময় আৰু নাথাকিব। কিন্তু ঠিক দহ মিনিট পিছতে সঁচাই মানুহ আহি পালে। এইবাৰো দেখা গ'ল, আমিহে গৰম পানীৰ টেপ খুলিব জনা নাছিলোঁ।

তাৰ পিছত সকলো সুকলমে চলি গ'ল। ব্ৰেক্‌ফাষ্ট্ আমি বিচৰা সময়তে কাঁটাই কাঁটাই আহিল।

খাই-বৈ আমি কাপোৰ-কানি পিন্ধি ল'লোঁ। পুৰা ৯ বাজি ১৫ মিনিটত আমি আমাৰ কোঠা এৰিলোঁ। কালি হোটেলত সোমাওঁতে যি দিছিলোঁ, তাত পুৱাৰ ব্ৰেকফাষ্টৰ দামো ধৰা আছিল বুলি কৈছেই। কিন্তু আমিতো ৰাতি ডিনাৰো খালোঁ। তাৰ বাবে বা আজি এতিয়া কিমান দিব লাগে। কিন্তু ৰিচেপচনিষ্টে আমাক ক'লে, আমাৰ একো দিবলৈ বাকী নাই। আমি যাব পাৰোঁ। মই ক'লোঁ, "কিন্তু আমি ৰাতি ডিনাৰ খাইছোঁ।" ৰিচেপশ্বনিষ্টে কাগজ-পত্ৰবোৰ আৰু এবাৰ চাই-মেলি ক'লে, "নাই, ইয়াত তাৰ কোনো উল্লেখ নাই। অৰ্থাৎ আপোনালোকে তাৰ বাবে একো দিব নালাগে।" আমাৰ বুজিবলৈ বাকী নাথাকিল, ভাৰতীয় কাষ্টমাৰ কেয়াৰ মেনেজাৰ শ্ৰীসেনৰমণে তেওঁৰ নিজৰ ফ্লেটৰ কিট্‌চেনৰ পৰাই আমালৈ দালি-ভাত, দৈ পঠিয়াই দিলে। বিদেশত ভাৰতীয়ৰ প্ৰতি ভাৰতীয়ৰ কি যে টান! তামিলনাড়ুৰ সেনৰমণৰ প্ৰতি মায়ামিত আমাৰ অন্তৰ কৃতজ্ঞতাত উপচি পৰিল।

ঠিক পুৰা দহ বজাতেই আমি বিমান বন্দৰত আমাৰ উৰণৰ চেক্-ইনৰ বাবে শাৰী পাতিবলগীয়া কাউণ্টাৰৰ শাৰীত থিয় হ'লোঁ। দুঘণ্টা পিছতহে উৰণ। তথাপি এতিয়াতে কি দীঘল শাৰী ৰিপোৰ্টিং কৰি বোৰ্ডিং কাৰ্ড লোৱাৰ বাবে। ইয়াৰ পিছত ছিকিউৰিটি চেক্ বা নিৰাপত্তা ৰক্ষাৰ বাবেও ইমান দীঘল শাৰী আৰু এনে কটকটীয়া ব্যৱস্থা যে ঠিক আমাৰ উৰণৰ সময় বাৰ বজাতহে এইবোৰৰ পৰা মুক্ত হৈ আমাৰ উৰণৰ গে'টলৈ যাত্ৰা আৰম্ভ কৰিব পাৰিলোঁ। এইটোওতো এটা দীঘলীয়া, পৰিশ্ৰমসাধ্য যাত্ৰা— যদিও দেখাত বিমান বন্দৰৰ ভিতৰতে। গতিকে আমি আজিও আমাৰ উৰণ ধৰাত ব্যৰ্থই হ'ম নেকি? যেতিয়া আমি আমাৰ উৰণৰ বাবে নিৰ্দিষ্ট দুৱাৰমুখ পালোঁগৈ, তেতিয়া বাৰ বাজি পোন্ধৰ-বিছ মিনিট গৈছে। দুৱাৰ মুখতো দেখোন কোনো যাত্ৰীৰ শাৰী বা সমাগম নাই। অৰ্থাৎ আমি আমাৰ উৰণ সঁচাই ধৰিব নোৱাৰিলোঁ? পিছে নহয়, তাতেই অনুসন্ধান কৰি জানিলোঁ, সুৰক্ষাৰ বিষয়ত ইমান সময় লাগিছে যে আমাৰ উৰণৰ সময়ো পিছুৱাই দিবলগীয়া হৈছে। সেয়েহে আমি উৰা-জাহাজত উঠা গে'ট বা দুৱাৰমুখো এতিয়া সলনি কৰি অন্য এখনহে কৰা হৈছে। পুনৰ আমাৰ তালৈকে যাবলৈ এটা দীঘলীয়া বাট! সন্ত্ৰাসবাদৰ পৰা কেনেকৈ যে হেজাৰ হেজাৰ মানুহে এইদৰে দিনৌ ভুগিব ধৰিছে।

যি হওক, আমি কালি ৰাতিৰ উৰণটো ধৰিব নোৱাৰি আজি দিনৰ এই উৰণটো লোৱাৰ ফলত আমি টেক্সাছ ৰাজ্যৰ ডালাছত নামি এই উৰণটো এৰি পুনৰ অন্য এটা উৰণ ল'ব লাগিব। কিন্তু এতিয়া এই উৰণটো যে দেৰি হ'ল, তাৰ ফলত সিটো উৰণ ধৰাত আমি ব্যৰ্থ নহওঁতো?

ডালাছত যেতিয়া আমি নামিলোঁ, তেতিয়া আচলতে আমাৰ উৰণ কিমান দেৰিকে আছিল তাক ধৰিব নোৱাৰিলোঁ। কিয়নো মায়ামিত যি মান সময়, টেক্সাছ ৰাজ্যত আকৌ অন্য মান সময়। গতিকে ইয়াত নামিও এতিয়া ক'ব নোৱাৰোঁ, আমাৰ সিটো উৰণ ধৰাৰ সময় এতিয়াও আছে নে পাৰ হৈ গৈছে। সময়ত আমি আহি পোৱা হ'লে ইয়াত আনুষ্ঠানিকতাবোৰ সম্পন্ন কৰি ইটো উৰণৰ পৰা সিটো উৰণলৈ যাবলৈ যথেষ্টখিনি সময় পালোঁহেঁতেন। কাৰণ ডালাছত আমাৰ উৰণ আহি নমা আৰু তাৰ পিছত ডালাছ্-ডেন্‌ভাৰ্ উৰণটো এৰাৰ মাজত সময়ৰ ব্যৱধান আছিল এঘণ্টা।

যি হওক, আমি যাবলগীয়া ডালাছ্-ডেন্‌ভাৰ্ উৰণৰ কাউণ্টাৰটো হেঁপাহে-খোঁপাহে গৈ দেখিলোঁ আমাৰ উৰা-জাহাজত উঠাৰ সময় পাৰ হৈ যোৱা নাই। বোৰ্ডিং কাৰ্ড দি আছে। কণ্ঠ তেতিয়া।

এতিয়া ভাবিব পৰা হ'লোঁ— আমাৰ যাত্ৰাৰ এদিন পিছুত হ'লেও সামৰণি পৰিব। উভয় পক্ষই অধীৰ অপেক্ষাৰে বৈ থকা সেই মুহূৰ্তটি এতিয়া আসন্ন—য'ত আমি প্ৰায় দুবছৰৰ মূৰত লগ পাম আমাৰ জী-জোঁৱাই-নাতিনীক আৰু তেওঁলোকে লগ পাব আমাক।

স্বস্তিৰ নিশ্বাস পেলাই আমাৰ বাবে বৈ থকা উৰাজাহাজত বহিলোঁগৈ। মুকলি মনৰ এই অৱস্থাত মনত পৰিল এৰি থৈ অহা মায়ামিৰ উপকূললৈ। পুৱাৰ মায়ামি। মায়ামিৰ উপকূল। খন্তেকৰ বাবে দেখিছিলোঁ যদিও তাৰ ৰূপ কিয় জানো এতিয়া আকৌ মনলৈ আহিল। ৰাতিৰ কোনোটো সময়ত দিয়া পাতলীয়া এজাক বৰষুণত গা ধুই উঠি পুৱাৰ সোণালী পোহৰত উজ্জ্বল হৈ উঠা এখন নগৰী। চকুৰে বাছৰ পৰা মনিব পৰা দূৰত্বত আটলাণ্টিক মহাসাগৰৰ উপকূল। শাৰী শাৰী তাল গছ। অন্তহীন তালগছৰ শাৰী। সাগৰৰ পাৰৰ মৃদু বতাহত তালপাতবোৰ ৰিবৰিবকৈ কঁপি আছে। পুৱাৰ মায়ামি নগৰীৰ মায়াবী ৰূপ। তাক এতিয়া আমি এৰি থৈ আহিলোঁ কিমান আঁতৰত।



# দুই

# আমেৰিকাৰ এচমকা

আমি যেতিয়া ডেন্‌ভাৰ সময়মতে ছয় বজাত নামি পৱনহঁতৰ গাড়ীত উঠিলোঁ, তেতিয়া এক বিৰল আনন্দময় পৰিৱেশত সোমাই পৰিলোঁ। লাগিজ ক্ৰেইমৰ বেল্টৰ ওচৰতে পৱন-মাজনী বৈ আছিল অনৌষ্কাক লৈ। অনৌষ্কাক এবাৰ ন মাহত আৰু এবাৰ ডেৰ বছৰত দেখা পাইছিলোঁ সিহঁত ঘৰলৈ যাওঁতে। এতিয়া চাৰে তিনি বছৰ বয়সত তাই বহুত ডাঙৰ হ'ল। কিন্তু আগৰ প্ৰায় আমেৰিকান কেঁচুৱাৰ বগা ৰংটো আৰু নাই। তাইৰ ছালত এতিয়া ভাৰতীয় লোকৰ গা-মুখৰ বাদামী ৰং বা ব্ৰাউন কালাৰ। সেইদৰে আগৰ থুপুকা চেহেৰাটো গুচি এতিয়া ক্ষীণ আৰু ওখ হ'ল— যাক তাই ডাঙৰ হ'লে লোকে ক'ব শ্লিম বা তন্বী।

পৱনৰ বিৰাটাকায় হণ্ডা ওডিছীখনত আমাৰ ছয়োটা লাগিজ ভৰাই লোৱাৰ পিছত আমি পাঁচোজন উঠি ল'লোঁ। অনৌষ্কা অৱশ্যে বহিবলগীয়া হৈছে আমেৰিকান ড্ৰাইভিং ৰুলমতে গাড়ীতে খুৱাই লোৱা তাইৰ বেবী ছীটটোত। তাতো আকৌ পেটীৰে তাইক বান্ধি থোৱা আছে। আমিও অৱশ্যে প্ৰতিজনে পেটী বান্ধি ল'লোঁ। তাৰ পিছত আমাক লৈ পৱনৰ গাড়ী ডেন্‌ভাৰৰ পৰা যাঠি মাইল আঁতৰৰ ফোৰ্ট কলিন্‌ছ্ নগৰলৈ দৌৰিবলৈ ধৰিলে। এতিয়া চকুত পৰিল আমাৰ গাড়ীৰ খিৰিকীৰ গ্লাছেৰে আমাৰ দুয়োকাষে বিস্তৃত প্ৰান্তৰ, ওপৰত বিশাল আকাশ আৰু সম্মুখত আহল-বহল পথ। কেনে পথাৰ এয়া আমেৰিকাৰ? পৰহি মাথোন এৰি থৈ অহা ইংলেণ্ডৰ পথাৰৰ লগত ইয়াৰচোন বহুত অমিল? ইংলেণ্ডৰ পথাৰত দেখিছিলোঁ প্ৰকৃতিৰ সেউজী সৌন্দৰ্যত মানুহৰ হাতৰ পৰশে চৰোৱা ৰহণ। তাৰ পথৰুৱা ঘাঁহ-বন যেন ৰবযুণ বা তাৰ পানীৰ জীপেৰে ঘন সেউজীয়া। অৱশ্যে ইংলেণ্ডৰ আমি দেখি অহা সেই পথাৰ বিস্তৃত হ'লেও, বিশাল হ'লেও আমেৰিকাৰ আজি দেখা এই পথাৰৰ সমান বিশাল বা বিস্তৃত নহয়। ইয়াৰ ইপাৰ-সিপাৰ নেদেখা বিস্তৃত পথাৰ যেন মানুহৰ হাতে ঢুকি নাপায়, হাতৰ পৰশেৰে তাৰ সৌন্দৰ্য চৰাবলৈ।

আৰু ইয়াৰ ঘাঁহবোৰ? নিয়মিত পানী পাই নথকা এই ৰুক্ষ ঘাঁহবোৰৰ সেউজীয়াৰ সলনি এক মূগা বা ঈষৎ কপিলা ৰং। মোৰ মুখৰ পৰা ওলায়েই গ'ল, "ইংলেণ্ডৰ পথাৰৰ সজীৱ সৌন্দৰ্য ইয়াত ক'ত? আমেৰিকাৰ পথাৰৰ এই কি অনাদৃত ৰূপ!" মাজনীও দেখিলোঁ ভেওঁৰ আমেৰিকাৰ এই ছবছৰীয়া জীৱনটোতে বিৰাট আমেৰিকাপ্ৰেমী হৈ উঠিছে। তেওঁ দেখিছোঁ আমেৰিকাৰ গাত ছিটা এটাও পৰিব নিদিয়ে। তেওঁ গজগজাই উঠিল, "ইংলেণ্ডৰ পথাৰৰ লগত আমেৰিকাৰ পথাৰৰ তুলনা! ইংলেণ্ডত বাৰিষা ঘন হয়, ৰবফুল প্ৰচুৰ হয়। কিন্তু আমেৰিকাৰ এই কলৰাডো ৰাজ্যত? বাৰিষা আছে। কিন্তু ৰবযুণ কেইটোপাল পৰে? সিদিনে শীতকাল আহিলেই আটাইবোৰ ঘাঁহ-বন পোত খাই থাকিব বৰফত। ইয়াৰ ঘাঁহ-বনে ইংলেণ্ডৰ চেহেৰা ধৰিব কেনেকৈ?" মই ক'লোঁ, "কিন্তু ইংলেণ্ডত দেখিছোঁ পথাৰৰ ঘাঁহবোৰ কাটি-কুটি চিকুণাই ৰখা। ইয়াৰ পথাৰত চোন মানুহৰ হাতৰ স্পৰ্শৰ কোনো চিনেই নাই?" মাজনীৰ তুমুল প্ৰতিবাদ, "আমেৰিকাৰ এই অঞ্চলৰ সাগৰৰ পিঠিৰ পৰা উচ্চতা কিমান? ৪,৯০০ ফুট। গতিকে ই আচলতে এক মালভূমি। ইয়াত তুমি যেতিপথাৰৰ ৰস-পানী কিচাৰিলে কেনেকৈ হ'ব? আৰু

ইমান বিশাল, খেতি-বাতি নকৰা পথাৰ এখন কোনে কাটি-কুটি ধুনীয়াকৈ ৰাখিব?" ময়ো সহজতেএৰা ভকত নহয়। মই ক'লোঁ, "কিন্তু আমেৰিকা সম্পৰ্কে মোৰ ধাৰণা বেলেগ আছিল। প্ৰকৃতিৰ দান তাত সৰ্বত্ৰ। আৰু আমেৰিকানসকলৰ সৌন্দৰ্য পিপাসু মন আৰু বৈজ্ঞানিক জ্ঞানে ৰহণ চৰায় সেই প্ৰাকৃতিক দানবো সৰ্বত্ৰই।"

লাহে লাহে আমি সোমাবলৈ ধৰিলোঁ এই প্ৰে'ৰী অঞ্চল পাৰ হৈ ইখন-সিখন, সৰু-বৰ নগৰ, চহৰৰ মাজলৈ। ইংলেণ্ডৰ দৰেই ৰাস্তাৰ বুকুত গাড়ীয়ে গাড়ী; কিন্তু ৰাস্তাৰ দুয়োকাষে মানুহ এটা দেখিবলৈ নাই। পাৰ হৈ হৈ যাব ধৰা নগৰ-চহৰবোৰতো দেখিছোঁ ইংলেণ্ডত দেখি অহা ঘৰবোৰৰ দৰেই ঘৰ— মুগা বা পাতল ক'লা ৰঙৰ ছিংগলছৰ চাল, এমহলীয়া, দুমহলীয়া মাথোন সৰু সৰু ঘৰ। আমি আহি আহি শেষত ফোৰ্ট কলিন্‌ছ্ সোমালোঁ। মনৰ অতি চিনাকি, মনেৰে অহৰহ দেখি থকা ফোৰ্ট কলিন্‌ছ্। পিছে ভবাতকৈ বহুত ডাঙৰ, ভবাতকৈ বহুত পাতল বসতিৰ আৰু ভবাতকৈ সম্পূৰ্ণ ভিন্ন ৰূপ বা সৌন্দৰ্যৰ। শেষত আমাৰ গাড়ী আহি সেই আমাৰ মানসিকতভাবে অতি পৰিচিত প্ৰে'ৰী হিল্ ড্ৰাইভত সোমাল। পিছে ক'তা? ইয়াত দেখোন প্ৰে'ৰীও নাই, হিলো নাই? নামটোহে প্ৰে'ৰী হিল ড্ৰাইভ্। আৰু অৱশেষত আমাৰ গাড়ী ৰ'লহি সেই আমাৰ মুখস্থ ১৮০৩ নং ঘৰটোৰ গেৰাজৰ ভিতৰত। আমাৰ দেশত হ'লে প্ৰথমতে গাড়ীখন ঘৰটোৰ বা গেৰাজটোৰ বা পদুলিৰ মুখত ৰ'লহেঁতেন। এজন নামি গৈ পদুলি, গেৰাজ, ঘৰৰ দুৱাৰ আদি খুলিলেহেঁতেন। তাৰ পিছতহে গাড়ী সোমোৱা, মানুহ সোমোৱা কাম। ইয়াত কিন্তু গাড়ী ঘৰৰ ওচৰ পোৱাৰ লগে লগে ছেন্‌ছৰযুক্ত গেৰাজৰ দুৱাৰ আৰু গেৰাজৰ পৰা ঘৰলৈ সোমোৱা দুৱাৰ নিজে নিজে মেল খাই গ'ল। আমি ঘৰ সোমোৱাৰ পিছত সেইবোৰ নিজে নিজে পুনৰ বন্ধ হৈ গ'ল।

আমি আটায়ে ধৰা-মেলাকৈ আমাৰ লাগিজবোৰ ভিতৰ সুমুৱালোঁ নি। এৰা, ইয়াততো কোনো চাকৰ নাই, ড্ৰাইভাৰ নাই। মাজনীয়ে আমাক ওপৰ মহলাৰ আমাৰ বাবে সাজু কৰি ৰখা কোঠাটোলৈ লৈ গ'ল। উলৰ কাৰ্পেটেৰে সম্পূৰ্ণকৈ ঢকা মজিয়া, এটা শোৱনী কোঠাত আশা কৰা সকলো আচবাব-পত্ৰৰে সুসজ্জিত। বাথৰুম ইংলেণ্ডত পাই অহা বাথৰুমৰ দৰেই-শুকান বা ড্ৰাই বাথৰুম। অৰ্থাৎ বাথৰুমৰ ভিতৰতো পলিয়েষ্টাৰৰ কাৰ্পেট। গা ধোৱা ঠাই বাথ-টাবৰ ভিতৰত। কমোড্ ব্যৱহাৰৰ সময়ত টিছ্যু পেপাৰ্— মগ আৰু পানী নহয়। মাজনীয়ে আমাৰ কোঠাটো দেখুওৱাৰ পিছত দুমহলীয়া ঘৰটোৰ আটাইবোৰ কোঠা আৰু মাটিৰ তলৰ হলটোও দেখুৱালে। ঘৰটো দেখুৱাবলৈ পাই আজি তেওঁলোকৰ যেনেকৈ আনন্দ, তাক দেখা পাই আমাৰো সমানে আনন্দ। আমেৰিকাহেন এখন দেশত ইহঁতৰ নিজৰ বুলিবলৈ এডুখৰি ঠাই, এটি ঘৰ।

আমি ঘৰৰ ভিতৰৰ সকলোবোৰ চাই আমাৰ কোঠাত সোমালোঁগৈ মুখ-হাত ধুই কাপোৰ-কানি সলাবলৈ। তেতিয়াহে যেন আমাৰ দেশ এৰাৰ পৰা আমেৰিকা পোৱালৈ এই দুসপ্তাহৰ শাৰীৰিক আৰু মানসিক ভাগৰৰ উপশম ঘটিব। আমি এই ২০ আগষ্টৰ বিয়লি ৭.৩০ বজাত ঘৰ আহি সোমাইছিলোঁহি। এৰা ৭.৩০ বজা; কিন্তু বিয়লি। চাৰে সাত বজাতো গধূলিৰ আন্ধাৰ নাই। তেতিয়া মাৰ যাবলৈ ধৰা বেলিৰ চেলা পোহৰ মাথোন। ভিতৰত চকু মুখ ধুই উঠি চাহৰ টেবুলত বহিলোঁ। টেবুলৰ চাৰিওপিনে আমি পাঁচোজন। আমি দিব পৰা সকলো খবৰ এওঁলোকক দি দি আৰু এওঁলোকে দিব পৰা সকলো খবৰ আমি লৈ লৈ কিমান সময় যে চাহৰ টেবুলতে

কটাই দিলোঁ গমকে নাপালোঁ। সকলোৱে সময় লৈ সজাগ হৈ উঠিলোঁ তেতিয়াহে যেতিয়া আঁজলিয়ে কৈ উঠিল, "দে, এতিয়া ৰাতিকৈ কি খাম, কি নাখাম ঠিক কৰ। ৰন্ধা-বঢ়া কৰিবৰ হ'ল। দহ বাজিছে। খবৰ আছেনে নে নাই।" মই উচপ খাই উঠিলোঁ— ৰাতি দহ বাজিল? কিন্তু মাজনীৰ বাবে সেইটো একো চিন্তাৰ কথা নহয়। তেওঁ ক'লে, "তাতে কি হ'ল? সকলো ৰান্ধি বাঢ়ি ফ্ৰীজত ভৰাই থোৱা আছে। কি খাবা, কি নাখাবা সুধি গৰম কৰিলেই হ'ল।" মই এইবোৰ কাম এওঁলোকলৈকে এৰি এবাৰ আমেৰিকাৰ ৰাতিৰ আকাশ দৰ্শন কৰোঁ বুলি বাহিৰলৈ ওলাই গ'লোঁ।

দুৱাৰ খুলি দিয়ে সোমাই পৰিলোঁ আগষ্ট মাহৰ গৰম দিনৰ দুপৰীয়া যদিও বেছ এক ঠাণ্ডা, ফিৰ্‌ফিৰীয়া বতাহে কোবাই থকা এটি পৰিৱেশৰ মাজত। তেতিয়াহে মনত পৰিল এয়া আমেৰিকাৰ কলৰাডোৰ ৰাতি। ইমান সময়ে আমি হয় গাড়ীৰ ভিতৰত, নহয় ঘৰৰ ভিতৰত আছিলোঁ। সেই সকলোবোৰ শীত-তাপ নিয়ন্ত্ৰিত। কিন্তু এতিয়া এয়া বাহিৰৰ মুকলি ঠাই— শীত-তাপ নিয়ন্ত্ৰণৰ বাহিৰৰ। গৰমৰ দিনতো তেন্তে ৰাতিৰ আমেৰিকা ইমান ঠাণ্ডা হ'ব পাৰে? ঠাণ্ডা আওকাণ কৰি মাজনীহঁতৰ ঘৰৰ সন্মুখৰ ৰাস্তাৰ কাষতে থিয় দি ৰ'লোঁ কিছু সময়। আকাশত জোন নাই। তৰাও মাথোন দুই এটিহে। বিশাল আকাশ। অথচ তৰা মাথোন এটি দুটি। কেনে নিজান, ৰহস্যময় এই আমেৰিকাৰ ৰাতি!

তাতে থিয় দি থাকোঁতেই কিছু সময় পিছত মনত পৰিল— কাইলৈ ২১ আগষ্টত মাজনীৰ জন্মদিন। এই দিনটোত তেওঁক পাবলৈকেইতো আমি আমেৰিকা আহি পোৱাৰ দিন মিলাই লৈছিলোঁ এনেদৰে। বিয়াৰ পিছৰে পৰা যোৱা ছবছৰে তেওঁক জন্মদিনত আমি পোৱা নাই। এইবাৰ তেন্তে পাম। কাইলৈ তেওঁৰ জন্মদিনত আমি তেওঁৰ ওচৰতে থাকিম।



# তিনি

# ফোৰ্ট্ কলিন্‌ছত প্ৰথম পুৱা-গধূলি

২১ আগষ্ট, সোমবাৰে পুৱা ঠিক ছয় বজাতে সাৰ পালোঁ। লগে লগে চকু মুখ ধুই ছিৰিৰে নামি গ'লোঁ— মাজনীক জন্মদিনৰ শুভেচ্ছা জনাবলৈ। তেওঁক কোনোমতে দুৱাৰ মুখতেহে লগ পালোঁ। স্কুললৈ যাবলৈ গাড়ীত উঠিবলৈ ওলাইছেই। কোনোমতেহে মূৰত হাত বুলাই জন্মদিনৰ শুভেচ্ছা জনালোঁ। তেওঁ ভাল পালে; কিন্তু তাৰ বাবে ক্ষন্তেক ৰ'বলৈকো আৰু সময় নাই। চকু-মুখ উজ্জ্বল কৰি 'থেংক্ ইউ' কৈয়েই গাড়ীত বহিলগৈ আৰু গাড়ী হুৰ্‌হুৰাই চলাই গুচি গ'ল।

পুৱা চাহৰ টেবুলত বহিবলৈ গতিকে ৰ'লোঁ পবন আৰু আমি দুয়ো। নাতিনী অনৌষ্কা যদিও এই পুৱাতে মাকৰ লগতে একেলগে স্কুললৈ যায়, আজি কিন্তু তাৰ ব্যতিক্ৰম ঘটিল। তাইক আজি পবনেহে পিছত নি স্কুলত থবগৈ। পবনে চাহৰ টেবুলত মোক ক'লে, "এযা ৭.১৫। ৭.৩০ বজাত মই আইজনীক উলিয়াই নিম স্কুলত থবলৈ। আপুনিও ওলাব নেকি?" আমেৰিকাৰ এই চহৰত ৰাতিপুৱা মাৰিব পাৰিম এটি পাক। মোক আৰু কি লাগে? ঠিক পোন্ধৰ মিনিটৰ ভিতৰতে মই ওলাই আহিলোঁ। আঁজলিয়ে নাতিনী আইজনী বা পৰীক আনি গাড়ীখনৰ পিছৰ বে'বী ছীটত বহুৱাই পেটী মাৰি দিলে। তেওঁ আমাৰ লগত নাযায়। তিনি বছৰ আগতে মাথোন আহি ইয়াতেই চাৰি মাহ থাকি গৈছে। পৰী জন্মা সময়তে যেতিয়া শুনিছিলোঁ— কেঁচুৱাক প্ৰথম হস্পিতালৰ পৰা উলিয়াই নিওঁতেও আনকি মাকৰ কোলাত বা বুকুত নিব নোৱাৰে, বে'বী ছীটত ফিটা মাৰিহে নিব লাগে, তেতিয়া যে কেনে লাগিছিল। অকল সেয়ে নহয়, ঘৰটোত শুৱাওঁতে মাকৰ লগত শুৱাব নোৱাৰে; শুৱাব লাগিব বে'বী কটত বা কেঁচুৱাৰ পালেঙত, তেতিয়াও যে কেনে লাগিছিল। বেচেৰা আমেৰিকাৰ কেঁচুৱাহঁত! জন্মৰে পৰাই কেনেদৰে ইহঁত মাক-দেউতাকৰ বুকুৰ উমৰ পৰা বঞ্চিত।

কালি ডেন্‌ভাৰতেই জানিছিলোঁ, ইংলেণ্ডৰ দৰে আমেৰিকাতো অকল আগৰ ছীটতে নহয়, পিছৰ ছীটতো ফিটা মৰাটো বাধ্যতামূলক। গতিকে ময়ো ফিটা মাৰি লোৱাৰ পিছত পবনে গাড়ী চলাই দিলে। ৰাস্তাৰে কিছু দূৰ গৈয়েই বুজিব পাৰিলোঁ, ফোৰ্ট্ কলিন্‌ছ্ যিমান সৰু চহৰ বুলি ভাবিছিলোঁ, সিমান নহয়। কিন্তু এতিয়া বুজিলোঁ, ইয়াৰ জনসংখ্যা ডেৰ লাখতকৈয়ো কিছু কম বাবে ইয়াক এখন সৰু চহৰ বুলি ক'লে ক'ব পাৰি; কিন্তু আয়তনত, সা-সুবিধাত, বৃহৎ বৃহৎ ৰাজপথবোৰলৈ চাই, ইয়াক সৰু চহৰ বুলি ক'ব নোৱাৰি। বহল ৰাজপথবোৰৰ দুয়ো কাষে তিনি চাৰিটাকৈ লেইন, কাষত হাৰ্ড্‌শ্বোল্ডাৰ্ বা বাইকওৱে, আৰু একেবাৰে কাষত ওৱাক্‌ৱেই বা পদপথ। নগৰৰ দুটা পাৰা বা 'লকেলিটি' (আমেৰিকাৰ ভাষাত 'কমিউনিটি')ৰ মাজত আহল-বহল খালী ঠাই। ৰাজপথৰ একেবাৰে কাষৰ পদপথৰ বাহিৰফালে পদপথৰ কাষে কাষে যেনেকৈ একোডৰা দীঘলীয়া ঘাঁহনি, তেনেকৈ তাৰো বাহিৰপিনে আকৌ একোশাৰী গছ। তাৰ বাবেও আয়তাকাৰ খালী ঠাই। ঘৰ, দোকান, কাৰ্যালয়, অনুষ্ঠান— সকলোৰে সন্মুখত গাড়ী পাৰ্কিঙৰ ঠাই। এইবোৰ কাৰণতে নিশ্চয়, যোৱা জুলাই মাহত আমেৰিকাৰ বিখ্যাত "মানী"

(Money) আলোচনীখনৰ জৰীপমূলক এটি প্ৰবন্ধত ফোৰ্ট্ কলিন্‌ছকে আমেৰিকাৰ আটাইতকৈ বাসোপযোগী (livable) মহানগৰ বুলি ঘোষণা কৰিছে। নগৰখন তেনে বুলি ঘোষণা কৰোঁতে অৱশ্যে আৰু চোৱা হয়, ইয়াৰ স্কুল-কলেজবোৰৰ গুণগত মান, স্বাস্থ্যসেৱাৰ সা-সুবিধা আৰু অপৰাধশূন্যতা বা অন্ততঃ নিম্নহাড়। ফোৰ্ট্ কলিছ্ দেখিছোঁ সঁচাকৈয়ে এক সুপৰিকল্পিত আঁচনিৰে সাজি উলিওৱা এখন ছবিৰ দৰে ধুনীয়া মহানগৰ।

লণ্ডনত যেনেকৈ দেখি আহিছিলোঁ— ৰাতিপুৱাও তাৰ ৰাজপথত গাড়ীৰ লানি নিছিগা শাৰী, এই ফোৰ্ট্ কলিন্‌ছতো দেখিছোঁ, সেই একেই। বেছ কিছু দূৰ যোৱাৰ পিছত মাজনী আৰু অনৌষ্কাৰ স্কুল পালোঁগৈ। মাজনীহঁতৰ স্কুলখনৰ ঘৰো ফোৰ্ট্ কনিল্‌ছৰ অন্য ঘৰবোৰৰ দৰে এমহলীয়া বা দুমহলীয়াহে। ইয়াৰ চৌহদ যদিও আহল-বহল আৰু পকা চোতালৰ, কম্পাউণ্ডৰ সীমাত তথা ৰাস্তাৰ কাষত ক'তো ওৱাল্ নাই, অন্য ঘৰবোৰৰ চৌপাশেও কম্পাউণ্ড ওৱাল্ নথকাৰ দৰে। স্কুলৰ সন্মুখৰ পাৰ্কিং লটত গাড়ীৰ পৰা নামি দেখিলোঁ— স্কুল চলি আছে যদিও দুৱাৰ-খিৰিকী বন্ধ। অৱশ্যে শীত-তাপ নিয়ন্ত্ৰিত ঘৰত সেইটো হ'বই।

পবনে কলিং বেল টিপি দুৱাৰ খোলাবলগীয়া হোৱা নাই। কিবা এটা ইলেকট্ৰনিক উপায়ৰ বুটম টিপি নিজেই দুৱাৰ খুলিলে আৰু আমি অনৌষ্কাক লৈ সোমাই গ'লোঁ। এইখন কণ কণ ল'ৰা-ছোৱালীৰ প্লেই স্কুল। শিক্ষয়িত্ৰীসকল শিশুযত্ন আৰু শিশু শিক্ষাত প্ৰশিক্ষণপ্ৰাপ্ত হোৱাৰ উপৰি শিশুমনোবিজ্ঞান, শিশুস্বাস্থ্য, শিশুপুষ্টি আৰু শিশুখাদ্য বিষয়তো প্ৰশিক্ষণপ্ৰাপ্ত। শিক্ষয়িত্ৰীসকলক সহায় কৰিবলৈ আছে এইড় (aid) বা সহায়িকা। বহল হলৰ দৰে ডাঙৰ কোঠা এটাৰ এছোৱাত যদি শিশুখাদ্য সজাই ৰখাৰ পৰা খুওৱা-বুওৱালৈ সুব্যৱস্থা, অন্য এছোৱা আকৌ খেলা-ধূলাৰ সামগ্ৰী আৰু ৰংচঙীয়া পুতলাৰে সজাই ৰখা। অৱশ্যে এই খেলা-ধূলাৰ পুতলাবোৰৰ আৰু সামগ্ৰীবোৰৰ প্ৰায়বোৰেই খেলাৰ লগে লগে শিকি যাব পৰা কথা শিকি ল'ব পৰাকৈ কৌশলযুক্ত। আমি সোমোৱা সময়ত শিশুসকলৰ ব্ৰেকফাষ্টৰ সময়। বিধে বিধে খাদ্যবোৰ খুওৱা ঠাইত সজাই থোৱা হৈছেই। অনৌষ্কা সোমোৱাৰ লগে লগে শিক্ষয়িত্ৰী আৰু সহায়িকাসকলৰ মাজলৈ যেন ভি আই পি এগৰাকীহে সোমাই গ'ল। "হাই, হাই, অনৌষ্কা" বুলি কেইবাগৰাকীও তাইৰ ওচৰলৈ আগুৱাই আহিল। আমাৰ হাতৰ পৰা তাইক একেবাই লৈ গ'ল। পবনে মোক তেওঁলোকৰ লগত চিনাকি কৰি দিলে। তেওঁলোকে সুপ্ৰভাত জনাই কৰমৰ্দন কৰিলে। এয়া মোৰ প্ৰথম আমেৰিকা দৰ্শন নে আগতেও আহিছিলোঁ সুধিলে। দীঘলীয়া সময়ৰ কাৰণে আমেৰিকালৈ অহা বাবে হেনো তেওঁলোক সুখী হৈছে। আমেৰিকাত থকা কেইমাহ আমাৰ বাবে সুখৰ হওক বুলি তেওঁলোকে আমাক শুভেচ্ছা জনালে।

এইখন স্কুলৰে ওপৰৰ শ্ৰেণীবোৰৰ পিনে মাজনীয়ে কাম কৰে। পবনে প্ৰস্তাৱ দিলে মাজনীৰ শ্ৰেণীটোও মোক একেলগে দেখুৱাই নিয়াৰ। নিয়মে যদি সেইটো অনুমতি দিয়ে মইতো ভালেই পাম। পবনে কোঠা এটাৰ দুৱাৰখন খুলি মোক লৈ সোমাই গ'ল। দেখিছোঁ, পবনক এইখন স্কুলত ইপিনে অনৌষ্কাৰ দেউতাক বুলি আৰু সিপিনে মাজনীৰ, বা তেওঁলোকৰ সহকৰ্মী সাগৰিকাৰ (তেওঁলোকৰ ভাষাত মাথোন 'ৰিকা') গিৰীয়েক বুলি, সকলোৱেই জানে আৰু চিনি পায়। ইয়াতো "হাই পবন" বুলি কেবাজনীও মিছ আগুৱাই আহিলে সম্ভাষণ জনাবলৈ। পবনে এওঁলোকৰ আগতো মোৰ চিনাকি দিলে। তেওঁলোকে কৰমৰ্দন কৰিলে, কুশল বাৰ্তা

সুধিলে। এনেতে অনৌষ্কাক এৰি থৈ অহা কোঠাটোৰ পৰা তাঁহি অহা শুনিলোঁ তেওঁৰ কান্দোন— "ডে-ডী, আই এম্ গোইং হৌম্ উইথ্ ইউ।" লৰালৰিকৈ এই শ্ৰেণীটো চোৱা শেষ কৰি পুনৰ সিটো কোঠালৈ গ'লোঁ আৰু জানিলোঁ— তেওঁ ব্ৰেকফাষ্ট খোৱা পৰ্বটো শেষ কৰিয়েই স্কুললৈ অহা কাম শেষ কৰিলে আৰু আমাৰ লগতে উভতি যোৱাত লাগিল। মিছসকলকো দেখিলোঁ— এই বিষয়ত বেছ বিবেচনাশীল। তেওঁলোকেই পবনক বুজালে— "ককাক-আইতাক ইণ্ডিয়াৰ পৰা আহিছে আৰু তেওঁলোকক ইয়াত পাইছে কেৱল। তাইনো কেলৈ তেওঁলোকক এৰি আজি স্কুলত থাকিব। লৈ যাওক, তাই যাবলৈকেই বিচাৰিছে যেতিয়া।" অনৌষ্কাকো আকৌ লগত লৈ আমি গাড়ীত উঠিলোঁ গৈ। গাড়ীত পবনে বুজালে— এই ধৰণে নিজৰ প্ৰাপ্য সাঁজ খায়েই উভতি অহাটো এনে স্কুলত একো নীতি-বিৰুদ্ধ নহয়। পুৱাৰ ব্ৰেক্‌ফাষ্ট, দুপৰীয়াৰ লাঞ্চ শিশুসকলৰ প্ৰাপ্য। দুপৰীয়াৰ লাঞ্চৰ পিছত প্ৰতিজন শিশুৱে এঘণ্টা শুব লাগে। টোপনি নাহিলেও সেইখিনি সময় প্ৰতেকে বিছনাত পৰি থাকিব লাগিব। তাৰ বাবে প্ৰতিজনৰে একোখন বিছনাও আছে। পুৱা ৭ বজাৰ পৰা আবেলি ৩.৩০ বজালৈ স্কুল চলে। কিন্তু অভিভাৱকে শিশুক যেতিয়াই স্কুলৰ পৰা নিব খোজে, নিব পাৰে। আকৌ যিসকল অভিভাৱকে স্কুল ছুটীৰ সময় চাৰে তিনি বজাতো নিব নোৱাৰে, তেওঁলোকৰ বাবে অন্য ব্যৱস্থা আছে। একেটা কম্পাউণ্ডতে একেটা স্কুল কৰ্তৃপক্ষৰে এটি ক্ৰেচো (creche) আছে। তাতো ভৰ্তি কৰাই থ'লে ইখন স্কুল ছুটীৰ লগে লগে সিটো অনুষ্ঠানৰ মানুহে ইখন স্কুলৰ ৰেজিষ্টাৰত চহী কৰি সিটো অনুষ্ঠানলৈ লৈ যায়।

আমাৰ উভতি যোৱা বাটত পবনে ক'লে— মোৰ আপত্তি নহ'লে তেওঁ এখন মলতো সোমাই যাব খোজে। মই লগে লগেই সন্মতি দিলোঁ। কিন্তু লগতে ক'লোঁ, "পিছে এই ৰাতিপুৱা চাৰে আঠ বজাতে মল খোলা পাবা ক'ত?" পবনে আশ্বাস দিলে— ইয়াৰ বহুত মল ২৪ ঘণ্টাই খোলা থাকে। আমি তেনে এখন মললৈহে যাম।

আমি অলপ পিছতে মলখনৰ সন্মুখত ৰ'লোঁগৈ। এটা বিৰাট অঞ্চল জুৰি পাৰ্কিং প্লেচ। পবনে গাড়ীখন পাৰ্কিং কৰিয়ে তাতেই ঠায়ে ঠায়ে শাৰী শাৰীকৈ ৰখা ট্ৰলীবোৰৰ এখন লৈ ল'লে। ট্ৰলীৰে সন্মুখত শিশু বহিব পৰা এটি ছীটো আছে। অনৌষ্কাক তাতে বহুৱাই ল'লে। ট্ৰলী থেলি আমি মলখনৰ বন্ধ দুৱাৰৰ কাষ পাওঁতেই ছেন্‌ছৰ্‌যুক্ত দুৱাৰ নিজে নিজে খোল খাই গ'ল আৰু আমি সোমাই যোৱাৰ লগে লগে দুৱাৰ বন্ধ হ'ল। বাহিৰৰ পৰাই দেখিছিলোঁ— এমহলীয়া নে দুমহলীয়াহে যদিও, প্ৰকাণ্ড বিল্ডিং। দুৱাৰ-খিৰিকী অৱশ্যে সকলো বন্ধ। ভিতৰ সোমাই দেখিলোঁ— ভিতৰত কি বৃহৎ কাৰবাৰ! এখন প্ৰকাণ্ড মেলাই। বিভিন্ন বস্তুৰ বা সামগ্ৰীৰ বিভিন্ন খণ্ড। কাপোৰ কানিৰ পৰা আৰম্ভ কৰি শাক-পাচলিলৈ সকলো বস্তু ধুনীয়াকৈ সজাই থোৱা।

পুৱা চাৰে আঠতে প্ৰায় আমি এই মলখনত সোমাইছোঁ বাবে, মলৰ ভিতৰত আৰু অন্য কোনো গ্ৰাহক নেদেখিম বুলি ভাবিছিলোঁ। গতিকে আমাৰ ভাৰতীয় দস্তুৰমতে ভাবিব পাৰি— আমিয়েই আজি এই মলখনৰ বহনি কৰিম। সেয়ে হ'লে আমাৰ ভাৰতীয় অভ্যাসমতে এই আশাও কৰিব পাৰোঁ যে বহনি কৰা গ্ৰাহক হিচাপে আমি কিনা বস্তুবোৰ দুই-চাৰি পইচা কমাতো পাম। পিছে নহয়। ভিতৰত দেখিলোঁ সেই পুৱাতে মলখনত অনেক গ্ৰাহক। এয়েই নেকি

কৰ্মময় আমেৰিকা— য'ত মানুহে বাত্তিক দিন কৰিও কাম কৰে? শাক-পাচলিৰ খণ্ডটোলৈ গৈ দেখিলোঁ— আমাৰ তাৰ দৰে ধূলি-মাকতিৰে ঢাক খাই থকা, পানী মাৰি মাৰি তিয়াই ৰখা শাক-পাচলি এইবোৰ নহয়। ৰেক বা শ্বেলফত সজাই থোৱা এই শাক-পাচলিবোৰ পৰিষ্কৃত ৰূপত আছে। কিছুমান আকৌ প্লাষ্টিকৰ পেকেটত ছীল কৰি থোৱা। প্ৰতিবিধ পাচলিৰ দাম আৰু নাম ছপাই থোৱা আছে। একেবিধ শাক আকৌ বিভিন্ন ৰূপত পোৱা যায়—ফ্ৰেশ্ব বা তাৎকা, ফ্ৰজন্ বা বৰফীকৃত, অৰ্গেনিক, হাইব্ৰিড ইত্যাদি। সেই হিচাপে সেইবোৰৰ দামৰো পাৰ্থক্য। সেইবোৰ অকল আমেৰিকাৰ বিভিন্ন ঠাইৰ পৰা অহাই নহয়। আহিছে ইউৰোপ, এছিয়া আদি বিভিন্ন মহাদেশ বা অঞ্চলৰ পৰা। একে কথা ক'ব পাৰি ফল-মূলবোৰৰ বিষয়েও। গাখীৰ আকৌ বিভিন্ন প্ৰকাৰৰ— তাত থকা ফেট্ বা চৰ্বিৰ পৰিমাণ বা শতাংশ অনুসৰি।

পবনে বিভিন্ন খণ্ডৰ পৰা প্ৰয়োজনীয় বস্তুবোৰ ট্ৰলীত ভৰাই ৰেজিষ্টাৰৰ শাৰীটো পালেহি— অৰ্থাৎ য'ত আপোনাৰ বস্তুবোৰ কম্পিউটাৰত দামেৰে সৈতে উঠাই পেকেট কৰি পুনৰ ট্ৰলীত ভৰাই দিয়ে আৰু আপুনি ভেণ্ডিং মেচিনত কাৰ্ড প্ৰয়োগ কৰি দাম দি ওলাই আহে। এনে ব্যৱস্থাত আপুনি আৰু বহনিৰ গ্ৰাহক হ'লেও দাম ক'ত কমত পাব? গতিকে বস্তু-বেহানিবোৰেৰে সৈতে ট্ৰলী থেলি ওলাই আহিলোঁ, পাৰ্কিং প্লে'চত যথাস্থানত ট্ৰলী থৈ। কিন্তু ড্ৰাইভাৰৰ ছীটত বহি লোৱাৰ আগতে পবনে দেখোন মোক ক'লে, "দেউতা, এবাৰ আমেৰিকাতো গাড়ী চলাই চাওক। ইয়াতে ড্ৰাইভাৰ্ছ ছীটত বহকহি।" আমেৰিকাতো আহি গাড়ী চলাম— এই কথা মই সপোনতো ভাবি অহা নাই। বিদেশত চলাবলৈ যেনেকৈ মই মোৰ ড্ৰাইভিং লাইছেন্সখন ইণ্টাৰনেশ্বনেল্ ড্ৰাইভিং লাইছেন্স্ কৰি অনা নাই, তেনেকৈ আমেৰিকাৰ ড্ৰাইভিং ৰুল, ৰোড ৰুল আদিও মই শিকি লোৱা নাই। আমেৰিকাত আকৌ ৰুলবোৰ যিহে কটকটীয়া! তাক ভংগ কৰিও কোনোৱেতো সাৰি যাব নোৱাৰে। গতিকে পবনক ক'লোঁ, "ওহোঁ, সেইটো নহ'ব। ড্ৰাইভাৰ তুমিহে।"

ঘৰ আহি পোৱাৰ পিছত আঁজলিয়ে প্ৰস্তুত কৰি থোৱা ব্ৰেকফাষ্ট আটায়ে খাই ল'লোঁ। তাৰ পিছত পবন দৌৰাদৌৰিকৈ অফিচলৈ গ'লগৈ। আমি দুয়ো এতিয়া অনৌষ্কাক লৈ জী-জোঁৱাইৰ ঘৰত। দিনৰ পোহৰত এবাৰ আঁজলিৰ লগত একেলগে বাহিৰখন চাওঁ বুলি দুৱাৰখন খুলি দিলোঁ। পবনহঁতৰ এই লিণ্ডেন্ পাৰ্ক নামৰ চুবুৰি বা কমিউনিটিটোৰ পবনহঁতৰ এই ঘৰৰ শাৰীটো বাহিৰৰ পিনৰ শাৰী। সেয়েহে এওঁলোকৰ ঘৰবোৰৰ শাৰীটোৰ সন্মুখত ৰাস্তাৰ সিপাৰে আৰু কোনো ঘৰ বা ঘৰৰ শাৰী নাই। এওঁলোকৰ ঘৰৰ সন্মুখত তাৰ সলনি এক বহল মুকলি পথাৰ। সেই বিস্তৃত পথাৰত তেতিয়া পুৱাৰ উজ্জ্বল ৰ'দ। পথাৰৰ মাজতে এটা সৰু দুমহলীয়া ঘৰ। পথাৰৰ আমাৰ ইফালে এটা ডাঙৰ তম্বু ঘৰ। বুজিবলৈ বাকী নাথাকিল— সেই মুকলি পথাৰখন এখন ফাৰ্ম্ আৰু এই ঘৰ দুটি ফাৰ্ম্ হাউছৰ ঘৰ। সেয়েহে অ'ত ত'ত দেখা পাইছোঁ চৰি থকা দুই চাৰিটা ঘোঁৰা।

মাজনীৰ জন্মদিন উপলক্ষে গধূলিকৈ আমাৰ গুৱাহাটীৰ দস্তুৰ মতে আঁজলি আৰু মই পায়স অকণহে কৰাৰ কথা আলোচনা কৰিছিলোঁ। তাতকৈ বেছি আমিনো ইয়াত কি কৰিব পাৰোঁ। গতিকে পায়সেই কৰিছিল আঁজলিয়ে আবেলিতে, গধূলিকৈ মাজনী— পবন উভতি আহিলে একেলগে চাহৰ টেবুলত বহি খাবলৈ। কিন্তু পবনৰ আঁচনি আছিল সম্পূৰ্ণ অন্য ধৰণৰ

বুলি পিছত বুজিলোঁ। সেয়েহে ৰাতিপুৱাতে কৰিছিল তেওঁ মলত বজাৰ। তেওঁলোকৰ লগত অন্তৰংগ কেবাঘৰো মানুহ তেওঁলোকে গধূলিকৈ মাতিছে বাৰ্থ্‌ডে' ডিনাৰৰ বাবে। আবেলিতে ফোন পাইছিলোঁ নীলাঞ্জনা বা তানিয়াৰ। এওঁ আৰু গিৰীয়েক মনোজিৎ কলিকতাৰ। কিন্তু এতিয়া এওঁলোকো ফোৰ্ট্‌ কলিন্‌ছ নিবাসী। এওঁলোকৰ কন্যা পূৰ্ণা আমাৰ পৰীতকৈ দুবছৰমান ডাঙৰ যদিও দুয়ো খেলাৰ লগৰী। ফোনেৰে মাজনীক তেওঁৰ অনুপস্থিতিতে শুভেচ্ছা জনাই আমাক ক'লে—গধূলিকৈ তেওঁলোক আহিব। ফোন কৰিছিল ডেন্‌ভাৰৰ সুনন্দায়ো। সুনন্দা মাজনীৰ দিল্লী বিশ্ববিদ্যালয়ৰ সহপাঠী বন্ধু। তেওঁৰ ছোৱালী মীৰা আমাৰ পৰীৰ সমবয়সীয়া বন্ধু। তেওঁৰ গিৰীয়েক আশুহঁতৰ ডেন্‌ভাৰত এটি ৰে'লৰ উদ্যোগ আছে। আশু-সুনন্দাই মীৰাক লৈ আহিব খুজিছিল যদিও এটা অসুবিধাৰ বাবে আহিব নোৱাৰিব। গতিকে ফোনেৰেই জন্মদিনৰ শুভেচ্ছা জনালে আমাৰ যোগেদি।

মাজনীহঁতে আয়োজন কৰিছিল এটা সৰু পাৰ্টিৰ। চাৰে সাত বজাত আহিবলৈ কোৱা হৈছিল নিমন্ত্ৰিতসকলক। ঠিক চাৰে সাত বজাতেই ওলালহি মাৰিয়ুছ আৰু পুষ্পা। মাৰিয়ুছ লেহেনে জন্মসূত্ৰে ৰোমানিয়াৰ। কিন্তু তেওঁৰ উচ্চ শিক্ষা আমেৰিকাত। ফোৰ্ট্‌ কলিন্‌ছৰে কলৰাডো ষ্টেইট ইউনিভাৰছিটিত তেওঁ কলাৰ অধ্যাপক। এজন প্ৰশিক্ষিত আৰু মনোজ্ঞ চিত্ৰ শিল্পী। এওঁৰ পত্নী পুষ্পা। পুষ্পা যদিও মণিপুৰৰ জীয়ৰী, তেওঁৰ জন্ম হৈছিল আমেৰিকাতে। এওঁৰ মণিপুৰী পিতৃ-মাতৃ পিছত কলিকতাৰ স্থায়ী অধিবাসী হয়গৈ। পুষ্পাৰো উচ্চ শিক্ষা আকৌ আমেৰিকাতে। বিয়াৰ পিছত পুষ্পাই মাৰিয়ুছক লৈ অসমলৈ যাওঁতে এওঁলোক আমাৰ বিশ্ববিদ্যালয়ৰ আবাসলৈকো গৈছিল পবন আৰু মাজনীৰ লগত সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্কৰ সূত্ৰে। এওঁলোক দুয়ো দৰাচলতে ড° হিৰণ্য নাথৰ অন্তৰংগ বন্ধু। মণ্ডলদৈৰ ড° হিৰণ্য নাথ দিল্লী বিশ্ববিদ্যালয়ৰ পৰা অৰ্থনীতিত এম এ. পাছ কৰাৰ পিছত টেক্সাছ বিশ্ববিদ্যালয়ত পি. এইচ. ডি. কৰে। তেওঁ এতিয়া ছেম্‌ হিউষ্টন্‌ ষ্টেইট্‌ ইউনিভাৰ্‌ছিটিত অৰ্থনীতিৰ অধ্যাপক। পুষ্পা আৰু মাৰিয়ুছ হিৰণ্যৰ যেনেকৈ অন্তৰংগ, পবন আৰু মাজনীৰো এতিয়া সমানেই অন্তৰংগ। মাজনীৰ জন্মদিনত তেওঁলোকেই আজি প্ৰথম আলহী।

এওঁলোকৰ পিছতে আহিল ড° ভাৰত বৰুৱাৰ পত্নী ৰীমা। ড° ভাৰত বৰুৱা শিৱসাগৰৰ। কলিকতাৰ পৰা পি. এইচ. ডি. কৰাৰ পিছত এতিয়া কলৰাডো ষ্টেইট্‌ ইউনিভাৰ্‌ছিটিত পোষ্ট-ডক্টৰেল ৰিচাৰ্চৰ কামত নিয়োজিত। এওঁৰ পত্নী ৰীমা বৰুৱা ভাৰতৰ দৰেই ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ কেমিষ্ট্ৰিৰ এম. এছ্‌. চি.। দুয়োৰে ফোৰ্ট্‌ কলিন্‌ছৰ ইউনিভাৰ্‌ছিটি কেম্পাছতে থাকে। আৰু তাতে থাকে ৰিংকু দেউৰী। খড়গপুৰ আই. আই. টি.ৰ পৰা বি. টেক্‌ আৰু এম. টেক্‌ পাছ কৰি এওঁ এতিয়া ফোৰ্ট কলিন্‌ছ ষ্টেইট্‌ ইউনিভাৰ্‌ছিটিতে পি. এইচ. ডি.ৰ বাবে গৱেষণা কৰি আছে। এওঁলোক আটায়ে মাজনীহঁতৰ লগত বৰ ঘনিষ্ঠ। এওঁলোকৰ লগত প্ৰথম চিনাকি হৈ বৰ ভাল লাগিল। ভাৰতে তেওঁৰ গৱেষণাৰ কামত লেবৰেটৰি এৰাত আজি কন্ত দেৰি হ'ব বাবে ৰীমা আহিছে ৰিংকুৰ লগতে একেখন গাড়ীতে।

অলপ পিছতে আহি পালে তানিয়া আৰু মনোজিৎ। এওঁলোক অহাৰ লগে লগে আমাৰ চিনাকি পৰ্ব আৰু আলাপ-আলোচনা আৰম্ভ হ'ল। চাৰে আঠমান বজাত আমি আটাইৰোৰ বাৰ্থ্‌-ডে' কেইক্‌ সজাই থোৱা টেবুলৰ চাৰিওপিনে গোট খালোঁগৈ। কেণ্ডেল ফু মাৰি নুমুওৱা আৰু

কেইক্ কটা পৰ্ব শেষ হোৱাৰ পিছত আমাৰ আটাইৰে বুফে ষ্টাইলতে অগতানুগতিকভাবে খোৱা লোৱা আৰম্ভ হ'ল। অতি ঘনিষ্ঠ আৰু অন্তৰংগ এক পৰিৱেশ। মাজনীয়ে কেবাদিনো আগৰ পৰাই ইবিধ সিবিধ বন্ধা-বঢ়া কৰি ডীপ্-ফ্রিজত যদিও ভৰাই থৈছিল আৰু আজি এতিয়া উলিয়াই আনি মাথোন মাইক্রোঅ'ভেনত গৰম কৰি পৰিৱেশন কৰিছিল, তাৰ ওপৰতো কিন্তু আলহীসকলৰ ইজনী-সিজনীয়ে আকৌ একোবিধ ৰান্ধি আনিছে। সেইদৰে খোৱা-বোৱাৰ পিছত তেওঁলোকেই ধুবলগীয়া সাজ-বাচনবোৰ ছিংকত পানীৰে উটাই ডিছৱাশ্বাৰত ভৰাই দিয়াত মাজনীক সহায় কৰিছে। সকলোৰে এনে সহযোগিতাৰ ভাবে আমাক আনন্দ দিলে।



## চাৰি

# আমেৰিকাৰ দিন-ৰাতি

আমেৰিকাত আমি থাকিম প্ৰায় চাৰে চাৰি মাহ। গতিকে ইংলেণ্ডত যেনেকৈ ৰুদ্ধশ্বাস ব্যস্ততাৰ মাজেদিহে উপভোগ কৰি ফুৰিবলগীয়া হৈছিল নিতে নতুন নয়নাভিৰাম দৃশ্যাৱলী, ইয়াত তেনে ৰুদ্ধশ্বাস ব্যস্ততাক আৰু আমন্ত্ৰণ জনোৱাৰ দৰ্কাৰ নাই। সকলো দৃশ্যই ইয়াত উপভোগ কৰিব পাৰিম ধীৰে সুস্থিৰে।

ফোৰ্ট কলিন্‌ছত ভৰি দিয়াৰ এই দ্বিতীয় দিনৰ ৰাতিপুৱা ঠিক কৰিলোঁ প্ৰাতঃভ্ৰমণৰ বাবে ওলাই যাবলৈ। গুৱাহাটীতো সদায় পুৱা পাঁচ, চাৰে পাঁচ বজাৰ ভিতৰত ওলাই যোৱা অভ্যাস খোজ কাঢ়িবলৈ। ৰাতিপুৱাৰ সতেজতা, মৃদু মলয়া বতাহ, বতাহত ভাঁহি ফুৰা ফুলৰ সুবাস— এইবোৰে মোক সদায় আকৰ্ষণ কৰে। এই আমেৰিকাৰ ৰাতিপুৱাও সেইবোৰৰ লোভতে ওলাই গ'লোঁ ঘৰ আৰু বিছনা এৰি। অৱশ্যে ইয়াত যেতিয়া ওলাই গ'লোঁ, তেতিয়া চাৰে ছয় বজা। সেয়াও কিন্তু আমাৰ তাৰ এই সময়ৰ চাৰে পাঁচ বজাৰ দৰেই ঠিক দোকমোকালি নহ'লেও বেছ ৰাতিপুৱাই। ফোৰ্ট কলিন্‌ছত এতিয়া গৰম কালি যদিও আমাৰ মতেতো ঠাণ্ডাই। গতিকে তাৰ বাবে পিন্ধি লৈছোঁ উপযুক্ত জেকেট আৰু গৰম পেণ্ট। চকুযুৰিক পুৱাৰ আল্ট্ৰা-ভায়োলেট ৰে'ৰ পৰা ৰক্ষা কৰিবলৈ ছানগ্লাছ্। মাজনীয়ে কৈ থৈছিল ইয়াত কোনো আগজাননী নোহোৱাকৈ যেতিয়াই তেতিয়াই বৰষুণ দিয়ে। সেয়েহে লগত এটা ছাতিও লৈছিলোঁ। কেইদিনমান পিছতহে বুজিলোঁ— ছাতি লোৱাটো ইয়াত ফেশ্বন নহয়। ইয়াৰ ওৱাটাৰপ্ৰুফ জেকেট, ছান হেট আদি এনেকুৱা যে বৰষুণত তিতিলেও একো নহয়। পিছত মযো ছাতি ল'বলৈ এৰি দিলোঁ।

বাটে বাটে, মানুহৰ ঘৰৰ আগে আগে খোজ কাঢ়ি ইয়াত যি দৃশ্য দেখিলোঁ—সি গুৱাহাটীত দেখা দৃশ্যতকৈ ভিন্ন। গুৱাহাটীৰ মানুহৰ ঘৰৰ চৌহদবোৰ আজি কালি পকী ওৱালেৰে ঘেৰা। অৱশ্যে সেই পকী ওৱালৰ ওপৰেদিও দুই চাৰি ঘৰত দেখা পোৱা যায় ভগৰ, শেৱালি, গুলঞ্চ। বতাহত উৰি ফুৰে সেইবোৰৰ গোন্ধ। ইয়াৰ ঘৰৰ চৌহদ ওৱালেৰে আৱৰা নহয়, যেনেকৈ ঘৰৰ বাৰাণ্ডাতো নাই কাৰো গ্ৰীল। সন্মুখৰ খালী ঠাইৰ দৃশ্য সকলো ঘৰতে একেই। একোডোখৰ ঠেক দীঘলীয়া ঠাইতহে ফুল, সিও ঋতুত ফুলা চাপৰ চাপৰ গছৰ ফুলহে। বাকীখিনি ঠাইৰ কোনো ডোখৰত ঘাঁহ আৰু কোনো ডোখৰ নদীৰ শিলেৰে আগুৰি থোৱা। সন্মুখৰ এই দৃশ্য সকলোৰে একে। অৰ্থাৎ ই ইয়াৰ নগৰ পৰিচালনা সমিতিৰ আঁচনি আৰু নিৰ্দেশৰ অনুগামী। নিজৰ খুচি-খেয়ালমতে ইয়াত কোনোঘৰ মানুহেই বাগিচা কৰিব নোৱাৰে বা একো নকৰাকৈ থাকিব নোৱাৰে। আনকি সন্মুখৰ ঠাইখিনিৰ যিডৰা ঘাঁহ— সিও এটা নিৰ্দিষ্ট উচ্চতা পোৱাৰ পিছত তাক মানুহঘৰেই কাটিব লাগিব। তাকে নকৰিলে প্ৰথমে আহিব জাননী; আৰু তাক অৱজ্ঞা কৰিলে হ'ব শাস্তিৰ বিধান। প্ৰতিঘৰ মানুহৰ সন্মুখত একেজোপা গছ। তাক নগৰ সমিতিয়েই ৰুই দিয়ে। কিন্তু তাক প্ৰতিপাল কৰাৰ দায়িত্ব মানুহ ঘৰৰ। গছজোপাৰ স্বাস্থ্য বেয়া হ'লে বা তাত কিবা বেমাৰৰ লক্ষণ দেখা দিলে কৰ্তৃপক্ষক জনাব লাগিব মানুহ ঘৰে। অৱশ্যে কৰ্তৃপক্ষৰো এইবোৰৰ ওপৰত সদায় চোকা নজৰ। এনেস্থলত ইয়াত পথবোৰৰ বা ৰাজ

শাৰীবোৰৰ দৃশ্য সদায় একে ৰূপৰ। আমাৰ তাৰ দৰে প্ৰতি খোজতে ভিন্ন ৰূপ ইয়াত দেখিবলৈ নাই। ঘৰবোৰোতো সদায় একেই— একে ৰূপৰ, একে আকাৰৰ। আনকি পথবোৰৰ প্ৰস্থও একে। পথৰ দাঁতিত য'ত য'ত ঘাঁহ গজিব বা গজাব পাৰে— তাতেহে ঘাঁহ। তাক নিৰ্দিষ্ট সময়ত কটাৰ দায়িত্ব নগৰ সমিতিৰ।

আমি থকা এই লিণ্ডেন্ পাৰ্ক্ কমিউনিটিটোৰ দুটা খণ্ড। প্ৰতিটো খণ্ডতে দীঘলে দীঘলে তিনিটা আহল বহল পথ। কিছুমান চুটি পথে সেইবোৰক সংলগ্ন কৰে। এই পথবোৰক মুখ কৰি ঘৰৰ শাৰীবোৰ। দুয়োটা খণ্ডৰ মাজত দেখিলোঁ এটা পুখুৰী। কিন্তু সেয়া পানীৰ পুখুৰী নহয়। তাৰ তলিত আৰু নামি যোৱা গাবোৰত ধুনীয়াকৈ কাটি ৰখা ঘাঁহৰ ঘাঁহনি। তাৰ তলিত বা গাত ল'ৰা-ছোৱালীবোৰে বিয়লি খেলে বুলি পিছত জানিলোঁ। ল'ৰা-ছোৱালীৰ মাক-বাপেকহঁতে আকৌ কুকুৰক খেলায় বা কুকুৰৰ সৈতে খেলে। পিছত জানিলোঁ এই সুন্দৰকৈ ৰখা ঘাঁহনি পুখুৰীটো আচলতে এই কমিউনিটিটোৰ নলাবোৰৰ পৰা অহা পানী কমিউনিটিটোৰ পৰা উলিয়াই নিয়া ব্যৱস্থাৰ ভিতৰৰে এটা অংগহে। ইয়াত ক'তো আমাৰ তাৰ দৰে লেতেৰা, জাবৰ-জোথৰেৰে ভৰা নলা-নৰ্দমা দেখিবলৈ নাই। সকলো নলা-নৰ্দমা মাটিৰ তলত।

দুয়োটা খণ্ডৰে কেইটামান ঘৰৰ দুৱাৰমুখৰ বাৰাণ্ডাত দেখিলোঁ— ফেংছুই বেল আঁৰি থোৱা। পুৱাৰ বতাহত সেইবোৰে তালযুক্ত একোটা শব্দ কৰি প্ৰাতঃসংগীতৰ সৃষ্টি কৰিছে। দুই এঘৰৰ দুৱাৰমুখৰ বাৰাণ্ডাত আকৌ ইটো সিটো মূৰ্তি, তাৰে কিছু এছীয় স্থাপত্যৰ আৰ্হিৰো। দুই এঘৰত আকৌ মূৰ্তিৰ সলনি কুকুৰৰ ডাঙৰ পুতলা আৰু তাৰ ডিঙিত ঘণ্টাৰ আকাৰৰ সাঁচা বিজুলী বাঁতি। প্ৰতিঘৰৰে দুৱাৰমুখলৈ উঠি যোৱা পথটো ঠেক পদপথ— দুই কালৰ ঘাঁহনিৰ মাজেৰে। কিন্তু প্ৰতিঘৰৰে গেৰাজবোৰ বেছ বহল— দুখনকৈ গাড়ী ৰাখিব পৰা। এই পুৱাতে যদিও দুৱাৰ-ঘৰ বন্ধ, বহুতো গেৰাজ কিন্তু খোলা। ঘৰবোৰৰ পৰা গাড়ীত উঠি উঠি মানুহ ওলাই যাবলৈ ধৰা দেখিয়েই আছোঁ। পুনৰ মনত পৰিছে কৰ্মময় আমেৰিকা; কৰ্মব্যস্ত আমেৰিকান।

মোৰ দৰে এই পুৱা খোজ-কঢ়া বহুতো পুৰুষ-মহিলাকে দেখা পালোঁ। কাকো চিনি নাপাওঁ বাবে মই অচিনাকি মানুহ হিচাপেই আঁতৰি যাব খোজোঁ। কিন্তু আমাৰ দৰে সমাজ-জীৱনৰ স্বাদ নিবিচৰা এই আমেৰিকানসকলো যে! তেওঁলোকেচোন প্ৰতিজনেই মই আঁতৰি যাব খুজিলেও খেদি খেদি আহি হাঁহি মাৰি কয়—"হাই....।" আনকি মহিলা— আমেৰিকান মহিলা। আমি ভাৰতীয় মানুহ যেতিয়া নাৰীৰ পিনে চকু দিবই নাপায়। কিন্তু নাৰীয়েও দেখোন ইয়াত খেদা মাৰি আহি হাঁহিটো মাৰি কয়, "হাই, গুড্ মৰ্নিং।" কেনে ভাল লাগে। এগৰাকী বুঢ়ীক দেখিলোঁ— বহুত আমেৰিকান পুৰুষ-মহিলাৰ দৰেই বৃহৎ আকাৰৰ। মৰ্নিং ওৱাকত ওলাই অহা কেইগৰাকীও পুৰুষ-মহিলাৰ হাতত এটা বা দুটা কুকুৰ থকাৰ বিপৰীতে এওঁৰ হাতত তিনিটা কুকুৰ। ডেকা কালত হ'লে অৱশ্যে এই তিনিটা কুকুৰেও একেলগে টানি তেওঁক বগৰাব পৰাৰ ভয় নিশ্চয় নাছিল। কিন্তু এই বুঢ়া কালত? কিন্তু এই কুকুৰ তিনিটাক লগত নিশ্চয় এওঁৰ এটা ভাল বুজা-পৰা গঢ়ি উঠিছে। সিহঁতে অবাধ্য হৈ কিবা কৰি তেওঁক পেলোৱা দূৰৈৰ কথা, অসাৱধানতাবশতঃ পেলোৱাৰো নিশ্চয় ভয় নাই। বুঢ়ীৰ মুখত এক কৰ্কশ গাম্ভীৰ্য। ওচৰলৈ আহি সম্ভাষণ জনোৱা দূৰৈৰ কথা, ওচৰ পায়ো তেওঁ মোৰ পিনে নাচালে। মানুহৰ সমাজখনৰ পৰা যেন তেওঁ স্বেচ্ছাই বা পৰিস্থিতিত পৰি আঁতৰি গৈছে। মানুহৰ সংগ আৰু তেওঁ নিবিচাৰেই। এই প্ৰাণী

তিনিটা তেওঁৰ লগত আছে। সেযেই হ'ব। বুঢ়ীৰ পিন্ধনত জিনচ্ পেণ্ট আৰু ষ্ট্ৰাইপ্ শ্বাৰ্ট। এখন হাতত এখন খন্তি আৰু এটি প্লাষ্টিকৰ মোনা। কুকুৰ তিনিটাৰ কোনোটোৱে বিষ্ঠা ত্যাগ কৰিলে তেওঁ খন্তিৰে তুলি প্লাষ্টিকৰ মোনাখনত ভৰাই লয়— ঘৰত নি নিজৰ ডাষ্টবিনত সুমুৱাই থবলৈ। প্ৰতিঘৰৰ এনে জাবৰ-জোথৰবোৰো সপ্তাহৰ এটা দিনত কৰ্তৃপক্ষই আঁতৰাই লৈ যায়, নগৰৰ পৰা দূৰৈৰ ক'ৰবাত ৰিচাইক্লিং কৰিবলৈ। ৰাস্তাৰ কাষত কুকুৰে ত্যাগ কৰা বিষ্ঠা এইদৰে খন্তিৰে বেগত ভৰাই নিয়া দৃশ্য অকল এই বুঢ়ীৰ ক্ষেত্ৰতে দেখা নহয়— সকলো আমেৰিকানৰ ক্ষেত্ৰতে পিছত দেখিছোঁ আৰু দেখি আহিছোঁ ইংলেণ্ডতো।

এইদৰে আমেৰিকাত ৰাতিপুৱা খোজ কঢ়াটো এক আনন্দৰ কথাই হ'ল। আৰু হ'ল শিক্ষাপ্ৰদও। গুৱাহাটীত ৰাতিপুৱা খোজ কাঢ়োঁতে দেখা বৈচিত্ৰ্যৰ আনন্দ ইয়াত নাই। সেই প্ৰাকৃতিক বৈচিত্ৰ্য তাত প্ৰতিঘৰতে দেখা বৈচিত্ৰ্য। তাৰ ঠাইত ইয়াত বৰং দেখিলোঁ একঘেয়ী সৌন্দৰ্য। কিন্তু সিও সৌন্দৰ্যই। তাৰো আছে এক আবেদন। কিন্তু এই আটাইবোৰৰ ওপৰলৈ উঠিল ইয়াৰ ৰাতিপুৱাৰ জাকপাতি উৰি যোৱা বনৰীয়া হাঁহৰ সৌন্দৰ্য। আঁতৰত দেখি থকা সুদীৰ্ঘ, সুউচ্চ ৰকী মাউণ্টেইন ওচৰতে আছে বাবে হয়তো এই পুৱাতে ইয়াত আকাশজুৰি জাকে জাকে বনৰীয়া হাঁহ। এক বিশেষ লযৰ সৃষ্টি কৰি মাতি মাতি উৰি গৈছে একেলগে। কি যে এক মন পুলকিত কৰা সৌন্দৰ্য।

আলি পবন কামৰ পৰা উভতি অহাৰ পিছত প্ৰস্তাৱ দিলে এখন মলৰ পৰা আহোঁগৈ বুলি। গুৱাহাটীত হোৱা হ'লে ক'লেহেঁতেন— এখন বজাৰৰ পৰা আহোঁগৈ বুলি। ইয়াত এনে ধাৰণাৰ বজাৰ নাই, আছে মলবোৰ। আৰু ইয়াত মানুহে বজাৰ নকৰে, কৰে শ্বপিং। আমি আটায়ে যিখন মললৈ গ'লোঁ, সেইখন ওৱাল্-মাৰ্ট। এক বৃহৎ শৃঙ্খলাৰ মল যি হেপা মেলিছে এতিয়া ভাৰতলৈকো, আৰু যাৰ শাখা নোহোৱা আমেৰিকান নগৰ বোধহয় নাই। ডাঙৰ ডাঙৰ নগৰবোৰততো ইয়াৰ শাখা একাধিকেই। ইয়াৰ সন্মুখ পাই মুগ্ধ হ'লোঁ ইয়াৰ এমহলীয়া নে দুমহলীয়া ঘৰটোৰ ব্যাপ্তি দেখিয়েই অকল নহয়। মুগ্ধ হ'লোঁ ইয়াৰ চৌপাশৰ বৃহৎ পাৰ্কিং প্লে'চ দেখি। বিভিন্ন আকাৰৰ গাড়ীৰ বাবে বিভিন্ন খণ্ড। প্ৰতিখন গাড়ীৰ বাবে চিন দি বুজোৱা ঠাই। প্ৰতিখণ্ডতে ঠায়ে ঠায়ে ট্ৰলীৰ শাৰী। এখন ট্ৰলীত অনৌষ্কাক উঠাই লৈ আমি সোমাই গ'লোঁ।

ভিতৰত নোপোৱা বস্তু একোৱেই নাই। প্ৰতিবিধ সামগ্ৰীৰে সুকীয়া সুকীয়া খণ্ড। চাহ-কফীৰ ৰেষ্টুৰেণ্ট আৰু ৰেষ্টৰুমো। হুইল চেয়াৰত অথৰ্ব বুঢ়া-বুঢ়ী। ঠায়ে ঠায়ে জিৰোৱাৰ বাবে বিশেষ আসন। মই দুটামান বস্তু ইয়াতেই কিনি ল'বলৈ থিৰ কৰিলোঁ। সৰু আকাৰৰ শ্বেম্পু এটা লাগে। কিন্তু দেখিলোঁ— একো বস্তুৰেইচোন ইয়াত সৰু আকাৰত নাই। আমাৰ ইয়াৰ মাল্টি নেশ্বনেল কোম্পানিৰ সামগ্ৰীবোৰো তাত চিনাকি নাম, চিনাকী কাৰ্টনত। কিন্তু আমাৰ ইয়াত পোৱা ক্ষুদ্ৰ আকাৰত তাত নাই। গতিকে মই ল'বলগীয়া হ'ল এটা ডাঙৰ আকাৰৰ শ্বেম্পুৱেই। সেই হিচাপে অবশ্যে দাম বেছি নহয়। ১.৮৪ ডলাৰ— অৰ্থাৎ প্ৰায় আশী নৱৈ টকা। পিছত জানিলোঁ— ওৱাল-মাৰ্টতে বস্তু আটাইতকৈ সস্তা। একে বস্তু ইয়াত যিটো দামত পোৱা যাব, অন্য মলত তাতকৈ বেছি দাম হ'বই। মোক লাগে লিখিবলৈ কাগজো। ভাৰতীয় অভ্যাসেৰে বিচাৰিলোঁ— দিস্তা কাগজ বা ফুলস্কেপ কাগজ। কিন্তু ফুলস্কেপ কাগজচোন ইয়াত পোৱাই নাযায়। তাৰ সলনি ইয়াত পোৱা যায় ১৫০ খনকৈ পাতৰ ১০½"×৮" ছাইজৰ বল

কৰা কাগজৰ পেকেট। ইয়াত পাব পৰা বিভিন্ন ধৰণৰ কাগজৰ ভিতৰত এইবিধ কাগজেই আটাইতকৈ সস্তা। ছাত্ৰ-ছাত্ৰীসকলেও সাধাৰণ উদ্দেশ্যত এইবিধ কাগজেই ব্যৱহাৰ কৰে। ইয়াৰ ১৫০ টা পাতৰ পেটেটোত ৮০ চেণ্ট্ বা প্ৰায় ৪০ টকা। মই ঘৰত যদিও শাৰীৰিক কাম কৰা সমযত বা গৰমত হাফ পেণ্ট পিন্ধি ভাল পাওঁ, ইংলেণ্ড বা আমেৰিকালৈ হাফ পেণ্ট লৈ নাহিলোঁ। অথচ আমেৰিকাত এই দুদিনতে দেখিছোঁ হাফ পেণ্ট পিন্ধা এটা ফেশ্বনেই। ঠিক জিনচ্ পেণ্ট পিন্ধা ফেশ্বনৰ দৰেই। পবনে মোক জিনচ্ পেণ্ট এটা ল'বলৈ বৰ জোৰ দিলে। মই জিনচ্ পেণ্টৰ ওজনটো কোনোমতেই সহ্য কৰিব নোৱাৰোঁ। গতিকে আপোচ কৰিলোঁ— মোৰ ভাল লগা এবিধ কাপোৰৰ এটা হাফ পেণ্টত। দাম তিনি ডলাৰ বা প্ৰায় ডেৰ শ টকা।

মলৰ পৰা ওলাই মহানগৰৰ পথে পথে এপাক মৰাৰ প্ৰস্তাৱ দিলে মাজনীয়ে। ইয়াতকৈ ভাল প্ৰস্তাবনো আৰু কি হ'ব পাৰে। দেখা পালোঁ ফোৰ্ট কলিনছৰ বিভিন্ন অঞ্চল— ৰাতিৰ পোহৰত জলমল। কিন্তু ৰাতিৰ এই মটৰ-যাত্ৰাত যিহে মোক আটাইতকৈ বেছিকৈ মুহিলে, সেয়া হ'ল ৰাতিৰ আমেৰিকাৰ চলন্ত মটৰ গাড়ীৰ দৃশ্যই। আহল-বহল বাটত একোটা দিশৰ পৰা দুই তিনি শাৰীকৈ গাড়ী। ইখন আৰু সিখনৰ মাজত নিৰ্দিষ্ট ফাঁক ৰাখি শৃঙ্খলাবদ্ধ ভাবে আগুৱাই গৈ আছে। বিপৰীত দিশৰ পৰাও সেইদৰে দুই তিনি শাৰী গাড়ী। নিজৰ পিনৰ গাড়ীৰ শাৰীবোৰৰ পিছপিনৰ ৰঙা ৰঙা লাইটবোৰ যেন উৰি ফুৰা অজস্ৰ জোনাকী পৰুৱা। নাইবা ক'ব পাৰি— উৰন্ত পোহৰৰ টুকুৰা। আৰু বিপৰীত মুখৰ পৰা আহি থকা গাড়ীবোৰৰ সম্মুখৰ দৃশ্য? যেন আগুৱাই গৈ থকা এটা বগা সুদীৰ্ঘ পোহৰৰ ছটা। আমাৰ দেশৰ মহানগৰবোৰৰ ৰাতিৰ ৰাজপথত এনে দৃশ্য দেখা পোৱা নাযায়। কাৰণ, আমাৰ দেশৰ যান-বাহন চলাচলৰ বিশৃঙ্খলা। নিয়ন্ত্ৰিত গতিত তাত গাড়ী নচলে বাবে প্ৰতিখন গাড়ীৰে স্পীড বেলেগ বেলেগ। ইখন সিখনৰ মাজত ফাঁক নাথাকেই বুলিব পাৰি। আৰু কোনে কাক কেনেকৈ চেব পেলাই গৈছে, তাৰ ঠিকনা নাই। তাত এনে দৃশ্যৰ সৃষ্টি হ'ব কেনেকৈ? আৰু এটা কথা। আমাৰ তাত বিশেষকৈ অসমত আজিকালি ৰাতি গাড়ীৰ লাইট জ্বলোৱা মানেই হাই বীম। আজিৰ পৰা কিছু বছৰমান আগলৈকে ড্ৰাইভাৰসকলে বিপৰীত দিশৰ পৰা গাড়ী আহিলেই নিজৰ গাড়ীৰ হাই বীম লো কৰি দিছিল। আজিকালি ভাৰততো গাড়ীয়েই গাড়ী আৰু গতিকে সকলোৱে গাড়ী চলায়, কিন্তু কোনেও বিপৰীত মুখৰ পৰা গাড়ী আহিলেও গাড়ীৰ লাইট লো বীমত নিদিয়ে। তাৰ বাবে যি দুৰ্ঘটনা ঘটে ঘটক। ইয়াত দেখোন সকলোৱে লো বীমতেই চলায়। পবনক সুধিলোঁ— ইয়াত যে বিপৰীত মুখৰ পৰা অহা গাড়ীৰ লাইটে চকুত চাঁট মাৰি নধৰে, কিয়? তেওঁৰ উত্তৰ— ইয়াত কিবা বিশেষ কাৰণত নহ'লে কোনেও হাই বীম নিদিয়েই। ৰাস্তাৰ কাষৰ লাইটৰ পোহৰেইতো যথেষ্ট। মনত পৰিল— কলিকতাৰ পাৰ্ক ষ্ট্ৰীটৰ আৰু যাদেল্ ষ্ট্ৰীটৰ টেক্সিবোৰলৈ। তাতোতো তেওঁলোকে লো' বীম্ কিয়, আনকি পাৰ্কিং লাইটতহে চলায়। আমাৰ অসমত তেন্তে আজি কালি কেৱল হাই বীমত গাড়ী চলোৱাৰ বদ অভ্যাসটো হ'ল কেনেকৈ?

## পাঁচ

# আমেৰিকাত উইক্এণ্ড্

কি আমেৰিকাৰ আবাসস্থলীৰ ঘৰ-বাৰী, কি বাজহুৱা অঞ্চলৰ মল-শ্বপিং চেণ্টাৰ, অফিচ-উদ্যোগ আদি, সকলোৰে দুৱাৰ-খিৰিকী বন্ধ। আৰু সেইবোৰৰ সন্মুখো নিতাল-নিজান। কিন্তু বন্ধ ঘৰ-দুৱাৰৰ ভিতৰতে একোখন কৰ্মমুখৰ, ব্যস্ত পৃথিৱী। ইয়ালৈ পুৱা ছয় বজাৰ পৰা আঠ বজাৰ ভিতৰতে সকলো কামৰ বাবে ওলাই যায়। ৫.৩০ ৰ পৰা ৬.৩০ ভিতৰত মানুহবোৰ কামৰ পৰা উভতি অহাৰ সময় যদিও ৮-ৰ পৰা ৮.৩০ বজাৰ ভিতৰতহে সাধাৰণতে কামৰ পৰা ওভতে। কোম্পানিবোৰৰ, উদ্যোগবোৰৰ কাৰ্যালয়ৰ ক্ষেত্ৰত দেখিছোঁ— মানুহৰ কামলৈ যোৱাঁ আৰু কামৰ পৰা ওভতাৰ সময় ধৰা-বন্ধা নহয়। আমাৰ তাত ধৰা বন্ধা। কিন্তু দহ বজাৰ অফিচলৈ বিষয়া-কৰ্মচাৰী গৈছে এঘাৰ বজাত; আৰু পাঁচ বজাত ছুটী হ'বলগীয়া অফিচৰ সকলো চকী খালী হৈ পৰিছে চাৰে তিনি বজাতে। মানুহে আমাৰ তাত বিনাদ্বিধাই, বিনাশাস্তিৰ ভয়ে এনে কৰি থাকিব পাৰিছে দুটা কাৰণত। এক হ'ল, এনে কৰাৰ বাবে তেওঁলোকৰ বিপক্ষে ফলপ্ৰসূ ব্যৱস্থা লওঁতা দেখাত থাকিলেও আচলতে কোনো নাই। দ্বিতীয়তঃ দিনটোত বিষয়া-কৰ্মচাৰীয়ে কিমানখিনি কাম সমাধা কৰিব লাগিব, তাক স্থিৰ কৰি দিয়া নহয় বা স্থিৰ কৰি দিওঁতা কোনো নাই। কামৰ বোজা দিনটোত, মাহটোত বা বছৰটোত কোনেও কাকো ভগাই দিয়া নাই। আমেৰিকাত ইয়াৰ বিপৰীত। সকলোৰে দিনটোত, মাহটোত আৰু বছৰটোত কৰিবলগীয়া কাম ভগাই দিয়া আছে। সেইখিনি কাম সময়ত কৰিবই লাগিব, যদিহে চাকৰিত থাকিব খোজে। যদিহে সেইখিনি কাম এজনে পুৱা ছয় বজাতে গৈ দুপৰীয়া বাৰ বজাতে শেষ কৰে আৰু তাৰ পিছত সেইদিনা আৰু অতিৰিক্ত কামত নধৰি উভতি আহিব খোজে, তেন্তে তাত কোনেও আপত্তি নকৰে। অতি পুৱাতে গৈ কাম কৰা, ওৰে ৰাতিও কাম কৰা— এনেবোৰ কথাৰ বাবেও তাত সকলো সুবিধা দি থোৱা আছে। ভালকৈ কাম কৰা, ভাগৰ কামতকৈ অধিক কাম কৰা— এইবোৰৰ বাবে উদগনিমূলক ব্যৱস্থা লোৱাৰ বিধান আছে। গতিকে তাত মানুহে যেনেকৈ কাম কৰিবলৈ বাধ্য, তেনেকৈ ভালকৈ কাম কৰিবলৈ, অধিক কাম কৰিবলৈও আগ্ৰহী।

সপ্তাহটোত ছয় দিন আমেৰিকাত কাম কৰাৰ সলনি পাঁচ দিনহে কাম কৰিব লাগে— যদিও ছয় দিন বা সাত দিনো নিজৰ ইচ্ছামতে কোনোবাই কাম কৰিব পাৰে আৰু কৰেও। সাধাৰণতে সোমবাৰৰ পৰা শুক্ৰবাৰলৈ তাত কৰ্মৰ দিন বা ৱৰ্কিং ডে' আৰু শনি আৰু দেওবাৰ জিৰণিৰ দিন বা উইক্এণ্ড্ বা সপ্তাহান্ত। আমাৰ তাত দেওবাৰৰ বাহিৰেও বিভিন্ন উৎসৱ-পাৰ্বণৰ বাবে আৰু অধিক পাঁচিছ ত্ৰিছ দিনলৈ বন্ধ থকাৰ বিপৰীতে আমেৰিকাত শনি আৰু ৰবিবাৰৰ বাহিৰে আৰু মাত্ৰ তিনি দিন নে চাৰিদিনহে বন্ধ। বাকী আৰু কোনো দিনতে, কোনো উপলক্ষতে ইয়াত বন্ধ নাই। আছে কেৱল কাম আৰু কাম। এনে অৱস্থাত সপ্তাহটোৰ পাঁচটা দিনতে কাম কৰি কৰি মানুহ ভাগৰি যায়; হাঁহি-হিকটি বাঢ়ি যায় আৰু সপ্তাহান্তৰ দিন দুটিলৈ আগ্ৰহেৰে বাট চায়। শুক্ৰবাৰৰ গধূলিটো আমেৰিকাত এটি আনন্দৰ গধূলি। কাৰণ সেই গধূলিয়ে

লগত লৈ আছে বিশ্ৰামৰ দুটি দিন। ৰবিবাৰৰ গধূলি কিন্তু এওঁলোকৰ বাবে বিশ্ৰামৰ সময় হ'লেও মূৰ কামোৰণিৰ গধূলি। কাৰণ এই গধূলিতে প্ৰস্তুত হ'ব লাগিব পাঁচদিনীয়া অন্তহীন কৰ্মৰ বাবে।

আমেৰিকাৰ মাটিত ভৰি দিয়াৰ পিছত এয়া ২৫ আগষ্ট, ২০০৬, শুকুৰবাৰে পালোঁ প্ৰথম উইক্‌এণ্ডৰ আৰম্ভণি। পবনে অফিচৰ পৰা সন্ধিয়া ছয় বজাতে আহি প্ৰস্তাৱ দিলে ফুৰিবলৈ ওলাই যোৱাৰ। চাৰে সাত বজাত আটাইবোৰে গাড়ীত উঠিলোঁগে। পবন আৰু মাজনীয়ে ক'লে, আজি লাভ্‌লেণ্ড্ বোলা নাতিদূৰৰ নগৰখনলৈ যায় আৰু তাৰ ওৱাল-মাৰ্টত কিবা কিবি কিনিবলগীয়া বস্তু বিচাৰে। ইয়াৰ ওচৰ-পাঁজৰৰ নগৰবোৰ দেখিছোঁ— ইখনৰ গাত সিখন লগ লগা। মাজত পথাৰ বা গাঁও দেখিবলৈ নাই। ফলত ইখন নগৰ এৰি সিখন নগৰত কেতিয়া সোমালোঁ ধৰিবই নোৱাৰি। ফোৰ্ট্ কলিন্‌ছ্ এৰি লাভ্‌লেণ্ডত নো কেতিয়া সোমালোঁ কৈ নিদিয়া হ'লে বা ছাইন্ নপঢ়া হ'লে জনাৰ উপায় নাছিল।

সময়ত আমি লাভ্‌লেণ্ডৰ ওৱাল-মাৰ্টখনৰ চৌপাশৰ বিৰাট পাৰ্কিং অঞ্চলত সোমাই আমাৰ বাবে গাড়ী ৰখা ঠাই বিচাৰিলোঁগে। শ্বপিং চেণ্টাৰবোৰৰ সন্মুখত বা চৌপাশত গাড়ী ৰখা ঠাই ভাগ্যত মিলিবনে বুলি গুৱাহাটীত যি শংকা সদায় মনত থাকে, সেই শংকা ইয়াত অবাস্তৱ। ঠাই আপুনি পাবই। কিন্তু এই গধূলি চাৰে আঠ বজা; তাতে আকৌ শুক্ৰবাৰৰ গধূলি চাৰে আঠ বজা— এয়াতো ইয়াত পীক টাইম্— ভৰ সময়। ভয়টো পবনৰ আগত ব্যক্ত কৰাত পবনে নিৰ্ভয় দি ক'লে— ঠাইৰ কেতিয়াও ইয়াত অভাৱ নহয়। ইটো খণ্ডৰ পৰা সিটো খণ্ডলৈ গাড়ী দৌৰাই ঠাই বিচাৰিব লাগি । পাৰে। কিন্তু ঠাই পামেই। তদুপৰি ওৱাল্-মাৰ্ট বিল্ডিঙৰ চাৰিওদিশে চাৰিটা প্ৰৱেশপথ। গতিকে য'তেই পাৰ্কিং নকৰোঁ— প্ৰৱেশপথৰ পৰা দূৰ নহ'ব।

লাভলেণ্ডৰ বৰ ওৱাল-মাৰ্ট বা তুলাৰ ওৱাল্-মাৰ্টখনত সোমাই গ'লোঁ। অন্য আপেক্ষিকভাৱে সৰু মলবোৰৰ দৰেই ইয়াবো বিভিন্ন সামগ্ৰীৰ বিভিন্ন খণ্ডবোৰ বেলেগে বেলেগে বিচ্ছিন্ন কৰা নহয়। মুকলি। ওপৰে ওপৰে আঁৰি থোৱা বৰ বৰ হৰফৰ আলোকিত ছাইনেৰে বিভাগবোৰৰ জাননী দিয়া আছে। আকৌ ৰেষ্টুৰেণ্ট, ৰেষ্টৰুম আদিলৈ যোৱা পথো ঘনাই ঘনাই আলোকিত কাঁড় চিহ্নেৰে দেখুওৱা আছে ফোৰ্ট্ কলিন্‌ছৰ ওৱাল্-মাৰ্ট বা অন্য যিকোনো মলৰ দৰেই। ফটো ষ্টুডিঅ', কেমেৰাকে ধৰি ফটো সামগ্ৰী, কম্পিউটাৰ আৰু তাৰ সামগ্ৰীৰ পৰা গাড়ীৰ সামগ্ৰী, চাইকেল, মটৰ বাইকৰ সামগ্ৰী, কেঁচুৱাৰ পৰা বুঢ়া-বুঢ়ীলৈকে সকলো বয়সৰ লোকৰ বাবে পিন্ধন-উৰণৰ বস্তু, কাগজ-কলম, আলোচনী-কাকত, দৰব, প্ৰসাধন সামগ্ৰী, অ-অলংকাৰ, ঘড়ী, পুতলা সকলো ইয়াৰ ভিতৰতে। আমি বোধহয় আকৰ্ষণীয়ভাৱে সজাই-পৰাই ৰখা বিভিন্ন বস্তুবোৰ চাই চাই ডেৰ ঘন্টা সময় ইয়াতে কটালোঁ। মাজনী-পবনে চাউল-দাইলৰ পৰা আৰম্ভ কৰি, শাক-পাচলি, মাছ-মাংসলৈ বিভিন্ন বস্তু ট্ৰলী ভৰ্তি কৰি উঠাই লৈ দাম দিবলৈ ৰেজিষ্টাৰবোৰৰ শাৰীত থিয় দিলেগৈ।

আমেৰিকাতভো আমেৰিকাত তৈয়াৰী বা উৎপাদিত বস্তু কমেই দেখা যায়। ইয়াৰ লেবেল লগাই থোৱা পেকেটৰ চাউল-দাইলবোৰ দেখিছোঁ ভাৰত, পাকিস্তান, চীন আদি দেশৰ পৰা অহা। সেইবোৰ প্ৰায়বোৰেই ভাৰতীয় নামতেই ইংৰাজী লেবেল লগোৱা। যেনে ভাৰতৰ বাসমতী চাউল ইয়াতো Basmati সেই। চীনৰ প্ৰায় একে ধৰণৰ চাউলবিধৰ নাম আকৌ

জেস্মিন Jasmine। দাইলবোৰ সেইদৰে উড়াৰ দাল (মাটি মাহৰ দাইল), তুৰা দাল (ৰহৰৰ দাইল), চানা দাল (বুটৰ দাইল) ইত্যাদি। কিন্তু মন বহিল শাক-পাচলিৰ বিভাগটোতহে। ভাৰতত আমি যি ইংৰাজীৰে শাক-পাচলিবোৰ চিনি পাওঁ, তাতকৈ ইয়াৰ ইংৰাজী কিছু ভিন্ন। যেনে— ভেণ্ডী আমাৰ তাত লেডীজ্ ফিংগাৰ; ইয়াত কিন্তু okra (ওক্ৰা)। ইয়াৰ বেঙেনা দেখাত ঠিক আমাৰ তাৰ দৰেই। কিন্তু তাক ইয়াত ব্ৰিঞ্জল (brinjal) নুবুলি বোলে এগ্‌প্লেণ্ট (egg plant)। কিছুমান পাচলি আকৌ আমাৰ ইয়াৰ কোনোবিধৰ দৰে দেখিলেও আচলতে একে নহয়। ইয়াৰ জিকা আমাৰ তাৰ বিধৰ দৰেই। কিন্তু ইয়াত ভোলৰ দৰে দেখা কিবা এবিধ আমাৰ তাৰ ভোল নহয়। জুকিনী বোলা এবিধ পাচলি আমাৰ তাৰ ধুন্দুলি বা নিলাজীৰ দৰে দেখি; কিন্তু সি সম্পূর্ণ ভিন্ন কিবা এবিধ। ইয়াৰ পুৰৈ শাক এবিধ আমাৰ তাৰ লাইৰ লগতহে মিলে। অথচ ঠাৰিবোৰ ঠিক পুৰৈৰ দৰে। ৰঙতো। মছলা সকলোবোৰ দেখিলোঁ ভাৰতীয়ই যদিও ইংৰাজী নামত— cinnamon (ডালচেনি), coriander (ধনিয়া), cummin seeds (জিৰা), poppy seeds (আফুগুটি, পস্তদানা?) ইত্যাদি।

ৰাতি ৯.৩০ বজা মানত আমি অন্য এখন বৃহৎ মললৈ গলোঁ। তাতো এঘণ্টামান কটাই ঘৰলৈ উভতিলো। তেতিয়াও সেই মলত গ্রাহক কমা নাই। অৱশ্যে ইয়াত গ্রাহক বহুত বুলি ক'লেও ভাৰতৰ বজাৰত বহুলোকৰ উপস্থিতিত যেনে দৃশ্যৰ সৃষ্টি হয়, তেনে কিন্তু নহয়। আমাৰ বজাৰত বিৰ দি বাট পাবলৈ নাইকিয়া হ'লে মানুহৰ মুখৰ মাত-বোলেৰে বজাৰ সৰৱ হৈ থাকে। বিৰতিবিহীন এক গুণগুণনি। ইয়াত কিন্তু সকলো নীৰৱ। মানুহবোৰো শৃঙ্খলাবদ্ধ।

২৬ আগষ্ট, শনিবাৰ আৰু ২৭ আগষ্ট দেওবাৰে আমাৰ দুখন অন্য ধৰণৰ মলৰ অভিজ্ঞতা হৈছিল। শনিবাৰে গ'লোঁ আমাৰ ফোৰ্ট্ কলিন্‌ছৰে আমেৰিকান ফাৰ্নিশ্বাৰ বুলি এখন একক ফাৰ্নিশ্বাৰ বা আচবাব-পত্ৰৰ আৰু তাৰ লগৰ লগৰীয়া সামগ্রীৰ মললৈ। ভিতৰে-বাহিৰে সকলো ডাঙৰ মলৰ লগতে মিল থকা। বিধে বিধে মেজ, চকী, পালেং আদি। মেলি সজাই থোৱা আছে তাৰ লগৰ প্ৰয়োজনীয় কাপোৰ, তুলী, ঢাকনি আদিৰে। কিনিবৰ বেলিকা কিন্তু খুলি থোৱা অংশবোৰ বান্ধি-কুন্ধি কাঠৰকলাৰ বাকচত ভৰাই থোৱা অৱস্থাতহে কিনিব লাগে। অৰ্থাৎ ঘৰলৈ নি আকৌ নিজেই কাঠমিস্ত্রী হৈ ফিট কৰি ল'ব লাগিব। আজি কালি আমাৰ তাতে বেংকক, ছিংগাপুৰ আদিৰ পৰা অহা আচবাব-পত্ৰবোৰো একে ধৰণে কিনিব লাগে। কিন্তু তাক ঘৰত ফিট কৰি দিবলৈ দোকানৰ পৰাই মানুহ পঠিয়াই দিয়ে। আমেৰিকাততো এনেকুৱা মানুহ পাবলৈ নাই। আকৌ আমেৰিকাত পাবলৈ নাই তেনে ডাঙৰ বস্তু দোকানৰ পৰা ঘৰলৈ নিবলৈ ড্ৰাইভাৰে চলোৱা কোনো গাড়ী। গতিকে আপুনি কিবা বস্তু আপোনাৰ গাড়ীতে নিব লাগিব। পিছে আপোনাৰ গাড়ীত তাৰ বাবে ঠাই হ'বনে? সেইবাবে আমেৰিকাৰ প্ৰতি ঘৰতে কমেও দুখনকৈ গাড়ী। এখন যদি সৰু ছেলুন কাৰ, আনখন ডাঙৰ। কোনো কোনো ঘৰত ট্ৰাকো। মালিকে নিজেই চলাব লাগে তেনে ডাঙৰ গাড়ী বা সৰু ট্ৰাক।

আমাৰ তাত যাক যি আকাৰৰ বিছনা লাগে, সেই আকাৰৰ কৰায়েইতো বনাই ল'ব পাৰি। সেইদৰে তাত পৰা তুলী বা কুশ্বন আদিও। আমেৰিকাত কিন্তু বিছনাৰ আকাৰ তিনিটাহে। সেইমতে তুলী, লেপ আদিও। তিনিজনীয়া সৰ্ববৃহৎ আকাৰটোত নাম কিং ছাইজ। দুইজনীয়া মজলীয়া আকাৰটোৰ নাম কুইন ছাইজ্। আৰু একজনীয়া সৰু আকাৰটোৰ নাম টুইন। এই তিনি

আকাৰতেই সকলো বিছ্না, সকলো বিছ্নাৰ কাপোৰ।

দেওবাৰে দুপৰীয়া মাৰিয়ুছ আৰু পুষ্পাই আমাক খাবলৈ মাতিছিল। পুষ্পাৰ কোলা আৰু মাৰিয়ুছৰ কান্ধতে আমাৰ নাতিনী অনৌষ্কা ডাঙৰ হৈছে বুলিব পাৰি। অনৌষ্কাৰ মতে মাৰিয়ুছ আংকল্ তেওঁৰ বেষ্ট্ ফ্ৰেণ্ড্। যি হওক, এই নিমন্ত্ৰণটো পাই আমি যেনেকৈ সুখী হৈছোঁ, তাতকৈ বহুত বেছি সুখী হোৱা দেখিছোঁ অনৌষ্কাক। পুৰাৰ পৰা দুপৰীয়া তেওঁলোকৰ ঘৰলৈ ওলোৱা সময়লৈ তেওঁৰ গাত ততেই নাই। আমাৰ ৰুচিলৈ চাই মাৰিয়ুছ-পুষ্পাই ৰান্ধিছে ভাৰতীয় খানাই। খাই অতি তৃপ্তি পালোঁ— বিশেষকৈ মাজে মাজে দুই এবিধ ইউৰোপীয় খানা থকা বাবে। খোৱা-বোৱাৰ পিছত মাৰিয়ুছৰ লগত ওপৰ মহলালৈ উঠি গলোঁ তেওঁৰ পঢ়া কোঠা আৰু কিতাপৰ সংগ্ৰহত চকু ফুৰাবলৈ।

মাৰিয়ুছৰ কিতাপৰ সংগ্ৰহ দেখিছোঁ বৰ ভাল। তেওঁ যদিও ৰোমানিয়াৰ ৰোমানিয়ান, আমেৰিকাৰ কলেজ-বিশ্ববিদ্যালয়ত পঢ়া ছাত্ৰ হিচাপে পঢ়া-শুনা ইংৰাজীতে। সমসাময়িক ইংৰাজী সাহিত্য আৰু অতীতৰো বছা বছা ইংৰাজী সাহিত্যৰ সংগ্ৰহ তেওঁৰ অতি সুন্দৰ। বিখ্যাত বিখ্যাত ইউৰোপীয় সাহিত্যিকসকলৰ গ্ৰন্থও তেওঁৰ সংগ্ৰহত। আটাইতকৈ আনন্দ পালোঁ তেওঁৰ সংগ্ৰহত সমসাময়িক নেতৃস্থানীয় চিন্তাবিদসকলৰ বিশেষকৈ উত্তৰ সংযুক্তিবাদী আৰু নিৰ্গঠনবাদী চিন্তাবিদসকলৰ গ্ৰন্থবোৰ দেখি।

আবেলি মাৰিয়ুছ আৰু পুষ্পাৰ ঘৰ এৰাৰ পিছত আমাৰ আঁচনি ফোৰ্ট্ কলিন্‌ছৰ সৰ্ব বৃহৎ গ্ৰন্থৰ মলখনলৈ যোৱা। এইখনৰ নাম বাৰ্ন্‌ছ্ এণ্ড নোব্‌ল্ (Barns & Noble)। মাৰিয়ুছ আৰু পুষ্পাৰ ঘৰ যেনেকৈ মাৰিয়ুছে কাম কৰা কলৰাডো ষ্টেইট ইউনিভাৰ্ছিটিৰ ওচৰতে, তেনেকৈ এই কিতাপৰ দোকানখনো বিশ্ববিদ্যালয়ৰ ওচৰতে। কিতাপৰ দোকান বুলিও ইও অন্য মলৰ দৰে একে দৰেই ডাঙৰ, একেদৰেই ইয়াৰো সম্মুখনত বৃহৎ পাৰ্কিং প্লে'চ। অন্য মলৰ দৰে ইয়াতো মল-ঘৰৰ দুৱাৰমুখৰ আটাইতকৈ ওচৰৰ পাৰ্কিং লটত শাৰীৰিকভাবে প্ৰত্যাহ্বত লোকৰ বাবে গাড়ী থোৱা ঠাই সংৰক্ষিত। তাতেই তেওঁলোকৰ বাবে হুইল চেয়াৰো। ভিতৰত সোমাই দেখিলোঁ, বৃহৎ কিতাপৰ ভঁৰাল আৰু সকলো ভাল আৰু ডাঙৰ কিতাপৰ দোকানৰ দৰেই ইয়াতো বিভিন্ন শ্ৰেণীৰ কিতাপৰ বাবে বিভিন্ন খণ্ড। প্ৰতিটো খণ্ডতে কিতাপ বিচৰা, কিতাপ চোৱা মানুহ সকলো বয়সৰ, উভয় লিংগৰে। ইয়াৰ ভিতৰতো অকল বেষ্টৰেন্ট থকাই নহয়, ৰেষ্টৰেণ্টো আছে। অকল সেয়েই নহয়, এটা খণ্ডত শাৰী শাৰীকৈ চকী-মেজ পাৰি থোৱা। তাত বহি ষ্টেকৰ পৰা কিতাপ উলিয়াই আনি পঢ়িব পাৰি, দৰ্কাৰী কথা নোট কৰিব পাৰি। অৰ্থাৎ ঠিক পুথিভঁৰাল বা লাইব্ৰেৰীৰ সুবিধাবোৰেই ইয়াতো উপভোগ কৰিব পাৰি।

মলখনত সোমায়েই সৌপিনে দেখিলোঁ বিখ্যাত বিখ্যাত আলোচনীবোৰ— "দ্য নিউ য়ৰ্কাৰ্", "দি আট্লাণ্টিক্ মান্থ্লি" ইত্যাদি। সেইদৰে বিখ্যাত বাতৰিকাকতবোৰো ইয়াতে— "দ্য নিউয়ৰ্ক্ টাইম্‌ছ্", "দি ৱাশ্বিংটন্ পোষ্ট্" ইত্যাদি। একাষৰ পৰা চকু ফুৰাই-প্ৰয়োজন হ'লে, হাত ফুৰাই গ'লোঁ এইবোৰত। তাৰ পিছত কিতাপৰ ষ্টেকবোৰৰ মাজত সোমাই গ'লোঁ। মোৰ বাপ থকা বিভিন্ন বিষয়ৰ কিতাপবোৰ চাই গ'লোঁ। ডেৰ ঘণ্টা সময় কেনেকৈ গ'ল ধৰিবই নোৱাৰিলোঁ। আজি আৰু অধিক কাল ইয়াতে কটোৱাত সময়ৰ বাধা আছে। আৰু পিছত আহিব লাগিব, আজিলৈ বাওঁ বুলি পত্নীক বিচাৰিলোঁ। তেওঁক পালোঁ সেই অধ্যয়ন খণ্ডত।

ডাঙৰ ডাঙৰ, তেওঁৰ বিষয় ইলেকট্ৰনিক্‌ছৰ কিতাপ কেইখনমান উলিয়াই আনি প্ৰয়োজনীয় কথা নোট কৰি আছে। তেওঁ কিনিবলৈ বাছি থৈ অহা কিতাপ এখন আৰু ময়ো কিনিবলৈ বাছি থৈ অহা কিতাপখন উলিয়াই আনি ৰেজিষ্টাৰৰ খণ্ডত শাৰী পাতি থিয় হৈ কিতাপ দুখন কিনি ল'লোঁ।

এগৰাকী অতি বয়সস্থ মহিলাক হুইল চেয়াৰত বহি বহিয়েই কিতাপ বিচাৰি ফুৰা দেখিছিলোঁ। তেওঁৰ বয়সৰ প্ৰাচীনতা, দুৰ্বল দেহা, গোমা চকু, সোতোৰা-সুতুৰি গাল-মুখে মোৰ দৃষ্টি বাৰুকৈ আকৰ্ষণ কৰিছিল। জ্যেষ্ঠ নাগৰিক আৰু শাৰীৰিকভাবে প্ৰত্যাহূত লোকে হুইল চেযাৰতে বহিতো ওপৰৰ শ্বেল্‌ফবোৰত কিতাপ বিচাৰিব নোৱাৰে। তেনেস্থলত প্ৰয়োজন বুজি তেওঁলোকক কিতাপৰ দোকানৰ কৰ্মচাৰীয়েই সহায় কৰি দিয়ে। এই ভদ্ৰ মহিলায়ো তেনে সহায় লোৱা দেখিছিলোঁ। আমি ওলাই অহা সময়তে এই গ্ৰন্থ-ক্ষুধাতুৰা বৃদ্ধাও ওলাই আহিল। হুইল চেয়াৰেৰেই তেওঁ নিজৰ গাড়ীৰ ওচৰ পালে। হুইল চেয়াৰ এৰি তেওঁ নিজৰ গাড়ীত কষ্টেৰে উঠিল আৰু গাড়ী চলাই গুচি গ'ল।

হায় আমেৰিকা! আৰু তথাপি ক'ম — ধন্য আমেৰিকা।



## ছয়

# আমেৰিকাৰ ক্লিনিকত আৰু বিশ্ববিদ্যালয়ত

আমাৰ দেশত হস্পিতালত হওক, প্ৰাইভেট ক্লিনিকত হওক, বেমাৰ দেখুৱাবলগীয়া ছোৱাটো এটা বিড়ম্বনা। ডাক্তৰক ফী দিব আপুনি। তেওঁ আপোনাৰ সেৱক। কিন্তু কাৰ্যতঃ কি বিপৰীত। দুই তিনি ঘণ্টা লেতেৰা কাঠৰ চকী বা বেঞ্চত বহি বা বহা ঠাই নাপালে ৰ'দে-বৰষুণে থিয় দি আপুনি তেওঁৰ ওচৰ পালে। কোনো সৌজন্যসূচক ভাবৰ বিনিময় নকৰাকৈ, এষাৰ বা দুষাৰ কথাতে আপোনাৰ বেমাৰটোৰ বিষয়ে তেওঁৰ জানিবলগীয়া কাম শেষ কৰি ব্যৱস্থাপত্ৰ লিখিলেই আৰু ফীৰ বাবে হাত আগবঢ়াই দিলে। আমাৰ তাত শিশু-ৰোগীকো ডাক্তৰক দেখুৱাবলৈ নি একেদৰেই পাঁচ মিনিটৰ কামৰ বাবে দুই তিনি ঘণ্টা জীয়াতু ভুগিব লাগে আৰু শিশুকো কৰিব লাগে হাড়াশান্তি। আমেৰিকাত এই পৰিস্থিতিটো কেনেকুৱা?

এদিন মাজনীয়ে এজন বিশেষ ডাক্তৰক অসুখ এটা দেখুৱাবলৈ তেওঁৰ ক্লিনিকলৈ ফোন কৰিলে। মাজনীক এপইন্টমেণ্ট্ লাগে ২৯ আগষ্ট, মঙ্গলবাৰৰ আবেলি। এপইন্টমেণ্ট্ ঠিক কৰে ক্লিনিকৰ পেৰামেডিকেল ষ্টাফে। মহিলা এজনীয়ে ফোন ধৰি সেই দিনা আবেলি ডাক্তৰজনৰ লগত এপইন্টমেণ্ট্ পোৱা সম্ভৱ বুলি কৈ ৩.৪৫ বজাত এপইন্টমেণ্ট্ দিলে। নিৰ্দিষ্ট দিনটো আহিলত পুৱা এটা ফোন পালোঁ। সেই ক্লিনিকৰেই পেৰামেডিকেল গৰাকীৰ ফোন— সাগৰিকা শৰ্মাৰ ৩.৪৫ বজাত তেওঁলোকৰ ক্লিনিকত এপইন্টমেণ্ট্ আছে। সোঁৱৰাই দিবলৈ ফোন কৰিছে। সাগৰিকা ঘৰত নাই বুলি ময়েই তেওঁৰ হৈ জনাই দিলোঁ— সাগৰিকাৰ মনত আছে। তেওঁ যাব। মাজনীয়ে তেওঁ কাম কৰা স্কুলখনৰ পৰা সেই দিনা ৩ বজাতে আহিল। ৩ ১৫ বজাত মযো মাজনীৰ গাড়ীত উঠিলোঁ। গাড়ীত উঠিহে সুধিলোঁ— মই লগত গ'লে কিবা অসুবিধা হ'বনেকি? মাজনীয়ে ক'লে— "মুঠেই নহয়। লগত যোৱা মানুহৰ বাবেও তাত সকলো সুবিধা আছে।"

আমি ঠিক ৩.৩৫ ত ডাক্তৰৰ ক্লিনিক পালোঁ। মাজনীক সুধিলোঁ— দহ মিনিট আগতে পোৱা বাবে কিবা অসুবিধা হ'বনেকি। মাজনীয়ে ক'লে— "এপইন্টমেণ্টৰ আগত দহ মিনিট সময় তেওঁলোকক লাগেই। ডাক্তৰক দেখা কৰাৰ আগতে এখন দীঘলীয়া ফৰ্ম্ পূৰ কৰিব লাগে তোমাৰ আৰু ৰোগটোৰ বিষয়ে সবিশেষ জনাই। ডাক্তৰে সেইখন পঢ়ি লৈ আৰু তাৰ সহায়ত কম্পিউটাৰ স্ক্ৰীণত আগৰ হিষ্টৰি উলিয়াই সকলো কথা জানি লৈহে তোমাক ভিতৰলৈ মাতে।" মই ডাক্তৰৰ ক্লিনিক আমাৰ তাৰ দৰে ৰোগীৰে ঠাহ খাই থাকিব বুলি ভাবিছিলোঁ। পিছে আমি গৈ পোৱাৰ লগে লগে যি এজনী ৰোগী ডাক্তৰৰ কোঠাৰ পৰা ওলাই আহিল, ৰোগী অকলচোন তেওঁহে। মাজনীক ক'লোঁ— "ইয়াত ৰোগীচোন তেনেই পাতল?" মাজনীয়ে ক'লে— "ওহোঁ, লানি নিছিগাকৈ ৰোগী। এইমাত্ৰ নেদেখিলানে সেইজনী ওলাই গ'ল আৰু আমি আহি পালোঁ। ইয়াত কেৱল যাক যি সময় দিয়া আছে, সেই সময়ৰ আগে আগেহে ৰোগী আহি উপস্থিত হয়।" মই সুধিলোঁ— "কোনোবা যদি সেই সময়ত আহি নাপায়?" মাজনীৰ উত্তৰ— "তেওঁৰ এপইন্টমেণ্ট্ কেন্‌চেল্ হৈ যায়। পিছত আৰু অন্য দিনত তেওঁ নতুন এপইন্টমেণ্ট্ ল'ব লাগে।"

তিনি পঞ্চল্লিছ বজা মানতেই মাজনীক ভিতৰলৈ মাতিলে। সেইখিনি সময়তে মই বা

ৰোগীয়ে অপেক্ষা কৰা কোঠাটো নিৰীক্ষণ কৰাত লাগিলোঁ। মজলীয়া আকাৰৰ এটা কোঠা। দুই কাষে দুশাৰী কুশ্বন্‌যুক্ত, চাফ-চিকুণ বহা আসন। এটা কোণত "টাইম্", "নিউজউইক"ৰ দৰে বহুল প্ৰচাৰিত সাধাৰণ আলোচনীৰ উপৰি ফেশ্বন, হাউছকীপিং, হেল্‌থ্ আদি বিষয়ৰ বিশেষ আলোচনীবোৰ। অন্য এটা কোণৰ দুখনমান ট্ৰে'ত টফী, ক্ৰেকাৰ্ আদি সজাই থোৱা আছে। তাৰ ওচৰতে কফী-মেকাৰ, গাখীৰ, চেনি, চাহপাত আদিৰ পেকেট। অন্য এটা কোণত আকৌ এটা আলমাৰিত আৰু তাৰ বাহিৰতো বহুতো সৰু-বৰ কোমল পুতলা।

এঘণ্টামানৰ পিছত মাজনী ওলাই আহিল ডাক্তৰজনৰ সৈতে। এখেতেই হেনো আছিল অনৌষ্কাৰ জন্মৰ সময়ৰ প্ৰসূতি বিশেষজ্ঞ। এখেতক মাজনীয়ে মোৰ পৰিচয় দিলে এনেকৈ— "মীট্ মাই ডাড্ কামিং হিয়াৰ্ ফ্ৰম্ ইণ্ডিয়া ফৰ্ ফাইভ্ মান্থছ্।" ডাক্তৰজনে মোৰ লগত কৰমৰ্দন কৰি মোক লগ পাই বৰ ভাল পোৱা বুলি ক'লে। আমেৰিকাত থকা কেইদিন মই বেছ উপভোগ কৰিব পাৰিম বুলি আশা কৰি তেওঁ পুনৰ ভিতৰ সোমাই গ'ল। পৰৱৰ্তী ৰোগী ইতিমধ্যে আহি পাইছিল। মাজনীয়ে কফীমেকাৰৰ ওচৰলৈ গৈ কফী কৰিলে। দুয়ো দুকাপ খালোঁ ক্ৰেকাৰেৰে সৈতে। কফী-ক্ৰেকাৰ্ খাই খাই মাজনীক সুধিলোঁ— এই টফীবোৰ আৰু ছফ্‌ট্ টয়বোৰ ইযাত কেলৈ? মাজনীৰ উত্তৰ— মাকৰ লগত কেঁচুৱা আহিলে অথবা শিশুৰোগী আহিলে এইবোৰেৰে নিচুকাই ৰাখিব পাৰি। যোৱাৰ সময়ত কোনোটো ছফ্‌ট্ টয লৈও যাব পাৰে।" অপেক্ষা কৰা এই কোঠাটোৰে ভিতৰৰ পিনৰ দুৱাৰ এখনত চিহ্ন ফলক— "ৰেষ্ট্‌ৰুম।"

আমেৰিকাত ৰোগী দেখুওৱাৰ এনে সুব্যৱস্থা দেখি পিছত মই নিজেও এবাৰ অন্য এটি ক্লিনিকত অন্য এজন ডাক্তৰক দেখা কৰাৰ এটা ছল উলিয়ালোঁ। বাতৰি কাকতত এটা বিজ্ঞাপন দেখিলোঁ— বয়সস্থ লোকৰ কাণ পৰীক্ষা কৰি যাবতীয় পৰামৰ্শ দিব বিনা মাচুলেই কেইটামান নিৰ্দিষ্ট দিনত, এখন কাণৰ ক্লিনিকত। বিজ্ঞাপনতে দিয়া টেলিফোন নম্বৰত পবনৰ হতুৱাই ফোন কৰাই এটা নিৰ্দিষ্ট দিনৰ নিৰ্দিষ্ট সময়ত এপইণ্ট্‌মেণ্ট্ লৈ ল'লোঁ। দিনটো আছিল ১৯ ছেপ্টেম্বৰ, মঙলবাৰ। সময় আবেলি ৩.৩০ বজাত। নিৰ্দিষ্ট দিনৰ আগদিনা দেখিলোঁ— মোৰ নামত ডাকযোগে এখন চিঠি। চিঠিখন খুলি দেখোঁ, পিছদিনা মোক দিয়া এপইণ্ট্‌মেণ্টটোৰ কথা সোঁৱৰাই দিয়া এখন চিঠি। কিন্তু কথাটো সোঁৱৰাই দিয়াৰ উপৰি মোৰ ঠিকনাৰ পৰা তেওঁলোকৰ ঠিকনালৈ কোন বাটেৰে গৈ কেনেকৈ তেওঁলোকৰ ক্লিনিক উলিয়াব লাগিব, তাৰ এখন মেপো ছপা কৰি পঠিয়াই দিছে লগত। তাতকৈ ডাঙৰ কথা— মোৰ ঘৰৰ পৰা তেওঁলোকৰ ক্লিনিকলৈ গাড়ীৰে কিমান সময় লাগিব তাকো জনাই দিছে। কথাটোৱে মোক বেছ অভিভূত কৰিলে। আমাৰ দেশতকৈ এইবোৰ কথা ইয়াত কেনে বিপৰীত! আৰু অকল সেয়েইতো নহয়। পিছদিনা পুৱা আকৌ এটা ফোন— সেইদিনা আবেলি চাৰে তিনি বজাত তেওঁলোকৰ ডাক্তৰৰ লগত মোৰ এপইণ্ট্‌মেণ্ট্ আছে বুলি পুনৰ সোঁৱৰাই দিছে।

পিছদিনা সময়মতেই, অৰ্থাৎ নিৰ্দিষ্ট সময় চাৰে তিনিৰ দহ মিনিট পূৰ্বেই মাজনীয়ে মোক গাড়ীৰে নি সেই কাণ-নাক-ডিঙিৰ ক্লিনিকখন পোঁচাই দিলে। দীঘলীয়া ফৰ্মখন পূৰ কৰি পেৰামেডিকেলজনীৰ হাতত দিলোঁ আৰু তেওঁ লগে লগে ভিতৰলৈ পঠাই দিলে। ঠিক চাৰে তিনিত মোক ভিতৰলৈ মাতিলেই। মই সোমাই যোৱাৰ লগে লগে ডাক্তৰে এটা মিচিকিয়া হাঁহি মাৰি কিছু ব্যক্তিগত কথা পাতিলে আৰু তাৰ পিছত লাহেকৈ মোৰ ৰোগৰ কথালৈ

আহিল। দুঠাইত দুই ধৰণে তেওঁ মোৰ কাণ পৰীক্ষা কৰিলে যন্ত্ৰৰ সহায়ত। তেওঁ মোৰ কাণৰ ভিতৰত যি দেখে ময়ো কম্পিউটাৰ স্ক্ৰীণত দেখি থাকোঁ। সেইবোৰ আমাৰ তাতো হয় বা কৰে। কিন্তু পিছত মোৰ লগত পুনৰ বহি যেতিয়া ব্যৱস্থা দানৰ বাবে কথা পাতিলে, তেতিয়া কম্পিউটাৰ স্ক্ৰীণত উঠা সেই ছবিবোৰ ছপা কৰি উলিয়াই আনি মোৰ কাণৰ বিভিন্ন স্থানৰ অৱস্থা বুজাই দিলে। এইখিনি কথা আমাৰ তাৰ ডাক্তৰ বেছিভাগৰে কৰাৰ মানসিকতা নাই। তাৰ সলনি সেইখিনি সময়তে আৰু এজন ৰোগী চাই নিজৰ উপাৰ্জন বঢ়াব। মই ভাবিছিলোঁ— ডাক্তৰে মোৰ কাণৰ ভিতৰৰ ছবিবোৰ মোক দি পঠিয়াব। কিন্তু নিদিলে। কাৰণটো মাজনীয়ে বুজাই দিলে। গোটেই আমেৰিকাৰ হেল্‌থ্‌কেয়াৰ্ ছিষ্টেমটো এটা নেটৱৰ্কৰ ভিতৰত। মোৰ কাণৰ সেই ছবিবোৰকে ধৰি আজিৰ আটাইবোৰ কথা সেই নেটৱৰ্কত উঠি থাকিল। ইউ এছ এৰ য'তেই, যি ক্লিনিকতে মই ইয়াৰ পিছত নাযাওঁ কিয়, এইখনি কথা সকলো ডাক্তৰে পাবই। গতিকে সি মোৰ হাতত থকাৰ প্ৰয়োজন নাই। তাৰ পিছত মাজনীক সুধিলোঁ— "মই বাৰু আজি ফী দিবলগীয়া কোনো চিকিৎসা বা ব্যৱস্থা নললোঁ। কিন্তু অন্যথায় এইখিনি কথাৰ বাবে মই কিমান ডলাৰ ভৰিব লাগিলহেঁতেন?" মাজনীৰ উত্তৰ— "ইয়াৰ চিকিৎসা বিষয়ক সকলো কথা হেলথ্ ইন্সিওৰেন্সে চামৰে। ডাক্তৰ, ক্লিনিক, হস্পিটেল— সকলোৰে খৰছ ইনছিওৰেন্সেই তেওঁলোকক দিব। ডাক্তৰেও তোমাৰ পৰা একো ফী নলয় আৰু ফাৰ্মাচিয়েও তুমি লোৱা দৰববোৰৰ বাবে একো দাম নলয়। তুমি কেৱল তোমাৰ ইনছিওৰেন্স কাৰ্ডৰ নাম্বাৰটো দিলেই হ'ল। ডাক্তৰৰ ফী, ঔষধৰ দাম— এইবোৰৰ ক্ষেত্ৰত যি টেক্স-সিও তাৰ পৰাই চৰকাৰৰ ঘৰলৈ যাব।"

* * *

মাৰিয়ুছে তেওঁৰ তাত দুপৰীয়াৰ সাঁজ খোৱাৰ দিনাই প্ৰস্তাৱ দিছিল— ২৯ আগষ্ট, মঙলবাৰে তেওঁ আমাৰ দুয়োকে কলৰাডো ষ্টেইট্ ইউনিভাৰ্চিটি দেখুৱাবলৈ লৈ যাব। সেইদিনা তেওঁৰ ক্লাছ নাই বাবে আমাক বিশ্ববিদ্যালয়ত কিছু সময় দিব পাৰিব। ১০.১৫ বজাত সেইদিনা তেওঁ আমাৰ ঘৰ ওলালহি আৰু তেওঁৰ গাড়ীত লৈ গ'ল। বাটে বাটে তেওঁ নগৰখনৰ বিভিন্ন অঞ্চলেৰে আমাক লৈ যাওঁতে সেই অঞ্চলবোৰৰ বিষয়ে কৈ যায়। এবাৰ আমি গৈ থকা বহল পথটোৰ বাঁওপিনে এখন পথাৰ দেখা পালোঁ। পথাৰখনৰ অ'ত ত'ত কিছুমান পুৰণি পুৰণি যেন লগা অন্য ধৰণৰ ঘৰ। মাৰিয়ুছে ক'লে— ইয়াতে এসময়ত এটি মিলিটাৰি ফোৰ্ট (দুৰ্গ) আছিল। সেই ফোৰ্ট্‌টোক কেন্দ্ৰ কৰিয়েই ইয়াত এখন চহৰ গঢ় লৈ উঠিছিল। সেই ফোৰ্ট্‌কেন্দ্ৰিক চহৰখনেই হ'ল গৈ ফোৰ্ট্ কলিন্‌ছ্— আমেৰিকাৰ সম্প্ৰতি আটাইতকৈ বাসোপযোগী মহানগৰ।

সময়ত আমি কলৰাডো ষ্টেইট্ ইউনিভাৰ্চিটিৰ চৌহদ পালোঁগৈ। আহল-বহল, ডাঙৰ চৌহদ। কিন্তু গুৱাহাটী বিশ্ববিদ্যালয় চৌহদতকৈ নিশ্চয় ডাঙৰ নহ'ব। আনহাতে দেখিয়েই ধৰিব পাৰিছোঁ— গুৱাহাটী বিশ্ববিদ্যালয়তকৈ বহু বেছি ভালকৈ ই ৰক্ষিত আৰু পালিত। কৰ্তৃপক্ষৰ সযত্ন হাতৰ স্পৰ্শ ইয়াৰ সকলোপিনে। শিক্ষাদানৰ বিভাগবোৰ আৰু কাৰ্যালয়বোৰ ইয়াতে এখেতো কেন্দ্ৰীয় অঞ্চলতে। সেই অঞ্চলতে আছে প্ৰধান বা কেন্দ্ৰীয় পুথিভঁৰালটো আৰু ষ্টুডেন্টছ্ চেন্টাৰটো বা ছাত্ৰ সভাঘৰটো।

মাৰিয়ুছে সকলো বিভাগৰে সম্মুখে সম্মুখে গাড়ী চলাই আমাক সেইবোৰৰ বিৱৰণি দি গ'ল। ইংৰাজী বিভাগত এবাৰ সোমাম নেকি সুধিলে। মই যিহেতু কাৰো লগত আগতীয়া এপইণ্ট্‌মেণ্ট্ লৈ অহা নাই, গতিকে হঠাৎ গৈ তাত নোসোমোৱাই ভাল বুলি ক'লোঁ। মাৰিয়ুছে শলাগিলে। কিন্তু ষ্টুডেণ্টছ্ চেণ্টাৰ আৰু পুথিভঁৰালত সোমোৱাৰ ওপৰত তেওঁ জোৰ দিলে। পুথিভঁৰালত মোৰো সোমোৱাৰ আগ্ৰহ আছে। কিন্তু ষ্টুডেণ্টছ্ চেণ্টাৰ? আমাৰ তাৰ অভিজ্ঞতাৰে ভাবিলোঁ— তাত সোমাই নিজেহে লাজ পাম। ল'ৰা-ছোৱালীৰ হাই-হাল্লা, অশোভনীয় আচৰণ বা কথা-বাৰ্তা। কিন্তু মাৰিয়ুছে নেৰে। ষ্টুডেণ্ট্‌ছ্ চেণ্টাৰত হেনো এবাৰ সোমোৱাই উচিত। তাত চাহ বা কফীও খাব পাৰিম। শেষত গাড়ীৰ পৰা নামি সেই পিনেই বাট পোনালোঁ। একেলগে হেনো পুথিভঁৰালটোও চাব পাৰিম। গাড়ী ইয়াত য'তে ত'তে ৰাখিব নোৱাৰি। য'ত পাৰি সেয়া এক বৃহৎ পাৰ্কিং প্লে'চ— বহুতো বিভাগ আৰু অফিচৰ বাবে একেলগে।

ষ্টুডেণ্টছ্ চেণ্টাৰৰ ল'নৰ ঘাঁহৰ ওপৰত আৰু অ'ত ত'ত সাজি থোৱা বেঞ্চবোৰত ৰ'দ পুৱাই পুৱাই ল'ৰা ছোৱালীবোৰে পঢ়ি আছে—কিতাপতে মছগুল হৈ, নিৰৱে। ভিতৰতো ক'তো একো গণ্ডগোল নাই। তেন্তে ইয়াৰ ছাত্ৰ সমাজৰ পৰিৱেশচোন আমাৰ তাতকৈ সম্পূৰ্ণ ভিন্ন। ল'নখনৰ একাষত এখন হাফ্‌ওৱাল্। তাৰ ওপৰতে দেখা পালোঁ এগৰাকী মহিলাই চিত হৈ শুই নিৰ্দিষ্ট চিত্তে কিতাপ পঢ়ি আছে। আমাৰ তাত ছোৱালীয়েও তেনেকৈ মুকলিত ওৱালৰ ওপৰত উঠি উপমুৱাকৈ শুই পঢ়ি নাথাকে বা ৰ'দ নুপুৱায়। ইযাতচোন মহিলাযো তেনে কৰে। মাৰিয়ুছক সুধিলোঁ— সেই গৰাকী মহিলা প্ৰফেছৰ নে ছাত্ৰী? ইয়াততো চাকৰিত সোমোৱাৰ যেনেদৰে কোনো নিৰ্দিষ্ট বয়স নাই, স্কুল-কলেজ-ইউনিভাৰ্ছিটিত ভৰ্তি হোৱাৰো কোনো বয়স নাই। কুৰি বছৰত যেনেকৈ বিশ্ববিদ্যালয়ত নাম লিখিব পাৰি, ষাঠি বছৰতো পাৰি। গতিকে সেই মহিলা ছাত্ৰী নে অধ্যাপিকা কেনেকৈ কওঁ? মাৰিয়ুছে কিছু সময় তেওঁৰ পিনে চাই ক'লে—সেয়া নিশ্চয় ছাত্ৰীয়েই হ'ব। ষ্টুডেণ্ট্‌ছ্ চেণ্টাৰৰ ভিতৰলৈ সোমাই গৈও দেখিলোঁ— অতি সুন্দৰ পৰিৱেশ। কফী টেবুলত, মজিয়াৰ কাৰ্পেটত বহি বা নিউজ পেপাৰ ষ্টেণ্ডত থিয় হৈ সকলোৱে কেৱল পঢ়িছে। এই দেশত যেন কাৰো কথা ক'বলগীয়া নাই। বহুতে ভেণ্ডিং মেচিনত কাৰ্ড প্ৰয়োগ কৰি বা প্ৰয়োজনীয় মুদ্ৰা সুমুৱাই দি কফী কাপত কফী লৈছে আৰু কফী খাই থায়ো পঢ়িছে। তথাপি দুজনে একেলগে বহি কফী খাই খাই কথা পতা নাই। এইখন দেশত কাম নহৈ, এইখন দেশৰ উন্নতি নহৈ তেন্তে ক'ত, কাৰ দেশত কাম হ'ব, উন্নতি হ'ব?

মাৰিয়ুছে আমাক তাৰ পিছত লাইব্ৰেৰিলৈ লৈ গ'ল। কোনোখন কিতাপ আছেনে নাই চোৱা কামটো আমাৰ তাতো আজিকালি কম্পিউটাৰতে কৰিব পাৰি। মই কম্পিউটাৰ স্ক্ৰীনত চাম নে ভিতৰত সোমাই ৰেকতে চাম সুধিলে। কিতাপবোৰ আমাৰ তাৰ দৰে ৰেকতে ৰাখেনে অন্য ধৰণে ৰাখে জানিবলৈ প্ৰথমতে কিতাপ ৰখা ৰেকবোৰৰ মাজলৈ গ'লোঁ। দেখিলোঁ সেই ব্যৱস্থা আমাতকৈ ভিন্ন নহয়। কেৱল ইশাৰী সিশাৰী ৰেকৰ মাজত ঠাই ইয়াত বেছি আৰু বতাহৰ চলাচল সুন্দৰ। পোহৰো পৰে সুন্দৰকৈ। অৰ্থাৎ ভিতৰত কিতাপ বিচাৰি ফুৰাটো ইয়াত শাস্তি খোৱা কথা নহয়। আনন্দৰ কথা। ইয়াৰ পিছত ইয়াৰ কিতাপৰ সংগ্ৰহ কেনে জানিবলৈ কম্পিউটাৰৰ ওচৰলৈ গ'লোঁ। পুৰণি মূল্যবান গ্ৰন্থ, এবছৰমান আগতে ওলোৱা নতুন গ্ৰন্থ— এনেবোৰ গ্ৰন্থ আছে। বাৰু তেন্তে, আমাৰ দৰে লেখকৰ গ্ৰন্থও ইয়াত ৰাখেনে? তেনে গ্ৰন্থৰ

সন্তেদ এওঁলোকে পায়নে? নে আমিহে অকল তেওঁলোকৰ গ্ৰন্থবোৰৰ বিষয়ে জানিব লাগে আৰু আমাৰ বিশ্ববিদ্যালয়ৰ গ্ৰন্থাগাৰবোৰত ৰাখিব লাগে? কথাটো পৰীক্ষা কৰি চাওঁ বুলি প্ৰথম মোৰ নামটোকে মাৰি দিলোঁ— SARMA, G.P. দেখি আনন্দত আপ্লুত হ'লোঁ যে নামটো মাৰি দিয়াৰ লগে লগে মোৰ দিল্লীত প্ৰকাশিত ইংৰাজী গ্ৰন্থখনৰ নাম তাৰ বিৱৰণেৰে সৈতে ওলাই গ'ল— NATIONALISM IN INDO-ANGLIAN FICTION— ইত্যাদি। তাৰ কেটেলগিঙৰ নাম্বাৰো আছে। অৰ্থাৎ গ্ৰন্থখন ইয়াতো আছে। প্ৰায়বোৰ আমেৰিকান গ্ৰন্থাগাৰতে সেইখন আছে বুলি শুনিছিলোঁ। এতিয়া স্বচক্ষে দেখিলোঁ। মাৰিয়ুছেও বৰ আনন্দ পালে তেওঁলোকৰ বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰিত মোৰ গ্ৰন্থ দেখা পাই।

বিশ্ববিদ্যালয় চৌহদৰ ওচৰতে ফোৰ্ট কলিন্‌ছ নগৰৰ ওল্ড টাউন। নগৰৰ চৰকাৰী অফিচ-কাৰ্যালয়, দৰ্কাৰী অনুষ্ঠান-প্ৰতিষ্ঠান আৰু ভাল ভাল দেখনিয়াৰ দোকান-পোহাৰৰ অঞ্চল। সাধাৰণ কথাত ইয়াকে কয় মহানগৰৰ ডাউন টাউন অঞ্চল। ফোৰ্ট কলিন্‌ছত ইয়াক কয় ওল্ড টাউন। নিউয়ৰ্কত আকৌ ইয়াক বোলে মানহাট্টান। মাৰিয়ুছে ডাউন টাউনৰ আটাইতকৈ জনপ্ৰিয় কাফেখনত আমাক কফী খুৱাওঁ বুলি লৈ গ'ল। আমাৰ পছন্দমতে তেওঁ অৰ্ডাৰ দিলে কাফে লাটে। ৰেষ্টুৰেণ্টখনৰ ওচৰতে কেইতো বাতৰি কাকতৰ ভেণ্ডিং মেচিন। মই কোনোখন ল'ব খোজোঁ নেকি মাৰিয়ুছে সুধিলে। মই মোৰ ৰাপ দেখুৱালোঁ "দি ওৱাশ্বিংটন পোষ্ট" নাইবা "দ্য নিউয়ৰ্ক টাইমছ্"ত। দুয়োখনৰে দাম ১ ডলাৰকৈ। চাৰিটা পঁচিছ চেণ্টৰ মুদ্ৰা এটাৰ পিছত এটাকৈ ভেণ্ডিং মেচিনত ভৰাই দিলে কাকত এখন ওলাই আহে। মোৰ পাৰ্চত অনেক মুদ্ৰা। কিন্তু জী-জোঁৱাইৰ দৰে মাৰিয়ুছেও মোক পইচা খৰচ কৰিবলৈ নিদিয়ে। তেওঁ "দ্য নিউয়ৰ্ক টাইমছ্"ৰ বাবে এটাৰ পিছত এটাকৈ ২৫ চেণ্টৰ মুদ্ৰা ভৰাই দি আছে। কিন্তু তৃতীয়টো মুদ্ৰা ভৰাই দি দেখিলে— আৰু এটা পঁচিছ চেণ্টৰ মুদ্ৰা তেওঁৰ নহ'ব। লগে লগে মই এটা মুদ্ৰা ভৰাই দিয়াত বিৰাশী পৃষ্ঠাৰ শকত, ডাঙৰ বাতৰি কাকতখন ওলাই আহিল। কাকতখন লৈ আমি কিছু আঁতৰৰ ৰাস্তাৰ কাষৰ পাৰ্কিং লটলৈ গতি কৰিলোঁ— মাৰিয়ুছৰ গাড়ীত উঠি ঘৰলৈ ঘূৰি যাওঁ বুলি।



সাত

# য়েলৌ ষ্টৌন্

য়েলৌ ষ্টৌন, য়েলৌ ষ্টৌন। আমেৰিকাৰ কথা ওলালেই ইয়াৰ কথাও ওলোৱা শুনা যায়। গতিকে নামটো বহুতৰেই পৰিচিত। কিন্তু কিয়? ই অকল আমেৰিকাৰে নহয়, সমগ্ৰ পৃথিবীৰে বৃহত্তম আৰু প্ৰাচীনতম পাৰ্ক বা উদ্যান বাবে? হয়। কিন্তু আমাৰ কাজিৰঙা যেনেকুৱা পাৰ্ক, য়েলৌ ষ্টৌনো তেনেকুৱা পাৰ্কেইনে? তেনে পাৰ্ক হৈয়েই সি ইমান বিখ্যাতনে? ইয়াৰ নাম য়েলৌ ষ্টৌন। গতিকে ই কিবা হালধীয়া প্ৰস্তৰ বা শিলৰ প্ৰান্তৰ নেকি? য়েলৌ ষ্টৌনৰ ইমান খ্যাতি কিয় তাক তাত গৈয়ে জানিব পাৰিম, এনে আশা লৈ আমেৰিকা পোৱাহি নাছিলোঁ। কিন্তু আমেৰিকা আহি পোৱাৰ এটা সপ্তাহ পাৰ হৈছেহে, য'ত উঠিছোঁহি সেই ফোৰ্ট্ কলিন্‌ছ্ নগৰখন আৰু তাৰ আশ-পাশৰ নগৰ-চহৰবোৰ চাই উঠিছোঁহে, এনেতে পৱনে এদিন প্ৰস্তাৱ দিলে যে তেওঁ ১ ছেপ্টেম্বৰত আমাক লৈ য়েলৌ ষ্টৌনলৈ যাব খোজে। আমি কি কওঁ? আমাৰ আৰু সেই বিষয়ত কিবা ক'বলগীয়া থাকিবনে— ভৰি দাঙি লগে লগে থিয় হোৱাত বাহিৰে? মই ক'লোঁ— নিশ্চয়, নিশ্চয়। কিন্তু কিমান দূৰ? কেনেকৈ যাম? পৱনে আশ্বাস দিলে— দূৰ আছে। কিন্তু আমি নিজৰ গাড়ীৰেই যাম। তথাপি অৱশ্যে দিনটো লাগিব যাওঁতে। আহোঁতেও সেইদৰে দিনটো। মই অলপ চিন্তিত হৈ ক'লোঁ, তুমি নিজে দিনটো গাড়ী চলাই যাবা। আৰু তাৰ পিছদিনাৰ পৰাই পাৰ্কখন চোৱাত লাগি যাব লাগিব। পাৰিবানে? তেওঁ ক'লে, কেলৈ নোৱাৰিম? গাড়ী চলোৱাটো মোৰ কাৰণে আনন্দৰ কথাহে। পৰিশ্ৰমৰ কথাতো নহয়। এৰা, পৱন দেখিছোঁ শক্তিৰ এটা ডাইনামৌ। তেওঁক ভাগৰা কেতিয়াও দেখা নাই। তথাপি মই ক'লোঁ, বাছ, ট্ৰেইন, উৰা জাহাজ— এইবোৰৰ কথা ভাবিব নোৱাৰানে? পৱনে ক'লে, আমেৰিকাত আৰু বাছ ট্ৰেইন! উৰাজাহাজৰ কথা বাৰু ভাবিব পাৰি। কিন্তু য়েলৌ ষ্টৌন এনে এখন বিশাল পাৰ্ক যে গাড়ীৰে ঘূৰি তাক নাচালে নহয়। গতিকে গাড়ীখন নিয়াই উত্তম।

সেইমতেই প্ৰস্তুতি চলোৱা হ'ল। কিন্তু ইমান দূৰ বাট পৱনক অকলে গাড়ী চলাই যাবলৈ নিদিওঁ বুলি মাজনীও ওলাল যাবলৈ। গতিকে লগত নাতিনী অনৌষ্কাও। আৰু অনৌষ্কাও লগত যোৱা মানে বে'বী কাৰ্ ছীট্, বে'বী ষ্ট্ৰ'লাৰো ল'ব লাগিব লগত। য়েলৌ ষ্টৌন ইমান বিশাল নেশ্বনেল পাৰ্ক যে এমূৰৰ এখন হোটেলত থকি গোটেইখন পাৰ্ক চোৱাটো খৰচীও আৰু কষ্টসাধ্যও। গতিকে পৱনে য়েলৌ ষ্টৌনৰ দুয়োমূৰেই দুখন হোটেল ঠিক কৰিছে। পিছে সেই হোটেলবোৰক আকৌ আমেৰিকাত হোটেল নোবোলে— বোলে মোটেল (Motel)— যি মোটেলৰ বিষয় তাহানি হেম বৰুৱাৰ মনোৰম আমেৰিকাৰ ভ্ৰমণ কাহিনী "সাগৰ দেখিছা"তে পঢ়িছিলোঁ। ইংলেণ্ডত এইবোৰেই হ'ল ব্ৰেড এণ্ড ব্ৰেকফাষ্ট্ হোটেল— সংক্ষেপতে বি. এণ্ড বি.। দুয়োখন মোটেলতে আমাৰ বাবে সংৰক্ষণ কৰি থোৱা আছে একোটাকৈ ছুইট্ (Suite)— য'ত আছে বন্ধা-বঢ়াৰ বাবে ব্যৱস্থা আৰু দুয়ো কোঠাৰ মানুহ একেলগে বহা আৰু খোৱাৰ বাবে আহুতীয়া কোঠা। বন্ধা-বঢ়াৰ কোঠা বা ব্যৱস্থা পায়েই যেতিয়া মাজনীয়ে তিনি দিন আগৰ পৰাই সেই দিনবোৰৰ খোৱা বস্তু গোটোৱাত লাগিল। তাৰে কিছুমান নিব ইয়াৰ পৰাই বান্ধি, তাত যাতে গৰম কৰিয়েই খাই ওলাই যাব পাৰি। ডাঙৰ আইচ্ বক্সত বন্ধা মাছ-মাংস আদি ভৰাই নিয়া হ'ব।

১ ছেপ্টেম্বৰত পুৱা আমি দহ বজাতে ওলোৱা কথা আছিল, যাতে য়েলৌ ষ্টোনৰ ইমূৰৰ মোটেলখনত গধূলি আঠমান বজাতে গৈ উঠি ল'ব পাৰোঁ। কিন্তু মাজনীয়ে সিদিনাও স্কুললৈ নগ'লে নোহোৱা হ'ল। গতিকে আমি ঘৰ শেষত এৰিব পাৰিলোঁ আবেলি তিনি বাজি দহ মিনিটতহে। পবনে ইণ্টাৰনেটত মোটেল বুকিং কৰোঁতে আমি গধূলি আঠ বজাতেই পাম বুলি জনাই থৈছিল। এতিয়া তেওঁ ফোন কৰি আমি এঘাৰ বজাৰ আগতে নাপাম গৈ বুলি জনাই দিলে। আমাৰ যাত্ৰা আৰম্ভ হ'ল। প্ৰথমতে মাজনীয়ে গাড়ী চলালে প্ৰায় এঘণ্টা-ডেৰঘণ্টামান সময়ৰ বাবে। সময়ত হাইওৱেৰ দাঁতিত গাড়ী ৰাখিব পৰা এডোখৰ ঠাই পালত গাড়ী ৰখাই পবনক মাতিলে ড্ৰাইভাৰৰ ছীটলৈ, আৰু নিজে বহিল গৈ সন্মুখৰে সোঁপিনৰ ছীটটোত। এৰা, আমেৰিকাত ড্ৰাইভাৰ বহে বাঁওপিনেহে। অসমত বা ভাৰতত এতিয়া আশা কৰিলোঁহেঁতেন পবন বেছি অভিজ্ঞ ড্ৰাইভাৰ বাবে গাড়ীৰ গতিবেগ বাঢ়িব বুলি। কিন্তু ইংলেণ্ড-আমেৰিকাত আপুনি সেই আশা কৰিব নোৱাৰে। ৰাস্তাৰ কোনটো খণ্ডত আপুনি গাড়ীত কিমান স্পীড্ দিব পাৰিব তাক ৰাস্তাৰ দুয়ো কাষৰ ছাইনবোৰ্ডবোৰত ছপাই দিয়া আছে। সেই গতিবেগৰ হেৰ্‌ফেৰ্ কৰিব লাগিলে আপুনি ভয়ংকৰ শাস্তিৰ সন্মুখীন হ'ব। পুলিচৰ চকুত ধূলি দিয়া কথা তাত অভাৱনীয়। আপোনাৰ সকলো গতি-বিধি ছেটেলাইটৰ সহায়ত ওপৰৰ পৰাই লক্ষ্য কৰি আছে। আপুনি আইন অমান্য কৰা কথা ধৰা পৰিলেই ছাইৰেন বাজি উঠিব। যদিও ক'তো এনেয়ে পুলিচ দেখা নাপায়, তেতিয়া দেখিব পুলিচৰ গাড়ী আপোনাৰ পাছ্‌পিনে। আপুনি ৰাস্তাৰ কাষত নি গাড়ী ৰাখক। পুলিচে আপোনাক বিহা শাস্তিৰ টিকেট এটা দি দিব। তাত আপুনি আমাৰ ইণ্ডিয়ান ষ্টাইলত পুলিচক 'মেনেজ' কৰা বা আপোনাক বিহা শাস্তিৰ ইফাল সিফাল কৰাৰ একো কথা নাই। শাস্তি অন্যায় বুলি আপুনি প্ৰত্যাহ্বান জনাব খুজিলে কোৰ্টত যাব পাৰে।

আজি ফোৰ্ট্ কলিন্‌ছ্ এৰাৰ পিছত এয়া আমেৰিকাৰ এটি নতুন ৰূপ দেখা পাবলৈ আৰম্ভ কৰিলোঁ— এক বৃহৎ প্ৰেইৰী অঞ্চলৰ এটি ৰূপ। দুয়োকাষে বিস্তৃত প্ৰান্তৰ, কিন্তু সেউজীয়া ঘাঁহনিৰে ঢকা নহয়। ঘাঁহেৰেই অৱশ্যে ঢকা; কিন্তু কিবা ৰঙচুৱা মুগাহে তাৰ ৰং। ওখ, দীঘল ঘাঁহ। প্ৰান্তৰখনো সমতল নহয়। ৰাস্তাৰ কাষৰ পৰাই ক্ৰমে ক্ৰমে ওখ হৈ গৈছে। ঠায়ে ঠায়ে আকৌ বেছ ওখ যদিও সেয়া পাহাৰ বা টিলা নহয়। ক'ৰবাত ক'ৰবাত আকৌ দেখা পাওঁ অন্য একপ্ৰকাৰৰ ঘাঁহ। ঘাঁহ ঠিক নহয়, এফুটমান মাখোন ওখ এবিধ উদ্ভিদৰ জাৱণি। পাতবোৰ সাইলাখ ধুজাৰ দৰে আৰু ধুজাৰ দৰেই জোপোহা। এইবিধো বোলে প্ৰেইৰী অঞ্চলৰ এবিধ ঘাঁহ।

এনে ঘাঁহৰ বহল একোখন পথাৰ পাৰ হ'লে দেখা পাওঁ একোখন চহৰ। একে ৰূপৰে প্ৰতিখন চহৰ। পাতল পাতল কৈ থকা চাপৰ ঘৰ। দুৱাৰ-খল মৰা। বাহিৰত মানুহ দেখিবলৈ নাই। "যেন ৰ'দালিৰে ভৰা ৰাতি।" পিছে ৰাজপথত লানি নিছিগা গাড়ীৰ শাৰী। আৰু দুৱাৰ-খিৰিকী বন্ধ মলবোৰ বা অফিচ-কাছাৰী পালে সন্মুখৰ বৃহৎ বৃহৎ পাৰ্কিং লটত শ শ ৰখাই থোৱা গাড়ী। অথচ এইবোৰ কাহানিও নুশুনা নামৰ সৰু সৰু চহৰ, নে গাঁৱেই। মলবোৰৰ নাম দেখিও ভুল হয় আমি ফোৰ্ট্ কলিন্‌ছতেই আছোঁ নেকি বুলি। একেবোৰ চেইনৰ একেবোৰ মল— ওৱাল মাৰ্ট, মেচি'জ (Macy's), জে. চি পেনি (J.C. Penny), ছিয়াৰ্ছ (Sears), বোৰ্ডাৰ্ছ (কিতাপৰ মল), বাৰ্ন্‌ছ এণ্ড্ নোব্‌ল্ (Burns & Noble) ইত্যাদি। একোখন নগৰত সোমাওঁতেও আৰু ওলাওঁতেও দেখা পাওঁ সদায় একোখন মেক্‌ডোনাল্ড্ ৰেষ্টুৰেণ্ট। য'তেই নেদেখক,

সদায় একে ৰূপৰ। মেক্‌ডোনাল্ড্ দেখিলেই আজি কালি আমাৰ অনৌষ্কাৰ এটা কথা মনত পৰি হাঁহি উঠে। এদিন নিশা দহমান বজাত ফোর্ট্ কলিন্‌ছৰ মেক্‌ডোনাল্ড্ এখনত সোমাই গৈছোঁ কিবা খোৱা বস্তু এবিধমান বান্ধি লৈ ঘৰলৈ উভতিম বুলি। মেক্‌ডোনাল্ডৰ কম্পাউণ্ডত সোমাই যোৱাৰ লগে লগে মুৰ্গীৰ মাংস গ্ৰীল্ কৰা ফুৰফুৰীয়া গোন্ধ এটা আমাৰ নাকত লাগিলহি। লগে লগে চাৰে তিনিবছৰীয়া নাতিনীয়ে কৈ উঠিল—"ম'মি, ইট্ স্মেলছ্ লাঞ্চ, আই ফীল্ হাংৰি।"

বাটে বাটে খেতিপথাৰ বুলিব পৰা যিবোৰ পথাৰ দেখি গৈছোঁ, তাতো ক'তো খেতি নাই। ইয়াতো অৰণ্যে বনবোৰ ওখ ওখ। দূৰৈত ওখ পৰ্বত। পবনে ক'লে— "সৌবোও আমাৰ তাৰ ৰ'কি মাউণ্টেইন্‌খনেই। এই সমগ্ৰ বৃহৎ অঞ্চল ৰ'কি মাউণ্টেইনে আবৰি আছে। আৰু এই ৰ'কি মাউণ্টেইনেই গৈ গৈ ৰূপ পাব য়েলৌ ষ্টৌনৰ। তাৰ যে তাত আকৌ কেনে ৰূপ।" আমাৰ তাত দেখা ৰ'কি মাউণ্টেইন্ ইয়াত দেখিছোঁ বহুত বেছি ওখ, যদিও ৰূপ একেটাই। অসমৰ পাহাৰ-পৰ্বতৰ ডাঠ সেউজীয়া ৰূপ এই কলৰাডো ৰাজ্যৰ পাহাৰ পৰ্বতত নাই। ইয়াৰ পাহাৰ - পৰ্বত ৰুক্ষ। দূৰৰ পৰাহে দেখি মাথোন তাত এক পাতল সেউজীয়া ৰং। ওপৰৰ আকাশৰ ডাঠ নীলা মেঘ আৰু পাতল সেউজীয়া পৰ্বতৰ চুমাচুমি।

মাজতে আমি এলানি পাহাৰ দেখা পালোঁ। তাৰ ওপৰত কি এক অপূৰ্ব দৃশ্য। সেই পাহাৰৰ ওপৰত দীঘে দীঘে, নিৰ্দিষ্ট দূৰত্বত থিয় কৰাই থোৱা একোলানি উইণ্ড্‌মিল্। ক্ৰমে ওপৰলৈ সৰু হৈ গৈ জোঙা হৈ উঠা স্তম্ভবোৰৰ ওপৰত তিনিটা তিনিটা পাহিৰ বা পাখিৰ একোটা চকৰি। পৰ্বতৰ ওপৰৰ তীব্ৰ বতাহত প্ৰতিটো চকৰি সমান সমান বেগত ঘূৰি এক অপূৰ্ব দৃশ্যৰ সৃষ্টি কৰিছে। মাজনীয়ে চিঞৰি উঠিল, "দেউতা, দেউতা, সৌপিনলৈ চোৱা। সৌবোৰ উইণ্ড্‌মিল্। কেনে সুন্দৰ দেখি।" পবনে শলাগিলে—"এৰা, উইণ্ড্ টাৰ্‌বাইন্। এইবোৰেৰে ইয়াত বিদ্যুৎ শক্তি তৈয়াৰ কৰে। এইবোৰৰ মালিকো আকৌ আমাৰ এজন ভাৰতীয়ই।" বিয়লিৰ বঙা ৰ'দত পাহাৰৰ ওপৰত শাৰী শাৰীকৈ তীব্ৰ গতিত ঘূৰি থকা চকৰিবোৰলৈ চাই মুগ্ধ হ'লোঁ। এৰা, মাজনী আৰু মোৰ ভাষাত এইবোৰ উইণ্ড্‌মিল্। পশ্চিম ইউৰোপৰ হ'লেণ্ড, স্পেইন আদি দেশৰ পুৰনি যুগৰ উইণ্ড্‌মিল— যিবোৰৰ সৈতে মাজনী আৰু মোৰ সাহিত্যৰ ছাত্ৰ হিচাপে সম্পৰ্ক চাৰ্ভেণ্টিছৰ "ডন্ কিহতে" উপন্যাসৰ বাবে। নিজকে মধ্যযুগীয় বীৰপুৰুষ বা নাইট্ বুলি ভাবি আধুনিক যুগৰ ডন কিহতেই ওলাই গ'ল দুৰ্গত লোকৰ উদ্ধাৰৰ বাবে। স্পেইনৰ এই বীৰপুৰুষে চকুৰ আগত দেখা পালে এটি উইণ্ড্‌মিল্। তাকেই তেওঁ কোনো এক দৈত্য বুলি ভাবি আক্ৰমণ কৰিবলৈ জাঁপ দিলে ওপৰৰ চকৰিটোলৈ। চকৰিয়ে আমাৰ মতিভ্ৰান্ত বীৰপুৰুষক একে তীব্ৰ গতিত ঘূৰাবলৈ ধৰিলে। বীৰপুৰুষ নিতত হৈ তললৈ সৰি পৰিল। আমাৰ বাবে উইণ্ড্‌মিল্ এয়া। কিন্তু পবন বিজ্ঞানৰ ছাত্ৰ। ইলেক্ট্ৰনিক এঞ্জিনীয়াৰ। উইণ্ড্‌মিল্ তেওঁৰ বাবে মাথোন বিজুলী শক্তি উৎপন্ন কৰা উইণ্ড্ টাৰ্‌বাইন্। পবনে বুজাই দিলে, "আমেৰিকাত বিকল্প পদ্ধতিৰে বিদ্যুৎ উৎপাদনৰ ওপৰত গুৰুত্ব বৰ বেছিকৈ দিয়া হয়। সেই বাবেই ইয়াত বিদ্যুতৰ সংকট নাই। কেলিফৰ্নিয়াত গ'লে দেখিব এই উইণ্ড্ টাৰবাইনেৰে বিজুলী শক্তিৰ উৎপাদন তাত আৰু কিমান ব্যাপক।" মই ক'লোঁ, "ইয়াততো ছোলাৰ এনাৰ্জি বা সৌৰশক্তিৰে পোহৰ উৎপাদনো বৰ ব্যাপক।" পবনে মোক শলাগি ক'লে, "হয়, আমাৰ ফোৰ্ট কলিন্‌ছৰ ঘৰৰ কথাই মনত পেলাওক। আমাৰ তাৰ ঘৰবোৰৰ সন্মুখৰ বাঁহনিৰ মাজত চালৰ চাপৰ টেংক্ বা গছবোৰত

যে গধূলি এন্ধাৰ হ'লে লাইটবোৰ জ্বলি উঠে— সেইবোৰতো ছোলাৰ্ এনাৰ্জিৰহে লাইট। ঘৰৰ চৌহদ পোহৰাই ৰখা সেই লাইটৰ বাবে আপুনি বিদ্যুৎ খৰচ কৰাটো নিষিদ্ধ।"

তিনি ঘণ্টাৰ মটৰ ভ্ৰমণৰ পিছত আমি বিয়লি ৬.১৫ বজাত ৰ'লিন্‌ছ (Rawlins) নামৰ চহৰখন পালোঁগে। এইখন ওৱায়োমিং ৰাজ্যত। ছয় বাজি গৈছে যদিও তেতিয়া তাত ঢেলা ৰ'দৰ পোহৰ। আমি তাতেই কিবা অলপ খাই লোৱা ভাল হ'ব বুলি পৱন আৰু মাজনীয়ে ঠিক কৰিছিল। পৱনৰ প্ৰিয় খানা চীনা খানা, থাইলেণ্ড খানা ইত্যাদি। মাজনীৰ প্ৰিয়াখানা কিন্তু মেক্সিকান। গতিকে পৱনে চীনা ৰেষ্টুৰেণ্ট এখনত গাড়ী ৰখোৱাৰ পিছতে মাজনী গ'ল ৰাস্তাৰ সিপাৰৰ টেকো বেল (Teco Bell) নামৰমেক্সিকান খানাৰ ৰেষ্টুৰেণ্ট চেইনৰ এইখন ঠাইৰ ৰেষ্টুৰেণ্টখনলৈ। আঁজলি আৰু ময়ো চীনা খানাই খোৱা ঠিক কৰিলোঁ। চীনা খানা অন্ততঃ আমাৰ কিছু পৰিচিত। মেক্সিকান খানাতো এতিয়ালৈকে খায়েই পোৱা নাই। পিছে মেক্সিকান খানাৰো হেনো ভাৰতীয় খানাৰ লগত বহুত মিল আছে। হ'বৰে কথা। আমেৰিকান নাগৰিক আৰু আমেৰিকাবাসীসকলৰ ভিতৰত দেখাই-দৰ্পণে, ৰূপে-আকাৰে মেক্সিকানসকলৰ মিলেইতো ভাৰতীয়সকলৰ লগত আটাইতকৈ বেছি। আনকি তেওঁলোকে কোৱা ইংৰাজীও, অতি শিক্ষিত মানুহ নহ'লে আমেৰিকানসকলে কোৱা ইংৰাজীৰ দৰে নহয়। তেওঁলোকৰ আৰু আমাৰ মাজত কি চুলিৰ ৰঙত, কি দেহৰ আকাৰত ইমান মিল বাবেই নিশ্চয় আমেৰিকাত প্ৰথম আহি মায়ামি বন্দৰত নামোতে সেই ঘটনাটো ঘটিছিল। বিমান বন্দৰত কৰ্তব্যৰত লোকসকলৰে এজন হ'ব বুলি তেওঁৰ পোছাকৰ পৰা ধৰিব পাৰি এজন লোকক কিবা এটা সুধিলোঁ। বগা ৰঙৰেই। গতিকে আমেৰিকান হয় নে নহয় মোৰ চিন্তা কৰিবলগীয়া কি? মানুহজনেও ইংৰাজীতে উত্তৰ দি মোক সহায় কৰিলে। কিন্তু তাৰ পিছতেচোন তেওঁ মোক আকৌ সুধিলে— "কেন্ ইউ নট্ স্পীক্ ইন্ স্পেনিছ্— আপুনি স্পেনিছত ক'ব নোৱাৰে নেকি?" মই ক'লোঁ, "নৌ"। তেওঁ তথাপি নেৰে। মোৰ লগে লগে খোজ দি দি আহি তেওঁ আকৌ সুধিলে, "ৰিয়েলি? ইউ কাণ্ট্ স্পীক্ স্পেনিছ্? সঁচাই। সঁচাই আপুনি স্পেনিছ্ ক'ব নোৱাৰে?" মই এইবাৰো "নৌ" বুলি দৃঢ়ভাবে কৈ তেওঁক এৰি আগুৱাই গ'লোঁ। মনে মনে ভাবিলোঁ— এওঁ নিশ্চয় স্পেনিছ্। এই ফ্লৰিডাৰে। আৰু ফ্লৰিডাৰ অন্য এটা ভাষা যিহেতু স্পেনিছ, গতিকে ফ্লৰিডাত নামিও উগ্ৰ মাতৃভাষা প্ৰেমী হিচাপে মই ইয়াত স্পেনিছ নোকোৱাত খং কৰিছে। পিছত এই অভিজ্ঞতাটো পৱনক কোৱাত পৱনে বুজাই দিলে, "তেওঁ স্পেনিছভাষী আমেৰিকান ঠিকেই। কিন্তু তেওঁ স্পেনিছত নোকোৱাত আপোনাক খং কৰা নাই। তেওঁ নিশ্চয় মেক্সিকান। মেক্সিকানসকলৰ চেহেৰা যিহেতু বগা ভাৰতীয়সকলৰ লগত মিলে, গতিকে তেৰোঁ আপোনাক মেক্সিকান বুলিহে ভাবিছে। মেক্সিকান হৈয়ো আপুনি তেওঁৰ লগত কিয় স্পেনিছত কোৱা নাই তাৰ কাৰণ তেওঁ বুজি নাপাইহে তেনেকুৱা কৰিছে।"

আমাৰ চাইনীজ ৰেষ্টুৰেণ্টখনত দেখিলোঁ এছীয় লোকেৰে ঠাই খাই থকাৰ সলনি, আমেৰিকান গ্ৰাহকেৰে সেইখন ঠাই খাই আছে। মই ক'লোঁ, "তাৰ মানে চাইনীজ খানা আমেৰিকানসকলৰ মাজত বৰ প্ৰিয় নেকি?" পৱনৰ উত্তৰ, "অকল চাইনীজ খানাই নহয়, থাই, ভাৰতীয় খানাও আমেৰিকানসকলৰ অতি প্ৰিয়। আচলতে আমেৰিকানসকলেনো কি খাই বেয়া পায়, তাকেহে ক'ব নোৱাৰি। আমাৰ কোৰ্ট কলিন্‌ছতে চাবচোন। ইথিওপিয়ান, মেডিটেৰেনিয়ান— এইবোৰ

ৰেষ্টৰেণ্টতো আমেৰিকানসকলৰ ভিৰৰ বাবে ক'ৰবাত ঠাই পায় নেকি।"

যি হওক খাই-বৈ উঠি আমি পুনৰ গাড়ীত বহিলোঁ। মই বেল্ট মাৰিবলৈ পাহৰোঁ বাবে আঁজলিয়ে তেওঁৰ অভ্যাসবশতঃ আকৌ সুধিলে, "হেৰা, তুমি বেল্ট মাৰিছানে?" পবনে গাড়ী দৌৰাই ক'লে, এতিয়াও আমাৰ আৰু পাঁচ ঘণ্টাৰ বাট বাকী আছে। অৰ্থাৎ আমি চাৰে এঘাৰৰ আগত নাপাম গৈ। মনে মনে ভাবিলোঁ— বহুত ৰাতি হ'ব। এতিয়া বেলিৰ কিৰণে সোণালী ৰূপ লৈছে। আমেৰিকাৰ আকাশতো অলপ পিছতে চকা পাতত বহিব।

সেই বেলি মাৰ গ'ল, পাতল আন্ধাৰে আমেৰিকা ঢাকি আনিবলৈ আৰম্ভ কৰিলে। এতিয়া আমেৰিকাৰ এক ভিন্ন ৰূপ। ৰাজপথ যদিও একে ধৰণেই আহল বহল আৰু উভয়মুখী আৰু দুয়োমুখেই চাৰি লানিকৈ প্ৰচণ্ড বেগত দৌৰি থকা গাড়ী আৰু কাষে কাষে হাৰ্ড শ্বোল্ডাৰ, তথাপি চলমান গাড়ীৰ সংখ্যা লাহে লাহে কমি যাব ধৰিছে। আৰু দুয়োকাষৰ পথাৰ-চহৰ লাহে লাহে পাতল হৈ গৈ তাৰ ঠাইত দেখা দিব ধৰিছে কেৱল পাহাৰ আৰু অৰণ্য। অৰ্থাৎ আমি চাবলৈ অহা পাৰ্কৰ অঞ্চলৰ কিজানি ওচৰ পাবহি ধৰিছোঁ। আৰু যেতিয়া চাৰিওপিনে সম্পূৰ্ণ আন্ধাৰ হ'ল, তেতিয়া দেখা পালোঁ ৰাতিৰ আমেৰিকাৰ ৰাজবাটৰ অন্য এক ৰূপ। ৰাস্তাৰ দুয়োকাষে সমান সমান দূৰত্বত একোলানি বস্তি। ইপিনে, সন্মুখত আমাৰ দিশৰ পৰা গৈ থকা গাড়ীবোৰৰ পাছপিনৰ ৰঙা লাইটৰ জাকিয়ে জাকিয়ে ৰঙা পোহৰ। সিটো ফালে বিপৰীতমুখী গাড়ীবোৰৰ হেড্ লাইটৰ বগা পোহৰৰ ছটা। তাৰে মাজতে ওপৰৰ আকাশত লাহে লাহে জিলিকি উঠিল কাঁচি জোন। আন্ধাৰ আঁতৰাই পৃথিৱী পোহৰ কৰি ৰখাৰ বাবে মানুহ আৰু প্ৰকৃতিৰ কি অপূৰ্ব প্ৰচেষ্টা। কিন্তু এই অৰণ্যৰ মাজৰ পথো পোহৰাই ৰাখিবলৈ আমেৰিকাই বিদ্যুতত ইমান খৰচ কৰেনে? টকা আছে বাৰু খৰচ কৰিছে। কিন্তু নিৰ্দিষ্ট দূৰত্বৰ শাৰী শাৰী পোহৰত ইমান বিদ্যুৎ শক্তিৰ অপচয়! কিন্তু বুজি পাবলৈ বেছি সময় নালাগিল যে সেই পথৰ দুয়োকাষৰ শাৰী শাৰী পোহৰবোৰ বিদ্যুৎ পোহৰ নহয়। একো একোটা চাপৰ খুঁটাৰ মূৰত বা একোগছি গছৰ ওপৰত সেয়া ফ্লুৰোচেণ্ট পেইণ্ট— যি গাড়ীৰ পোহৰ পৰি উদ্ভাসিত হৈ উঠে ঠিক বিদ্যুৎ পোহৰৰ দৰেই।

লাহে লাহে পথত যান-বাহন আৰু কমি যোৱা বাবেই বোধহয় আকাশৰ জোন আৰু তাৰ পোহৰ আৰু বেছি উজ্জ্বল হৈ উঠিল। জোনে পোহৰোৱা আমেৰিকাৰ অৰণ্যৰ মাজৰ সেই পৰিবেশত আমাৰ গাড়ীৰ কেছেটত আগৰে পৰা বাজি থকা ভূপেন হাজৰিকাৰ গানবোৰ আৰু বেছি স্পষ্ট হৈ উঠিল— অসমত সদায় শুনা এই গানবোৰ। কিন্তু আমেৰিকাৰ এই সেমেকা ৰাতিৰ অৰণ্যৰ নিৰ্জনতাত সেই গানবোৰেই চোন এতিয়া নিবিড়ভাবে অৰ্থবহ হৈ উঠিল। বেছিভাগ গানেইচোন এতিয়া দেখিলোঁ তেওঁৰ আচলতে আত্মজীৱনীমূলক গান। তেওঁৰ আপোন হৃদয়ৰ, আপোন অনুভূতিৰ আৰু আপোন জীৱনৰ অভিজ্ঞতাৰ। যিমানেই তেওঁ সমগ্ৰ পৃথিৱী যাযাবৰ হৈ ঘূৰি ফুৰাৰ কথা নকওক, যিমানেই তেওঁ বিশ্বজনতাক নিজৰ বুকুত স্থান দিয়াৰ কথা নকওক, তেওঁচোন দৰাচলতে কৈ গৈছে আপোন হৃদয়ৰ ৰিক্ততাৰ কথা, বহু বিচাৰিও একো নোপোৱাৰ কথা, এক নিঃসংগ আত্মাৰ বেদনাৰ কথা। এই দেশৰ পৰা বহু আঁতৰৰ বিদেশৰ ৰাতিৰ বিদেশী নিৰ্জনতাত আমাৰ ভূপেন হাজৰিকাৰ গান শুনি শুনি এতিয়াহে যেন তেওঁক নিজৰ ভেনেই ওচৰতে পাই গ'লোঁ। যোৱা বহাগত বিহুৰ সময়তে গান গাই থাকোঁতেই তেওঁ অসুস্থ হৈ পৰিছিল। আৰু তেওঁ গান গাব পাৰিবনে নাই ক'ব নোৱাৰোঁ। কিন্তু

যিবোৰ গান তেওঁ ৰচি গ'ল, গাই গ'ল— তাত এয়া শুনিবলৈ পাইছোঁ— বিশ্বক আপোন কৰি লোৱা আগ্ৰহৰ মাজতো তেওঁ সদায় থাকিব খোজে অসমৰ কোলাত, মৰিবও খোজে অসমৰ বুকুতে। এৰা, ভূপেন হাজৰিকা এতিয়া অসুস্থ অসমৰ কোলাতে। অসম এৰাৰ সময়তে আমি জানি আহিছিলোঁ তেওঁৰ অস্ত্ৰোপচাৰৰ প্ৰয়োজন হৈছে। সেই অস্ত্ৰোপচাৰ তেওঁ সহজে মুম্বাইতো কৰিব পাৰে। সেয়েই হয়তো বেছি নিৰাপদ আৰু নিৰ্ভয়। কিন্তু সেই অস্ত্ৰোপচাৰ তেওঁ কৰিব খোজে অসমৰ এখন হস্পিটেলতে। সেই অসম আমাৰ পৰা এতিয়া কিমান দূৰ। ডাঠ অৰণ্যৰ একেটা আহল বহল বাটেৰে আমি আগুৱাই গৈ থাকিলোঁ। ভূপেন হাজৰিকাৰ গানৰ সুৰবোৰ আৰু বেছি কৰুণ হৈ বাজি উঠিল মোৰ কাণত— আমেৰিকাৰ অৰণ্যৰ এই ৰাতিৰ নিৰ্জনতাত। তেওঁৰ অন্তৰৰ কথাৰ ধ্বনি-প্ৰতিধ্বনিবোৰ ভাহি ফুৰিবলৈ ধৰিলে আমেৰিকাৰ বতাহত।

ঠিক ৰাতি ১১.৩০ বজাত আমি ডুবইছ্ (Dubois) চহৰ পালোঁ। প্ৰকৃত পাৰ্ক অঞ্চলত প্ৰৱেশ কৰাৰ আগৰ এইখন শেষ চহৰ। ইয়াৰে 'ষ্টেইজ্ কোচ্ ইন' বোলা মোটেলখনত আমাৰ বাবে ছুইটটো সংৰক্ষিত হৈ আছে। কিন্তু মোটেলৰ কম্পাউণ্ডলৈ সোমাই গৈ দেখিলোঁ, চৌহদ যদিও লাইটেৰে জলমল, ঘৰবোৰৰ দুৱাৰ-খিৰিকী সকলো বন্ধ। আনকি ৰিচেপ্‌শনো বন্ধ। চৌপাশৰ পাৰ্কিং প্লেচ গাড়ীৰে ভৰা। সকলো গাড়ীও বন্ধ। এতিয়া? পাৰ্কিং প্লেচত গাড়ীৰ বাবে ঠাই বিচাৰি আমি আমাৰ গাড়ীৰে ঘূৰি ফুৰোঁতে পৱনৰ চকুত পৰিল মোটেলৰ অফিচ ৰুমৰ নোটিচ বোৰ্ডত এটা এনভেলপ আঁৰি থোৱা আছে। পৱনে গাড়ী ৰাখিলে আৰু সেইটো খাম তেওঁৰ বাবেই হ'ব বুলি নামি গ'ল। এৰা, খামৰ ভিতৰত পৱনলৈ লিখা চিঠি আৰু লগতে আমাৰ ছুইট নম্বৰ আৰু চাবি। আমাৰ ছুইটৰ সন্মুখৰ পাৰ্কিং লটতে আমি পাৰ্কিং স্পেচ পালোঁ। আমাৰ বয়-বস্তুবোৰ নমাই আমাৰ ছুইটলৈ সোমাই গ'লোঁ। আঞ্জলি আৰু মোৰ বাবে এটা ৰুম। পৱন, মাজনী আৰু অনৌষ্কাৰ বাবে অন্য এটা। মাজত ডাইনিং ৰুম, ড্ৰয়িং ৰুম আৰু কিট্‌চেন্। কোঠাবোৰৰ ভিতৰো কাপোৰ-কানি, আচবাব-পত্ৰৰে সুসজ্জিত। আৰু নো কি লাগে?



## আঠ

# নাৰীবক্ষ আৰু হালধীয়া প্ৰস্তৰ

ডুবইছ্ চহৰত ৰাতিতো সুখেৰেই কটালোঁ। কিন্তু সুখেৰে ৰাতি কটাবলৈতো আমি ইয়ালৈ অহা নাই। পুৱা মৰ্নিং টী আৰু ব্ৰেকফাষ্ট একেলগেই কৰি সিপিনে চাৰে দহ বজাত লাঞ্চেই খাই উঠিলোঁ। আৰু চাৰে এঘাৰ বজাতে আমি 'ষ্টেইজ্ কোচ্ ইন্' এৰি ডুবইছ চহৰৰ পৰা প্ৰস্থান কৰিলোঁ। আমি যদিও এতিয়া সাধাৰণ ভাষাৰে ক'ম য়েলৌ ষ্টৌন নেশ্বনেল পাৰ্কত সোমাম বুলি, আমেৰিকাৰ চৰকাৰী হিচাপ অনুসৰি কথাটো সিমান সহজ নহয়। আচলতে এই ডুবইছৰ পৰাও আমি এতিয়া দুঘণ্টাৰ মটৰ যাত্ৰা কৰিব লাগিব পাৰ্কলৈ। কিন্তু প্ৰথমতে যিখন পাৰ্ক পাম সেইখনো ঠিক য়েলৌ ষ্টৌন নহয়। সেইখনৰ নাম গ্ৰেণ্ড্ টেটোন। গ্ৰেণ্ড্ টেটোনৰ সিমূৰেহে আমি চাবলৈ আহিছোঁ বুলি কৈ থকা য়েলৌ ষ্টৌন। আচলতে গ্ৰেণ্ড্ টেটোন য়েলৌ ষ্টৌনৰ পৰা ভিন্ন এখন ৰাষ্ট্ৰীয় উদ্যান। গ্ৰেণ্ড্ টেটোনৰ পৰ্যটকৰ বাবে আকৰ্ষণো য়েলৌ ষ্টৌনৰ আকৰ্ষণতকৈ ভিন্ন। গ্ৰেণ্ড্ টেটোনৰ আকৰ্ষণ তাৰ ভিতৰৰ অনেক ৰূপালী সৰোবৰৰ ঢৌ খেলা পানীৰ আকৰ্ষণ; ওখ ওখ পৰ্বতৰ গাৰ ধোঁৱা বৰণীয়া প্ৰস্তৰৰ স্তৰমালা— য'ত প্ৰস্তৰ ঢাক খাই আছে ঘাঁহ-বন, গছ-গছনিৰে। তাৰ গাই গাই আকাশ চুই থকা ক্ষীণ, ওখ লড্জ্ পৌল্পাইন্, ফিগ্, চাইপ্ৰেছ্, ইত্যাদি গছ। ওখ ওখ পৰ্বতৰ নগ্ন হৈ ওলাই থকা পাথৰৰ বিভিন্ন ৰূপে ইয়াত প্ৰস্তৰ-প্ৰাচীৰৰ ৰূপ লয়। তাৰো ওপৰৰ পৰ্বতীয়া অৰণ্যৰ মাজে মাজে চাফ-চিকুণ মটৰ-পথবোৰৰ অ'ত ত'ত গাড়ী ৰখাবলৈ কৰি দিয়া ঠাইত গাড়ী ৰখাই তলৰ ৰূপালী হ্ৰদলৈ চাই পঠিয়ালে সেই হ্ৰদৰ পানী আৰু তাৰ সিপাৰৰ ডাঠ অৰণ্যই ঢকা পৰ্বতে এই পৃথিৱীখনকে সপোন ৰাজ্যত পৰিণত কৰে।

টেটোন উদ্যান য়েলৌ ষ্টৌন উদ্যানতকৈ বহুত সৰু। কিন্তু সেই বুলিও ই এখন সৰু পাৰ্ক নহয়। ইয়াৰ দৈৰ্ঘ্য ৪০ মাইল বা ৬৫ কিলোমিটাৰ। প্ৰস্থ আনহাতে ১০ৰ পৰা ১৫ মাইল বা ১৬ ৰ পৰা ২৪ কিলোমিটাৰ। এই উদ্যানখনৰ নাম টেটোন কিয় দিয়া হ'ল, সিও আমোদজনক। ই আমেৰিকা যুক্তৰাষ্ট্ৰৰ ভিতৰুৱা হোৱাৰ পূৰ্বে কানাডাৰ ফৰাচীভাষী জন্তুৰ নোম-ব্যৱসায়ীসকলে ইয়াৰ পৰ্বতৰ আটাইতকৈ ওখ শৃঙ্গ তিনিটাক Les trois teton বা ইংৰাজীতে three breasts বা অসমীয়াতে নাৰীবক্ষত্ৰয় আখ্যা দিছিল। দূৰৈৰ পৰা ইয়াৰ পৰ্বৰ্বতৰ শৃঙ্গ তিনিটাক নাৰীৰ তিনিটা স্তনৰ দৰেই দেখি। আমেৰিকা যুক্তৰাষ্ট্ৰ চৰকাৰে যেতিয়া এই পৰ্বতীয়া অৰণ্য অঞ্চলক ৰাষ্ট্ৰীয় উদ্যান ঘোষণা কৰিলে, তেতিয়া ইয়াৰ নাম দিলে গ্ৰেণ্ড টেটোন পাৰ্ক বা ঐশ্বৰ্যময় নাৰীবক্ষ উদ্যান।

যি হওক টেটোন পাৰ্কত মোক আটাইতকৈ মুগ্ধ কৰা দৃশ্যবোৰৰ এটা হ'ল ওখ ওখ পৰ্বতবোৰৰ গাৰ বিৰাট বিৰাট ওখ কিন্তু ক্ষীণকায় লড্জ্ পৌল্পাইন্বোৰৰ দৃশ্য। এজোপা, দুজোপা গছ নহয়, হেজাৰ হেজাৰ গছৰ শৃঙ্খলাপূৰ্ণ জাৱণি। ইমান ওখ পাইন গছ মই আগতে দেখা নাই। শ্বিলঙতো পাইন গছ দেখিছোঁ, কিন্তু সেয়া কম উচ্চতাৰ পাইন গছ। তেনে পাইন এই পাৰ্কবো কম উচ্চতাত দেখি আহিছোঁ। সেইবোৰ পাইনহে যেন আমাৰ চিনাকি— আমাৰ

আপোন। কিন্তু এই লড়্জ পৌল্‌পাইন্— ইয়াত সেই চিনাকি চিনাকি ভাবটো নাথাকিলেও, ইয়াত দেখিছোঁ এক নতুন মনোৰম সৌন্দৰ্য।

টেটোন পাৰ্কৰ পৰ্বতৰ মাজে মাজে বহুতো খৰস্ৰোতা নদীও দেখিলোঁ। পানীবোৰ ফট্‌ফটীয়া। গতিকে নদীৰ তলি বা বুকুখনলৈকে দেখা যায়। শিলাময় নদীৰ বুকু। নদীলৈ নামি যোৱা পৰ্বতৰ গাৰ গছবোৰত অনেক অচিনাকী চৰাই। পাশ্চাত্যৰ বেছিভাগ চৰাইৰেতো নাম জানো— সাহিত্যৰ পৰা। গতিকে এইবোৰ চৰাইৰ নাম কোনোবাই ক'লেই হয়তো চিনি পাম। কিন্তু কোনে ক'ব? কোনে জানিব? ইংলেণ্ডতো লগত সদায় গাইড আছিল। কিন্তু গছৰ নাম, চৰাইৰ নাম কোনেওতো ক'ব নোৱাৰে। সুধিলে কেৱল ক্ষমা খোজে নিজৰ অজ্ঞতাৰ বাবে।

আমি এই টেটোন পাৰ্কৰ বিভিন্ন অঞ্চলৰ শোভা গাড়ীৰে উপভোগ কৰি কৰি আবেলি তিনিমান বজাত এখন ৰেষ্টৰেণ্টত সোমালোঁগৈ। ৰেষ্টৰেণ্টখন বৰ ডাঙৰ নহয়; কিন্তু সন্মুখত গাড়ী ৰখোৱা ঠাই যেনেকৈ বৃহৎ, তেনেকৈ তাৰ বিৰাট চোতালত পাৰি থোৱা চকী-মেজবোৰত বহি খোৱা ঠায়ো বহুত। তাৰে এখন মেজৰ চৌদিশৰ চকীবোৰত আমি বহি ল'লোঁ। ভোকতকৈয়ো লাগিছিল ভাগৰ বেছিকৈ। আমি কফী আৰু লগত কিবাকিবি খাই ল'লোঁ। যেতিয়া ৰেষ্টৰেণ্ট এৰিবৰ হ'ল, পবনে ঘড়ী চাই ক'লে এতিয়াও এন্ধাৰ হ'বলৈ আৰু অন্ততঃ তিনি ঘণ্টা বাকী। টেটোন পাৰ্কত এই কেইঘণ্টা কটাই দিব পাৰি নতুন নতুন অঞ্চললৈ গৈ। কিন্তু নতুন দৃশ্য আৰু বৰ বেছি নোলাব। তাৰ সলনি আমি য়েলোঁ ষ্টোনতে সোমাওঁগৈ। তাতেই এইখিনি সময়ত কেইটামান স্পট্ চাই ল'লে, কিছু আগবাঢ়ি থাকিব পাৰিম। একেলগে য়েলোঁ ষ্টোনৰ সিমূৰৰ মোটেলখনলৈকে কিছু আগবাঢ়ি থকা হ'ব।

প্ৰতিখন ৰাষ্ট্ৰীয় পাৰ্কত সোমাওঁতে আমাৰ কাজিৰঙাত সোমোৱাৰ দৰে প্ৰৱেশ মাচুল দি টিকেট ল'ব লাগে। কিন্তু ইয়াত এটা ভাল নিয়ম আছে— ৰাষ্ট্ৰীয় পাৰ্কৰ এটা বিশেষ মাচুলৰ বিনিময়ত সভ্য হৈ ল'লে আপুনি আৰু আমেৰিকাৰ কোনোখন ৰাষ্ট্ৰীয় পাৰ্কতে সোমোৱাৰ বিনিময়ত মাচুল ভৰিব নালাগে। আপোনাৰ পৰিয়াল আৰু গাড়ীত থকা অন্য লোকেও বিনা পইচাই সোমাব পাৰিব। পবন আমেৰিকান ৰাষ্ট্ৰীয় পাৰ্কবোৰৰ সভ্য। গতিকে আমি টেটোন পাৰ্কত যেনেকৈ প্ৰৱেশ মাচুল ভৰিবলগীয়া নহৈছিল, তেনেকৈ য়েলোঁ ষ্টোনতো নালাগিল।

য়েলোঁ ষ্টোনৰ এটা বিশেষ আকৰ্ষণ, ইয়াৰ পৃথিৱীৰ ভিতৰতে বিখ্যাত আৰু বিৰল Geo-thermal বা ভূ-তাপ বিঘটনৰ ঠাইবোৰৰ অঞ্চলটো। তাত অনেক গৰম পানীৰ উই (hot springs) আৰু গীজাৰ বা উষ্ণ জলোদ্‌গীৰণ। তদুপৰি ইয়াৰ অৰণ্য বিভন্ন শ্ৰেণীৰ জীৱ-জন্তুৰ বিচৰণ ভূমি। সেই জীৱ-জন্তুৰ ভিতৰত পৰ্যটকে সহজে দেখা পাব পৰা প্ৰাণীবোৰ হ'ল এল্ক্ (Elk, এবিধ ডাঙৰ শিঙাল পহু), বাইছন বা বনৰীয়া ম'হ, পহু, ভালুক— বিশেষকৈ গ্ৰীজলি বেয়া' (Grizzly bear) বা ধূসৰ বৰণীয়া ভালুক, মাউণ্টেইন্ শ্বীপ্ বা পৰ্বতীয়া ভেড়া; শিয়াল— বিশেষকৈ ৰঙা শিয়াল আদি। চৰায়ো আছে ইয়াত অনেক উপজাতিৰ— ফেঁচাৰ পৰা পেলিকানলৈ। এইবোৰৰ পৰা ক'ব পাৰি— য়েলোঁ ষ্টোন ৰাষ্ট্ৰীয় পাৰ্ক আদিম প্ৰকৃতিৰ আজিও লীলাভূমি। এই যে প্ৰকৃতিৰ লীলাভূমিত বিৰল প্ৰাণী হিচাপে ফেঁচা আৰু শিয়ালৰ নামো ল'লোঁ, ইয়াকে দেখি নিশ্চয় আমাৰ অসমীয়া পাঠকৰ চকু থোপা হৈ উঠিব। তেনে এখন বিখ্যাত পাৰ্কতনো ফেঁচা আৰু শিয়াল থকাৰ কথাও ক'ব লাগেনে! কিন্তু

আমেৰিকানসকলে দেখিছোঁ এইবোৰো কেতিয়াও দেখাই নাপায়। অকল আমেৰিকান কিয় য়েলৌ ষ্টৌনৰ ভিতৰততো পৃথিৱীৰ সকলো দেশৰে হেজাৰ হেজাৰ পৰ্যটকে দিনৌ ভিৰ কৰে। পথৰ দাঁতিত এটা ভেড়া ওলালেও, এটা শিয়াল ওলালেও লগে লগে শ শ গাড়ী তাতে বৈ যাব। গাড়ীৰ পৰা নামি নামি দেশ-বিদেশৰ শ শ মানুহে পৰম আগ্ৰহেৰে তাক চাব। এনেয়ে আপুনি পাৰ্কিং অঞ্চল নহ'লে বা বিপদত নপৰিলে পথৰ কাষত গাড়ী ৰাখিব নোৱাৰে। কিন্তু এটা ফেঁচা চাবলৈকো এনেদৰে তাত শ শ গাড়ী ৰাখি দিব পাৰে। পুলিচ আহি লগে লগে তাত ওলাব। কিন্তু প্ৰাণীটো সকলোৱে যাতে ভালকৈ চাব পাৰে, এই কথাত চকু দিয়াৰ বাবেহে। আৰু তাৰ জীৱ-জন্তুবোৰো! মানুহক তাত সিহঁতে শত্ৰু বুলি নাভাবে। গতিকে ভয় কৰি আঁতৰি নাযায়। আনকি সিহঁতৰ ফটো ল'বলৈ যেতিয়া শ শ কেমেৰা প্ৰস্তুত কৰা হয়, তাকো সিহঁতে ভয়ৰ কাৰণ বুলি নাভাবে।

য়েলৌ ষ্টৌন ৰাষ্ট্ৰীয় উদ্যান বুলি ঘোষিত হৈছিল ১৮৭২ খৃষ্টাব্দত। আমাৰ কাজিৰঙাৰ গছ-গছনি, পশু-পক্ষী কাটি-ছিঙি, মাৰি প্ৰায় শেষ কৰাৰ পিছত সৌ সিদিনাহে তাক ৰাষ্ট্ৰীয় উদ্যান ঘোষণা কৰা হ'ল। পিছে আকাৰ আৰু বৈচিত্ৰ্যত আমাৰ কাজিৰঙাক য়েলৌ ষ্টৌনৰ লগত তুলনাই কৰিব নোৱাৰি। য়েলৌ ষ্টৌনৰ আকাৰ ৩,৫০০ বৰ্গ মাইল বা ৯০০০ বৰ্গ কিলোমিটাৰ। এনে এটা বৃহৎ অঞ্চল আচলতে এখন ৰাজ্যই। প্ৰকৃতিৰ ৰাজ্য। আমেৰিকাৰ তিনিখন ৰাজ্য— ওৱায়ৌমিং, মন্টানা আৰু ইদাহোৰ সংযোগ অঞ্চলত ইয়াৰ অৱস্থিতি। এই প্ৰকৃতি ৰাজ্যৰ আটাইতকৈ বিস্ময়কৰ সম্পদ হ'ল ইয়াৰ গৰম পানীৰ উহঁ আৰু জলোদ্‌গীৰণবোৰ। আমাৰ গোলাঘাটৰ ওচৰৰ নামবৰ হাবিত এটাই মাথোন গৰম পানীৰ উহঁ। কিন্তু এই য়েলৌ ষ্টৌনত গৰম পানীৰ উঁহৰ সংখ্যা হেনো দহ হেজাৰ। তাৰ ওপৰত আকৌ জলোদ্‌গীৰণৰ সংখ্যা তিনিশ। এক বৃহৎ পৰ্বতীয়া অৰণ্যত অ'ত এটা, ত'ত এটাকৈ দহ হেজাৰ গৰম পানীৰ উঁহ! শিলাময় বোকাৰ সৰু সৰু প্ৰায় দহ হেজাৰ পুখুৰীত নিৰন্তৰ গৰম পানীৰ ভক্ ভক্ উতল— যেন আমাৰ তাৰ কুঁহিয়াৰ পেৰাৰ সময়ৰ বৰ কেৰাহীত উতলা কুঁহিয়াৰ ৰসৰ ভক্‌ভকনি। আৰু উষ্ণ জলোদ্‌গীৰণ? এই সুউচ্চ মালভূমিত বিভিন্ন অঞ্চলত ৩০০ ওপৰমুখী নিজৰাৰ পৰা নিৰ্দিষ্ট সময়ৰ অন্তৰে অন্তৰে হৈ আছে গৰম পানীৰ উদ্‌গীৰণ ঠিক আগ্নেয়গিৰিৰ উদ্‌গীৰণৰ দৰে।

ইমানবোৰ ভূতাত্ত্বিক বিস্ময় বা বিস্ময়কৰ ভূতাত্ত্বিক অভিঘটনা এই একেটা অঞ্চলতে কিয় থূপ খাই থাকিল? ভূতত্ত্ববিদসকলৰ মতে এই উষ্ণ জলোদ্‌গীৰণ বা গৰম পানীৰ উঁহবোৰ এক লাখ বছৰৰ পূৰ্বে আগ্নেয়গিৰিয়েই আছিল। সেই আগ্নেয়গিৰিৰ পৰা উদ্‌গীৰিত হোৱা জ্বলন্ত শিলৰ অঙঠা বা লাভাবোৰ মাটিত পৰি পৰি থাকিলত সময়ত মাটিয়ে পুতি পেলালে। মাটিয়ে ঢাকি পেলোৱা সেই এসময়ৰ জ্বলন্ত গলিত পদাৰ্থ বা লাভাবোৰেই হৈ পৰিল মেগ্‌মা (magma) বা গলিত পদাৰ্থ। একেদৰে বিভিন্ন কালত বিভিন্ন আগ্নেয়গিৰিৰ উদ্‌গীৰণে সৃষ্টি কৰিলে সেই অঞ্চলৰ পৃথিৱীৰ উপৰিভাগৰ তলত মেগ্‌মা বা জ্বলন্ত পদাৰ্থৰ বহু তৰলীয়া ডাঠ আৱৰণ। এইটো অঞ্চলত তেনে মেগ্‌মা বা গলিত পদাৰ্থৰ তৰপ হেনো মাটিৰ তৰপৰ পৰা বৰ বেছি তলত নহয়। ওপৰৰ বৰষুণৰ পানী বা শীতকালিৰ বৰফ গলা পানী মাটিৰ মাজেৰে নিগৰি গৈ যেতিয়া সেই অঙঠাৰ তৰপ স্পৰ্শ কৰে গৈ, তেতিয়াই উদ্‌গীৰিত হয় গৰম পানী— ওপৰমুৱা

সোঁতৰ ৰূপত। তাকেই আমি বোলোঁ উষ্ণ জলোদ্‌গীৰণ বা গীজাৰ। য়েলৌ ষ্টোনৰ ৩০০ উষ্ণ জলোদ্‌গীৰণৰ ভিতৰত আটাইতকৈ বেছি আকৰ্ষণীয়টোৰ নাম হ'ল বিশ্বাসী বৃদ্ধ বা old faithful.

আকৌ গৰম পানীৰ উঁহবোৰনো কি? উষ্ণ জলোদ্‌গীৰণৰ পানীয়ে ভূ-গৰ্ভৰ ধাতৱ পদাৰ্থ গলাই সৃষ্টি কৰে গীজাৰাইট্ বা গলিত ধাতৱ পদাৰ্থৰ বোকা। সেই বোকা ওপৰলৈ মাঝি মাঝি সৃষ্টি কৰে একোটা গৰম বোকাপুখুৰীৰ। সেই বোকাপুখুৰীত ভূগৰ্ভৰ পৰা ওলাই আহি থকা বোকাময় পানীয়ে অনবৰত তুলি থাকে বুদ বুদ বা বুৰবুৰণি। যি ধাতৱ পদাৰ্থৰ লগত পানী মিহলি হৈ ধাতৱ বোকা বা gyserite (গীজাৰাইট)-অৰ সৃষ্টি হয়, সেই ধাতু হ'ল সাধাৰণতে চিলিকা বা জলমলীয়া এবিধ শিলৰ বালি। ইয়াত পানীৰ ভাঁপ বা জলীয় বাষ্প মিহলি হ'লে, সি নীলা বা সেউজীয়া ৰূপ লয়। ইংলেণ্ডৰ বাথ নগৰীত দেখা পাই অহা গৰম পানী উঁহৰ পানীত নীলা আভা বা ৰং তেনেকৈ দেখা চকুত পৰা নাছিল। কাৰণ সেই গৰম পানীৰ উঁহত চিলিকা-বোকাতকৈ বোকা পানীহে বেছি। আৰু আমাৰ গোলাঘাটৰ ওচৰৰ গৰম পানীৰ উঁহত? য়েলৌ ষ্টোনৰ গৰম পানীৰ উঁহবোৰৰ বহুততে কিন্তু নীলা বোকা আৰু নীলা পানীৰ অপূৰ্ব খেলা। এই নীলা ৰঙৰ অপূৰ্ব লীলাৰ বাবে বিখ্যাত এটি উষ্ণ নিজৰা হ'ল গ্ৰেণ্ড প্ৰিজ্‌মেটিক্ স্প্ৰিং। ইয়াৰ অন্য এটি নাম হ'ল পান্না নিজৰা বা এমাৰেল্ড্ স্প্ৰিং।

এইবোৰত বাহিৰে য়েলৌ ষ্টোনৰ আৰু যে কত ভূতাত্ত্বিক অভিঘটনাই আমাৰ পৃথিবীখনে আজিৰ ৰূপ পোৱাৰ ইতিহাসৰ কথা কয়। এই য়েলৌ ষ্টোনতে আছে ৪০ (চল্লিছ) বৰ্গ মাইল বা ১০০ বৰ্গ কিলোমিটাৰ জোৰা এক প্ৰস্তৰীভূত জীবদেহৰ বা জীবাশ্মৰ অৰণ্য। অৰণ্য একোখন কেতিয়াবা আগ্নেয়গিৰিৰ উদ্‌গীৰণত ভস্মীভূত হৈ যায়। তাত কিন্তু আধা পোৰা বা ছাই হৈ নোযোৱা গছ-গছনি কিছু ৰৈয়ো যায়। একোখন অৰণ্য সময়ত ছাই হৈ যেতিয়া মাটিৰ তলত পোত খাই যায়, তাৰ ওপৰত পুনৰ গজি উঠে ঘাঁহ-বন, গছ-লতিকা। অন্য এখন অৰণ্য। আকৌ উদ্‌গীৰণ হয়। পুনৰ সকলো ছাই হৈ যায়। পুনৰ গজি উঠে তাৰে ওপৰত নতুন এক অৰণ্য। য়েলৌ ষ্টোনৰ সেইটো অঞ্চলত হেনো এনেদৰে বহুকেইখন অৰণ্য পোত খোৱা বহু তৰপৰ মাটি আছে। আৰু য়েলৌ ষ্টোনৰ এই অঞ্চলৰ এটা বিস্ময় এই যে ইয়াৰ যি তৰপে তৰপে অৰণ্য ভস্মীভূত হোৱা মাটি, তাত যি দুই এডাল গছ আধাপোৰা অৱস্থাত পোৱা যায়, সেইবোৰ হেনো থিয়ৈ থিয়ৈ মাটিত পোত গৈ আছে। অন্য ঠাইত কিন্তু তেনে আধা পোৰা গছৰ অৱশেষ মাটিত বাগৰি পৰা অৱস্থাতহে পোৱা যায়।

এই য়েলৌ ষ্টোনৰে অন্য এক আকৰ্ষণ হ'ল ইয়াৰ গিৰিসংকট বা গিৰিখাদবোৰ। দুখন পৰ্বতৰ মাজৰ ঠেক বাট বা খালী ঠায়েই হ'ল গিৰিসংকট বা গিৰিখাদ। কিন্তু সেই দুই পৰ্বত যেতিয়া অতি ওখ আৰু থিয় হয়, অথচ মাজৰ বাট বা খালী ঠাই হয় তেনেই ঠেক, তেন্তে তেনে গিৰিসংকটেই হয় কেনিয়ন্। ই যেন দুই অতি ওখ, থিয় পৰ্বতৰ মাজৰ এটি সুৰংগহে। কেৱল এই সুৰংগৰ ওপৰৰ পিনে খোলা, মূৰ তুলি চালে আকাশ দেখা পোৱা যায়। এনে কেনিয়নো আছে এই য়েলৌ ষ্টোনতে। তাৰে আটাইতকৈ থিয় আৰু দীঘল বাটৰ কেনিয়নক গ্ৰেণ্ড কেনিয়ন্ বুলিয়েই কয়। কিন্তু আমেৰিকাৰ গ্ৰেণ্ড কেনিয়ন্ বুলি ক'লে বুজা যায় এৰিজোনা ৰাজ্যৰ গ্ৰেণ্ড কেনিয়নকহে। সেই গ্ৰেণ্ড কেনিয়নৰ তুলনাত য়েলৌ ষ্টোনৰ গ্ৰেণ্ড কেনিয়ন্

হেনো একোৱেই নহয়। এৰিজোনা ৰাজ্যৰ যি গ্ৰেণ্ড কেনিয়ন বা মহাগিৰিসিংকট সি হেনো ১ মাইল বা ১.৬০ কিলোমিটাৰ ওখ বা থিয়। তাৰ দৈৰ্ঘ্য বা দূৰত্বও হেনো ২৭৭ মাইল বা ৪৪৬ কিলোমিটাৰ। ১ মাইল দ এটি পৰ্বতৰ মাজৰ ফাঁক; ২৭৭ মাইল তাৰ দৈৰ্ঘ্য! এই তুলনাত আমি দেখা য়েলৌ ষ্টৌনৰ গ্ৰেণ্ড কেনিয়ন সঁচাই একো নহয়।

সি যি কি নহওক, এই য়েলৌ ষ্টৌনতে আছে আমেৰিকাৰ অৰ্থাৎ উত্তৰ আমেৰিকাৰ আটাইতকৈ বিশাল পৰ্বতৰ ওপৰৰ সৰোবৰ— য়েলৌ ষ্টৌন সৰোবৰ। এই উদ্যানৰ ভিতৰৰ বহুতো নদীৰ ভিতৰত য়েলৌ ষ্টৌন নদীখন দুবাৰ দুঠাইত মালভূমিৰ ওপৰৰ পৰা পাতালসদৃশ গভীৰতালৈ নামি গৈছে। সিয়েই সৃষ্টি কৰিছে দুটি বৃহৎ জলপ্ৰপাতৰ। উজনি জলপ্ৰপাত (Upper Falls)-ৰ উচ্চতা ১০৯ ফুট বা ৩৩ মিটাৰ। আৰু নামনিৰ জলপ্ৰপাত (Lower Falls) টোৰ উচ্চতা ৩০৮ ফুট বা ৯৪ মিটাৰ। প্ৰকৃতিৰ এনে প্ৰাচীন আশ্চৰ্যবোৰ আজিও বুকুত বান্ধি লৈ পৃথিৱীৰ প্ৰাচীন ইতিহাসৰ কথা নীৰৱে কৈ থকা এই হালধীয়া প্ৰস্তৰ প্ৰান্তৰলৈকে তেন্তে আমি এতিয়া সোমাই যাম।



ন

# বিশ্বাসী বৃদ্ধ, ধূসৰ ভালুক, শিঙাল পহু

য়েলৌ ষ্টৌনত পৰ্যটক হিচাপে পবন বেছ অভিজ্ঞ। তেওঁ হেনো ইয়ালৈ বাৰে বাৰে আহিও ভাগৰি নপৰে। তেওঁ যদিও ইলেক্ট্ৰনিক এঞ্জিনীয়াৰহে, ভূতাত্ত্বিক বিস্ময়বোৰত দেখিছোঁ তেওঁৰ ভূতত্ত্ববিদসকলৰ দৰেই ৰাপ। এইবোৰত মোৰো ৰাপ; কিন্তু মোৰ ৰাপ এইবোৰৰ প্ৰাধানকৈ প্ৰাকৃতিক সৌন্দৰ্যৰ দিশবোৰতহে। এন্ধাৰ হ'বলৈ বাকী থকা এই তিনি ঘণ্টা সময়ত আমি আমাৰ এই পাৰ্কৰ সিটো মূৰৰ মণ্টানাৰ মোটেলখনলৈ গৈ থাকোঁতে বাটত যিবোৰ চাই যাব পাৰিম, তাৰ আঁচনি পবনে যুগুতাই পেলাইছে। সেইমতে আমি উঠিলোঁহি এটাৰ পিছত এটাকৈ গৰম পানীৰ নিজৰাৰ পাৰত। এইবোৰ চাবলৈ কিমান যে মানুহ—শ্বেতাংগ আমেৰিকান, শ্বেতাংগ ইউৰোপীয়ান যেনেকৈ আছে তেনেকৈ আছে পৃথিৱীৰ কত যে দেশৰ কত বৰ্ণীয়া মানুহ। শই শই লানি নিছিগা ধাৰে। আৰু দেখিছোঁ কি? মাটিৰ উপৰি ভাগৰ পৰা এফুটো দ নোহোৱা একোটি বোকাৰ খাল। বোকাবোৰ বগা বৰ্ণীয়া। চূৰ্ণশিলৰ বোকা। তাৰমাজে মাজে পানীৰ বুদ বুদ। খালৰ তেনেই ওচৰলৈ যাতে কোনেও নাযায়, তাৰ বাবে খালৰ কিছু আঁতৰে আঁতৰে সাজি দিয়া আছে ঘূৰণীয়াকৈ কাঠৰ চাং (wooden board). অন্তহীন যাত্ৰীৰ লানিয়ে সেই তিনি ফুট বহল কাঠৰ ঘূৰণীয়া চাঙত উঠি চাৰিওফালে ঘূৰি চাই যায় গৰম পানীৰ উঁহটো। প্ৰতিটো খাল বা নিজৰালৈ সোমাই অহা বাটত জাননী—কাঠৰ চাঙৰ পৰা মাটিলৈ কোনো যাত্ৰী যাতে কোনো কাৰণতে নামি নাযায়। ঘাঁহ গজা মাটি হ'লেও সেই মাটি বিশ্বাসঘাতক হ'ব পাৰে। ভৰি দিয়াৰ লগে লগে মানুহ মাটিৰ তলৰ অগ্নিময় বোকাত সোমাই গৈ জাঁহ যাব পাৰে। বিজ্ঞপ্তিত আৰু লিখা থাকে—উঁহৰ পানী বা বোকাত যেন কেতিয়াও হাত বা আঙুলি সুমুৱাই নিদিয়ে। তাত থাকিব পৰা বিষাক্ত পদাৰ্থই চৰ্মৰোগ ঘটাব পাৰে। তেনে বিজ্ঞপ্তিবোৰত আৰু লিখা থাকে কোনটো নিজৰা কেতিয়া আৱিষ্কৃত হৈছিল। লগতে নিজৰাটোৰ ৰূপ বা প্ৰকৃতি যদি কেতিয়াবা পৰিবৰ্তিত হৈছিল, তেন্তে তাৰো চনটোৰ সৈতে উল্লেখ কৰা থাকে।

এনে দুটা গৰম পানীৰ উঁহ চোৱাৰ পিছত তৃতীয়ডোখৰ ঠাইত যেতিয়া আমি উঠিলোঁ গৈ, তেতিয়া দেখিলোঁ য়েলৌ ষ্টৌনৰ এটা বিশেষভাৱে উল্লেখযোগ্য বিস্ময়। এয়েই হ'ল পৃথিৱী বিখ্যাত এই উদ্যানৰ পৃথিৱী বিখ্যাত ওল্ড্ ফেইথ্ফুল্ (Old Faithful)। নামটোহে ওল্ড্ ফেইথ্ফুল্ বা বিশ্বাসী বৃদ্ধ। কামত কিন্তু আটাইবোৰ উষ্ণ উদ্গীৰকৰ ভিতৰত আটাইতকৈ জীৱন্ত আৰু শক্তিশালী। তেন্তে ইয়াক ওল্ড্ ফেইথ্ফুল্ কিয় বোলা হয়? প্ৰাচীনত্বৰ বাবেই নিশ্চয় ই ওল্ড্ বা বৃদ্ধ। কিন্তু বিশ্বাসী কিয়? কাৰণ ইয়াৰ উদ্গীৰণ দিনটোৰ কেতিয়া কেতিয়া হ'ব তাক গণনা কৰি উলিয়াব পাৰি। সময়ৰ একোটা নিৰ্দিষ্ট ব্যৱধানত তাৰ উদ্গীৰণ হৈয়েই আছে। গতিকে দিনৌ সমগ্ৰ বিশ্বৰ হেজাৰ হেজাৰ দৰ্শনাৰ্থীৰ কোনেও ইয়াৰ উদ্গীৰণ নেদেখাকৈ উঠি যাব নালাগে। এই বৃদ্ধই কাকো নঠগে। কিন্তু এই বৃদ্ধই নঠগা বাবে বিশ্বাসী বৃদ্ধ নাম পোৱাৰ অন্য এটা মুখৰোচক কাৰণো থাকিব পাৰে। এই পাৰ্কৰ গাতে লগা আৰু আমি চাই অহা সেই টেটোন পাৰ্কতেতো আছে তিনিটি নাৰীবক্ষ। এই বৃদ্ধই দিনে নিশাই সদায়তো দেখি

থাকে সেই স্তন তিনিটি। কিন্তু বৃদ্ধই কেতিয়াও লোভত পৰি সেই তিনিটি স্তনৰ উদ্যানৰূপী ৰূপৱতীক কেতিয়াও নঠগে, মাথোন কিছু সময়ৰ মূৰে মূৰে মূৰ তুলি সেইপিনে চায়। বেচেৰা!

আমাৰ গাড়ী তাৰ আহল বহল পাৰ্কিং প্লেচত ৰাখি ঠাইডোখৰলৈ সোমাই গ'লোঁ। এইডোখৰ ঠাই আগতে ইয়াত দেখি অহা ঠাই দুডোখৰতকৈ বহুত বেছি আহল বহল আৰু দোকান-পোহাৰ, যাদুঘৰ, প্ৰেক্ষাগৃহ আদিৰে উন্নত। ইয়াত মানুহ এনেকৈ ঠাহ খাই আছে যে এইবোৰ বিভিন্ন ভাষী, বিভিন্ন ৰঙী মানুহ নোহোৱা হ'লে হঠাৎ আমাৰ তাৰ মাখিবাহাৰ সভাত আহি উঠা বুলিহে ভুল কৰিলোঁহেঁতেন। আমি গাড়ী পাৰ্কিং কৰি ঠাই ডোখৰলৈ সোমাই গৈ থাকোঁতেই দেখা পালোঁ এটা বিৰাট ওখ ধোঁৱাৰ স্তম্ভ। কুণ্ডলী পকাই আকাশলৈ উঠি গ'ল। তাক ঘেৰি থকা অনেক মানুহে হাত চাপৰি দি কিৰিলি পাৰি উঠিছে। পবনে কৈ উঠিল, "সৌৱা ওল্ড্ ফেইথ্ফুলৰ এটা উদ্গীৰণ হ'লেই।" লগে লগে তাৰ তিনিওকাষে গোটখোৱা মানুহবোৰ উঠি আহিল। মই ক'লোঁ— "এতিয়াতো গধূলি হ'বলৈ ডেৰ ঘণ্টামানহে বাকী আছে। তাৰ মানে আমি আজি ইয়াৰ উদ্গীৰণ নেদেখিমেই নেকি?" পবনে আশ্বাস দিলে—"নিশ্চয় দেখিম। এটাৰ পৰা আনটো উদ্গীৰণৰ ব্যৱধান বৰ বেছি নহয়তো। তদুপৰি পৰৱৰ্তী— উদ্গীৰণ কেই বজাত হ'ব তাৰ জাননী অলপ পিছতেই দিব। কেৱল আমি এতিয়া অলপ ৰ'ব লাগিব।"

সময় তেতিয়া বিয়লি ছয়। কিন্তু তেতিয়াও চাৰিওপিনে উজ্জ্বল ৰ'দৰ পোহৰ। আমি প্ৰথমে ঠাইডোখৰৰ দোকানে পোহাৰে ঘূৰিলোঁ। তাৰ পিছত অফিচ কম্প্লেক্সটোত সোমাই দেখিলোঁ, তাৰ প্ৰেক্ষাগৃহত আধাঘণ্টাৰ মূৰে মূৰে য়েলো ষ্টোনৰ বিষয়ে ফিল্ম প্ৰদৰ্শন কৰি থাকে। বিনা পইচাই চাব পাৰি। কিন্তু তাত বহি ফিল্ম চাই থাকোঁতে যদি ইপিনে আকৌ ওল্ড্ ফেইথ্ফুলৰ উদ্গীৰণ হৈ যায়। গতিকে অলপ বাহিৰ ওলাই আহিলোঁ পৰৱৰ্তী উদ্গীৰণৰ সময়ৰ জাননী দিছে নেকি চাবলৈ। হয়, অ'ত ত'ত নোটিচ বোৰ্ডবোৰত দেখিলোঁ পৰৱৰ্তী উদ্গীৰণৰ সময় ঘোষণা কৰা হৈছেই— ৭.১৫ মিনিটত। প্ৰত্যেক এঘণ্টা বাৰ মিনিটৰ মূৰে মূৰে হেনো ইয়াৰ উদ্গীৰণ ঘটে, আৰু ইয়াৰ বাষ্প আৰু পানীৰ কুণ্ডলী উঠে ১৮৪ ফুট বা ৫৬ মিটাৰ ওপৰলৈ। কেতিয়াবা উদ্গীৰণ কিছু দুৰ্বল হ'লেও সি হেনো উঠে কম পক্ষেও ১৩০ ফুট বা ৪০ মিটাৰ ওপৰলৈ।

পৰৱৰ্তী উদ্গীৰণলৈ তেতিয়াও ৪৫ মিনিট সময় আছে। আনহাতে প্ৰেক্ষাগৃহৰ এখন ফিল্ম-প্ৰদৰ্শনী শেষ হ'ল। তাৰ পৰা মানুহবোৰ ওলাই অহা দেখিলোঁ। অৰ্থাৎ আমি সহজে পৰৱৰ্তী ফিল্মখন চাব পাৰিম। আমি সোমাই গ'লোঁ। বহিবলৈও আসন পালোঁ। অৱশ্যে আসন শেষ হোৱাৰ পিছতো মানুহ সন্মুখৰ খালী ঠাইৰ কাৰ্পেটত বহিবলৈ ধৰিলে। দুয়োকাষৰ আৰু পিছপিনৰ খালী ঠাইতো বহুতে থিয় দি চাবলৈ সাজু হ'ল। অলপ পিছতে ফিল্ম আৰম্ভ হ'ল— য়েলো ষ্টোনৰ ভূতাত্ত্বিক ইতিহাস, প্ৰাণীতাত্ত্বিক পৰিচয়, উদ্ভিদৰ প্ৰদৰ্শনী। ফিল্ম ঠিক সাত বজাত শেষ হ'ল। আমি ওল্ড্ ফেইথ্ফুলৰ ওচৰলৈ বেগাই খোজ দিলোঁ। একেবাৰে সন্মুখৰ আসনৰ শাৰীত বহিব পাৰিলে ভাল। কিন্তু উদ্গীৰণৰ দহ, পোন্ধৰ মিনিট আগতে আহিও আমি দুজনেহে প্ৰথম শাৰী আসনত (বেঞ্চত) বহিব পাৰিলোঁ। মাজনী, পবন অনৌহঁতক লৈ দ্বিতীয় শাৰীত। পবনে অৱশ্যে তেওঁৰ ভিডিঅ' কেমেৰাৰে ফটো লৈ লৈ ইফাল সিফাল কৰি থাকিল বেছিখিনি সময়। আৰু অনৌহঁতে সময় কটালে "দে'দী, দে'দী" কৰি তেওঁৰ পিছে পিছে ঘূৰি।

বিয়লি ৭.১৫ বজাতো ইয়াত শেঁতা, ঢেলা ৰ'দ। আমাৰ সন্মুখত কিছু আঁতৰত এখন পাহাৰ। গছ-গছনিৰে ভৰা। সোণালী ৰ'দত গোটেইখন সোণালী হৈ উঠিছে। সেই পাহাৰৰে নামনিৰ এডোখৰ আহল-বহল দ ঠাইত ওল্ড্ ফেইথ্ফুল্ নামৰ সেই উষ্ণ উদ্‌গীৰকটোৰ খালটো। আমি সেই দ অঞ্চলটোৰ পাৰৰ বেষ্টত। মাজে মাজে পাহাৰৰ পৰা নামি আহিছে ইটো সিটো চৰাই। সেই দ ঠাইডোখৰত পৰি ৰমলিয়াই ৰমলিয়াই আমাকে যেন খেল দেখুৱাই আছে। ওল্ড্ ফেইথ্ফুলে যদি আমাক দেখুৱাব ভাওনা— এই অচিনাকি চৰাইবোৰে আমাক দেখুৱাই আছে তাৰ আগৰ ধেমালি। কিন্তু সিহঁতলৈ চাই মনে মনে ভয় হৈছে, হঠাৎ যেতিয়া উদ্‌গীৰণ হ'ব, ইহঁত পুৰি নমৰিবনে? কিন্তু ভূমিকম্প বা তেনে প্ৰাকৃতিক দুৰ্যোগৰ আগে আগে চৰাইবোৰেই হেনো তাৰ আগবতৰা পায়। সিহঁতে দুৰ্যোগগ্ৰস্ত অৱস্থাত চিএগ্ৰাৰ দৰে আটাইবোৰে চিএগ্ৰিবলৈ ধৰে। উদ্‌গীৰণৰ সময় আমিতো আমাৰ হাতৰ ঘড়ীৰ পৰাই গম পাম। কিন্তু ইহঁতৰ ঘড়ী নাই বাবে তাতেই পুৰি মৰিব নেকি? ভাব হ'ল, আমেৰিকা হেন ঠাইত সিহঁতক নিশ্চয় পুৰি মৰিবলৈ নিদিয়ে। কিবা সংকেত দি উৰুৱাই দিব। কিন্তু যেতিয়া সময় আহিল, মানুহবোৰৰ চকু ঘনে ঘনে নিজৰ নিজৰ ঘড়ীৰ কাঁটালৈ যাবলৈ ধৰিলে, তেতিয়াই দেখিলোঁ চৰাইবোৰ উৰা মাৰি পৰ্বত পালেগৈ। আৰু ইপিনে গৰ্জি উঠিল আমাৰ বিশ্বাসী বৃদ্ধই। বোকা-পৃথিৱীৰ মুখৰ পৰা ধোঁৱা ওলাবলৈ আৰম্ভ কৰিলে। ক্ৰমে ক্ৰমে ধোঁৱা ঘন, ডাঠ হৈ উঠি গ'ল আৰু আকাশ চুলেগৈ। ধোঁৱাৰ লগতে পানীও। কিছু সময়ৰ পিছতে ডাঠ ধোঁৱা আৰু পানীৰ স্তম্ভ হৈ উঠিল আটাইতকৈ ওখ। ওল্ড্ ফেইথ্ফুলৰ তিনিওকাষে বহি থকা মানুহবোৰে কিৰিলি পাৰি উঠি হাত চাপৰি দিলে। আমেৰিকান, ইংৰাজ, ইউৰোপীয়, জাপানী, চীনা, কোৰিয়ান, থাই, ছিংগাপুৰী ভাৰতীয় সকলোৰে আনন্দৰ এই ভাষা একেই। এৰা, আমি এতিয়া সকলো একে পৰিস্থিতিত একে ধৰণে অনুভৱ কৰা বিশ্ববাসী।

তাৰ পিছত আটাইবোৰ মানুহে ঢাপলি মেলিলে নিজৰ নিজৰ গাড়ীলৈ। আমিও। এন্ধাৰ তেতিয়া পাতলীয়াকৈ নামি আহিব ধৰিছে। অন্য ঠাইত গৈ কিবা চাবলৈ আৰু সময় নাই। আমি মণ্টানাত ছুইট সংৰক্ষণ কৰি থোৱা মোটেলখনলৈ উভতিব ধৰিলোঁ। গাড়ীত বহি বহি ভাবি গ'লোঁ য়েলৌ ষ্টোনৰ বিষয়ে, ওল্ড্ ফেইথ্ফুলৰ বিষয়ে। এই উদ্যানৰ অনেক উষ্ণ জলোদ্‌গীৰকেইতো এতিয়া আৰু উদ্‌গীৰণ নকৰা হ'ল। "পলাশৰ জুই নুমাল এতিয়া..." ওল্ড্ ফেইথ্ফুলে আৰু কিমান বছৰলৈ উদ্‌গীৰণ কৰি থাকিব? অৱশ্যে মৃত উদ্‌গীৰকবোৰো আকৌ জাগ্ৰত হৈ উঠিব পাৰে কেতিয়াবা— যেনেদৰে সুপ্ত আগ্নেয়গিৰিও কেতিয়াবা জাগ্ৰত হৈ ধ্বংসলীলা আৰম্ভ কৰে। এনেস্থলত য়েলৌ ষ্টোনৰ আটাইবোৰ জলোগীৰকেই যদি এসময়ত আগ্নেয়গিৰি আছিল, তেন্তে এইবোৰো কেতিয়াবা আকৌ আগ্নেয়গিৰি হৈ যদি উদ্‌গীৰণ আৰম্ভ কৰে? য়েলৌ ষ্টোনৰ চৌপাশেতো বিফাইনাৰী, বিদ্যুৎ শক্তি উৎপাদন কেন্দ্ৰ আদি কমতেই আছে। আগ্নেয়গিৰিৰ এটা জ্বলন্ত লাভা আহি তাত পৰিলে কি অৱস্থা হ'ব?

গধূলি আঠ বজাত আমি আগতেই আমাৰ বাবে নিৰ্দিষ্ট কৰি থোৱা মোটেল 'য়েলৌ ষ্টোন কাণ্ট্ৰি ইন'ত উঠিলোঁহি। ডুবইছৰ মোটেলখনৰ ছুইটৰ সা-সুবিধা এই মোটেলখনতো পাই ভাল লাগিল।

পিছদিনা— অর্থাৎ ৩ ছেপ্টেম্বৰ ২০০৬, দেওবাৰে পুৱা আমাৰ মোটেল ছুইটতে ৰন্ধা-বঢ়া-খোৱা শেষ কৰি ১১ বজাত পুনৰ গাড়ীত উঠিলোঁ একেখন পাৰ্কলৈ বুলি। পকনৰ আঁচনি— এইবাৰ কালি উভতি অহা বাটটোকে নলৈ অন্য এটা বাট ল'ম উদ্যানখনৰ অন্য এটা অঞ্চল চাবলৈ। সেই নতুন অঞ্চললৈ সোমাই যাওঁতে বাটতে এখন পৰ্বতৰ নামনিৰ পথাৰত বহুতো পহু একে লগে চৰি থকা দেখা পালোঁ— যেন আমাৰ মাঘমহীয়া পথাৰত উদণ্ডীয়া গৰুৰ জাক। সেই পহুৰ জাক চাবলৈকে বাটৰ কাষে কাষে বৈ যোৱা অনেক গাড়ী। গাড়ীৰ পৰা মানুহবোৰ নামি গৈ চাব ধৰিছে ঘাঁহ খাই থকা পহুৰ জাকটোলৈ। পহুবোৰৰ তাঁলৈ ভ্ৰূক্ষেপ নাই। আমি অৱশ্যে পহু চাবলৈ গাড়ী ৰখাৰ প্ৰয়োজন বোধ নকৰিলোঁ। আগুৱাই গৈ থাকোঁতে বাটত অ'ত ত'ত বহুতো সৰু-সুৰা, খ্যাত-অখ্যাত পানীৰ উঁহ তথা জলোদ্‌গীৰক চাই চাই আৰু তাৰে কিছুমান চোবাটো বাদ দি শেষত বিখ্যাত মেমথ্ স্প্ৰিং নামৰ পানীৰ উঁহটো পালোঁগৈ। এই পানীৰ উঁহটোৱে মেমথ্ বা বিৰাটকায় পানীৰ উঁহ নাম পোৱাৰ কাৰণ কি? ইয়াত ওচৰ-ওচৰিকৈ অনেক গৰম পানীৰ উঁহ। সেইবোৰৰ পৰা পানীৰ লগত ওলায় চূণশিলৰ বোকা। ইমানবোৰ উঁহৰ পৰা ওলোৱা চূণশিলৰ বোকাবোৰে একো একোটা বিশাল চূণশিলৰ দ'ম বা টিলাৰ সৃষ্টি কৰিছে। তাত উঠি যাবলৈ সাজি দিয়া আছে একা-বেঁকাকৈ কাঠৰ চাং। সৰু-সুৰা উঁহবোৰৰো প্ৰতিটোৰে চাৰিওপিনে কাঠৰ চাং। কিন্তু সেইবোৰ বৰ আকৰ্ষণীয় নহয়। তাৰে এটা চায়েই আমি উঠি যাব খুজিলোঁ বৰ উঁহটোলৈ। কিন্তু তাৰ মুখৰ পৰা ওলাই থকা চূণশিলৰ বোকাৰেই নিজে সাজি লোৱা টিলাটোৰ শৃঙ্গতহে তাৰ মুখখন। তাঁলৈ উঠি যোৱা কাঠৰ চাঙেৰে কিমান যে উঠিব লাগিব। ইপিনে দুপৰীয়াৰ প্ৰখৰ বেলিৰ তাপ। আঁজলিয়ে ওপৰলৈ উঠি যাবলৈ অনিচ্ছা প্ৰকাশ কৰি গাড়ীৰ ওচৰলৈ নামিহে যাব খুজিলে। মোৰ মূৰত ছান্ হেট্। চকুত ৰঙীন চছ্‌মা। তদুপৰি হাতত ছাতি। গতিকে আঁজলি নামি গাড়ীলৈ উভতিলেও মই উঠিমেই। ইপিনে পবনে পিঠিত চাইল্ড্ ক্ৰিব্‌খন বান্ধি লৈ অনৌষ্কাক তাত বহুৱাই সেই পিঠিৰ বোজাৰেও প্ৰায় উঁহৰ মুখ বা চূণশিলৰ টিলাৰ শৃঙ্গ পাওঁ পাওঁ হৈছেই। গতিকে মইনো পিছ হুহকিমনে? ময়ো আগুৱাবলৈ ধৰিলোঁ। তাকে দেখি আঁজলিও পুনৰ উঠি আহিল। তিলাৰ গাৰ ওপৰৰ কাঠৰ একা-বেঁকা চাঙেৰে আমি উঠি যাওঁতে টিলাটো লক্ষ্য কৰিব ধৰিলোঁ। চূণশিলত বা ডাঠমৰা চূণশিলৰ বোকাত গজিব পৰা শেলুৱৈ আৰু ঘাঁহ-বন গজিছে তাৰ ওপৰতো। একেবাৰে শৃঙ্গৰ মুখখনৰ পৰা ওলাই আছে বুৰবুৰণি আৰু বগা ধোঁৱা। প্ৰকৃতিৰো যে লীলা! ইয়াৰ গৰ্ভ বাৰু কিমান তলত? কেতিয়াবা ইয়ো বাৰু আকৌ আগ্নেয়গিৰি হৈ উদ্‌গীৰিত হ'ব নেকি? পৃথিৱীৰ গৰ্ভতো যে কত বিস্ময়!

দুপৰীয়াৰ চোকা ৰ'দত ওপৰলৈ উঠা-নমা কৰি কৰি ইতিমধ্যে আমাৰ অষ্ঠ কণ্ঠ শুকাই গৈছে। সময় তেতিয়া দুপৰীয়া ডেৰ বজা। ক'ৰবাত জিৰণি লৈ একে সময়তে কিবা খাই ল'ব পৰাহেঁতেন ভাল আছিল। কিন্তু আমেৰিকাতত্তো য'তে ত'তে গাড়ী ৰাখিব নোৱাৰি; পেলনীয়া বস্তু পেলাবলৈ বিন্ নাথাকিলে য'তে ত'তে খাবও নোৱাৰি। গতিকে তেনে গাড়ী ৰাখি খাব পৰা ঠাই কিমান দূৰ? বাটৰ কাষৰ ছাইন্ চাই চাই আমি গাড়ীৰে আগুৱাই দৌৰিবলৈ ধৰিলোঁ। প্ৰায় দুই বজাত আমি তেনেকুৱা বিশ্ৰামথলী এডোখৰ পাই তাতে গাড়ী ৰখালোঁ। তাতে খোৱা বোৱা, ৰেষ্ট্ৰুমলৈ যোৱা আদি সকলো কৰি ল'লোঁ। তাৰ পিছত কৰিলোঁ পুনৰ যাত্ৰা আৰম্ভ।

এতিয়া ক'লৈ যাম, কি পাম? পবনৰ হোণ্ডা এডিছীখনত আছে জি পি এছ। সিয়েই আমাৰ সাৰথি। ইয়াৰ পিছত আমি ক'ত যাব খোজোঁ পবনে তাত লগাই দিলে। লগে লগে কোন দিশে কেনেকৈ তালৈ যাব লাগে মেপত যেনেকৈ উঠিবলৈ ধৰিলে, এটা মহিলা কণ্ঠস্বৰে নিৰ্দেশো দি যাব ধৰিলে।

আমাৰ গাড়ী জি পি এছৰ নিৰ্দেশমতে প্ৰথমতে তলমুৱা কৈ নামিবলৈ ধৰিলে। আমাৰ সোঁপিনে সুউচ্চ সেউজীয়া পাহাৰ আৰু তাৰ গাই গাই আকাশ চুই থকা ওখ ওখ লড্‌জ্ পৌল্‌পাইন্ গছবোৰ। আৰু বাওঁপিনে? পৰ্বতৰ নামনিৰ নয়নাভিৰাম সুবিস্তৃত ধাঁহনি পথাৰ। কিছু সময় ৰৈ চাবৰেই মন যায়। কিন্তু গাড়ী ৰখাম কেনেকৈ? একমাত্ৰ দৃশ্য উপভোগৰ বাবে নিৰ্দিষ্ট ঠাইতহে সি সম্ভৱ হ'ব পাৰে। কিন্তু কিছু দূৰ যোৱাৰ পিছতে দেখোঁ— গাড়ীবোৰ এখনৰ পিছত এখনকৈ ৰৈ গৈছে। ৰাস্তাৰ কাষে কাষে ৰৈ যোৱা গাড়ীৰ এটা দীঘল লানি। মানুহবোৰ নামি কিবা চোৱাত ব্যস্ত। বুজিবলৈ বাকী নাথাকিল কিবা জীৱ-জন্তু। আমি গাড়ী নৰখাই লাহে লাহে চলোৱা গাড়ীৰ পৰা মানুহক সুধি জানিলোঁ— পৰ্বতীয়া ভেড়া ওলাইছে— মাউণ্টেইন্ শ্বীপ্। লাহে লাহেই অলপ আগুৱাই গৈ থাকোঁতে দেখিলোঁ ভেড়া এটা পৰ্বত বগাই উঠি যাব ধৰিছে। তাৰ আমাৰ ঘৰচীয়া ভেড়াবোৰৰ লগত কিবা পাৰ্থক্য আছে নেকি চাবলৈ ধৰিলোঁ গাড়ীৰ পৰাই। এনেকৈ দূৰৰ পৰা দেখাততো একো পাৰ্থক্য নাই।

আৰু কিছু আগুৱাই যোৱাৰ পিছত ৰাস্তাৰ কাষতে দেখিলোঁ পাৰ্কিং প্লেচ্। গাড়ীবোৰ ৰাখি ৰাখি মানুহবোৰ ৰাস্তাৰ পৰা তললৈ নামি যাব ধৰিছে। অন্য কিছুমান আকৌ তলৰ পৰা উঠি আহিব ধৰিছে। তলত নিশ্চয় চাবলগীয়া কিবা আছে। পবনে জি পি এছৰ পৰাইনে নিজে জানিয়ে ক'লে, "ইয়াত এটা জলপ্ৰপাত আছে; বেছ ডাঙৰ। চাওঁগৈ বলক।" আমিও নামি গ'লোঁ। অলপ গৈয়েই দেখোঁ— আমাৰ পথৰ সোঁপিনে, বাওঁপিনে দুয়োপিনেই জলপ্ৰপাত। আমাৰ চকুত এতিয়া দুয়োপিনৰ ৰূপালী পানীৰ তিৰবিৰণি। কাণত পানীৰ গৰ্জন। আমি ফটো লোৱাত লাগিলোঁ। তেনেতে দেখিলোঁ ভাৰতীয় পৰিয়াল এটিৰ পৰা কমবয়সীয়া মহিলা এগৰাকী আগুৱাই আহিল আমাৰ ওচৰলৈ। হাঁহি মুখেৰে, অতি নম্ৰ সুৰত আমাক ক'লে— "বেয়া নাপায় যদি আপোনালোকৰ কেমেৰাটো মোক দিয়ক। আপোনালোকক একেলগে লৈ এটা ফটো উঠাই দিওঁ।" আমি যে কিমান কৃতজ্ঞ অনুভৱ কৰিলোঁ তেওঁৰ ওচৰত। হয়, আমি পাঁচোজনেইতো কেতিয়াও একেলগে ফটোত উঠিব নোৱাৰোঁ, যদিহে আমাৰে কোনোবাই স্নেপটো ল'ব লাগে। বেচেৰীয়ে আমাক ভাৰতীয় বুলি ধৰিব পাৰিয়েই আমাৰ প্ৰতি ইমান সহানুভূতিশীল হ'ল। অথচ তৰুণী মহিলাৰ মুখত আমেৰিকান ইংৰাজী, বেশভূষাও জীন পেণ্ট্-শ্বাৰ্ট্। গাৰ ৰং বেছ ফটফটীয়া বগা। থাকেও আমেৰিকাৰে কোনোখন চহৰত—আমাৰ সাগৰিকা-পবনৰ দৰে। তেওঁবো সোৱা মাক-দেউতাক ভাৰতৰ পৰা আহিছে। তেওঁলোকক দেখুৱাবলৈ আনিছে য়েলো ষ্টোন। আমাৰ মাজনীয়েও তেওঁৰ কেমেৰাটো লৈ তেওঁৰ সৈতে তেওঁৰ মাক-দেউতাকৰ ফটো লৈ আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলে।

জলপ্ৰপাত এৰি ৰাস্তালৈ উভতি অহা বাটতে এখন আহল বহল মল। চাহ-কফীও পায়। ৰেষ্টুৰেণ্টো থাকিবই। তাতে আমি আইচক্ৰীম খালোঁ। তাৰ পৰা ওলাই আহি বহি ল'লোঁ গাড়ীত। আমাৰ গাড়ী এতিয়া ওপৰলৈ উঠিছেহে উঠিছে। ৰাস্তাৰ দুয়োপিনেই ওখ ওখ পৰ্বত।

পৰ্বতৰ গাত ওখ ওখ লড্‌জ্ পৌল্‌পাইন্ গছ। যিমানে উঠোঁ— ধাৰণা হ'বলৈ ধৰিলে আমি যেন এতিয়া স্বৰ্গলৈহে উঠি যাব ধৰিছোঁ। যুধিষ্ঠিৰৰ স্বৰ্গলৈ মটৰ যাত্ৰা। আমাৰ হোণ্ডা ওডিছীখনেই হ'ল যুধিষ্ঠিৰৰ লগৰ সেই কুকুৰটো। পাহাৰৰ সেউজীয়াই এতিয়া আকাশৰ নীলালৈ হাত মেলিছে। পবনক সুধিলোঁ— আমি এতিয়া কিমান উচ্চতাত? পবনে তেওঁৰ জি পি এছলৈ চাই ক'লে— দহ হেজাৰ ফুট। আমি আৰু ওপৰলৈ আগুৱাই গৈ আছোঁ— যেন আকাশী হাবিৰ মাজেৰে। তেনেতে দেখা পালোঁ পুনৰ পাৰ্কিং প্লেচ্ নোহোৱা সত্ত্বেও এখনৰ পিছত এখনকৈ ৰখা দীঘলীয়া গাড়ীৰ লানি। আমি বুজিলোঁ কিবা ওলাইছে। আমিও ৰাস্তাৰ দাঁতিলৈ নি গাড়ী ৰখালোঁ। কিন্তু আমি নামি যোৱা নাই। গাড়ীবোৰ কিজানি চলিবলৈ ধৰেই। ইপিনে, জানিবলৈও আগ্ৰহ কিনো ওলাইছে আগৰ পিনে। হঠাৎ দেখা পালোঁ— সন্মুখৰ পিনৰ পৰা উভতি আহি আছে অলপ আগতে আমাৰ ফটো তুলি দি অহা সেই ভাৰতীয় মহিলা। পবনে উৎসাহৃত সুধিলে, "হাই, হোৱাট্‌ছ আহেড্? আগত কি আছে?" আমেৰিকান বেশ-ভূষা আৰু ইংৰাজীৰ তৰুণী ভাৰতীয় মহিলায়ো উত্তৰ দিলে, গ্ৰীজ্‌লী বেয়া'— ধূসৰ ভালুক। আমি আনন্দত জঁপিয়াই উঠিলোঁ। য়েলৌ ষ্টোনৰ জীব-জন্তুৰ ভিতৰত গ্ৰীজ্‌লী বেয়া' বা ধোঁৱা বৰণীয়া ভালুক আৰু এল্ক্ বা শিঙাল বৰপহুৰ নামেই বৰকৈ শুনা যায়। সেয়া আমাৰ এতিয়া ওচৰতে আগৰ কোনোবাখিনিত। তাকতো চাবই লাগিব। গতিকে সকলো মানুহৰ দৰে আমিও এতিয়া নামিয়েই যাম নেকি?

কিন্তু নামিম, নানামিম কৰি থাকোঁতে গাড়ীবোৰ লাহে লাহে চলিবলৈ ধৰা দেখা পালোঁ আগৰপিনে। গতিকে আমাৰ গাড়ীও একে ধীৰ বেগত চলিবলৈ ধৰিলে। হঠাৎ দেখিলোঁ— গাড়ীবোৰ আকৌ ৰৈ গ'ল। গতিকে আমাৰখনো। সন্মুখৰ মানুহবোৰ উত্তেজিত হৈ নামি যাবলৈ ধৰিছে। কোনোবাই কোনোবাই উল্লসিত হৈ কৈ উঠা শুনিছোঁ, "দুটাকৈ ভালুক! ধূসৰ ভালুক!" বাওঁপিনৰ পৰ্বতৰ পৰা নামি আহিছে সোঁপিনৰ পৰ্বতলৈ যাবলৈ। আৰু আমাৰ সৌভাগ্য যে ভালুক দুটাই ৰাস্তাটো পাৰ হ'বলৈ বাছি ল'লে ঠিক আমাৰ গাড়ীখনৰ সন্মুখেদি। ভালুক পৰ্বতৰ পৰা নামি ৰাস্তাত উঠিব খোজাৰ পৰাই আৰম্ভ হৈছে শ শ কেমেৰাৰ ক্লিক্ ক্লিক্। কিছুমান বোধহয় একেবাৰে প্ৰফেশ্বনেল্ ফটোগ্ৰাফাৰেই। যিহে একোটা কেমেৰা। কোনোটো কান্ধত ওলোমাই লোৱা। কোনোটো ষ্টেণ্ডত ফিট কৰি ৰখা। আমাৰ কেমেৰাকেইটাৰ বিপৰীতে কেমেৰাবোৰৰো যে কত ৰূপ, কত আকাৰ। আৰু কি আচৰিত— ভালুক দুটা শ শ পুৰুষ-মহিলাই এনেদৰে সিহঁতক জুমি জুমি চাই ক্লিক্ ক্লিক্ কৰি থকা সত্ত্বেও সিহঁতৰ কালৈকো যেন ভ্ৰূক্ষেপ নাই। কালৈকো যেন একো ভয় কৰিবলগীয়া নাই। ধীৰ গতিৰেই সিহঁত ৰাস্তাৰ সিপাৰৰ পৰা ইপাৰ পাই পৰ্বতলৈ উঠিবলৈ ধৰিলে। কিন্তু ভালুক দুটা যেতিয়া ৰাস্তা পাৰ হ'বলৈ মানুহৰ মাজত সোমাই পৰিছিল, তেতিয়া গম্ভীৰ, নিৰ্ভয় ভালুক দুটাৰ বিপৰীতে কিছুমান পুৰুষ-মহিলাৰ দোধোৰ-মোধোৰ অৱস্থাহে চাবলৈ ভাল হৈছিল। আমাৰ ভেনেই ওঁচৰতে ট্ৰিপডত তেওঁৰ দীঘল কেমেৰাটো ফিট কৰি খাপ পাতি ৰৈ আছিল এগৰাকী বগী মেম। যেই ভালুক দুটা তেওঁৰ একেবাৰে গাৰ ওচৰেদি, কেমেৰাৰ সন্মুখেদি পাৰ হৈ যাবলৈ আহিল, তেতিয়া তেওঁ ভয়ত পলাবনে কেমেৰাত ক্লিক্ দিব তাক যেন ঠিক কৰিব নোৱাৰি, নিজক ৰক্ষাৰ বাবেহে সন্ত্ৰস্ত হৈ থাকিল। তেওঁৰ গাৰ ওচৰৰ পৰা সিহঁত কিছু আঁতৰি যোৱাতহে তেওঁ আৰম্ভ

কৰিলে ফটো লোৱাৰ কাম। পুলিচ যদিও দেখাত ৰাস্তাত ক'তো দেখিবলৈ নাই, কিবা এটা হ'লেই অন্য ঠাইত যেনেকৈ তেওঁলোক আবিৰ্ভূত হয়হি, ইয়াতো তেনে হৈছিল। কিন্তু পুলিচ মাথোন ওলায় মানুহ, জীৱ-জন্তুৰ নিৰ্ভয়ৰ বাবেহে। ইয়াতো তেওঁলোকৰ একো কৰিবলগীয়া নহৈছিল।

ইয়াৰ পিছত আমাৰ ওভতনি যাত্ৰাত দেখা পাইছিলোঁ এটি এল্কৰ জাক। কালি আমি ওল্ড্ ফেইথ্ফুল্ প্ৰেক্ষাগৃহত ফিল্মখন চাওঁতে এটা দৃশ্যত এটা য়েল্কে চক খাই তাৰ শিঙেৰে গাড়ী এখন আক্ৰমণ কৰা দেখুৱাইছিল। এই পাৰ্কৰ ঠায়ে ঠায়ে সাৱধান বাণীও লিখা থাকে— 'এল্ক্ আৰু বাইছন্ ওলালে ওচৰ চাপি নাযাব। পৰিণাম ভয়াবহ হ'ব পাৰে।' তথাপি মনে মনে এল্ক্ বা বাইছনৰ জাক দেখা পোৱাৰ আশা কৰি আছিলোঁ। হঠাৎ ওলালোঁ এল্কৰে এটা ডাঙৰ জাক। কিছু আঁতৰত চৰি আছে বাবে আমাৰ ভয় নাই। মাইকী এল্ক্বোৰৰ শিং নাই বাবে বৰ ভয় নালাগে। কিন্তু মতা এল্ক্! আকাৰত মস্ত একোটা বাঁড় গৰু। কত ডাল আৰু ঠাল-ঠেঙুলিৰ দীঘল, দীঘল শিং!

ইয়াৰ পিছত আমি পালোঁ এতি গীজাৰ অঞ্চল। কিন্তু এইবোৰৰ উদ্‌গীৰণৰ সময় ধৰা বন্ধা নহয় বাবে আমি সিহঁতৰ ওচৰত বৈ সময় অপব্যয় নকৰিলোঁ। তাৰ পিছত ঠিক সন্ধিয়া নামিব ধৰোঁতে এখন বহল পথাৰৰ মাজত দেখা পালোঁ এজাক বাইছন্। কি গম্ভীৰ সিহঁতৰ খোজ-কাটল আৰু মুখৰ ভাব। ইহঁতো যে হিংস্ৰ হ'ব পৰে, তেনে ভাবচোন নাহেই।

আজিৰ যাত্ৰাৰ সামৰণি মাৰি, ভাগৰি-জুগৰি আমি আমাৰ মণ্টানাৰ মোটেলমুৱা হ'লোঁ। মোটেলত আমাৰ ছুইটত যেতিয়া সোমালোঁ তেতিয়া গধূলি আঠ। মাজনীয়ে প্ৰস্তাৱ দিলে আমি গা-পা ধুই কিবা অলপ খাই এবাৰ চহৰখনৰ দোকান-পোহাৰৰ অঞ্চলটো চাই আহোঁ। উভতি আহি আজি দেৰিকৈ ভাত খাম।



## দহ

# পান্না হীৰাৰ জিলমিলনি

চাৰি ছেপ্টেম্বৰ, সোমবাৰ। টেটোন পাৰ্ক, য়েলৌ ষ্টৌনত আমাৰ তৃতীয় দিন। পবনে ক'লে, "আমি যদি আজি সোনকালে ওলাই অন্য এটা অঞ্চলেৰে যাত্ৰা কৰোঁ, তেন্তে য়েলৌ ষ্টৌনৰ সকলোবোৰ অঞ্চল আগুৰা হৈয়েই যাব। ইয়াৰ সকলোবোৰ চোৱাতো এমাহতো সম্ভৱ নহয়। গতিকে সিটো অঞ্চলেৰে পাৰ হৈ গ'লে পাৰ্কখন চোৱা হৈয়েই যাব বুলি ক'ব পৰা হ'ব।" আমি ক'লোঁ— "সেয়াই হওক। আমি তেন্তে দহ বজা মানতে মোটেল এৰি ওলাই যাওঁ।" যেনে কথা তেনে কাম। দহেই বাজিছে যদিও তেতিয়াও ৰ'দ কোমল। য়েলৌ ষ্টৌনৰ গছে-পাতে তেতিয়াও পুৱাৰ পৰিৱেশ। সোণালী ৰ'দ ৰূপালী হ'বলৈ ধৰিছে মাথোন। পাৰ্ক অঞ্চলত প্ৰৱেশ কৰাৰ পিছতে দেখোঁ ৰাস্তাৰ কাষত আকৌ এলানি বৈ যোৱা গাড়ী। অনুসন্ধান কৰি জানিলোঁ আগত এজাক পহু ওলাইছে। মানুহবোৰ গাড়ীৰ পৰা নামি গৈ ৰাস্তাৰ দাঁতিত থিয় হৈ পহু চোৱাত লাগিছে। আমি পহু চাবলৈ গাড়ী নৰখোৱাৰে সিদ্ধান্ত কৰিলোঁ। পবনে ক'লে— পহু চাবলৈকে ইমান মানুহ যেতিয়া, ইহঁতে কেতিয়াও কোনো জন্তু নেদেখেই নেকি!

আজি আমাৰ প্ৰথম চাবলগীয়া স্থানখনত নামিয়েই কিন্তু মুগ্ধ হৈ গ'লোঁ। ই এখন সপোনতহে দেখা সম্ভৱ হোৱা নীল বৰণীয়া দেশ। বিশাল পাৰ্কিং প্লেচত গাড়ী ৰাখি এখন দলঙৰ ওপৰেদি পাৰ হৈ সেই নীলাৰ দেশত প্ৰৱেশ কৰিব লাগে। যিখন নদীৰ ওপৰেদি দলংখন, সেই নদীখনৰ পানী স্বচ্ছ। কিন্তু তাতো বিৰিঙি আছে এটি নীলা আভা। নদীখনলৈ সিপাৰৰ আঁতৰৰ পাহাৰখনৰ পৰা বহুতো পানীৰ সুঁতি নামি আহিছে। আটাইবোৰ পানীৰ সুঁতিতে নীলা ৰং বিৰিঙি আছে। কেনে যে সপোন সপোন লগা এটি ৰাতিপুৱাৰ পৰিৱেশ। নদী পাৰ হৈ অহা সেই কাঠৰ দলঙৰ উপৰি ইপাৰৰ তৰাং স্বচ্ছ পানীৰ নিজৰাৰে ভৰা অঞ্চলটোত সকলোপিনে কাঠৰ চাং— কাঠৰ দলং। অকোৱা-পকোৱা, ঘূৰণীয়া, পোন। নিজৰাৰে ভৰা এই অঞ্চলটোৰ মাটি তেনেই ঢিলা। সেয়েহে মানুহৰ বাবে ইয়াত ইমানবোৰ কাঠৰ দলং। আৰু দলঙৰ কাষে কাষে বা দলং ঘূৰণীয়া হ'লে তাৰ মাজত গৰম পানীৰ উঁহ। সেই উঁহ আটাইবোৰৰে মুখৰ পৰা ওলাই আছে স্বচ্ছ কিন্তু নীলাভ পানীৰ বুদ বুদ। সেইবোৰেই বোৱাই দিছে নীলাভ পানীৰ সুঁতি। আটাইবোৰ নীলাভ পানীৰ নিজৰা গৈ যিহেতু আমি পাৰ হৈ অহা নদীটোত পৰিছে, গতিকে নদীটোও হৈ পৰিছে নীলাভ।

ইয়াত ঠায়ে ঠায়ে জাননী থিয়কৈ থোৱা আছে পানীত বা বোকাত যেন ভৰি নিদিওঁ। তাকে কৰিলে গোটেই মানুহটো বোকাত সোমাই ভূগৰ্ভ পাৰ পাবোঁ। ঠায়ে ঠায়ে আকৌ জাননী— পানী বা বোকাত যাতে হাত বা আঙুলি সুমুৱাই নিদিওঁ। বোকা-পানী বিষাক্ত হ'ব পাৰে। কিন্তু ইমান মনোৰম নীলা পানীবোৰেনো বিষাক্ত হৈ আমাৰ অন্যায় কৰিব পাৰেনে? কৰ্তৃপক্ষৰ সকলো সাৱধান বাণীক আওকাণ কৰি মোৰ সেই নীলা পানীত হাত দি চাবৰ মন। শহীদ যদি হ'বই লাগে সৌন্দৰ্যৰ শহীদ হোৱাইতো ভাল। পিছে কেনেকৈ হ'ম? লগতে আঁজলি আছে নহয়। পিছে যইহে সৌন্দৰ্যৰ শহীদ হ'ব নোৱাৰিলোঁ পত্নীৰ ভয়ত। সৌৱা কি দেখিলোঁ। দলঙৰ ওপৰেদি আমাৰ দৰেতো খোজ কাঢ়ি আহি আছে গৈ আছে নানা দেশী, নানা ভাষী শ শ মানুহ। তাৰে মাজৰ এজনে চোন বৈনীয়েক আৰু ল'ৰা-ছোৱালীৰ আগতে দলংখনৰ কাষত

বহি দিলে আৰু হাতখন পানীতে জুবুৰিয়াই দিলে। আমি য'তে আছোঁ তাতে বৈ সেই পৰিয়ালটো আমাৰ ওচৰ পোৱালে বাট চালোঁ। তেওঁলোক আহি আমাৰ ওচৰ পোৱাত পানীত হাত জুবুৰিয়াই দিয়া লোকজনক সুধিলোঁ, "পানী গৰমনে ঠাণ্ডা? হাতখনত খজুৱতি উঠিছে নেকি? নে পুৰিছে?" মিচিকিয়াই হাঁহি থকা মৈণীয়েকৰ আগত তেওঁ আমাক ক'লে, "নাই, গৰম নহয়— ঠাণ্ডা। হাতখন বেছ ভালহে লাগিছে।" তেওঁলোকক বীৰ-বীবাংগণা যেন লাগি সুধিলোঁ, "আপোনালোক কোন দেশৰ?" তেওঁলোকৰ উত্তৰ, "থাইলেণ্ডৰ।" মনে মনে নিজকে ক'লোঁ, "এৰা, জানিছিলোঁৱেই আমি একে এছীয় লোক হ'ম বুলি।' তেওঁলোকক ভালৰি বোলাবলৈ ক'লোঁ, "আমিও ইণ্ডিয়াৰ। একে ওচৰ-চুবুৰীয়া।" তেওঁলোকে হাঁহি কৰমৰ্দন কৰিলে।

কিন্তু ইয়াৰ আটাইবোৰ উঁহ আৰু নিজৰাৰ পানী এনেদৰে নীলা হোৱাৰ কাৰণ কি? এই অঞ্চলৰ উঁহবোৰে উদ্‌গীৰণ কৰি থকা ধাতৱ পদাৰ্থ চুণশিল নহয়— ছিলিকাহে। ছিলিকাত পানীৰ ভাপ মিশ্ৰিত হৈ সি নীলা বৰণ লয়। সেই নীলা ছিলিকাত পানী ওপৰলৈ উঠি আহি উঁহৰ পুখুৰীত বুৰবুৰণি তোলে। সেই স্বচ্ছ নীলা পানীত পুৱা যেতিয়া নিৰ্মল আকাশৰ নীলা আভা প্ৰতিফলিত হয়, তেতিয়া সেই পানী আৰু নীলা হয়। এইপিনৰ পৰা ইমাকেল্ড্ স্প্ৰিং বা পান্না হীৰা নামৰ এই উঁহ বা নিজৰাৰ অঞ্চলটো এই ৰাতিপুৱা, আৰু বিশেষকৈ এনে এটি নিৰ্মল বতৰৰ ৰাতিপুৱা চাবলৈ অহাটো কিমান যে ভাল কাম হ'ল কিমান যে সৌভাগ্যৰ কথা হ'ল। এই পুৱাৰ নীলাভ সৌন্দৰ্যৰ স্বপ্নপুৰীত আমি বহু সময় কটাই দিলোঁ ভোক-পিয়াহ সকলো পাহৰি। ৰাতিপুৱাৰ বিষয়েতো সৰুৰে পৰা বহুত কবিতাই পঢ়িছোঁ। কিন্তু ৰাতিপুৱাৰো এনে বৈভৱ ক'ৰবাত থাকিব পাৰে, তাকতো কবিতাত মই পঢ়া দূৰৈৰ কথা, কল্পনাও কৰিব পৰা নাছিলোঁ।

ইয়াৰ পিছত পবনে ল'লে সেইটো বাট যিটোৰে গ'লে পোৱা যাব য়েলৌ ষ্টোনৰ গ্ৰেণ্ড্ কেনিয়ন্। অকল সেয়ে নহয়, সেই গ্ৰেণ্ড কেনিয়ন চকুত পৰা সেই দুডোখৰ বিখ্যাত ঠাই— আৰ্টিষ্টছ্ পইণ্ট্ বা শিল্পীৰ স্থান আৰু ইন্‌স্পিৰেশ্বন্ পইণ্ট্ বা অনুপ্ৰেৰণাৰ স্থলী। প্ৰথম ঠাই ডোখৰ পাই পবনে সুধিলে— ইয়াৰ পৰা গ্ৰেণ্ড্ কেনিয়ন্ চাই পঠিয়াবলৈ গাড়ী ৰাখিব নেকি। তেতিয়া দুইমান বাজিছে। দুপৰীয়াৰ প্ৰখৰ ৰ'দ। মই হিচাপ কৰি চালোঁ, এতিয়াই ঘৰমুৱা যাত্ৰা আৰম্ভ কৰিলেও ৰাতি দহ বাজিব— যদিহে ক'তো নৰওঁ। কিন্তু ৰ'বতো লাগিবই। খোৱা-বোৱাৰো কথা আছে। গতিকে পবনক ক'লোঁ—"আমি আৰ্টিষ্ট নহয় যে আমাক আৰ্টিষ্টছ্ পইণ্ট্ লাগে। আমি তপস্বী সন্যাসী নহয় যে আমাক অনুপ্ৰেৰণাৰ স্থলী লাগে। তদুপৰি এই খৃষ্টান ম্লেচ্ছৰ দেশতনো তপস্যা কৰি কোন ভগৱানক লাভ কৰিবা? গতিকে ঘৰমুৱাই হোৱা।"

য়েলৌ ষ্টোনৰ মায়া কাটি ঘৰমুৱা দৌৰ আৰম্ভ কৰিলোঁ। কিন্তু সংসাৰত এনে কিছুমান বস্তু থাকে যিবোৰৰ মায়া বুদ্ধদেৱ নহ'লে কাটিব নোৱাৰি। য়েলৌ ষ্টোন তেনে এক মায়াময় বস্তু। সেয়েহে যিমানেই এই য়েলৌ ষ্টোন, টেটোন পাৰ্কৰ মাজেৰে ইয়াৰ গছ-লতিকা, পৰ্বত-নদী-হ্ৰদ, পশু-পক্ষী এৰি আঁতৰি যাব ধৰিছোঁ, সিমানেই মনটো গধুৰ হৈ উঠিব ধৰিছে। য়েলৌ ষ্টোনে যেন আমাক বিপৰীতমুখে টানিব ধৰিছে। দুয়োখন পাৰ্কৰে পাৰ্ক অঞ্চল পাৰ হৈ অহাৰ পিছত আকৌ আজি দিনৰ পোহৰতহে ভালকৈ দেখিলোঁ— সুদীৰ্ঘ বিস্তাৰ্ণ যথেষ্ট অঞ্চল। বাটৰ দাঁতিত সঘনাই জাঁপ মৰা পশুৰ ছবিৰ ছাইন্। অৰ্থাৎ সাৱধানে গাড়ী চলাব। নহ'লে গাড়ীৰ খুন্দাত পশু বা অন্য জীৱ-জন্তু মৰিব পাৰে। সিদিনা যাওঁতে জাঁপ মৰা পশুৰ ছবিৰ এই

ছুইনবোৰ গাড়ীৰ পোহৰত উজলি উঠা দেখি গৈছিলোঁ। সময়ত এই সংৰক্ষিত বননি অঞ্চলো পাৰ হ'লোঁ আৰু আমি পালোঁগৈ যাওঁতে চীনা ৰেষ্টৰেণ্টত খাই যোৱা ডুবইছ্ চহৰ। ইয়াত আমি বৈ কফীৰ লগতে আবেলিৰ কিবা লঘু আহাৰ কৰি ল'লোঁ। এতিয়া আমাৰ গাড়ী কলৰাডো অভিমুখে পূৰা বেগত চলিবলৈ ধৰিলে। ছয়, সাত বজাৰ সময়ত যদিও ইয়াত বিয়লিহে, এই সময়তে লেণ্ডাৰ্ বোলা চহৰখনত আমি ৰাতিৰ আহাৰ খাই লোৱা ঠিক কৰিলোঁ। আহাৰতো আমাৰ লগতেই আছে। গৰম কৰি খালেই হ'ল। কিন্তু ইয়াত এনেদৰে আহাৰ খাবলৈ লাগিব এখন পাৰ্ক। য'তে-ত'তে খাব নোৱাৰিম। গতিকে পবনে তেওঁৰ জি পি এছৰ সহায়ত চহৰখনৰ এখন পাৰ্ক বিচাৰি উলিওৱাত লাগিল। চহৰ এখন হ'লেই ইয়াত তাৰ আকাৰ চাই ক'মেও এখন পাৰ্ক লাগিবই। পাৰ্কত অকল বহা ঠায়েই নহয়, বস্তু গৰম কৰা গ্ৰীল্ আৰু খোৱা ডেস্ক-বেঞ্চো থাকে। ৰেষ্টৰুমত শৌচ-পেছাব কৰা সুবিধাত বাহিৰে ওৱাশ্বিং বেছিনো। গতিকে আমি আৰামত আমাৰ খোৱা বস্তু গৰম কৰি খাই বৈ ল'লোঁ। তাৰ উপৰি আমি ফুলনিৰ মাজে মাজে ঘূৰিলোঁ। অনৌষ্কাই তাইৰ বয়সৰ ল'ৰা-ছোৱালী পাই, চিনাকি-অচিনাকিৰ কথা নাভাবি ঝুলনা আদিত উঠি খেলাত লাগিল।

পাৰ্ক এৰা সময়ত বোধহয় আঠ বাজিল। তেতিয়া সাজ লাগিব ধৰিছে। ডুবইছৰ পৰা লেণ্ডাৰলৈ এইখিনি বাট মাজনীয়ে গাড়ী চলাইছিল। লেণ্ডাৰৰ পৰা এতিয়া পবনে পুনৰ ড্ৰাইভাৰৰ ছীটত বহিল। আৰম্ভ হ'ল ঘৰমুৱা যাত্ৰাৰ শেষৰ ছোৱা। পিছে এঘণ্টামান যোৱাৰ পিছতে অনৌষ্কাৰ প্ৰয়োজন হ'ল ৰেষ্টৰুমৰ। লেণ্ডাৰৰ পাৰ্কত ৰেষ্টৰুমলৈ যাবলৈ তাইক বহু জোৰ কৰা সত্ত্বেও নগ'ল তাৰ অচিনাকি ল'ৰা-ছোৱালীহঁতৰ লগত খেলাত মছগুল হৈ। এতিয়া কি কৰা যায়? বাটৰ কাষততো থুকগো পেলাব নোৱাৰি। কেই বছৰমান আগতে পবনৰ মাক-দেউতাকহঁত, অৰ্থাৎ আমাৰ বিয়ৈ-বিয়নী আহোঁতে বিয়নিৰ কাহ উঠোঁতে খেকাৰ ওলাইছিল। পবনে লগত থকা টিছু পেইপাৰ এখন তেখেতক দিলে খেকাৰখিনি ধৰি ল'বলৈ। পিছত বিন্ পালে তাত পেলাই দিব। কিন্তু বিয়নীয়ে কাগজত খেকাৰ লৈ দিলে দলিমাৰি ৰাস্তাৰ দাঁতিলৈ। পুলিচতো দেখিবলৈ ক'তো নাছিল। ক'ৰ পৰা ওলাল আহি পুলিচ। শান্ত-শিষ্ট বৃদ্ধাক দেখি পুলিচৰ অন্তৰ বোধহয় কুমলিল। বিশেষকৈ পবনে ইতিমধ্যে কাগজখন উঠাই আনি বিন পালেহে পেলাবলৈ আকৌ হাতত লোৱা দেখি আৰু পবনেই মাকৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰা বাবে। তেনে এক দেশত এতিয়া উপায়? আমাৰ তেতিয়া পাবৰ হৈছে ৰ'লিন্‌ছ্ (Rawlins) চহৰ। তাতো মেক্‌ডোনাল্ডৰ শাখা আছে। মেক্‌ডোনাল্ডত গাড়ী সুমুৱাই দি অনৌষ্কাৰ উপশম সধা হ'ল। আমি তাতে খাই ল'লোঁ চাহ-কফী কিবা।

এতিয়া আমাৰ ৰাতিৰ বাট। আমেৰিকা দিনতে নিজান। তাতে আকৌ এয়া ৰাতি। লানি নিছিগা গাড়ীৰ লানি। কিন্তু ক'তো একো শব্দ নাই। ইয়াততো খুব জৰুৰীকালীন পৰিস্থিতিত নপৰিলে কোনেও হৰ্ণো নবজায়। কিন্তু ইয়াৰ ৰাতিৰ নিঃশব্দতাৰ ভয়াবহ অৱস্থা আঁতৰায় ওপৰৰ, তলৰ, চাৰিওপিনৰ পোহৰৰ জলমল অৱস্থাই। আমি লাহে লাহে আমাৰ ফোৰ্ট্ কলিন্‌ছৰ ওচৰ চাপি আহিব ধৰিছোঁ। নজনা, নুশুনা অনেক চহৰত আমি সোমাইছোঁ আৰু এৰি গুচি আহিছোঁ। এখন চহৰ এৰিলেই আকাশত দেখা পোৱা যায় জোন। বহল, বিশাল আকাশত উজ্জ্বল জোন। জোনাকে বিধৌত আমেৰিকাৰ পথ আৰু পথাৰ। পিছে এয়া কি? তলত যেনেকৈ মানুহ নাই ওপৰৰ আকাশতো চোন তৰা নাই। এটি মাথোন তৰা। এটি জোন, এটি তৰা, এখন আকাশ।

# এঘাৰ

# কেথাৰিন

ফোৰ্ট্ কলিন্‌ছত থকা প্ৰায় চাৰে চাৰি মাহৰ অভিজ্ঞতাবোৰৰ ভিতৰত এটা হ'ল মাজনীহঁতৰ ঘৰত আলহী হোৱা আমেৰিকান ভদ্ৰ মহিলা কেথাৰিনক লগ পোৱা। কেথাৰিন ওখ-পাখ; কিন্তু তন্বী বা লাহী। বয়সত কিজানি মোতকৈয়ো ডাঙৰ হ'ব। তথাপি এতিয়াও তেওঁক বুঢ়ী বুলি ক'ব নোৱাৰি। গাল মুখ হয়তো অ'ত ত'ত শোতোৱা-শুতুৰি পৰিব খুজিছে। কিন্তু তাত বাহিৰে ক'তো বাৰ্ধক্য বা দুৰ্বলতাৰ চিন নাই। বৰং বেছ কৰ্মক্ষম, তৎপৰ আৰু চট্‌ফটীয়া। প্ৰথমবাৰ মাত্ৰ দুদিনমানৰ বাবে তেওঁ আহি মাজনীহঁতৰ ঘৰত উঠিছিলহি ছেপ্টেম্বৰ মাহত। কিন্তু দ্বিতীয়বাৰ নৱেম্বৰৰ শেষৰ পিনে আছিলহি প্ৰায় দুসপ্তাহ। এইখিনি সময়ত একেলগে একেঘৰতে থাকি, খাই আমিও তেওঁৰ লগত বৰ ঘনিষ্ঠ হৈ উঠিছিলোঁ। দ্বিতীয়বাৰ তেওঁ আমাৰ লগত আহি থকা সময়ত ২৮ আৰু ২৯ নৱেম্বৰ, ২০০৬ত বৰফ পৰিল। ৰাস্তা-ঘাট, পথাৰ-সমাৰ সকলো বৰফেৰে ঢাক খাই পৰিল। আনকি ঘৰৰ ছাল, দুৱাৰ মুখ, গেৰাজৰ মুখ বৰফত আবৃত হ'ল। মাটিৰ বস্তু সকলো মাৰ গ'ল এফুট মান ডাঠকৈ পৰা বৰফত। ২৯ নৱেম্বৰ, বুধবাৰে কেথাৰিন, আঁজলি আৰু মই পুৱা চাহৰ টেবুলত বহি কথা পাতি আছোঁ। মই পুৱাতে উঠা মানুহ; কিন্তু কেথাৰিনক দেখিছোঁ, তেওঁ মোতকৈয়ো আৰু বহু আগতে উঠে। গা পা ধুই পোছাক পাতি পিন্ধি পুৱা ছয় বজাৰো বহু আগতে ড্ৰয়িং ৰুম পায়হি। আমি ছয় বজাৰ আগতে নামি নাহোঁ বাবে কেথাৰিনে তাৰ আগতেই অকলে তেওঁৰ প্ৰিয় পানীয় গ্ৰীন টী বা সেউজীয়া চাহ খাই লয়। মাজনীও ঠিক ছয় বজাতে ঘৰ এৰে অনৌমাক লৈ স্কুললৈ। সিহঁত দুটাই আকৌ স্কুলত গৈহে খোৱা-লোৱা কৰে। তাৰ পিছতহে আঁজলি আৰু মই তললৈ নামি আহোঁ। প্লাষ্টিকৰ দীঘল পেকেটত সুমুৱাই দুৱাৰমুখত পেলাই থৈ যোৱা "দ্য ডেন্‌ভাৰ টাইমছ্" আৰু "দ্য নিউয়ৰ্ক টাইম্‌ছ"ৰ গধুৰ, শকত পেকেট দুটা বুটলি আনি কাকত পঢ়াত লাগোঁ। একেলগে চলে কেথাৰিনৰ লগত আলাপ।

বৰফ পৰাৰ প্ৰথম দিনা পুৱা কেথাৰিনে কথাৰ মাজতে হঠাৎ থিয় হ'ল আৰু ক'লে— "এতিয়া পৱন উঠি অফিচলৈ ওলালে গাড়ী উলিয়াব নোৱাৰিব। গেৰাজৰ দুৱাৰ বৰফে বন্ধ কৰি থৈছে। গতিকে আপুনি পেপাৰ পঢ়ে মানে মই গেৰাজৰ দুৱাৰমুখৰ বৰফবোৰ আঁতৰাওঁগে।" তেওঁ লগে লগে বৰফত পিন্ধা তেওঁৰ হেট, জোতা আৰু চছ্‌মা পিন্ধি ল'লে। মোৰ বৰফত পিন্ধা একোৱেই নাই। গতিকে মই কেথাৰিনৰ লগত ওলাই গৈ পৱনহঁতৰ দুৱাৰমুখ আৰু গেৰাজৰ মুখৰ বৰফ আঁতৰাই দুৱাৰ খুলিবলৈ যাব নোৱাৰিলোঁ। কেথাৰিনে হাতত পৱনহঁতৰে বৰফ চাফ কৰা প্লাষ্টিকৰ বেলচ্চখন লৈ ওলাই গ'ল। বৰফ ডাঠকৈ পৰিলে আৰু বতাহৰ সোঁত ঘৰৰ বা গেৰাজৰ দুৱাৰমুখৰ পিনে বলিলে বৰফে দুৱাৰ খুলিব নোৱাৰা কৰি থ'ব পাৰে, এনে চেতনাও মোৰ নাছিল। কেথাৰিন বৰফ পৰা দেশৰ মহিলা হিচাপে তেওঁৰ আছে। তদুপৰি এই বৰফ পৰি থকা ঠাণ্ডাত তেওঁ বাহিৰলৈ বৰফ গুচাবলৈ গৈছে— যাতে পৱনে গাড়ী লৈ ওলাই যোৱাত অসুবিধা নাপায়। এইটোৱেও দেখুৱায় যে অন্যৰ ঘৰত আলহী হৈয়ো তেওঁ সেই ঘৰক নিজৰ দৰে ল'ব পাৰে; সেই ঘৰৰ মানুহক নিজৰ ল'ৰা-ছোৱালীৰ দৰে ভাবিব পাৰে।

অথচ আমিতো পাশ্চাত্যৰ লোকসকলক বৰ ব্যক্তিকেন্দ্ৰিক বুলি ভাবোঁ; আনৰ লগত কেতিয়াও হলিগলি নকৰে বুলি কওঁ। ল'ৰা-ছোৱালী ডাঙৰ হ'লে নিজৰ ল'ৰা-ছোৱালীৰ লগতো তেওঁলোক নাথাকে বুলি জানোঁ। কেথাৰিনো অবশ্যে নিজৰ ল'ৰা-ছোৱালীৰ লগত নাথকে।

কেথাৰিনৰ লগত চাহৰ টেবুলত বহি কৰা আলাপবোৰৰ ভিতৰত এদিনৰ এটা বিষয় আছিল তেওঁৰ ভাষাত "কম্যুনিটি লিভিং" বা সামাজিক জীৱন ধাৰা। সামূহিক জীৱনধাৰাৰ আদৰ্শৰ বাবেই তেওঁ সামাজিক কামত ব্যস্ত; আৰু এনে কামৰ লগত জড়িত অনুষ্ঠানৰ সভাবোৰত এই বিষয়ত বক্তৃতা দিয়ে। আৰু এই বিষয়ত তেওঁৰ আদৰ্শ হ'ল ভাৰতবৰ্ষ। তেওঁৰ মতে ভাৰতত এতিয়াও মানুহে সামূহিক জীৱনৰ আদৰ্শ এৰা নাই। পাৰিবাৰিক জীৱনো ভাগি ছিগি যোৱা নাই। তেওঁ ৰামকৃষ্ণৰ দ্বাৰা আকৰ্ষিত। আঁজলিক তেওঁ "হোলি মাদাৰ" বোলা আমেৰিকাৰ ৰামকৃষ্ণ মিশ্বনৰ প্ৰকাশিত কিতাপ এখন উপহাৰ দিলে। মই ৰামকৃষ্ণক কেনে পাওঁ সুধিলে। মই তেওঁক বিবেকানন্দ আৰু শ্ৰীঅৰবিন্দহে পঢ়িবলৈ ক'লোঁ।

সামূহিক জীৱনত বিশ্বাসী এগৰাকী সমাজসেবিকা হিচাপে এওঁৰ এটা স্বেচ্ছাসেৱী অনুষ্ঠান আছে। সেইটোৰ সেৱাৰ ক্ষেত্ৰ হ'ল "চিংগল্ ম'ম্" বা স্বামীহীন মাতৃসকল। আমাৰ ভাৰতত স্বামীহীন মাতৃ বুলিলে প্ৰথমতেই বুজা যায় বিধবা বুলি। পাশ্চাত্যত কিন্তু বিবাহ বিচ্ছেদ ঘটা নাৰী-মাতৃ আৰু অবিবাহিত মাতৃকো একে সময়তে বুজি পায়। এই সকলো শ্ৰেণীৰ মাতৃয়েই তাত সৰ্বলোৰে সমান সহানুভূতিৰ পাত্ৰ। সেৱাৰ পাত্ৰ। কেথাৰিনৰো। আমাৰ ভাৰতত কিন্তু অবিবাহিত মাতৃ পতিতাৰ বাহিৰে একো নহয়। তেওঁলোকৰ স্থান হ'ল অনাথ-আশ্ৰমত। ইয়াত অবিবাহিত মাতৃৰ সন্তানো কাৰো অৱজ্ঞাৰ বা তুচ্ছ-তাচ্ছিল্যৰ পাত্ৰ নহয়। মাজনীহঁতৰ এগৰাকী শিক্ষয়িত্ৰী "ছিংগল্ ম'ম্"—অবিবাহিতা মাতৃ। তেওঁ সমাজৰ ঘৃণাৰ পাত্ৰ নহয় বাবেই তেওঁ স্কুলতো কাম পাইছে; সেই স্কুলতে তেওঁৰ ল'ৰাটিও পঢ়ে। এই "ছিংগল্ ম'ম্"সকলৰ সেৱাত কেথাৰিনৰ জীৱন এতিয়া উৎসৰ্গিত। আৰু তেওঁ সমৰ্থন পাইছে ওৱাই ডবল্ইউ চি এৰ (YWCA)। ওৱাই ডবল্ইউ চি এৰ গেষ্ট্ হাউছবোৰ কেথাৰিনৰ বাসগৃহ। তেওঁ যেতিয়া যিটো অঞ্চলত কাম কৰে, সেইটো অঞ্চলৰ ওৱাই ডবল্ইউ চি এ এটাৰ কোনোটো ইউনিটেই হয় তেওঁৰ বাসগৃহ। সম্প্ৰতি তেওঁ কল'ৰাডো অঞ্চলত কাম কৰি আছে। এই অঞ্চলৰ ৰ'কি মাউণ্টেইনৰ ইষ্টেছ পাৰ্ক টাউনৰ ওৱাই, ডবলইউ, চি এ তেই হ'ল তেওঁৰ বাসগৃহ।

ছেপ্টেম্বৰত আহি মাজনীহঁতৰ ঘৰত দুদিন থকাৰ পিছত তেওঁ যেতিয়া যাবলৈ ওলাল, মাজনীয়ে স্কুলৰ পৰা আহি নিজৰ গাড়ীৰেই তেওঁক থৈ আহিব বুলি আবেলিলৈ ৰ'ব ক'লে। পিছবেলা কেথাৰিনক লৈ চাৰে চাৰি বজাত আমি ওলালোঁ। অহাৰ দিনাৰে পৰা ৰ'কি মাউণ্টেইন মই অহৰহ দেখিয়েই আছোঁ যদিও আজিলৈকে ৰ'কি মাউণ্টেইনলৈ মোৰ যোৱা হোৱা নাই। পৰনে কৈয়ো আছে জাৰ পৰিবলৈ ধৰিলেই ৰ'কি মাউণ্টেইন বৰফেৰে ঢাক খাব। তেতিয়া আৰু তালৈ যোৱাৰ প্ৰশ্নই উঠিব নোৱাৰে। গতিকে ইয়াৰ ভিতৰতে এদিন তালৈ যাব লাগিব। কেথাৰিনক থ'বলৈ যোৱা ইষ্টেছ্ পাৰ্ক ৰ'কি মাউণ্টেইনৰ অনুচ্চ ভাগতহে। তথাপি সিও ৰ'কি মাউণ্টেইনেই। গতিকে তাৰ এটা অঞ্চল, অৰ্থাৎ ইষ্টেছ্ পাৰ্ক অঞ্চলটো অন্ততঃ আজি দেখা হ'ব।

বাটত কেবাখনো চহৰ পাৰ হৈ যোৱাৰ পিছত মাজনীৰ গাড়ী ওপৰলৈ উঠিবলৈ ধৰিলে। অৰ্থাৎ ওপৰলৈ উঠি যাবলৈ ধৰা পথৰ দাঁতিত এখন ছাইনবোৰ্ড চকুত পৰিল— ইণ্ডিয়ান ভিলিজ্।

মইতো আমেৰিকাৰ গাঁও চাওঁ চাওঁকৈ আছোঁৱেই। দেখাহে নাপাওঁ। তেনেত এই হাইৱেবোৰে আজি সেই সৌভাগ্যৰ আগজাননী দিলে নেকি? অকল গাঁৱেইতো নহয়, ইণ্ডিয়ান গাঁও। আমেৰিকাত অৱশ্যে ইণ্ডিয়ান বুলি ক'লে আমি কোৱা ৰেড্ ইণ্ডিয়ানকহে বুজাব— যাক তেওঁলোকে কয় আজি কালি আমেৰিকান ইণ্ডিয়ান বুলি। সেই আমেৰিকান ইণ্ডিয়ান বা ৰেড্ ইণ্ডিয়ানসকলকেতো চোৱাৰ ইচ্ছা। আৰু তেওঁলোকৰ গাঁও! কিমান যে কাম্য। কিন্তু গাড়ীৰে তিনি-চাৰি মাইলমান উঠি যোৱাৰ পিছতো আমাৰ ধাৰণাৰ গাঁও কিন্তু চকুত নপৰিল। দেখিলোঁ মাথোন কিছু পাতল পাতলকৈ ৰাস্তাৰ দুয়ো দাঁতিত কিছুমান সৰু সৰু লগ্ কেবিন্ বা কাঠৰ কুটীৰ। তাৰে কেইখনমান আকৌ ৰেড্ ইণ্ডিয়ানসকলৰ গোষ্ঠীগত বস্তুবোৰৰ দোকান— তেওঁলোকৰ পৰম্পৰাগত চোলা, ব্যৱহাৰ্য সামগ্ৰী ইত্যাদিৰ। সকলো টুৰিষ্ট স্পটতে থাকে চুভেনিৰৰ দোকান। জুই জুই দাম। এথনিক বা গোষ্ঠীগত বাবে এইবোৰৰ দামতো আৰু বেছি হ'ব। গতিকে তাৰ বাবে গাড়ী নৰখোৱাই ঠিক কৰিলোঁ। তদুপৰি চুভেনিৰৰ দোকানৰ সন্মুখতেতো গাড়ী ৰাখিব নোৱাৰিম। গাড়ী ৰাখিব লাগিব ক'ৰবাৰ আঁতৰৰ পাৰ্কিং লটত। গতিকে ৰেড ইণ্ডিয়ানবোৰৰ লগ্ হাউচ্ গাড়ীৰ পৰা চায়েই ক্ষান্ত থাকিলোঁ। নফলা একোটা বৰ বৰ গছৰ ডাল এটাৰ ওপৰত আনটো তুলি সজা হৈছে তাৰ বেৰ। তাত বাহিৰে আৰু অন্য পাৰ্থক্য একো নুবুজিলোঁ।

ফোৰ্ট্ কলিন্‌ছ্ বা তাৰ আশ-পাশৰ চহৰবোৰত এতিয়াও অৰ্থাৎ এই ছেপ্টেম্বৰৰ দ্বিতীয়াৰ্ধতো শৰৎ কাল পৰা নাই। আমেৰিকাত শৰৎ কাল চাবলৈ বৰ আগ্ৰহ এটা লৈ আহিছোঁ। শৰতক ইয়াততো অ'টাম্ (Autumn) নকয়, কয় Fall (ফল্) বুলি। এইটো ইয়াত পাত সৰা বতৰ। অন্য সকলো কথা বাদ দি এনে এটা সুন্দৰ ঋতুক ইয়াতনো সৰা বা পাত সৰা বতৰহে বুলিব লাগেনে? কিন্তু আমেৰিকাত পাত সৰাবো কি অতুল বৈভৱ। আমাৰ তাত পাতবোৰ সৰি থাকে, পৰি থাকে। একেলগে আটাইবোৰ পাত গছতে পকি থকা দৃশ্য তাত নাই বুলিলেই হয়। আমেৰিকাত কিন্তু গছ একোজোপাৰ আটাইবোৰ পাত একেলগে পকে আৰু পকিও গছতে থাকে বহু দিন। আৰু এই গোটেই শৰৎ কালি যিহেতু সকলো গছৰ পাতেই পকিব, আৰু সেই পাত সৰি নপৰে বহু দিনলৈ, কল্পনা কৰকচোন কি দৃশ্য হয় দেশখনৰ তেতিয়া। কিছুমান গছ সোণালী পাতৰ; কিছুমান গছ তামবৰণীয়া পাতৰ। অন্য বেছি ভাগেই হালধীয়া। এনে এক অপূৰ্ব ঋতুক আপুনি Fall বুলি নকৈ শৰৎ বুলি ক'বলৈ যাবনে? ৰ'কি মাউণ্টেইনলৈ উঠি গৈ থাকোঁতে প্ৰথম দেখিলোঁ আমেৰিকাত 'ফল'ৰ আগতীয়া দৃশ্য। সকলো গছ নহয়, দুই এজোপা গছ হালধীয়া হৈ আছে। কি অপূৰ্ব সেই দৃশ্য। মনতে এই কথা ভাবি ভাল লাগিল যে সকলো গছে এই ৰূপ লোৱা সময়তো আমিতো আমেৰিকাতে থাকিম।

ৰ'কি মাউণ্টেইনৰ কিছু উচ্চতালৈ যেতিয়া উঠিলোঁ, তেতিয়া আমাৰ পথৰ কেইদীঘলীয়া এছোৱাত হ'ল এক অপূৰ্ব অভিজ্ঞতা। আমাৰ গাড়ীৰ পথৰ দুয়োপিনে অতি ওখ পৰ্বতৰ বেৰ। অতিকৈ থিয় নঙঠা শিলৰ পৰ্বত ফালি যেন আমাৰ পথ আগবাঢ়ি গৈ আছে। অৰ্থাৎ ইয়েই ৰ'কি মাউণ্টেইনৰ কেনিয়ান বা গিৰিসংকট বা গিৰিখাদ। এনে এক সংকটৰ মাজেদি গৈ থকা কেনে যে অভিজ্ঞতা। আমি সেই গিৰিখাদ অতি ক্ৰম কৰি যোৱাৰ পিছত ক্ৰমে ক্ৰমে পৰ্বতীয়া পথৰ দাঁতিয়ে দাঁতিয়ে সুসজ্জিত দোকান, মল, হোটেল, ৰেষ্টুৰেণ্ট আদি পাবলৈ ধৰিলোঁ। বুজিলোঁ, কিবা পৰ্বতীয়া চহৰৰ ওচৰ চাপিছোঁ। শেষত দেখিলোঁ— ৰ'কি মাউণ্টেইন নেচনেল

পার্কলৈ উঠি যোৱা পথৰ গেটৰ সোঁপিনে আমাৰ পথ ঘূৰি গ'ল। সেই তাৰ পৰাই আৰম্ভ হ'ল ইষ্টেছ্ টাউন— য'ত আমি কেথাৰিনক থৈ আহিম। সেই পথেৰে আৰু কিছু আগুৱাই যোৱাৰ পিছত আমি পালোঁ কেথাৰিনৰ ওৱাই ডবলইউ চি এৰ কেথাৰিন থকা কটিজবোৰৰ কম্‌প্লেক্সটো। সিও এখন সৰু চহৰেই— ওৱাই এম চি এ চহৰ। তাত আনকি মল আৰু ৰেষ্টৰেণ্টো।

কেথাৰিনৰ লাগিজবোৰ আমি আটায়ে ভগাই লৈ কেথাৰিন থকা কটিজটোলৈ উঠি গ'লোঁ। এতিয়া গধূলিৰ এন্ধাৰ নামি আহিব খুজিছে। এজাক ফেব্‌ ফেৰীয়া বতাহে আমাক ঠাণ্ডা লগাই দিলে। ঘৰ আৰু গাড়ীৰ এ চিত থাকি ধৰিব পৰা নাছিলোঁ বাহিৰত কিমান ঠাণ্ডা। তাতে আকৌ ফোর্ট্ কলিন্‌ছতকৈ ইষ্টেছ্ টাউন বহু ওপৰত। কেথাৰিনৰ কুটীৰত বিভিন্ন বয়সৰ কেবাগৰাকীও মহিলা আৰু যুৱতী। আটাইবিলাকে আমাক সম্ভাষণ জনালে। আমিও প্ৰতি সম্ভাষণ জনাই বিদায় ল'লোঁ। কেথাৰিনে আমাক গাড়ীৰ ওচৰলৈ আহি তাতেহে বিদায় দিলে।

কেথাৰিনক এৰি আহি মনটো অলপ গধুৰ গধুৰ লাগিল। কেথাৰিন— যাৰ স্বামী আছিল প্ৰচুৰ উপাৰ্জনৰ এজন এটৰ্নী। এখন ধনী ঘৰৰ গৃহকৰ্ত্ৰী আছিল তেওঁ। পুত্ৰ, কন্যাৰে ভৰা সুখী সংসাৰো আছিল তেওঁৰ। সময়ত কন্যাৰ বিয়া হৈ গ'ল। পুত্ৰও উপাৰ্জনক্ষম হৈ ওলাই গ'ল। আৰু কেথাৰিন ওলাই আহিল বিৱাহ-বিচ্ছিন্ন হৈ সেইখন সংসাৰৰ পৰা। তেনে এখন ধনী ঘৰৰ প্ৰাচুৰ্যৰে ভৰা সংসাৰ এৰি তেওঁ এতিয়া কেনেকৈ আছেহি এক সন্ন্যাসিনীৰ দৰে এই পৰ্ব্বতৰ ওপৰৰ শীতৰ সেঁ[illegible]কা ঘৰত! জনকোলাহলৰ পৰা বহু আঁতৰৰ পৰ্বতীয়া ইষ্টেছ্ টাউনৰ সেই নিৰ্জনতা যেন কেথাৰিনৰ জীৱনৰ নিঃসংগতাই— তেনে অনুভৱ হ'ল মনতো। লাহে লাহে আমি নামনিৰ চহৰবোৰৰ লাইটৰ জলমলনিৰ মাজত সোমাই পৰিলোঁ। কিন্তু তেতিয়াও মনত পৰি থাকিল সংসাৰচ্যুতা কেথাৰিনলৈ। এতিয়া ছাগে তেওঁ সেই সৰু ঘৰটোৰ অনুজ্জ্বল পোহৰত কোঠাটোৰ সংগিনীসকলৰ লগত বহি অনুচ্চ স্বৰত কথা পাতি আছে; কি কথা পাতি আছে বাৰু তেওঁ?



বাৰ

# ৰ'কি মাউণ্টেইনত পিকনিক

কেথাৰিনক ইষ্টেছ টাউনত থ'বলৈ যাওঁতে ৰ'কি মাউণ্টেইনৰ এছোৱা দেখা পাইছিলোঁ। সেয়া আছিল ছেপ্টেম্বৰ মাহ। পিছত ৭ অক্টোবৰ, শনিবাৰে ৰ'কি মাউণ্টেইন ভালকৈ দেখাৰ সুবিধা হ'ল যেতিয়া ডেন্‌ভাৰ মহানগৰ আৰু তাৰ আশপাশৰ অসমীয়া পৰিয়াল কেইটামানে তাত পিক্‌নিক্ খাবলৈ ওলাল আমাকো লগত লৈ। সেইমতে সেই দিনা দুপৰীয়া ইষ্টেছ্ টাউনলৈ ফাটি যোৱা পথৰ সেইখিনিতে ৰ'কি মাউণ্টেইন পাৰ্ক গেটৰ মুখত পৰনৰ গাড়ীত নাতিনীক ধৰি আমি পাঁচজন ৰ'লোঁ গৈ। তাতে আমি আটাইবোৰ লগ লাগি একেলগে পাৰ্কলৈ সোমাই যোৱা কথা। অলপ সময়ৰ আগ-পিছকৈ তালৈ আহি পালে ডেন্‌ভাৰৰ ড° চন্দন দাস আৰু তেওঁৰ আমেৰিকাত ফুৰিবলৈ অহা গুৱাহাটীৰে বাইদেৱেক স্বপ্না দাস (তালুকদাৰ)। লগত চন্দন দাসৰ ৮/৯ বছৰীয়া ল'ৰা যীছু। আৰু আহি পালে ডেন্‌ভাৰৰে সামান্য আঁতৰৰ লংমণ্টত থকা ড° শচীন বৈশ্য আৰু তেওঁৰ পত্নী সুৰেখা ডেকা দাস, লগত তেওঁলোকৰ সাত বছৰীয়া ল'ৰা ৰোহণক লৈ। আৰু আহি পালে আমাৰ ফোৰ্ট্ কলিন্‌ছৰে কল'ৰাডো ষ্টেইট্ ইউনিভাৰছিটিৰ ড° ভাৰত বৰুৱা আৰু তেওঁৰ পত্নী ৰীমা। আমেৰিকাত কাৰোবাৰ ঘৰত খাবলৈ মাতিলে নিমন্ত্ৰিতসকলে যেনেকৈ দুই-এপদ খোৱা বস্তু ঘৰতে বনাই লৈ আহে, এতিয়া পিকনিকতো দেখিলোঁ প্ৰায় একেই। প্ৰত্যেক পৰিয়ালেই দুই এবিধ বস্তু ভাজি, ৰান্ধি লৈ আহিছে ঘৰতে, ইয়াত সকলোৱে ভগাই খাবলৈ। আমেৰিকাৰ পিকনিকত আমাৰ তাত পোৱাৰ দৰেতো আৰু ৰান্ধনি, বিলনি আদি বিভিন্ন কামৰ বাবে বিভিন্ন সহায়ক নাপায়। হেজাৰ ডলাৰ দিও এজন মাত্ৰ সহায়কো নাপায়। গতিকে প্ৰত্যেক পৰিয়ালৰে হাতত বা গাড়ীত অন্ততঃ একোবিধ খানা। আনকি ড° চন্দন দাসৰ লগত যদিও তেওঁৰ পত্নী নন্দিনী দাস অহা নাই, তথাপি তেওঁ ৰান্ধি দি পঠিয়াইছে এগ্ কাৰী আৰু মুৰ্গীৰ ব্ৰইল কৰা কিবা এবিধ। নন্দিনী যদিও বৰোডাৰ এম এছ ইউনিভাৰছিটিৰ পৰা পাছ কৰা আৰ্কিটেক্ট, পিছত আকৌ এই আমেৰিকাৰে ডেট্ৰইটৰ পৰা ষ্ট্ৰাক্‌শ্বাৰেল এঞ্জিনীয়াৰিঙত মাষ্টাৰ্ছ ডিগ্ৰীও লৈছে। তেওঁ এটা কোম্পানিত যদিও কাম কৰে, ৰান্ধনি হিচাপেও তেওঁৰ খ্যাতি কম নহয়। ডেট্ৰইটত থকা সময়ত তাৰ এখন স্থানীয় বাতৰিকাকতত তেওঁৰ ৰন্ধনৰ নিপুণতাৰ বিষয়ে তেওঁৰ পৰিচয় আৰু ফটোৰে সৈতে এটা দীঘল ফীচাৰ্ নিবন্ধ প্ৰকাশ হৈছিল। তাত তেওঁ ভাৰতৰ উত্তৰ, দক্ষিণ আৰু পূৰ্বাঞ্চলৰ খানাৰ বৈশিষ্ট্যৰ বিষয়ে কৈ অসমীয়া খানাৰ বৈশিষ্ট্য আৰু উপকাৰিতাৰ বিষয়ে বহলকৈ কৈছিল।

ৰ'কি মাউণ্টেইন যদিও পৰ্যটকেৰে গিজগিজাই থাকে তথাপি আমাৰ তাৰ পিকনিক স্পটবোৰত দেওবাৰে পাৰ্টি বেছি হ'লে ঠাইৰ অভাৱ হোৱাৰ দৰে কেতিয়াও নহয়। য'ত মানুহে ৰন্ধা-বঢ়া কৰি খাব, তাত গ্ৰিল্ সাজি দিয়া আছে, বহাৰ আসন সাজি দিয়া আছে আৰু উচ্ছিষ্ট বস্তু পেলোৱাৰ বাবে বীনো আছে। আৰু এনে স্পট ইমান সঘন আৰু বেছি যে পৰ্যটকৰ বা পিকনিকৰ বাবে অহাসকলৰ ঠাইৰ বাবে কোনো চিন্তা নাই। আমি আমাৰ গাড়ীকেইখনৰ পৰা খোৱা বস্তু আৰু লগত নিয়া চকীবোৰ নমোৱাৰ লগে লগে পৰনে গ্ৰীলত অৱৰ পৰা মেৰিওনেট্ কৰি নিয়া চিকেনৰ টুকুৰাবোৰ বাৰ্বিকিউ কৰাত লাগি গ'ল। তেনেকৈ অন্য গৰম

কৰিবলগীয়া বস্তুবোৰো কেইজন, কেইজনীমানে গৰম কৰাত লাগিল। বাকীবোৰ ওচৰৰ বহল, স্বচ্ছ পানীৰ তৰাং নদীটোৰ পাৰত খেলাত, খোজ কঢ়াত লাগিল। নদীৰ সিপাৰে এখন থিয়, ওখ গছ গছনিৰে ঢাক খোৱা পৰ্বত। বেছিভাগ গছেই পাইন— আমাৰ শ্বিলঙৰ দৰে চিনাকি পাইন। আমি যিটো পাৰত ৰাস্তাৰ কাষত আৰু নদীৰ পাৰত বহি লৈছোঁ, এইটো পাৰতো ৰাস্তাৰ সিপাৰে কিছু আঁতৰলৈ ওখ পৰ্বত। তাতো, আৰু আমাৰ এই নামনি অঞ্চলতো কেৱল পাইন আৰু পাইন।

ড° ভাৰত বৰুৱাৰ পৰ্বত বগোৱাত যে ইমান ৰতি, তাক আগতে শুনিলেও উপলব্ধি কৰা নাছিলোঁ। কেতিয়া নদীটো কেনেকৈ পাৰ হৈ তেওঁ ইমান ওখ পৰ্বত বগাই ওপৰ পালেগৈ গমেই পোৱা নাছিলোঁ। পৰ্বতৰ বহু ওপৰৰ পৰা আমাক জান দিবলৈ যেতিয়া তেওঁ চিঞৰিলে, তেতিয়াহে সকলোৱে গম পালে আৰু আচৰিত হ'ল। ইমান ওখ পৰ্বতত কিয় অকলে উঠিছা গৈ বুলি দুই এজনে চিঞৰি তেওঁক সোনকালে নামি আহিবলৈ ক'লে। তেওঁ অৱশ্যে নামি আহিল। খাবৰ হ'লত আমাৰ লগৰ ফোল্ডিং চকীবোৰ খুলি খুলি লৈ তাতে বহি খাবলৈ ধৰিলোঁ। খাই উঠি আমি কিছুমানে গল্পালাপত লাগিলোঁ। কিছুমানে বস্তু সামৰাত আৰু পেলনীয়া বস্তুবোৰ বিনত ভৰোৱাত লাগিল। এইখিনি সময়তে কেতিয়ানো আকৌ ভৰত আৰু তেওঁৰ প্ৰভাৱত অন্য তিনিজন পুনৰ সেই পৰ্বত পালেগৈ তৰ্কিবই নোৱাৰিলোঁ। তাৰ পৰা যেতিয়া আমালৈ চিঞৰি মাতিলে, তেতিয়াহে দেখি আচৰিত। তাতচোন আমাৰ পৱনো! পৱন কিছু ছট্‌ফটীয়া। তেওঁ যোৱাত সিমান আচৰিত হ'বলগীয়া নাই। কিন্তু চন্দন? তেওঁ অকল গম্ভীৰেই নহয়, এই আমেৰিকান অসমীয়া ডেকাদলটোৰ ভিতৰত তেওঁৰেই বয়স বেছি। তেৰোঁনো গ'লনে! আৰু শচীন। তেৰোঁতো ধীৰ, স্থিৰ, গম্ভীৰ। তেৰোঁনো কেতিয়া, কিয় গ'ল? সুৰেখাই ক'লে— ভাৰতে সকলোকে টানি ধৰিলে। গতিকে আনকি চন্দন দায়ো এৰাব নোৱাৰিলে। ভাইটিহঁতৰ লগত দাদাকৰো পৰাজয়।

অলপ পিছতে দেখিলোঁ— পৰ্বতৰ ওপৰত তেওঁলোক ইটোৱে সিটোৰ হাতত ধৰি হাতবোৰ দাঙি দি আমাৰ পিনে মুখ কৰি চিঞৰি চিঞৰি অসমীয়া গীত গাবলৈ ধৰিছে— বিহুগীত, বনগীত। অসমীয়া গীতৰ অসমীয়া সুৰত আমেৰিকাৰ পৰ্বতৰ নীৰৱতাও সৰৱ হৈ উঠিল। আমাৰ লগৰ তৰুণী মহিলাসকলেও ইপিনৰ পৰা তেওঁলোকলৈ একে গীতৰ, একে সুৰেৰেই সঁহাৰি জনালে। আমাৰ ৰ'কি মাউণ্টেইনৰ পিকনিকৰ এয়েই নেকি তেন্তে গ্ৰেণ্ড ফিনালে? চাৰিমান বজাত যেতিয়া তেওঁলোক নামি আহিল, তেতিয়া চন্দনে ৰীমাক ক'লে—"ৰীমা, তুমি পৰ্বত, গছ এইবোৰ দেখিলে ভাৰতক অলপ মন কৰিবাদেই। দ্বিতীয়বাৰ আমাৰ লগত পৰ্বতলৈ গৈ আৰু কি কৰিলে জানানে? নদীৰ কাষৰ গছ এজোপা নদীৰ ওপৰলৈ হাউলি আছে। নদী আকৌ সেই ওখ পৰ্বতৰ গাৰ পৰা কিমান তলততো জানাই। তেওঁ সেইজোপাকে বগাই গ'ল আৰু গছজোপা তলৰ পিনৰ পৰা হাত ভৰিৰে সাবটি থাকিল নদীৰ ওপৰত। ডাৰউইনৰ থিয়ৰিতহে পঢ়িছিলোঁ যে বান্দৰৰ পৰাহে মানুহ হৈছে। আজি ভাৰতক দেখি ডাৰউইনৰ থিয়ৰি যে সঁচা, তাক বুজিলোঁ। তুমি কিন্তু ভাৰতক অলপ চাবা দেই।"

পাঁচমান বজাৰ পৰা ৰ'দ যেতিয়া কিছু কোমল হ'বলৈ ধৰিলে, আমি তেতিয়া ঠাণ্ডা পাবলৈ ধৰিলোঁ। ৰ'কি মাউণ্টেইনৰ সেইটি স্পট এৰি আমি তেতিয়া আৰু ওপৰলৈ যোৱাৰ প্ৰস্তাব কৰিলোঁ। ইশাৰীৰ পৰা সিশাৰী ওখ ওখ পৰ্বতৰ গাৰ নখৰ পিটিহেন মসৃণ বাটেৰে আমি বহু

ওপৰলৈ উঠি উঠি গৈ থাকিলোঁ। ঠায়ে ঠায়ে গাড়ী ৰাখি দৃশ্য উপভোগ কৰা ঠাইবোৰত তললৈ চাই পঠিয়ালোঁ। এঠাইত দেখিলোঁ, সিপিনে আৰু পৰ্বত নাই। কেৱল বহু তলত সেউজীয়া ঘাঁহনি— চকুৰে মনিব পৰালৈকে। অনুভৱ হ'ল— আমি এয়া পৃথিবীৰ শেষ সীমান্ত আহি ভৰি দিছোঁ। সিপিনে আৰু কোনো পৃথিবী নাই। ওপৰতো এতিয়া কেৱল আকাশ— নীলা আকাশ। নে স্বৰ্গ?

নামি আহোঁতে এঠাইত আকৌ পালোঁ বহুতো জলপ্ৰপাতৰ এটি অঞ্চল। অ'ত ত'ত শিলাময় ওখ ঠাই বা ওখ, ডাঙৰ শিল। শিলৰ মাজে মাজে খৰস্ৰোতা কিন্তু অগভীৰ স্বচ্ছ পানীৰ নিজৰা। তাতে বহুতে বৰশী বাই আছে। পিছে মনত ৰাখিব লাগিব, আমেৰিকাত বৰশী বোৱা মানে মাছ ধৰি ঘৰলৈ নি ৰান্ধি-বাঢ়ি টোকালি পাৰি খোৱা নহয়। বৰশী বোৱা ইয়াত কেৱল আনন্দৰ বাবেহে। মাছ ধৰি আকৌ এৰি দিব লাগে। পিছে বৰশীয়ে জ্বালোঁ মাছৰ ডিঙিত নিবিঘ্নে আৰু সেই আঘাতত মাছৰ মৃত্যু নহয়? কথাষাৰ সুধিছিলোঁ আমাৰ উজান বজাৰৰ ৰীতা আৰু আজিকালি ডেন্‌ভাৰৰ ৰীতা কাৰ্ষ্টনাৰৰ আমেৰিকান গিৰীয়েক মিঃ কাৰ্ষ্টনাৰক। মিঃ কাৰ্ষ্টনাৰে কৈছিল— "নিবিঘ্নে। ইয়াৰ বৰশীবোৰ মাছ মাৰিবৰ বাবে নহয়। মাজ ধৰিবৰ বাবেহে। মাছটো ধৰি আনক। কিছু সময় তাৰ লগত তামচ্ছা কৰক। সি ভাগৰিলে আকৌ পানীত এৰি দিয়ক।" এনে আনন্দৰ বাবেও ৰীতা কাৰ্ষ্টনাৰৰ গিৰীয়েকে লগত আৰু দুজন আমেৰিকান বন্ধু লৈ দুখন ৰাজ্য নিজৰ গাড়ীৰে পাৰ হৈ গৈ তৃতীয়খন ৰাজ্যত বৰশী বাইছিলগৈ। তেওঁ উভতি অহাৰ পিছদিনাই ৰীতাই আমাক গধূলি খাবলৈ মাতিছিল। মনে মনে ভাব হৈছিল— মিঃ কাৰ্ষ্টনাৰে চাগৈ বহুত মাছ পালে। দকচি খাবলৈ পাম। মাছ, মাংস দুয়োবিধেই পালোঁ দকচি খাবলৈ। কিন্তু বৰশীৰে মৰা নহয়। কাৰ্ষ্টনাৰক সুধিলোঁ— "মাছ নাপালে নেকি?" তেওঁৰ উত্তৰ— "বহুত পালোঁ।" সেই সন্দৰ্ভতে তেওঁ বুজালে— আমেৰিকাত মাছ মাৰিব নোৱাৰি। ধৰি আনন্দ লাভহে কৰিব পাৰি। সি যি কি নহওক, ৰ'কি মাউণ্টেইনৰ সেই জলপ্ৰপাতময় অঞ্চলটোত আমাৰ দৰে অৱসৰ বিনোদন কৰিবলৈ অহা মানুহ কিমান হয়, তাৰ এটা উমান পালোঁ, ইয়াত থকা ওখ, ডাঙৰ শিলবোৰৰ পৰা। মানুহ সেইবোৰত বহোঁতে, আওজোঁতে সেই শিলবোৰৰ গাও ক্ষয় গৈ গৈ নিমজ হৈ গৈছে। এতিয়া এই বেলি মাৰ যাব ধৰা সময়তো ইয়াত কিমান যে মানুহ।

সেইদিনা উভতি আহোঁতে বাটত সম্পূৰ্ণ অন্যধৰণৰ আৰু এটা দৃশ্য দেখি বৰ ভাল লাগিছিল। অৱশ্যে বৰ বেয়া লাগিছিল বুলিও ক'ব পাৰি। পাৰ্কৰ গেট পাৰ হৈ আহি আমি মেক্‌ডোনাল্ড্ ৰেষ্টুৰেণ্টত সোমাইছোঁ। তেতিয়া গধূলি আঠ। মানুহবোৰ দলে দলে পাৰ্কৰ পৰা ওলাই তৈয়ামলৈ নামিব ধৰিছে। আমাৰ দৰে আৰু মেক্‌ডোনাল্ডত সোমাব ধৰা যাত্ৰীবোৰৰ ভিতৰত দেখিলোঁ, এহাল বুঢ়ী। শোতোৰা-গুতুৰি গাল। কঁকাল হাওলা। হাতত আনকি খোজ কঢ়া টোকোনো। তেওঁলোককো মেক্‌ডোনাল্ডৰ সন্মুখতে গাড়ী ৰখা দেখিছিলোঁ। এনেকুৱা আলৰ বুঢ়ী। তথাপি গাড়ী চলাই ইমান উচ্চতালৈ উঠি পাৰ্কত অৱসৰ বিনোদন কৰি আহিল। গাড়ী ৰখা সময়ত জুমি জুমি চাইছিলোঁ— লগত গাড়ী চলোৱা মানুহ কোনোবা আছে নেকি— পো-বোৱাৰী, নাতি-নাতিনী নাইবা অন্য কোনোবা। কিন্তু নাই। এয়াতো আমেৰিকা। কোনে কাক চায়। তেনে কথা বৰং ভবাই ভুল। দুই বুঢ়ীৰ এজনীয়েই গাড়ী চলাইছে। আমাৰ দৰে

ৰেষ্টুৰেন্টলৈ গ'ল, কিবা খালে আৰু গাড়ীলৈ ওলাই আহিল। মই তেওঁলোকক লক্ষ্য কৰি থাকিলোঁ। অৱসৰ বিনোদনৰ আনন্দ মুখত তেনেকৈ নাই। দুয়ো বুঢ়ীৰ মুখতে বৰং এক গাম্ভীৰ্য, এক চিন্তাক্লিষ্টতা। এই গধূলিও পৰ্বতৰ ওপৰৰ পৰা তেওঁলোক গাড়ী চলাই নামি যাবনে? তাৰ পিছত ক'লৈ যাব? কিমান দূৰ যাব আমেৰিকাৰ পথৰ তীব্ৰ বেগী গাড়ীবোৰৰ লগে লগে গাড়ী চলাই?

দুয়োকে পুনৰ গাড়ীত উঠা দেখিলোঁ। খোজ কঢ়া টোকোন দুডাল গাড়ীতে থৈ পেঁটী মাৰি ল'লে। তাৰ পিছত হোহোৱাই গাড়ী চলাই নামি গ'ল। তেওঁলোকৰ পাছে পাছে আমাৰ গাড়ীবোৰো। সোনকালে ধৰিব নোৱৰা হ'লোঁ— শোতোৰা-শুতুৰি গাল-মুখৰ আলৰ বুঢ়ীয়ে ওচৰত খোজকঢ়া টোকোন থৈ চলোৱা গাড়ী কোনখন। গাড়ীখন নেদেখা হোৱাত মনে মনে তেওঁলোকলৈ যেনেকৈ দুখ লাগিল, আমেৰিকান পৰিয়াল-ব্যৱস্থা আৰু সমাজখনলৈ খঙো উঠিল। আমি ভাৰততো আমাৰ পুৰণি পৰিয়াল পদ্ধতিৰ পথ এৰি এই নতুন বাটেৰে আহিব ধৰিছোঁ। আমেৰিকাৰ চৰকাৰে জ্যেষ্ঠ নাগৰিকসকলক অনেক সা-সুবিধা দিছে। আমাৰ ভাৰততো চৰকাৰে এতিয়া এই কাম আৰম্ভ কৰিছে। কিন্তু এয়েই যথেষ্টনে? পিছ মুহূৰ্ততে আকৌ মনলৈ এটা উদ্দীপনা আহিল। আমিও এই আমেৰিকান বুঢ়ী দুজনীৰ দৰে বয়সৰ স'তে যুদ্ধ কৰিব নোৱাৰিম কেলৈ? বয়সক জয় কৰিব নোৱাৰিম কেলৈ। এৰা, এৰা, আজি এবছৰ মানে মই গাড়ী চলাবলৈ প্ৰায় এৰি দিছোঁ। ভাৰতীয় চিন্তাধাৰামতেই নিজকে কৈছোঁ— এতিয়া বয়স হৈছে, গতিকে গাড়ী চলাবলৈ এৰি ড্ৰাইভাৰ ৰখা ভাল। কিন্তু এইবাৰ এইদেশ এৰি গৈ আকৌ গাড়ী চলাব লাগিব— বয়সক জয় কৰিব লাগিব— এই আমেৰিকানসকলৰ দৰেই।



তেৰ

# কলৰাডোৰ বৰফ

সেউজীয়া হিমালয়োতো শুকুলা হৈ থাকে বৰফেৰে ঢাক খায়েই। তেন্তে বৰফ নেদেখা বুলি কেনেকৈ কওঁ? তথাপি বৰফ ওচৰৰ পৰা দেখিবলৈ আৰু চুই চাবলৈ বৰ বেছি বছৰ হোৱা নাই। অৰুণাচলৰ বোমডিলা আৰু টাৱাঙলৈ গৈছিলোঁ, আমি ইংৰাজীৰ অধ্যাপক-অধ্যাপিকা কেইগৰাকীমান। বোমডিলাৰ পৰা টাৱাঙৰ বাটত চেলাপাছ বা গিৰিপথ। তেতিয়া ফেব্ৰুৱাৰী মাহ। বৰফৰ বতৰ উকলিবৰ সময়। কিন্তু টাৱাং এনে ওখ ঠাণ্ডা ঠাই যে ফেব্ৰুৱাৰীতো তাত বৰফ গলি শেষ নহয়। ঠিক চেলাপাছ পাওঁতে আমাৰ মিনি বাছখন আমাৰ পথৰ বৰফৰ ওপৰেদিয়ে যাবলৈ ধৰিলে। লগে লগে বৰফ দেখি তজবজীয়া ডেকা-গাভৰু হৈ উঠা আমাৰ দলৰ অধ্যাপক-অধ্যাপিকাসকলে কিৰিলি পাৰি উঠিল আৰু গাড়ী ৰখাবলৈ দিলে। আমি গাড়ীৰ পৰা নামি পৰিলোঁ। লগে লগে কেইজন, কেইজনীমানে বৰফত খোজ-কাঢ়া, দৌৰা-হৌৰা কৰাৰ লগতে ইজনে সিহঁতৰ গালৈ বৰফ দলিয়াদলি কৰিবলৈ লাগি গ'ল। সেই ল'ৰা-ছোৱালীৰ তামছাৰ পৰা বাদ নপৰিলোঁ ময়ো। বৰফৰ লগত সেয়েই মোৰ প্ৰথম সংস্পৰ্শ। বৰফৰ সৈতে সেই সংস্পৰ্শ নিবিড় হ'ল এতিয়া এয়া কলৰাডো ৰাজ্যত।

প্ৰথম ২৭ অক্টোবৰ, ২০০৬, মঙলবাৰে পুৱা উঠি দেখোঁ --ঠিক ধোঁৱাও নহয়, পানীও নহয়, মাজতে কিবা এবিধ আকাশৰ পৰা ধূলি নমাদি নামি আহিব ধৰিছে। সেয়ানো বৰফনে কি নিশ্চিত হ'ব নোৱাৰিলোঁ। ফ্লাৰী (flurry), স্নৌ (snow), আইচ (ice)— এই তিনিওবিধৰে অভিধানৰ অৰ্থতো জানো। কিন্তু কিতাপৰ পাতৰ পৰা বাহিৰ ওলাই এতিয়া চকুৰ আগত কি দেখিছোঁ? অন্যাই হয় নোবোলালৈকে তাকেইনো ফ্লাৰী বুলি কওঁ কেনেকৈ? মাজনী সেইবোৰৰ মাজেদিয়ে পুৱাতে ওলাই গ'ল কামলৈ। সুধিব পৰাকৈ আছে মাথোন পৱন। তেওঁকেই সুধিলোঁ। তেওঁ ক'লে— "হয় দেউতা সেয়া ফ্লাৰীয়েই। মাটিত পৰি স্নৌ হ'ব— ঢিলা বৰফ। সিয়ে টান মাৰিলে হ'ব গৈ আইচ্ বা কঠিন বৰফ।" বুজি পালোঁ— এয়া ৰাতিৰ পৰাই চলি আছে তুষাৰপাত— তুষাৰ কণিকাৰ বৰষুণ। কেনে যে তাৰ ৰূপ। ধোৱাৰ দৰে নামি আহে এঁকা-বেঁকা, ঘূৰণীয়াকৈ। ঘৰৰ চালতো সি থেকা খাই পাক ঘূৰণি খায়। ঠিক আমাৰ গুৱাহাটীৰ ধূলিৰ ধুমুহাৰ দৰে। ধূলিৰ ধুমুহাৰ দৰে ই অৱশ্যে যেনিয়ে পায় তেনিয়ে ভিতৰলৈকো সোমাই নাহে। কিতাপ-পত্ৰ, চকী-মেজ ধূলিৰে ঢাকি নেপেলায়। ধূলিৰ তুলনাত তুষাৰ যেন বহুত গম্ভীৰ আৰু ভদ্ৰ। ই দুৱাৰ-খিৰিকীৰে বা বেৰৰ ফাঁকেৰে ভিতৰ নোসোমায়। লাগিলে দুৱাৰ মুখতে দম বান্ধি বৈ থাকিব। আৰু যেতিয়া বহুত সময় তুষাৰপাত হ'লে চালত জমা হয়, চাল হৈ পৰে শুকুলা।

মই পুৱা উঠিয়ে "দ্য নিউয়ৰ্ক টাইম্‌ছ্" আৰু "দ্য ডেন্‌ভাৰ্ পোষ্ট্" দুখনৰ প্লাষ্টিকৰ পেকেট দুটা ঘৰৰ সন্মুখৰ পৰা আনিবলৈ যাওঁতে দুৱাৰমুখত দ'ম হৈ থকা ঢিলা বৰফত বা স্নৌত চেণ্ডেল সোমাই গ'ল। পিছে ভৰিত মোজা থকা সত্ত্বেও চোন মোজাও নিতিতিল, জোতাও নিতিতিল। পিছত জানিলোঁ— বহু সময় তেনে বৰফত খোজ কাঢ়ি গ'লেহে জোতা-মোজা তিতিব। তেতিয়াই প্ৰয়োজন হয় বৰফত খোজ কঢ়া অন্য ধৰণৰ জোতাৰ। লাহে লাহে, ঘৰৰ বেৰ-হাল, ৰাস্তা-ঘাট, পথাৰ-পৰ্বত, গছ-গছনি সকলো বৰফেৰে ঢাক খাই পৰিল। তুষাৰপাত

চলিয়ে আছে নিৰন্তৰ, দুপৰ নিশাৰ পৰা। কিন্তু দিনতে আন্ধাৰ হোৱা অৱস্থা মুঠেই নাই। বৰং বেলি দেখিবলৈ নাথাকিলেও চৌদিশে উজ্জ্বল ৰূপালী পোহৰ। বৰফৰ ৰূপালী ৰঙে নিশ্চয় চৌদিশে ৰূপালী কৰি তুলিছে। এইবাৰ যোৱা দুপৰ নিশাৰ পৰা দিনটোৰ বাবেহে বৰফ পৰিছিল। তথাপি সি ইমান পাতল আছিল যে ৰাস্তাই-ঘাটে এফুটতকৈ বেছি বৰফ জমা হোৱা নাছিল। আৰু সেই বৰফ গলিবলৈ ৰ'দ নপৰা ঠাইত লাগিছিল দুই, তিনি দিন; আৰু ৰ'দ পৰা ঠাইত এদিনমানহে।

ইযাৰ পিছত আৰু বৰফ পাইছিলোঁ ২৮ আৰু ২৯ নবেম্বৰত। বৰফ পৰিছিল দুদিন এৰাতি। দুই ফুটৰ পৰা চাৰি ফুট ওখকৈ সেইবাৰ বৰফ পৰিছিল। ফোৰ্ট কলিন্‌ছৰ পৰা ডেন্‌ভাৰলৈ গোটেই অঞ্চল এইবাৰ বৰফেৰে ঢাক খাই পৰিছিল। বহু দিনলৈ আছিল সেই বৰফ। অৱশ্যে নগৰৰ মূলপথ, দেশৰ হাইওৱে, এক্সপ্ৰেছ্ ওৱেৰ দুকাষ বাদ দি গাড়ী অহা-যোৱা বাট চৰকাৰেই যন্ত্ৰৰ সহায়ত আৰু ৰাসায়নিক পদাৰ্থৰে পৰিষ্কাৰ কৰি ৰাখে। কমিউনিটি বা পাৰা একোটাৰ ভিতৰৰ পথবোৰহে তাৰ বাসিন্দাবোৰে সমূহিকভাৱে চাফ কৰিব লাগে। বৰফৰ ওপৰত খোজ কঢ়া বিপদজনক। মই প্ৰথম দিনা বৰফত খোজ দিওঁতে পিছলি পৰিবই খুজিছিলোঁ। গাড়ীবোৰো খুব পিছলে। তেতিয়া টায়াৰত চেইন বান্ধি ল'ব লাগে। তেনে চেইন ভাৰালৈকো পোৱা যায়। কিন্তু তথাপি হেনো চকা পিছলিব পাৰে। সি যি কি নহওক, এইবাৰৰ ডাঠ বৰফৰ তৰপবোৰ ৰ'দ নপৰা ঠাইত তিনি সপ্তাহলৈ গলি শেষ নোহোৱাকৈ আছিল। তিনি সপ্তাহলৈ কলৰাডো ৰাজ্য বৰফৰ উজ্জ্বল আভাৰে উদ্ভাসিত হৈ আছিল।

আমেৰিকাত বৰফ পৰাৰ এটা ভাল সামাজিক দিশো দেখা পালোঁ। আমেৰিকানসকলতো ঘৰৰ ভিতৰত সোমাই থকা জাতি। ৰাস্তাই-ঘাটে তেওঁলোকক আড্ডা মাৰি থকা দেখা নাযায়। ইঘৰে-সিঘৰে ঘৰৰ সন্মুখত লগা লগি হৈ মেল মাৰি থকা দেখা নাযায়। কিন্তু বৰফ পৰা দিনত ঘৰৰ সন্মুখে সন্মুখে এটা সুখকৰ দৃশ্য। আগতে কৈয়েই আহিছোঁ— পাৰাৰ বা কমিউনিটিৰ ভিতৰৰ পথবোৰ তাৰ বাসিন্দাই চাফ কৰিব লাগে। ৰাস্তাৰ দুকাষৰ ওৱাকওৱে বা পদপথৰ প্ৰতিঘৰৰ সন্মুখ সদায় বৰফমুক্ত হৈ থাকিব লাগিব। গতিকে উপায়? পদপথৰ ওপৰেদিতো বৰফ চাফ কৰা গাড়ী চলায়ো নিব নোৱাৰি। সেয়েহে প্ৰতিঘৰ মানুহে নিজৰ নিজৰ ঘৰৰ সন্মুখৰ পদপথ নিজেই বৰফমুক্ত কৰি ৰাখিব লাগিব। বৰফ পৰি ৰাস্তা ঢাক খালে এই কামতে ঘৰৰ মহিলা-পুৰুষক বাহিৰলৈ অহা দেখিব। আৰু মূল ৰাস্তাটো বা গাড়ী যোৱা ৰাস্তাৰ মাজভাগ? সেইটো চাফ কৰা কাম একোটা পথৰ মানুহবোৰে উমৈহতীয়াকৈ কৰে। আলোচনা কৰি নিৰ্দিষ্ট কৰা সময়ত পুৰুষজনেই হওক বা মহিলা গৰাকীয়েই হওক বা দুয়োৱেই হওক, বৰফত পিন্ধা ছুট-হেট-বুট পিন্ধি হাতত খোৰেল্ বা বেলচা লৈ প্ৰতিটো ঘৰৰ পৰা ৰাস্তালৈ ওলাই আহে। হাঁহি মাৰি সকলোৱেই ৰাস্তাৰ মাজৰ পৰা বেলচাৰে বৰফবোৰ দুয়োকাষলৈ আঁতৰাই দিয়ে। সি যেন এক উৎসৱৰ সময়হে কোনো এক ভাৰতীয় চহৰত। মাক-দেউতাকক দেখি আকৌ সৰু সৰু ল'ৰা-ছোৱালীহঁতো বৰফত পিন্ধা সিহঁতৰ ছুট-হেট-বুট পিন্ধি ওলাই আহি বৰফৰ ওপৰত ৰমলিওৱাত লাগে। একেবাৰে কণ কণহঁতে ডাঙৰে নেদেখাকৈ মাজে মাজে মুখতো বৰফ ভৰায়। আমেৰিকান চহৰ এখনৰ মানুহৰ এনে সামূহিক বা দলবদ্ধ কাৰ্যই আমাৰ অসমৰ গাঁও-ভুঁইবোৰৰ আমাৰ ল'ৰাকালৰ ধান কটা সাঙুৰিবোৰলৈ মনত পেলালে। আমাৰ গাঁওবোৰতো

তেতিয়া এই সাঙুৰিৰ দিনত ডাঙৰক কাবোবাৰ পথাৰত একেলগে ধান কটা দেখি আমি সকু সৰুবোৰৰো সেই পথাৰলৈকে গৈ কি তামছা।

২৮,২৯ নবেম্বৰত পৰা বৰফ গলি গলি শেষ হোৱাই নাই, এনেতে বৰফ পৰাৰ অন্য এটা ৰূপ দেখা পালোঁ ২০ ডিচেম্বৰ বুধবাৰৰ পুৱা। পুৱা উঠিয়েই দেখোঁ— এটা নতুন দৃশ্য। ফ্লাৰী বা তুষাৰকণিকাৰ ধাৰা আজি দেখোঁ যেনি তেনি উৰি ফুৰিব ধৰিছে প্ৰচণ্ড বেগত। পাকঘূৰণি খাই খায়ো ঘূৰিছে সেই তুষাৰকণিকাৰ ধাৰা। আমাৰ ঘৰৰ পিছফালে যিলানি ঘৰ, আমাৰ ওপৰ তলাৰ শোৱনী কোঠাৰ পৰা সেইলানি ঘৰৰ ছালত দেখোঁ এই বৰফ গোট খায়, আৰু এই উৰি যায়। মনে মনে ভাব হ'ল— এয়াই বৰফ ধুমুহা নেকি? স্নৌষ্টৰ্ম্?

মাজনীতো ছয় বজাত গাড়ী লৈ ওলাই গ'ল। তেওঁ বা কি ড্ৰেছ পিন্ধি গ'ল। পৱনো ৮ বজাৰ লগে লগে যাবলৈ ওলাল। মই কাকত দুখনৰ পেকেট দুটা আনিবলৈ বাহিৰ ওলাওঁতেই পাইছিলোঁ এটা শিক্ষা। তীব্ৰ তুষাৰপাতৰ বাবে বাহিৰত চকু মেলাৰ উপায় নাই। গতিকে পৱনক ক'লোঁ, "তুমি অকল স্নৌ ছুট পিন্ধিলেই নহ'ব। স্নৌ গ্লাছ পিন্ধিও ওলাব লাগিব যেন পাওঁ।" কিন্তু পৱনে স্নৌ গ্লাছ নোলোৱাকৈয়েই গ'ল অকল স্নৌ ছুট আৰু স্নৌ হেট পিন্ধি। তাৰ অলপ পিছতে ফোন বাজি উঠিল। ধৰি দেখোঁ অসমীয়া মহিলাৰ মাত— ডেন্‌ভাৰৰ পৰা নন্দিনী। সুধিছে ইয়াত বতৰ কেনেকুৱা। মই সুধিলোঁ, "এয়াই স্নৌষ্টৰ্ম্ নেকি?" নন্দিনীয়ে ক'লে, "হয় আংকল্। কিন্তু এয়া এতিয়া ব্লিজাৰ্ডৰ পিনেই যাব ধৰিছে।" মনত পৰিল ব্লিজাৰ্ডৰ অৰ্থ— ভায়োলেণ্ট্ স্নৌষ্টৰ্ম্— ভয়ানক বৰফ ধুমুহা। এবা, কলৰাডো এতিয়া ব্লিজাৰ্ডৰ কবলত পৰিছে। টি ভি ছেটটো খুলি দিলোঁ। হয়— সমগ্ৰ কলৰাডোত প্ৰচণ্ড ব্লিজাৰ্ড্। কলৰাডো ৰাজ্য চৰকাৰে সমগ্ৰ ৰাজ্যত ইমাৰ্জেন্সি ঘোষণা কৰিছে। স্কুল-কলেজ, অফিচ-কাৰখানা অনিৰ্দিষ্ট কাললৈ বন্ধ কৰি দিছে। ডেন্‌ভাৰ আন্তৰ্জাতিক বিমানবন্দৰো আনকি প্ৰাথমিকভাৱে দুদিনলৈ বন্ধ কৰি দিছে। টি ভিত দেখুৱাই আছে ডেন্‌ভাৰ্ চহৰত ব্লিজাৰ্ডৰ সংহাৰী ৰূপ। গাড়ী-মটৰ পথৰ মাজে মাজে পোত গৈ থকাৰ দৃশ্য। মাজনী-পৱনে ফোন কৰিলে— তেওঁলোকৰ কাৰ্যক্ষেত্ৰৰ পৰাও মানুহ ঘৰাঘৰি যাবলৈ আৰম্ভ কৰিছে। তেওঁলোকো আহিব। চিন্তা কৰিব নালাগে।

দুপৰীয়ালৈ আমাৰ ঘৰৰ সন্মুখৰ পথ আৰু পথাৰতে দুই, তিনি ফুটকৈ বৰফ গোট খালে। বৰফ দুই তিনি ফুটকৈ গোট খালে আমাৰ পিছ চোতালত; আমাৰ ঘৰৰ সন্মুখত। দুই বজাত মাজনী উভতি আহিল। মাজনীৰ গাড়ী ৰাস্তাতে ফছি ৰ'ল। বিভিন্ন ধৰণে গাড়ী লবাব পাৰে নেকি চালে। নাই নলৰেই। পিছফালৰ পৰা আহি থকা কেবাখনো গাড়ীৰ মানুহে নামি চলাই হওক, ঠেলি হওক গাড়ী লবাবলৈ চেষ্টা কৰিলে। কি পুৰুষ কি মহিলা— কোনেও কৃতকাৰ্য নহ'ল মাজনীৰ গাড়ীখন লৰচৰ কৰোৱাত। শেষত সকলোৱে উপদেশ দিলে— গাড়ী ৰাস্তাৰ মাজতে যেনেকৈ আছে তেনেকৈয়েই এৰি যাবলৈ। গোটেই ৰাস্তাতে তেনেকৈয়েই গাড়ীবোৰ ফছি ফছি আছে। গতিকে ভয় কি? উপায় নাপাই মাজনীয়ে তাকেই কৰিবলৈ মান্তি হ'ল। কিন্তু তেনেতে দেখা পালে— ম'বাইলটো বৰফত সোমাই গ'ল। আৰু ক'ত পায়? বৰফৰ মাজত হাতেৰে খেপিয়াই, ভৰিৰে নানা ধৰণে চেষ্টা কৰি

ম'বাইল্টো পায় নেকি সকলোৱে চালে। কিন্তু নাই। দুই-এজনে বা এজনীয়ে নিজৰ গাড়ীৰে মাজনীক ঘৰত থৈ যাবলৈ সহায়ৰ হাত আগবঢ়ালে। কিন্তু তেনেত ঠিক মাজনীহঁতৰ ঘৰৰ ওচৰৰে মহিলা এগৰাকী গাড়ী চলাই সেইখিনি আহি পালে। সেই মহিলায়েই মাজনীক তেওঁৰ গাড়ীত লৈ আহিবলৈ আগ্রহ প্রকাশ কৰাত সকলোৱে ভাল পালে। প্রত্যেকে নিজৰ নিজৰ গাড়ীত উঠিল। মাজনীৰ গাড়ী তাতে পৰি থাকিল।

মাজনীৰ অভিজ্ঞতাৰ কথা শুনি উঠিছোঁহে, তেনেতে পবন আহি পালে হেঁপাই-ফেঁপাই। ইটো উশাহৰ পৰা সিটো তেওঁ লগেই নাপায়। অলপ জিৰণি লৈহে তেওঁ কোনোমতে নিজৰ অবস্থাৰ বর্ণনা দিবলৈ সক্ষম হ'ল। কার্যালয় এৰিবলৈ কর্তৃপক্ষই যদিও নির্দেশ দিলে, তথাপি সকলো লোক দুটা সমস্যাৰ সন্মুখীন হ'ল। যিবিলাকৰ গাড়ী "ফোৰ্ হুইল্ ড্রাইভ'ৰ, সেইবোৰে লাহে লাহে সাৱধানে চলাই ঘৰলৈ ওভতাৰ কথা ভাবিব পাৰে। কিন্তু সেই গাড়ীবোৰোতো আধাতকৈয়ো বেছি বৰফত পোত গৈ আছে। দুৱাৰ-খিৰিকী খোলে কেনেকৈ? "আৰু আমাৰ 'টু হুইল ড্রাইভ'ৰ গাড়ীবোৰতো ইমান ডাঠ বৰফৰ মাজেৰে চলাই আনিবই নোৱাৰিম। গতিকে বৰফ গুচোৱাৰ কথাও ভবাৰ দৰকাৰ নাই। আমি আটায়ে লগ লাগি 'ফ'ৰ্ হুইল ড্রাইভ'ৰ গাড়ীবোৰকে বৰফমুক্ত কৰাত লাগিলোঁ। সেইবোৰ গাড়ীৰ মালিকসকলেই নিজৰ নিজৰ অঞ্চলৰ সহকর্মীবোৰক লৈ যোৱাৰ প্রস্তাব দিলে। সেইমতেই মই উঠি আহিব পাৰিলোঁ আমাৰ এই অঞ্চলৰ সহকর্মী এজনৰ 'ফ'ৰ হুইল ড্রাইভ' গাড়ীখনত। তেওঁ মোক আমাৰ ঘৰৰ দুৱাৰমুখতে নমাই দিব খুজিছিল। কিন্তু গাড়ীখনত আৰু মোৰ দৰে দুজন লোক আছে। গতিকে মই মেইন ৰোডৰ পৰা আমাৰ কমিউনিটিলৈ এইখিনি বাট খোজ কাঢ়িয়েই যাব পাৰিম বুলি তেখেতক বিদায় দিলোঁ। খোজ কাঢ়িহে দেখোঁ— ৰাস্তাত চাৰিফুটমানকৈ বৰফ। প্রতিটো খোজতে প্রায় কঁকাললৈ ভৰি দাঙি দাঙি খোজ কাঢ়িছোঁ। সেয়েহে এই অৱস্থা।"

ব্লিজার্ড তেতিয়াও একে ধৰণেই বলি আছে। ৰাস্তা-ঘাট, গছ-গছনি, ঘৰৰ ছালৰ বৰফ বাঢ়ি গৈ আছে। মুহূর্তে মুহূর্তে। পিছদিনা পুৱা ওচৰ চুবুৰীয়াসকলে বৰফত ওলোৱা ড্রেছ পিন্ধি হাতে হাতে বেলচা লৈ ৰাস্তালৈ ওলাই আহিল। প্রথমতে চাফ কৰাত লাগিল নিজৰ নিজৰ সন্মুখৰ ওৱাকওৱেবোৰ। মাজনী পবনো তাত। হাঁহি-তামাচাৰ মাজেদিয়ে কাম। এইসকলকচোন এতিয়া আমেৰিকান যেনেই নালাগে। যেন কোনো ভাৰতীয় চহৰৰ মিচুক প্রতিবেশী। এৰা বিপদকালীন অৱস্থাৰ কথাই বেলেগ।

# চৈধ্য

# কেলিফর্নিয়ালৈ

প্ৰায় তিনি মাহে আমেৰিকা যুক্তৰাষ্ট্ৰৰ এই মধ্য-পশ্চিম অঞ্চলৰ কলৰাডো ৰাজ্যৰ ফোর্ট কলিন্‌ছ্‌, ডেন্‌ভাৰ আদি ডাঙৰ, সৰু বিভিন্ন নগৰ, চহৰত ফুৰি ফুৰি মন এতিয়া আকুল হৈছে অন্য এটি অঞ্চললৈ যাবলৈ, সাগৰ আৰু সাগৰপৰীয়া অঞ্চলৰ সৌন্দর্য চাবলৈ। গতিকে প্ৰস্তুতি চলোৱা হৈছে কেলিফর্নিয়া ৰাজ্যলৈ যোৱাৰ বাবে। কেলিফর্নিয়ালৈ যাবলৈ মন যোৱাৰ আৰু কাৰণ আছে। এতিয়ালৈকে যি কলৰাডো ৰাজ্যত আছোঁ, বা ইয়াৰ পৰা বাহিৰ ওলাই য়েলৌ ষ্টৌনলৈ যাওঁতে ওবায়োমিং, মণ্টানা আদি ৰাজ্য দেখিছোঁ, এইবোৰ ভৌগোলিক বা ভূতাত্ত্বিক দিশৰ পৰা পুৰণি অঞ্চল হৈয়ো আধুনিক মার্কিন বা পাশ্চাত্য সভ্যতাৰ বিস্তাৰত নতুন অঞ্চল। এইবোৰৰ ইতিহাসো নতুন। তদুপৰি এইবোৰ প্ৰধানতঃ শ্বেতাংগ আমেৰিকানসকলৰ বসতি অঞ্চল। গতিকে মই এই পর্যন্ত ঘৰ-বাৰী, ৰাস্তা-ঘাটৰ যি ৰূপ দেখা বুলি কৈছোঁ, সেয়া শ্বেতাংগ আমেৰিকানসকলৰ আধিপত্যৰ বসতি অঞ্চলৰ ৰূপ। ইয়াতো অৱশ্যে পৃথিৱীৰ সকলো দেশৰে মানুহৰ বসতি। কিন্তু এছীয় লোকসকলৰ সংখ্যা বৰ বেছি নহয়। ইমানেই কম যে দেখিলেই আমাৰ দৰে এছীয় লোকৰ তেওঁলোকক চকুত পৰি যায় আৰু ওচৰ চাপি গৈ মাত দিবৰ মন যায়। তাত বাহিৰে আমেৰিকান ভিন্ন অন্যমূলীয় লোক আছে— মেক্সিকান — সৰু-সুৰা কামত আৰু শ্ৰমজীৱী লোকহিচাপে— আমাৰ অসমৰ বাংলাদেশী আৰু বিহাৰী লোকসকলৰ দৰে। এওঁলোকৰ সংখ্যা অৱশ্যে গোটেই কম নহয়। কিন্তু আমেৰিকা বুলিলে আমিতো বুজোঁ শ্বেতাংগ আমেৰিকানত বাহিৰে আফ্ৰিকামূলীয় কৃষ্ণাংগ আমেৰিকানৰ দেশ বুলিও। তেওঁলোক জনসংখ্যাতো শ্বেতাংগ আমেৰিকানৰ তলতে। কিন্তু আমেৰিকাৰ এই নতুন নগৰীয়া বসতিৰ অঞ্চলবোৰত কৃষ্ণাংগ আমেৰিকান কাচিৎহে দেখা যায়। পিছে পশ্চিম উপকূলৰ কেলিফর্নিয়াৰ দৰে পুৰণি বসতিৰ ৰাজ্যৰ বা পূব উপকূলৰ নিউয়র্ক, বোষ্টন আদি পুৰণি বসতিৰ অঞ্চলবোৰৰ কথা সম্পূর্ণ সুকীয়া। সেইবোৰত কৃষ্ণাংগ আমেৰিকানৰ সংখ্যাও চকুত পৰা। এই বিষয়ত মোৰ এটি সৰু কথা মনত থাকি গৈছে। বৰুৱা এজেন্সিৰ মালিক শ্ৰীবদন চন্দ্ৰ বৰুৱাৰ পত্নী শ্ৰীমতী বেণু বৰুৱা (এতিয়া প্ৰয়াত) এবাৰ চাৰি-পাঁচ মাহমানৰ বাবে আহি কেলিফর্নিয়াত তেওঁৰ ছোৱালীৰ ঘৰত থাকি গ'ল। তেখেত উভতি যোৱাত তেখেতৰ আমেৰিকাত থকা কালৰ অভিজ্ঞতাৰ কথা শুনোঁ বুলি সুধিলোঁ, "চাৰিওফালে ইমানবোৰ বগা মানুহৰ দেশত অতমাহে থাকি বাৰু আপোনাৰ কেনে লাগিল?" শ্ৰীমতী বৰুৱাৰ নির্মোহ বাস্তৱভংগীৰ উত্তৰ, "ক'তনো বগা মানুহৰ দেশত থাকিলোঁগৈহে? আধা-আধি দেখোন ক'লা মানুহ।" এবা, কেলিফর্নিয়া আধুনিক আমেৰিকাৰ এটা অতি পুৰণি অঞ্চলেই নহয়, তাত আফ্ৰিকামূলীয় আমেৰিকানৰ সংখ্যাও বহুত। তদুপৰি ভাৰতীয়ৰ সংখ্যাও তাত বহুত বেছি। আনকি অসমীয়াৰ সংখ্যাও অনেক। তেনে এখন মিশ্ৰিত জনসংখ্যাৰ ৰাজ্যলৈ যাবলৈ স্বাভাৱিকতে আগ্ৰহ— যাতে এতিয়ালৈ শ্বেতাংগ আমেৰিকানৰ বিশাল তুলনামূলকভাৱে নতুন আমেৰিকা দেখিলোঁ, ইয়াৰ লগত সেই মিশ্ৰিত জনবসতিৰ পুৰণি আমেৰিকাৰ তুলনা কৰিব পাৰোঁ।

তদুপৰি কেলিফৰ্নিয়াৰ ইতিহাস ভাৰত বা ইউৰোপৰ দৰে বৰ দীঘলীয়া নহ'লেও, ইয়াৰ যি চুটি ইতিহাস— সিওনো কম ঐশ্বৰ্যশালীনে? আজিৰ পৰা প্ৰায় ডেৰশ বছৰ আগতে উনবিংশ শতাব্দীৰ মাজ ভাগত তাতেইতো হৈছিল সোণৰ খনিৰ আৱিষ্কাৰ, যি খনিৰ সোণৰ লোভত হেজাৰ হেজাৰ আমেৰিকাৰ মানুহ তালৈ দৌৰিছিল আৰু জন্ম দিছিল ইতিহাসৰ সেই আখ্যাটোৰ— গোল্ড্ ৰাশ্ (Gold Rush)। তাৰ পিছত যে কেলিফৰ্নিয়াৰ আকৰ্ষণ আৰু একো নাইকিয়া হ'ল, সিতো নহয়। আজিকালি আকৌ সি জনাজাত হৈছে ছিলিকন উপত্যকা বুলি (Silicon Valley)। কম্পিউটাৰ উদ্যোগ বা ইলেক্ট্ৰ'নিক্ উদ্যোগৰ বাবে অপৰিহাৰ্য ছিলিকন্ ইয়াতেই অপৰ্যাপ্ত পৰিমাণে প্ৰস্তুত হয় বুলি। কিন্তু এই অঞ্চলৰ আকৰ্ষণ মোৰ বাবে আৰু আছে। ই সাগৰপৰীয়া অঞ্চল— প্ৰশান্ত মহাসাগৰৰ উপকূল অঞ্চল। আকৌ আমেৰিকাৰ আহল-বহল বাট, এমহলীয়া বা দুমহলীয়া মাথোন টিনৰ ছালৰ নহ'লেও টিনৰ ছালৰ দৰে ঘৰ— আমেৰিকাৰ এইবোৰে মোক বৰকৈ সুখী কৰিছে বুলি পকনইতক যিমানে কৈছোঁ, সিমানে তেওঁ আৰু তেওঁৰ বন্ধুসকলে কৈ আছে—"কিন্তু যেতিয়া আপুনি ছেন্ ফ্ৰানছিস্কো, লছ্ এঞ্জেলেছ্ বা নিউয়ৰ্কৰ দৰে পুৰণি মহানগৰবোৰলৈ যাব, তেতিয়া দেখিব যে ভাৰতীয় মহানগৰবোৰৰ লগত সেইবোৰৰ পাৰ্থক্য একোৱেই নাই। একেই যান-জঁট, একেই ঠেক বাট, একেই পাৰ্কিং প্লেচৰ অভাৱ, আৰু সৰ্বোপৰি একেই সকলোপিনে বহুমহলীয়া কংক্ৰীটৰ অট্টালিকা। সেইবোৰো নগৰ নহয়, ভাৰতৰ দৰে কংক্ৰীটৰ অৰণ্য।

২২ অক্টোবৰ, ২০০৬, ৰবিবাৰে ছেন ফ্ৰানছিস্কোলৈ যাবলৈ ওলালোঁ। ভাত থকা কথা ছেন্ ফ্ৰানছিস্কোৰ ওচৰৰ চহৰ ফ্ৰীমন্টত আমাৰ গুৱাহাটীৰে ড° দীপংকৰ বৈৰাগী আৰু ড° লিপিকা ডেকা বৈৰাগীৰ ঘৰত। তেওঁলোক আমাৰ ঘৰৰ ল'ৰা-ছোৱালীৰ দৰেই— আমাৰেই যেনিবা ভতিজা-ভতিজী। দুপৰীয়া ডেন্‌ভাৰ বিমান বন্দৰত পৰনে আমাক ছেন্‌ফ্ৰানছিস্কো যাবলগীয়া আমাৰ উৰাজাহাজখনত উঠাই দিবৰ বাবে যিমানখিনি কৰি দিয়া সম্ভৱ, সিমানখিনিলৈকে কৰি দি তেওঁ নিজেই গ'ল টেক্সাছ্ ৰাজ্যৰ ইউষ্টন্ (Houston) নগৰলৈ অন্য এটা উৰণেৰে। এই উৰাজাহাজৰ যাত্ৰাতো মই জি পি এছত চাই গ'লোঁ আমি অতিক্ৰম কৰি গৈ থকা তলৰ ৰাজ্য আৰু ঠাইবোৰৰ দৃশ্য, নাম আৰু মেপবোৰ। সেইমতে আমি আমাৰ কলৰাডো ৰাজ্য পাৰ হোৱাৰ পিছত ওপৰেদি উৰিলোঁ প্ৰথমতে এৰিজোনা ৰাজ্যৰ আৰু তাৰ পিছত নেভাডাৰ। পিছত উৰিবলৈ ধৰিলোঁ কেলিফৰ্নিয়াৰ ওপৰেদি। কলৰাডোত ক'তো একোৱে খেতি নেদেখি যেতিয়া সুধিছিলোঁ— আমেৰিকাত ক'তো একোৱে খেতি নায়েই নেকি বুলি, তেতিয়া সকলোৱে কৈছিল— কেলিফৰ্নিয়ালৈ গৈ দেখিব খেতিয়েই খেতি। বিধে বিধে খেতি। কিন্তু মই উৰাজাহাজৰ পৰা দেখা কেলিফৰ্নিয়াচোন কেৱল পাহাৰ, পৰ্বত। ইয়াত আৰু খেতি হয় কেনেকৈ? মনে মনে নিজকে প্ৰবোধ দিলোঁ— এয়া পাৰ্বত্য অঞ্চল। কিন্তু কেলিফৰ্নিয়াৰ সমতল অঞ্চলো নিশ্চয় বিশাল। আৰু তাতহে খেতি। পিছে পাৰ্বত্য অঞ্চল অতিক্ৰম কৰাৰ পিছত পাবলৈ ধৰিলোঁ সাগৰীয় অঞ্চলহে। ভূভাগৰ ভিতৰলৈ সোমাই অহা সাগৰৰ অঞ্চল। বাবে বাবে সাগৰ ইয়াত ভূভাগৰ ভিতৰলৈ সোমাই আহিছে। সেই সাগৰকেইতো বে' বা উপসাগৰ কয়। বুজি পালোঁ, ছেন্‌ফ্ৰানছিস্কো অঞ্চলক বে' অঞ্চল বা উপসাগৰীয় অঞ্চল বুলি কিয় কয়।

প্ৰায় দুঘন্টা নে আঢ়ৈ ঘন্টা উৰাৰ পিছত আমি বিয়লি ছয় বজাত নামিলোঁ গৈ ছেন্‌ফ্ৰানছিস্কো

বিমান বন্দৰত। তাতেই আমাৰ লাগিজবোৰ লোৱা বেল্টৰ ওচৰত বৈ আছে দীপংকৰ। তেওঁক দেখিয়েই আমাৰ যেনেকৈ মিচিকি হাঁহি ওলাল আমাৰ সকলো চিন্তাৰ ওৰ পৰিল বুলি, তেৱোঁ তেনেকৈ হাঁহি মাৰি সম্ভাষণ জনালে। আমাৰ লাগিজ চলন্ত বেল্টৰে আহি পোৱাত দীপঙ্কৰে আমাক সেইবোৰ চুবই নিদি নিজেই নমালে। শাৰী শাৰীকৈ ৰখাই থোৱা ট্ৰলীবোৰ ইয়াত বিনা পইচাই পোৱা নাযায়, ভাৰতৰ বিমান বন্দৰবোৰত পোৱাৰ দৰে। পইচাও আকৌ দিব লাগে নিৰ্দিষ্ট হিচাবত ভেণ্ডিং মেচিনত সুমুৱাই— যিটো কাম কৰিব লাগিলে ভয়ত মোৰ ওঁঠ শুকাই যায়। আনহাতে দীপংকৰকো আমাৰ হৈ পইচা ভৰাবৰ মন নাযায়। নোৱাৰিম বুলি জানিও ভেণ্ডিং মেচিনলৈ আগুৱাই গ'লোঁ। কিন্তু দীপংকৰ মোতকৈয়ো বেছি বেগত আগুৱাই আহি প্ৰয়োজনীয় ডলাৰ নোট ভৰাই দিলে দুবাৰ। লগে লগে টানি উলিয়াই ল'ব পৰা গ'ল দুখন ট্ৰলী। ট্ৰলীত আমাৰ লাগিজবোৰ ভৰাই দীপংকৰৰ বিমান বন্দৰৰ ভিতৰৰে বিশাল পাৰ্কিঙত ৰখাই থোৱা গাড়ীৰ ওচৰ পালোঁ। তেওঁ আনিছে তেওঁলোকৰ ট্ৰাকখন— কাৰ্খন নহয়। ট্ৰাক বুলিও আকৌ এতিয়াহে বুজিলোঁ— কাৰৰ দৰেই সুন্দৰ আৰু নিমজ এখন গাড়ী। আগৰপিনে ড্ৰাইভাৰৰ ছীটৰ শাৰীটোক ধৰি দুশাৰী ছীট। তাৰ পিছতহে ট্ৰাকৰ পিছফালৰ দৰে খোলা বডি। আমাৰ লাগিজবোৰ তাতেই উঠাই দি দীপংকৰ ড্ৰাইভাৰৰ ছীটত বহিল। গাড়ী চলিবলৈ ধৰিলে— সাৰসুৰ নোহোৱা নিমজ গতিত। এয়া আমি এতিয়া কেলিফৰ্নিয়া মাটিত ছেন্ ফ্ৰানছিস্কোকৌ অভিমুখী আহল-বহল ৰাস্তাত। ঠিক ডেন্ভাৰ্-ফোৰ্ট্ কলিনছ্ পথৰ দৰেই আহল-বহল মসৃণ পথ। একেদৰেই ইয়াৰো ৰাস্তাত মানুহ দেখিবলৈ নাই; কেৱল গাড়ীয়েই গাড়ী; সুশৃঙ্খলিত সমান বেগৰ নিৰন্তৰ গাড়ীৰ শাৰী।

বিমান বন্দৰৰ পৰা প্ৰথমতে ছেন্ ফ্ৰান্ছিস্কোকৌ মহানগৰৰ পিনেই আহি আছিলোঁ যদিও এটা সময়ত আমি অন্যপিনে গতি কৰিলোঁ। দীপংকৰে ক'লে, "এতিয়া আমি ছেন্ ফ্ৰানছিস্কোকৌৰ পিনে পিঠি দি আমাৰ চহৰ ফ্ৰীমণ্ট্মুৱা হৈছোঁ।" এতিয়া বেলি মাৰ যাওঁ যাওঁ। চৌদিশে সোণালী শেঁতা পোহৰ। আমাৰ পথৰ দুয়োকাষে বে' বা উপসাগৰ। অৰ্থাৎ উপসাগৰৰ বুকুৰ ওপৰেদি আমাৰ পথ। কি যে অপূৰ্ব এক দৃশ্য।

বে' ব্ৰিড্জ্ পাৰ হৈ কিছু দূৰ অহাৰ পিছত দূৰৰ পৰাই দেখিলোঁ— এখন গ্লো ছাইন্ নামি আহিব ধৰা গধূলিৰ পাতল আন্ধাৰত উদ্ভাসিত হৈ আছে— ছুন্। মই আকৌ সেয়া "ছুন্" কাকতখনৰ কাৰ্যালয় বুলিহে ভাবিছিলোঁ। কিন্তু আঁজলিয়ে ক'লে, "সেয়াই দীপংকৰৰ কোম্পানিৰ কাৰ্যালয়।" আঁজলি আগৰবাৰ আমেৰিকালৈ আহোঁতেও দীপংকৰহঁতৰ ঘৰলৈ আহিছিল। গতিকে তেওঁ জানে। ওচৰ পাই দেখিলোঁ কোম্পানিটোৰ পুৰা নাম 'ছুন মাইক্ৰোছিষ্টেমছ্'। দীপংকৰক সুধিলোঁ, "তোমাৰ কোম্পানিটোতো এটা বৰ ডাঙৰ কম্পিউটাৰ কোম্পানি বুলি শুনি আছোঁ। কিন্তু কম্পিউটাৰৰ তোমালোকে কি কি বনোৱা? আমি বুজা আমাৰ কম্পিউটাৰৰ পাৰ্টবোৰৰ নামেৰে কোৱা।" দীপংকৰে ক'লে, "আপোনালোকৰ চিনাকি কম্পিউটাৰবোৰ হ'ল পি চি বা পাৰ্ছনেল্ কম্পিউটাৰ। আমাৰ কোম্পানিয়ে পাৰ্ছনেল কম্পিউটাৰ যেনেকৈ নবনায়, আপোনালোকৰ সেই কম্পিউটাৰবোৰৰ পাৰ্টচো নবনায়। ডাঙৰ ডাঙৰ ফেক্টৰি, অফিচৰ ডাঙৰ ডাঙৰ কম্পিউটাৰবোৰৰ পাৰ্টছহে বনায়। যেনে ধৰক— বি এছ্ এন এল আৰু ভি এছ্ এন এলৰ লগত আমাৰ সম্পৰ্ক আছে।"

সময়ত আমি ফ্ৰীমণ্ট্ পালোঁ। ফোৰ্ট্ কলিনছতকৈ হয়তো ফ্ৰীমণ্ট আকাৰত সৰু হ'ব। কিন্তু ইয়াৰ ৰাস্তা-ঘাট, মল্, পাৰ্ক সকলো একে। একে আহল-বহল, একে চাফ-চিকুণ। সময়ত আমি লিপিকা-দীপংকৰৰ কমিউনিটিটো পালোঁহি— মিডৌব্ৰুক্ কমিউনিটি। যিখন ৰাজহুৱা বহল গেটেৰে আমি কমিউনিটি বা পাৰাটোত সোমাব লাগে, তাৰ ওচৰ পোৱাৰ লগে লগে সি নিজেই খোল খাই গ'ল। অৰ্থাৎ ছেন্‌ছৰযুক্ত। লিপিকা-দীপংকৰ থাকে ভাড়া ঘৰত। কিন্তু বাংলো নহয়। ফ্লেটহে। আমাৰ দেশৰ বহু মহলীয়া এপাৰ্টমেণ্ট্ হাউছৰ দৰে ফ্লেটো নহয়। তিনি মহলীয়া এপাৰ্টমেণ্ট্ হাউছৰ এটি ফ্লেট। তাৰ খটখটি আদি কাঠৰ। চাল ফোৰ্ট্ কলিনছৰ ঘৰবোৰৰ দৰে ছিংগলছৰ নহয়। টাইলছৰহে। কমিউনিটিটোৰ ভিতৰৰ একে আকৃতি আৰু আকাৰৰ বহুতো এপাৰ্টমেণ্ট্ হাউছৰ এটাৰ সন্মুখত গাড়ী ৰাখিলত আমি দীপংকৰইতৰ দ্বিতীয় মহলাৰ ফ্লেটলৈ উঠি গলোঁ। দুৱাৰমুখত থিয় দিছোঁহে, লিপিকাই মুখত এমোকোৰা হাঁহি লৈ ওলাই আহি দুৱাৰ খুলি দিলে। আদৰ-সাদৰকৈ বহিব দি আমাৰ কাৰণে সাজু কৰি ৰখা শয়নকক্ষলৈ আমাৰ লাগিজবোৰ নিলে। তাৰ পিছত ভৰি-হাত ধুবলৈ স্নানকক্ষ দেখুৱাই দিলে। মুখ-হাত ধুই কাপোৰ সলাই ড্ৰয়িং ৰুমলৈ ওলাই আহিলত লিপিকাই একেলগে খোৱা টেবুললৈকেই আহিবলৈ দিলে। আঁজলিয়ে ক'লে— কিন্তু তেওঁ আগতে অনীশকহে চাবগৈ। অনীশ লিপিকা-দীপংকৰৰ প্ৰথম সন্তান। বয়স ডেৰমাহ। আমি ফোৰ্ট্ কলিনছত থাকোঁতেই তাৰ জন্ম। এৰা, কণমানিটোক চাবলৈ আমি যে কিমান আগ্ৰহী হৈ আছোঁ। বেড ৰুমৰ পৰা ড্ৰয়িং ৰুমলৈকে বে'বী কট্‌খন থেলি থেলি লিপিকাই কণমানিটোক উলিয়াই লৈ আহিলে। আমাৰ ইজনৰ সিজনৰ মাতত চকু মুদি থকা ডেৰমহীয়া অনীশে চকু মেলি আমাৰ পিনে চাই হাঁহাৰ ভংগী কৰি আমাক সকলোকে হৰ্ষবালে। আঁজলিয়ে তাক বে'বী কটৰ পৰা তুলি আনি একোলা লোৱাৰ ওপৰতহে জোৰ দিলে। লিপিকাৰো তাতেই উৎসাহ। দীপংকৰ আৰু মোৰ উৎসাহ ডাইনিং টেবুলত। খোৱা বস্তুবোৰ তাত আটোমটোকাৰিকৈ সজাই থোৱা আছেই যেতিয়া আমিনো আৰু ইযাত কি কৰিম বুলি ডাইনিং টেবুল পালোঁ গৈ।

টেবুলত দেখি ভাল লাগিল আমাৰ জিভাই আমেৰিকাত আহিও পাহৰিব নোৱৰা ৰসগোল্লা, কলাকণ আদি। সেইবোৰ চামুচেৰে কাটি কাটি মুখত ভৰাই থাকোঁতে সন্তুষ্টিত মুখ উজ্জলি উঠিল। মুখৰ পৰা ওলাই গ'ল, "টেইষ্ট্ ওভ্ ইণ্ডিয়া।" দীপংকৰেও মুখত ৰসগোল্লা এচামুচ ভৰোৱা অৱস্থাতে ক'লে, "আংকল্ এইবোৰ মিঠাই সঁচাই টেইষ্ট ওভ ইণ্ডিয়া নামৰ ইয়াৰে অতি জনপ্ৰিয় ভাৰতীয় ৰেষ্টুৰেণ্ট এখনৰ পৰা আনিছোঁ।" মই ক'লোঁ, "বাপৰে, মোৰো কি সোণ-ৰূপৰ মুখ। মিঠাই খাবলৈ পালে ইমানলৈকে মিলি যায়।" দীপংকৰে হাঁহি মাৰি ক'লে, "কেলিফৰ্নিয়াতো সমগ্ৰ আমেৰিকাৰ ভিতৰতে ভাৰতীয়ৰ সংখ্যা আটাইতকৈ বেছি। গতিকে ছেনফ্ৰান্‌ছিস্কোৰ দৰে মহানগৰৰ কথাই নাই, ফ্ৰীমণ্টতো ভাৰতীয় ৰেষ্টুৰেণ্ট, ভাৰতীয় শাক-পাচলি, চাউল-দাইল, মা-মচলাৰ মল। কাইলৈ আপোনালোকক সেইবোৰ দেখুৱাম নি।"

আমি দুয়োৰে খোৱা চলি থাকোতেই আঁজলি আৰু লিপিকাই পুনৰ ডেৰমহীয়া অনীশক বে'বী কটত শুৱাই থৈ আমাৰ লগত ডাইনিং টেবুলত বহিলহি। এইবাৰ খোৱা বস্তু আৰু তাৰ স্বাদতকৈয়ো বেছিকৈ আলোচনাৰ বিষয় হৈ উঠিল— গুৱাহাটীৰ কথা, অসমৰ কথা, আমাৰ সন্ত্ৰাসজৰ্জৰ পৰিস্থিতিৰ কথা। কথাৰ যেন অন্ত নাই।

## পোন্ধৰ

# ফ্ৰীমণ্ট্

ফ্ৰীমণ্টত গৈ উঠাৰ পিছদিনা আবেলি ৫ মান বজাত লিপিকাই প্ৰস্তাৱ দিলে— এওঁলোকৰ পাৰাটো অৰ্থাৎ মিডৌব্ৰুক্ কমিউনিটিটো আমাক দেখুৱাই আনে। আমাৰ প্ৰশ্ন— এই ডেৰমহীয়া পানী কেঁচুৱাক ক'ত এৰা যাব? লিপিকা সেই বিষয়ত নিচিন্ত। তেওঁৰ বে'বী ট্ৰলাৰত উঠাই ফিটা মাৰি লগতে নিয়া হ'ব। এৰা, এইখন আমেৰিকাহে। ডেৰমহীয়া কেঁচুৱা, ডেৰমহীয়া কেঁচুৱাৰ মাক আমাৰ দেশত যি, ইয়াততো সেই নহয়। আমি দ্বিতীয় মহলাৰ পৰা নামি আহি ট্ৰলাৰখনত অনীশক শুৱাই দি ফিটা মাৰি দিলোঁ। পিছে এই যে ক'লোঁ, "দ্বিতীয় মহলাৰ পৰা" বুলি— এইটো ভাৰত বা ইংলেণ্ডত কিন্তু হ'ব প্ৰথম মহলাৰ পৰা নমা। ইংলেণ্ড আৰু ইংলেণ্ডৰ ইংৰাজী ব্যৱহাৰ কৰা ভাৰতত, মাটিতে থকা প্ৰথম মহলাটো হ'ল গ্ৰাউণ্ড ফ্লোৰ। তাৰ ওপৰবোৰ ক্ৰমে ১ম মহলা, ২য় মহলা ইত্যাদি। আমেৰিকাত কিন্তু মাটি চুই থকা ১ম মহলাটোৱেই প্ৰথম মহলা। বৃটেইন বা ভাৰতৰ দৰে এওঁলোকৰ আৰু গ্ৰাউণ্ড ফ্লোৰ নাই। গতিকে লিপিকাহঁতৰ এপাৰ্টমেণ্টটো আমেৰিকাতহে দ্বিতীয় মহলাত। ভাৰত আৰু ইংলেণ্ডত ক'ব প্ৰথম মহলাত বুলি। আকৌ আমেৰিকাত যি হ'ল এপাৰ্টমেণ্ট, ইংলেণ্ডত সেয়ে হ'ল ফ্লেট।

আজি লিপিকাহঁতৰ পাৰাটোৰ এপাৰ্টমেণ্ট হাউছবোৰৰ সন্মুখৰ ওৱাকওৱেৰে ঘূৰি ঘূৰি দেখিলোঁ— এইটো এটা বৰ আটক ধুনীয়া কমিউনিটি। তিনি মহলীয়া দীঘল দীঘল ঘৰবোৰৰ সন্মুখৰ ওৱাকওৱেৰ কাষে কাষে ওখ, ডাঙৰ গছৰ শাৰী। পাত আৰু ডালবোৰ বগাহ'ত লিপ খাই কৈ কঁপি আছে। গোটেই পাৰাটো এই গছবোৰেই সেউজ-সুন্দৰ কৰি তুলিছে। ফোৰ্ট কলিনছৰ বাংলোবোৰৰ তুলনাত এই এপাৰ্টমেণ্ট হাউছবোৰ বহুত বেছি পুৰণি। আনকি ইয়াৰ এপাৰ্টমেণ্ট হাউছবোৰৰ সন্মুখৰ গছবোৰো বহুত বেছি পুৰণি। পিছে চাফা— পুৰণি কমিউনিটি বুলিও ইও বৰ চাফা। এই কমিউনিটিটোৰ এটা বৈশিষ্ট্য এই যে ইয়াত কোনোবাই সোমাওঁ বুলিলেই নোৱাৰে। গোটেই কমিউনিটিটোৰ চাৰিওফালে কম্পাউণ্ড ওৱাল। তিনিফালে তিনিখন ছেন্‌ছৰযুক্ত গেট— অৰ্থাৎ সদায় বন্ধ থাকে। তাৰ বাসিন্দাই ছেন্‌ছৰযুক্ত ছাবিৰেহে খুলিব পাৰে। তেন্তে অন্যই ইয়াত সোমাব খুজিলেও নোৱাৰে নেকি? কালি আমাক দীপংকৰে তেওঁৰ গাড়ীত লৈ নহা হ'লে ইয়াত সোমাবই নোৱাৰিলোঁহেঁতেন নেকি? লিপিকাই ক'লে, "পাৰিলেহেঁতেন। গেটখন পায়েই আপুনি আমাক ফোন কৰিব লাগিব। আমি ঘৰৰ পৰাই ছেন্‌ছৰেৰে খুলি দিম। আপুনি সোমাই অহাৰ লগে লগে গেট বন্ধ হৈ যাব।" মই ক'লোঁ, "তেন্তে আমাৰ লগত ম'বাইল্ ফোন থাকিবই লাগিব? তদুপৰি ভিতৰৰ বাসিন্দাই ইয়াত কাৰোবাক সোমাব দিব নুখুজিলে, কোনেও ইয়াত সোমাব নোৱাৰে?" লিপিকাই ক'লে, "হয়। কিন্তু লগত ম'বাইল্ নোহোৱা মানুহে ৰক্ষী নোহোৱা (unmanned) গেট দুটাৰ পৰা ৰক্ষী থকা (manned) গেটটোলৈ যাব পাৰে। তাত এখন বোৰ্ডত প্ৰতিঘৰ বাসিন্দাৰে ফোন নম্বৰসহ লিষ্ট দিয়া আছে। তাতে লেণ্ডলাইন ফোনো আছে। ৰক্ষীজনৰ সহায়ত সেই ফোনেৰে যাব খোজা মানুহঘৰলৈ ফোন কৰিলে মানুহঘৰে ঘৰৰ পৰাই গেট খুলি দিব। আৰু হয়— ইয়াত চিনাকি মানুহ নোহোৱা যিকোনো মানুহ সোমাব নোৱাৰে। মই লিপিকাক সুধিলোঁ, "এইটো

নিয়ম বৰ বেছি কটকটীয়া হোৱা নাইনে?" লিপিকাই ক'লে, "এই নিয়মটো অকল আমাৰ কমিউনিটিৰ নহয়। সকলো কমিউনিটিৰে। সাগৰিকাহঁতৰ কলৰাডো এটা অতি শান্তিময় অঞ্চল। তাত অৰ্থনৈতিক অৱস্থা সকলোৰে ভাল। একেবাৰে নিম্নখাপৰ মানুহবোৰো কামত নিযুক্ত বা উপাৰ্জনক্ষম। গতিকে অপৰাধৰ হাৰ তাত তেনেই কম। সেয়েহে তাৰ কমিউনিটিবোৰ খোলা। যেয়ে সেয়ে সোমাব পাৰে; অথচ বেয়া মানুহ সোমোৱাৰ ভয় নাই।" মনত পৰিল, মাজনীহঁতৰ লিগুেন পাৰ্ক কমিউনিটি, আৰু সেই অঞ্চলটোৰ মই খোজ কাঢ়িবলৈ সোমোৱা অন্যান্য কমিউনিটি কেইটামানৰ কথা। এটা গেটেৰেই মাত্ৰ সেইবোৰত সোমাব পাৰি। ওলায়ো আহিব লাগিব সেইটি গেটেৰেই। কিন্তু সি ছবিবছ ঘণ্টাই খোলা। বন্ধ কৰাৰ কোনো ব্যৱস্থাই নাই। কেলিফৰ্নিয়া আৰু কলৰাডোৰ এনে নিৰাপত্তা ব্যৱস্থা আৰু নিৰাপত্তা ব্যৱস্থাহীনতাৰ বিপৰীতে মোৰ আমাৰ অসমৰ কথা মনত পৰিল। আজি প্ৰায় কুৰি বছৰ আগলৈকে আমাৰ তাত কম্পাউণ্ড ওৱাল আৰু খাৰাগুাৰ গ্ৰীলৰ ব্যৱস্থা নাছিল। যি আশীৰ দশকৰ পৰা হিংসা আহিল, সন্ত্ৰাস আহিল, সেই মানুহৰ ঘৰবোৰ ওখ ওখ পকা কম্পাউণ্ড ওৱালেৰে জেলখনাৰ দৰে হ'ল। বাৰাণ্ডাতো গ্ৰিল লগাই তাতো বৰ বৰ তলা লগোৱা কৰিলে। ইপিনে ঘৰৰ দুৱাৰততো তলা থাকিবই। যি হওক, এই কথা বুজিলোঁ যে মানুহৰ বা পৰিয়ালবোৰৰ মাজত অৰ্থনৈতিক বৈষম্য থাকিলেই অপৰাধৰ হাৰ বাঢ়ি যায়। সেয়েহে কেলিফৰ্নিয়াত অপৰাধ বেছি। আমাৰ ভাৰতত আৰু অসমতো অপৰাধ বেছি। তাতে আৰু আমাৰ তাত আজিকালি সন্ত্ৰাসবাদীৰ দৌৰাত্ম্য।

মিডৌ ব্ৰুক কমিউনিটিত ঘুৰি ফুৰি ছয় বজাত পুনৰ ঘৰ সোমালোঁ। দীপংকৰৰ অফিচৰ পৰা উভতি আহি ঘৰতে আছিল। তেওঁ প্ৰস্তাৱ দিলে—আমেৰিকাতো ভাৰতৰ সোৱাদ অকণমান দিবলৈ এ টেইষ্ট ওভ্ ইণ্ডিয়ালৈ যোৱাৰ। সাতমান বজাত দীপংকৰহঁতৰ কাৰখনত আমি ওলাই গ'লোঁ। তেওঁ নিলে চহৰখনৰ ভাল ভাল মল আৰু অন্যান্য দোকান-পোহাৰ থকা অঞ্চল এটালৈ। প্ৰথমতেই আমাক নি সুমুৱাই দিলে কালি কোৱা সেই 'টেইষ্ট্ ওভ্ ইণ্ডিয়া' নামৰ দোকানখনত। দেখিলোঁ— সেইখন এখন মিঠাইৰ দোকানেই নহয়— এখন ভাৰতীয় ৰেষ্টুৰেণ্টো। এটা উত্তৰ ভাৰতৰ বা পশ্চিম ভাৰতৰ পৰিয়ালে ব্যক্তিগত মালিকানাত চলোৱা এখন ৰেষ্টুৰেণ্ট। দোকানখনৰ বহুল জনপ্ৰিয়তা তাত থকা গ্ৰাহকৰ ভিৰৰ পৰাই ধৰিব পাৰি। অৱশ্যে সকলোবোৰ গ্ৰাহকেই, কি মিঠাই কিনি ঘৰলৈ নিয়া, কি তাত ডিনাৰ কৰিবলৈ অহা— ভাৰতীয়ই। আমাৰ তাত এতিয়া একো খোৱাৰ প্ৰয়োজন নাই। আমি তাৰ পৰা মিঠাইহে কিনি নিম। কিন্তু দীপংকৰে ক'লে— কালি তেওঁ আমাৰ বাবে মিঠাই কিনি নিছিল তেওঁৰ পছন্দমতে। আজি তেওঁ মিঠাই কিনি নিব আমাৰ পছন্দমতে। গতিকে কি কি নিব আমিয়েই ক'ব লাগে। আমি ক'লোঁ— ভাল ভাৰতীয় ছানা বা ক্ষীৰৰ মিঠাই আমি ফোৰ্ট কলিন্‌ছতো খাইছিলোঁ— ডেন্‌ভাৰৰ পৰা নি। ডেন্‌ভাৰৰ 'হাট বাজাৰ' বুলি বাংলাদেশী দোকানখন মাজনীহঁতৰ প্ৰিয়। বাঠি মাইল দূৰৰ পৰা আহি তাতেই তেওঁলোকে ভাৰতীয় চাউল-দাইল, মা-মচলা, মিঠাই আদিৰ বজাৰ কৰে। গতিকে তাত নোপোৱা কিছুমান সাধাৰণ অথচ মোৰ প্ৰিয় মিঠাইকে লোৱা যাওক যদিহে লিপিকা-দীপংকৰেও সেইবোৰ খায়— যেনে খৰ্মা, গজা, লৱংগ। দীপংকৰে উৎসাহ দেখুৱালে— এইবোৰ হেনো তেওঁবো প্ৰিয়।

সেইবোৰ লৈ তাৰ পৰা ওলাই দীপংকৰে আমাক লৈ গ'ল বোৰ্ডাৰ্ছ বোলা ডাঙৰ কিতাপৰ দোকানখনলৈ। এই নামৰ আমেৰিকাৰ সৰ্বত্ৰ থকা কিতাপৰ দোকানৰ শৃংখলাটোৰ ই ফ্ৰীমণ্ট

নগৰৰ শাখা। পিছে ফ্ৰীমণ্টত যদিও ফোৰ্ট্ কলিন্ছত থকাৰ দৰে কোনো বিশ্ববিদ্যালয় নাই, এই কিতাপৰ মলখন অকল ডাঙৰেই নহয় ইয়াত বিভিন্ন বিষয়ৰ বহুত ছিৰিয়াছ গ্ৰন্থও দেখিবলৈ পাই সেইবোৰত চকু ফুৰোৱাত লাগি গ'লোঁ। ফোৰ্ট্ কলিন্ছৰ আটাইতকৈ ডাঙৰ কিতাপৰ দোকানখন হ'ল 'বাৰ্নছ্ এণ্ড নোবল' শৃংখলাৰ শাখাটো। পিছে তাতকৈ ফ্ৰীমণ্টৰ বোৰ্ডাৰ্চতহে ছিৰিয়াছ কিতাপ বেছি, যদিওবা ইয়াত কোনো বিশ্ববিদ্যালয় নাই। মই যোৱা চাৰি পাঁচ বছৰে বিচাৰি আছোঁ একেটা খণ্ডতে পোৱা, সুখপাঠ্য কিন্তু নিৰ্ভৰযোগ্য এখন আমেৰিকাৰ ইতিহাস। তেনে এখন কিতাপ ভাৰতত কিয় ফোৰ্ট্ কলিন্ছতো পোৱা নাছিলোঁ। পিছে ফ্ৰীমণ্টৰ 'বোৰ্ডাৰ্চ'ত তেনে দুখন কিতাপেই পালোঁ। এতিয়া কিনিম কোনখন। কিছুসময় দুয়োখনত চকু ফুৰাই বুজিলোঁ পল্ জনছনৰ 'এ হিষ্টৰি ওভ্ দি আমেৰিকান পিপ্ল'খনেই মোৰ বাবে ভালে হ'ব। এওঁৰ 'ই হিষ্টৰি ওভ দি ইংলিছ পিপল্'খন মোৰ পৰিচিত। একেদৰে আজি কিছু বছৰ আগলৈকে মই বিচাৰি আছিলোঁ ধৰ্মৰ বা ধৰ্মবোৰৰ এখন ইতিহাস— একেটা খণ্ডত আৰু সুখপাঠ্য। কিন্তু ভাৰতত ক'তো নাপাওঁ। শেষত দিল্লীত কন'ট প্লেচত এদিন পালোঁ আৰু কিনি ল'লোঁ কাৰেন্ আৰ্মষ্ট্ৰঙৰ 'এ হিষ্টৰি ওভ্ গড্'খন। এই দুয়োখন কিতাপৰ বাছনিয়েই যে মোৰ সুন্দৰ হৈছিল তাক আমেৰিকাত থকা কেইমাহতে বুজি পালোঁ। ২০০৬ চনৰ শেষৰ ফালে আমেৰিকা যুক্তৰাষ্ট্ৰৰ চৰকাৰে বছৰটোৰ শ্ৰেষ্ঠ ব্যক্তি হিচাপে যিকেইজন লোকক সন্মান জনালে তাৰ ভিতৰত দেখিলোঁ— এই পল্ জনছনো। তেওঁ সন্মানিত হৈছে মই কিনা গ্ৰন্থখনৰ বাবে। অথচ পল্ জনছন্ মূলতঃ বৃটিছ সামৰিক বিষয়া। পিছত সাংবাদিক। আৰু একেবাৰে পিছতহে ইতিহাসবিদ। পল্ জনছনৰ মতে তে' ইতিহাসৰ জগতত প্ৰৱেশ কৰিলে পিছ দুৱাৰেদি। অৰ্থাৎ তেওঁ ইংলেণ্ডৰ স্কুল আৰু আ কি অক্সফৰ্ড বিশ্ববিদ্যালয়তো ইতিহাসৰ ছাত্ৰ হিচাপে আমেৰিকাৰ বিষয়ে একো জানিব নো'পাৰিলে। শেষত দেখিলে— আমেৰিকাৰ ইতিহাসৰ বিষয়ে জানিব লাগিলে নিজেই এখন আমেৰিকাৰ ইতিহাস লিখিব লাগিব। এই কাম হাতত লোৱাৰ লগে লগে তেওঁক আমেৰিকাৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানে বিভিন্ন ধৰণে সহায় কৰিবলৈ আগবাঢ়ি আহিল। তেওঁ ইংলেণ্ড এৰি আমেৰিকা উঠিলহি। আৰু তাৰ ফল হ'ল এইটো বছৰে মযো বিচাৰি থকা আমেৰিকাৰ ইতিহাসখন, আৰু এতিয়া আমেৰিকান চৰকাৰৰ পৰা পোৱা এই বিৰল সন্মান। সেইদৰে কাৰেন্ আৰ্মষ্ট্ৰঙৰ 'হিষ্টৰি ওভ গড্'খন যে মই কিনি লৈছিলোঁ, সেই বাছনি মোৰ শুদ্ধ আছিল বুলি অকল কিতাপখন পঢ়ি বুজাই নহয়। কাৰেন্ আৰ্মষ্ট্ৰঙে খৃষ্টান ধৰ্মৰ বিভিন্ন দিশৰ ওপৰত ভাল ভাল ঐতিহাসিক গ্ৰন্থ ৰচনা কৰাৰ উপৰি আৰু ৰচনা কৰিলে 'মুহম্মদ : এ বায়'গ্ৰাফি' আৰু শেহতীয়াকৈ 'ইছলাম : এ শৰ্ট হিষ্টৰি'। মই আমেৰিকাত থকা কালত ইছলামপন্থী সন্ত্ৰাসবাদীসকলৰ কাৰ্যত ইংলেণ্ড আৰু আমেৰিকা দুয়ো দেশতে ইছলামৰ মৌলবাদীসকল সন্দেহ আৰু ক্ৰোধৰ পাত্ৰ। কিন্তু সেই একে সময়তে দেখিলোঁ আকৌ এই ফ্ৰীমণ্টৰ 'বোৰ্ডাৰ্চ'ত আৰু পিছত ডেন্ভাৰৰ বিখ্যাত কিতাপৰ দোকান 'টেটাৰ্ড্ কাভাৰ'ত, নিউয়ৰ্কৰ জন্ এফ্ কেনেডি এয়াৰ্পোৰ্টৰ কিতাপৰ দোকানবোৰত, লণ্ডনৰ হীথৰো এয়াৰ্পোৰ্টৰ কিতাপৰ দোকানবোৰত কাৰেন্ আৰ্মষ্ট্ৰঙৰ 'ইছলাম্ : এ শৰ্ট্ হিষ্টৰি' আৰু 'মুহম্মদ : এ বায়'গ্ৰাফি'। আকৌ একে সময়তে পঢ়িবলৈ পালোঁ যে মধ্য প্ৰাচ্যৰ ইছলামপন্থী ৰাষ্ট্ৰবোৰৰ এটা সংগঠনে এইগৰাকী আমেৰিকান মহিলা ইতিহাসবিদক আমন্ত্ৰণ কৰি নি সন্মান যাচিছে ইছলাম ধৰ্মৰ

বিষয়ে তেওঁৰ নিৰ্ভুল জ্ঞান আৰু বস্তুনিষ্ঠ ধাৰণাৰ বাবে। এইবোৰ দেখাৰ আগতেই মই যে কাৰেন্ আৰ্মষ্ট্ৰিঙৰ 'ঈশ্বৰৰ ইতিহাস' গ্ৰন্থখন কিনিছিলোঁ, সিনো কম কথানে?

আমাৰ ফ্ৰীমণ্টত থকা তৃতীয় দিনতে দীপংকৰে লৈ গৈছিল এই নগৰৰ এটি বিলাসী অঞ্চললৈ— যাক আমি ভাৰতত কওঁ 'পশ্ লকেলিটি' বুলি। তাত হেনো আমেৰিকাৰ এঘৰ অন্যতম ধনী মানুহৰো ঘৰ। ভাৰতীয় মানুহ হিচাপে মোৰ মনলৈ আহিছিল মুম্বাইৰ মালাবাৰ হিলৰ দৰে এটি অঞ্চলৰ কথা। ভাবিছিলোঁ, তাত দেখা পাম এটাৰ পিছত এটাকৈ সুউচ্চ কংক্ৰীট্ অট্টালিকা ৰং বিৰঙৰ প্লাচ্ আৰু পেইণ্টেৰে বিতোপন। কিন্তু নহয়। ঘৰবোৰ ইয়াত আহল-বহল, ডাঙৰ ঠিকেই। পিছে ফ্ৰীমণ্ট্ বা ফোৰ্ট্ কলিন্ছৰ ঘৰবোৰৰ দৰে এমহলীয়া বা দুমহলীয়াহে। ওপৰৰ চালো কংক্ৰীট্ শ্লেবৰ নহয়, ফ্ৰীমণ্টৰ অন্য কমিউনিটিৰ দৰে টাইল্ছৰহে। ইয়াত যেনিবা সেয়া চিৰামিক টাইল্ছৰ। এবাৰ দীপংকৰে সেই আমেৰিকাৰ অন্যতম ধনী মানুহজনৰ ঘৰটোলৈ আঙুলিয়াই দিলে। কিন্তু অন্যই ক'লেহে তাৰ সেই পৰিচয়তো পোৱা যায়। দেখাত একো বিশেষত্ব নাই। একে দুৱাৰ ঘৰ, বন্ধ ঘৰ। ক'তো আমাৰ ভাৰতৰ ধনী মানুহৰ ঘৰত দেখাৰ দৰে চিকিউৰিটি গাৰ্ড্ বা নিৰাপত্তাৰক্ষী এজন দেখিবলৈ নাই।

অন্য এদিন গধূলি দীপংকৰৰ লগত ওলাই গ'লোঁ ভাৰতীয় শাক-পাচলিৰ, চাউল-দাইল, মা-মচলাৰ মল এখনলৈ। আমি ভাৰতত ক'লোঁহেঁতেন গ্ৰ'চাৰি (grocery) বা গেলামালৰ দোকান। তাত অৱশ্যে শাক-পাচলি নাথাকে। আমেৰিকাৰ মলবোৰৰ দৰেই ইও বন্ধ ঘৰৰ এখন বহু বিভাগীয় দোকান যদিও, ই কিন্তু বৰ ডাঙৰ নহয়। সোমাই গৈ যেতিয়া দেখিলোঁ সকলো ভাৰতীয় বস্তু, হঠাৎ ভাৰততে ক'ৰবাত আছোঁনেকি বুলি সন্দেহ হ'ল। ইয়াতকৈয়ো ডাঙৰ শাক-পাচলিৰ মল ডেন্ভাৰতে অকল কিয়, ফোৰ্ট্ কলিন্ছতো পাইছোঁ। কিন্তু সেইবোৰত ভাৰতত নোপোৱা অন্য বহুত কিবা কিবি শাক-পাচলিও থাকে বাবে, তাত সোমালে ভাৰতৰ কোনো দোকানত সোমালোঁ বুলি সন্দেহ নহয়। ইয়াত কিন্তু সকলো কেৱল ভাৰতীয় শাক-পাচলি। তাতোকৈ ডাঙৰ কথা, ইয়াত ডেন্ভাৰৰ বাংলাদেশী মল 'হাত বাজাৰ'ত থকাৰ দৰে এটা ভাৰতীয় মা-মচলা, খোৱা তেল, মূৰত ঘঁহা তেলৰ বিভাগো আছে। সেই আটাইবোৰ ভাৰতৰ পৰাই আমদানি কৰা। এই আমেৰিকাতো মূৰত ঘঁহা তেল! আজিকালি আমেৰিকা, ইংলণ্ডত কিয়, ভাৰততো ডেকা-গাভৰুসকলে তেল মূৰত ঘঁহা দেখিলে হাঁহে। মোৰ ছোৱালীয়েও আনকি মোক মূৰত তেল ঘঁহা বাবে হাঁহে। ছোৱালীৰ প্ৰভাৱতেনে ঠাট্টা-মস্কৰাতে মোৰ সহধৰ্মিণীয়েও আনকি মোক অকলশৰীয়া কৰি মূৰত তেল ঘঁহিবলৈ এৰিলে। এনে স্থলত আকৌ আমেৰিকাৰ এইবোৰ ভাৰতীয়, বাংলাদেশী মলতো মূৰত ঘঁহা তেল। জবাকুসুম আৰু তেনেকুৱা চিনাকি নামৰে তেল।

ইয়াৰ পিছত এদিন লিপিকাৰ লগত গৈছিলোঁ দুখনমান চিনাকি নামৰ মললৈ—যিবোৰৰ শাখা আমেৰিকাৰ য'তে ত'তে দেখা যায়— 'টাৰ্গেট্', 'বেড্ এণ্ড বাথ্'ইত্যাদি। ভিতৰ সোমাই দেখিলোঁ— আমেৰিকাৰ যি চহৰৰে নহওক কিয়, সেইবোৰৰ ভিতৰৰ ৰূপো সদায় একে। ভিতৰ সোমালে কোন চহৰৰ সেইখন মলত আছোঁ ধৰিব নোৱাৰি। কিন্তু দুয়োখন মলতে আমাৰ কিনিবলগীয়া বস্তু সোনকালেই কিনা হৈ গ'ল। আমাৰ ফাঁচী বজাৰত বজাৰ কৰিলেচোন ইমান সোনকালে নহয়? লিপিকাৰ মন্তব্য—"ইয়াৰ মলবোৰ যিহেতু আৱদ্ধ ঘৰৰ ভিতৰত, গতিকে উইণ্ডো শ্বপিং ইয়াত নহয়। সময় লাগিব ক'ৰ পৰা।" এৰা, ইয়াৰ দোকানবোৰত যিহেতু উইণ্ডোৱেই নাই, উইণ্ডো শ্বপিং হ'ব ক'ৰ পৰা।

# ষোল

# ছেন্ ফ্ৰানছিছ্কৌ

## (ক) প্ৰথম দৰ্শন

ফ্ৰীমণ্টৰ পৰা ছেন্ ফ্ৰানছিছ্কৌ বেছি দূৰ নহয়। ৰেলেৰে গ'লে বৰ বেছি পঞ্চল্লিছ মিনিট। গাড়ীৰে গ'লেও সেই একেই। আমেৰিকাত য'ত য'ত ৰে'ল আছে তাত ৰেলো প্ৰাইভেট কোম্পানিয়ে চলায় আৰু বিভিন্ন অঞ্চলৰ বাবে বিভিন্ন কোম্পানিৰ ৰে'ল। ফ্ৰীমণ্টৰ পৰা দুটা কোম্পানিৰ ৰে'ল ভিন ভিন লাইনেৰে ভিন ভিন গন্তব্য স্থানলৈ চলে। এটা দীঘলীয়া যাত্ৰাৰ পথ— ফ্ৰীমণ্টৰ পৰা কেলিফৰ্নিয়া ৰাজধানী ছেক্ৰামেণ্টোলৈ। আনটো চুটি পথ। ফ্ৰীমণ্টৰ পৰা ছেন্ ফ্ৰানছিছ্কৌলৈ। এই পথৰ ৰে'ল প্ৰায় শ্বাটলৰ দৰেই। দহ মিনিটৰ মূৰে মূৰে একোখন ৰে'ল। ছেন্ ফ্ৰানছিছ্কৌৰ শেষ ষ্টেশ্বনটোৰ পৰা ফ্ৰীমণ্টলৈ এঘণ্টাৰহে যাত্ৰা। এই ৰে'লৰ কোম্পানিটোৰ নাম বাৰ্ট (Bart)। ৰে'লগাড়ী, ষ্টেশ্বন আৰু প্লেট্‌ফৰ্মবোৰ ইংলেণ্ডৰ দৰেই চাফ-চিকুণ; ৰে'ল দ্ৰুতগামী আৰু সময়ানুবৰ্তী। ছেন্ ফ্ৰানছিছ্কৌলৈ আমি তিনি দিন গৈছিলোঁ। তাৰে ভিতৰত দুদিনেই ৰেলেৰে দুটা ভিন্ন ষ্টেশ্বনলৈ। এৰা, চিটি পোৱাৰ পিছত ছেন্ ফ্ৰানছিছ্কৌ চিটিৰ ভিতৰতে কেৰাটাও ষ্টেশ্বন।

ছেন্ ফ্ৰানছিছ্কৌলৈ যোৱা তিনিদিনৰ প্ৰথম দিনা আমি এটা ট্ৰেভেল কোম্পানিৰ গাইডেড্ টুৰাৰৰ টিকেট লৈ থোৱা আছিল। আমাৰ মহানগৰ ভ্ৰমণ আৰম্ভ হ'ব পুৱা ৯.৩০ বজাত ফেৰী ঘাট বুলি কোনোবা এডোখৰ ঠাইৰ পৰা। চাৰে ন বজাৰ পোন্ধৰ মিনিট আগতেই আমি সেই ডোখৰ ঠাই পাব লাগিব; ফেৰী ঘাট বিল্ডিংটোৰ সন্মুখত আমাৰ ভ্ৰমণ কোম্পানিৰ ইউনিফৰ্ম জেকেট পিন্ধা লোক এজন ৰৈ থাকিব। তেওঁৰপৰা গৈ আমাৰ টিকেট ল'ব লাগিব। অৱশ্যে আমাৰ বাবে আসন সংৰক্ষণ ইন্টাৰনেটেৰেই দীপংকৰে কৰি টিকেটৰ দামো ইন্টাৰনেটেৰেই দি থৈ দিছে। এনে স্থলত আমি যদি নিৰ্দিষ্ট সময়ত নিৰ্দিষ্ট ঠাইত উঠিব নোৱাৰোঁ গৈ, আমাৰ কি হ'ব? দীপংকৰে বোধহয় এই কথালৈ ভয় কৰিয়ে সেইদিনা (২৭ অক্টোবৰ, ২০০৬) আমাৰ লগতে গৈ ৰে'লত উঠাই নি ফেৰী ঘাটত আমাৰ ঠাইত আমাক থৈ অহা ঠিক কৰিলে। তেওঁৰ গাড়ীখন ষ্টেশ্বনৰ সন্মুখৰ বিশাল পাৰ্কিং প্লেচত পাৰ্কিং কৰি ষ্টেশ্বনলৈ আমাক লৈ গ'ল। ষ্টেশ্বন সোমায়েই টিকেত লোৱা ভেণ্ডিং মেচিনবোৰ। তাত কাৰ্ড থকা লোকে কাৰ্ড প্ৰেছ্ কৰি টিকেট ল'ব পাৰে। অন্যথাই তাত এ টি এমত এ টি এম কাৰ্ড্ ভৰাই দিয়াৰ দৰে বিল— অৰ্থাৎ নোট বা কাৰেঞ্চি নোট ভৰাই দিও টিকেট ল'ব পাৰি। আমাৰ যিহেতু কাৰ্ড্ বা ক্ৰেডিট্ কাৰ্ড্ নাই, আমি ডলাৰ নোট বা আমেৰিকাৰ ভাষাত বিল্ ভৰাই দিয়েই টিকেট ল'ব লাগিব। দীপংকৰে বিল ভৰাই দি টিকেট লোৱা পদ্ধতি আমাক ভালকৈ শিকাই দিলে। কাৰণ ইংলেণ্ডত এই ধৰণে মেচিনৰ পৰা নিজে টিকেট লোৱা ব্যৱস্থাৰ উপৰি মানুহ থকা কাউণ্টাৰতো টিকেট ল'ব পৰাৰ দৰে ব্যৱস্থা ইয়াত নাই। টিকেট লোৱাৰ পিছত আমি ৰে'লত উঠিবলৈ প্লেট্‌ফৰ্মলৈ গলোঁ। তাতো বাটত হেজাৰ। নিৰ্দিষ্ট ঠাইত আপোনাৰ টিকেট প্ৰেছ্ কৰিলেহে চেকেকীৰ দৰে হেজাৰ খোল খাব। এনে ব্যৱস্থা আজিকালি কলিকতাৰ মেট্ৰ' ৰে'লতো আছে

বাবে, ইয়াত অৱশ্যে আমাৰ একো অসুবিধা নাই।

চাৰে ন বজাত ফেৰী বিল্ডিঙত আমাৰ কণ্ডাক্টেড্ টুৰাৰৰ বাছ ধৰিবলৈ আমি ছেন্ ফ্ৰানছিস্কৌ ষ্টেশ্বনৰ এম্বাৰ্কেডিৰো ষ্টেশ্বনত নামিব লাগিব ৯ বজাৰ পৰা ৯.১০ মিনিটৰ ভিতৰত। আমি সময়মতেই এম্বাৰ্কেডিৰো ষ্টেশ্বনত নামিলোঁগৈ। ফ্ৰীমণ্টৰ পৰা ছেন্ ফ্ৰানছিস্কৌ মহানগৰ পোৱাৰ আগলৈকে ৰে'ল মাটিৰ ওপৰেদিয়ে চলে। কিন্তু মহানগৰৰ সীমা সোমালেই ৰে'ল সোমাই যায় মাটিৰ তললৈ। আমাৰ ৰে'ল পাতাল ৰে'ল হোৱাৰ পিছত যিটো মহানগৰৰ প্ৰথম ষ্টেশ্বন, সেইটোৱেই হ'ল এম্বাৰ্কেডিৰো। দীপংকৰ লগত থকাই আমি কিমান আগৰ পৰা নামিবলৈ সাজু হ'ব লাগিব, তাক জানিলোঁ। নামিয়েই নিৰ্দিষ্ট বাটেৰে ওপৰলৈ উঠি আহি পুনৰ দিনৰ পোহৰ দেখিলোঁ। আৰু দেখিলোঁ মহানগৰীৰ মুখ। ইংলেণ্ডত যেনেকৈ দেখিছিলোঁ পাতাল ৰে'লৰ ষ্টেশ্বনত বাথৰুমৰ ছাইনবোৰ্ড সকলোপিনে থাকিলেও সেই বাথৰুমৰ কাড়চিহ্ন অনুসৰণ কৰি আহি আহি বাথৰুম শেষত পাব ওপৰলৈ উঠি আহিহে ৰাস্তাৰ দাঁতিত, ঠিক একেদৰে ইয়াতো দেখিলোঁ, ষ্টেশ্বনত নামিয়েই ইখনৰ পিছত সিখনকৈ ৰেষ্টৰুমৰ ছাইন। কিন্তু তাৰ বাবে কাড়চিহ্ন চাই চাই পালোঁহি ওপৰ। আৰু তাতেহে ৰেষ্টৰুম। যি হওক, সেয়া আমাৰ ফেৰী ঘাটলৈ যোৱা পথৰেই দাঁতি।

আমি সময়তকৈ কিছু আগতেই ফেৰী বিল্ডিং পালোঁ। ইয়াত আহিহে ফেৰী বিল্ডিং কি বুজিলোঁ। আচলতে ফেৰী ঘাটৰ বিল্ডিং। অৰ্থাৎ ইয়াৰ পৰাই যিটো বে'বা উপসাগৰৰ পাৰত ছেন্ ফ্ৰানছিস্কৌ, তাৰ পৰা বে'ৰ সিটো পাৰলৈ, বে'ৰ মাজৰ আল্‌কাট্ৰাজ্ দ্বীপলৈ ফেৰীবোৰ অহা-যোৱা কৰে। আমাৰ হাতত এতিয়াও দহ পোন্ধৰ মিনিট সময় বাকী যেতিয়া এইখিনি সময়তে সৌ বেছ ডাঙৰ, দীঘল ফেৰী বিল্ডিংটোকে পাৰোঁ যদি ভিতৰৰ পৰা চাই আহোঁচোন বুলি তিনিও আগবাঢ়িলোঁ। বিল্ডিঙৰ ভিতৰত সোমোৱাত বাধা নাপালোঁ। ভিতৰত কেইবাখনো দোকান আৰু ৰেষ্টুৰেণ্ট। উপসাগৰৰ পিনৰ দাঁতিলৈ গৈ উপসাগৰটোও চালোঁ। সোনকালে উভতি আহিলোঁ পুনৰ বিল্ডিংটোৰ সন্মুখলৈ। এইবাৰ সময় হৈছে বাবেই তাত থিয় হৈ আছে আমাৰ ট্ৰেভেল কোম্পানিৰ ইউনিফৰ্ম্ জেকেট পৰিহিত মহিলা এগৰাকী। আমাৰ ৰেকৰ্ড চাই তেখেতে টিকেট দি দিলে আৰু তেখেতৰ কাষতে ৰ'বলৈ ক'লে বাছখন অহালৈ।

সময়ত আমাক নিবলগীয়া বাছখন সেইখিনি পালেহি এজন গাইডৰ সৈতে। আমাৰ বাছ যাত্ৰা আৰম্ভ হ'ল গাইডৰ টীকা-টিপ্পনীৰ মাজেৰে। গাইডে যদিও আমি গৈ থকা পথ, পাৰ হৈ যোৱা অনুষ্ঠান আদিলৈ আঙুলিয়াই সেইবোৰৰ গুৰুত্ব, ইতিহাস আদিৰ বিৱৰণি দি গ'ল, বাছখন কিন্তু বহু কম ঠাইতহে ৰাখিলে। তাতোকৈ কম ঠাইতহে আকৌ আমাক নামিবলৈ দিলে। আমাৰ পথ যদিও কিছু দূৰলৈ উপসাগৰৰ পাৰৰ বহল পথটোৱেই আৰু তাতেই পাই গৈছোঁ ফিশ্বাৰ্ম্যেনছ্ হোৱাৰ্ফ, তথাপি তাতো আমাক নামিবলৈ নিদিলে। সেই পিনলৈ আঙুলিয়াই সাগৰৰ বুকুৰ অলেখ সৰু সৰু জাহাজ আৰু পাৰৰ সেই দৃশ্য উপভোগ কৰিবলৈ গোটখোৱা মানুহবোৰৰ বিষয়ে টিপ্পনীহে দিলে। অথচ যাবে আগতে কওঁ ছেন্ ফ্ৰানছিস্কৌলৈ আহিবলৈ ওলোৱাৰ কথা, সিয়েই উপদেশ দিয়ে— ফিশ্বাৰ্ম্যেনছ্ হোৱাৰ্ফলৈ কিন্তু যাবই যাব। ছেন্ ফ্ৰানছিস্কৌৰ চাইনা টাউনৰ কথাও সকলোৱে কয়। তাত অৱশ্যে আমাৰ গাড়ী ৰাখিলে আৰু তাৰ পদপথেৰে অকণমান অহা-যোৱা কৰিবলৈকো দিলে। কিন্তু সময় ইমান কম দিলে যে

তাৰ জলমলাই থকা দোকানবোৰত টহল দিব নোৱাৰি। তেনেদৰে বোটানিকেল গাৰ্ডেনত নি নমাই দিলে এঘণ্টা সময়ৰ বাবে। ক'লে— এইখিনি সময়তে আপোনালোকে নিজে যি চাব খোজে চাওক। কিন্তু ইয়াৰ ভিতৰতে এইখিনি সময়তে দুপৰীয়াৰ আহাৰো খাই লওক। বোটানিকেল গাৰ্ডেন অতি বিশাল, ঘন অৰণ্য। এঘণ্টা সময়ত তাত চাবলৈ পাব কি? তাতে আকৌ খোৱাৰ বাবে সময়। গতিকে গাৰ্ডেনখনৰ বিশালতাহে অনুভৱ কৰা হ'ল। আৰু দুপৰীয়াৰ বাবে কিবা অলপ খোৱা হ'ল তাৰে এখন ৰেষ্টৰেণ্টত।

ইয়াৰ পিছত আমাক দেখুওৱা দুখন উল্লেখযোগ্য ঠাই হ'ল বিখ্যাত আৰ্ট মিউজিয়ম আৰু গোল্ডেন্ গেইট্। আৰ্ট মিউজিয়মৰো ভিতৰত সোমাই চাবৰ সময় নহয়। কিন্তু তাৰ বাহিৰতে আৰু সেইটো যি ভাস্কৰ্যৰ কাৰুকাৰ্য, সিও কম চাবলগীয়া নহয়। কিন্তু আমাক চাবলৈ বেছ কিছু সময় দিলে গোল্ডেন্ গেইটত, আৰু তাৰ পিছত উপসাগৰৰ পাৰত। গোল্ডেন্ গেইট ব্ৰিড্‌জৰ আমি যেতিয়া ওচৰ চাপিছোঁ, আমাৰ গাইডে ক'লে— আপোনালোক আটায়ে ভাগ্যবান। ছেন্ ফ্ৰানছিছ্‌কৌ চোৱাৰ মানে গোল্ডেন্ গেইট্ ব্ৰিড্‌জ চোৱা। কিন্তু এই দলং সদায় ডাঠ কুঁৱলীয়ে ঢাকি ৰাখে। ইয়াত বতৰ সদায় মেঘাচ্ছন্ন। কিন্তু আপোনালোকৰ ভাগ্যক্ৰমে আজি গোল্ডেন্ গেইটত কেনে উজ্জ্বল বতৰ। দলঙৰ দৃশ্য আজি অতি ভালকৈ উপভোগ কৰিব পাৰিব। আঁজলিয়ে মোক ক'লে— গাইডৰ কথা একেবাৰে সঁচা। তেওঁলোক আগৰবাৰ আহোঁতে হেনো ইমান ডাঠ কুঁৱলী যে সাগৰ, দলং, আকাশ একোকে মনিব নোৱাৰি। ইপিনে বতাহ এনে হোঁ হোঁকৈ বলি আছে যে ঠাণ্ডাত গাড়ীৰ পৰা নামিবই নোৱাৰি। তাৰ তুলনাত আজিৰ বতৰ চাওকচোন। কেনে নীলা আকাশ, সাগৰৰ নীলা ঢৌ আৰু ৰূপালী ৰ'দ।

গোল্ডেন্ গেইটৰ ওপৰেদি আমাৰ বাছ পাৰ হৈ যাওঁতে দেখিলোঁ— সঁচাকৈ পুৰণি, লোহাৰ ৰেলিঙৰ এখন সুদীৰ্ঘ দলং। তলত সাগৰ। লোহাৰ ৰেলিং আদিও সোণালী পেইণ্ট। কিন্তু সেই গোল্ডেন্ বা সোণালী পেইণ্টে এতিয়া তামৰ বৰণহে লৈছে। পুৰণি দলং যদিও বেছ সবল আৰু দৃঢ়। তাৰ ওপৰেদি অন্তহীন গাড়ীৰ সাৰি— দুয়ো মুখে। দুয়োকাষে বহল ওৱাক্‌ওৱে'। সেই ওৱাক্‌ওৱে'ত খোজ কাঢ়ি কাঢ়ি আমাৰ দৰে পৰ্যটকৰ সাৰি। উপসাগৰৰ ওপৰৰ সোণালী দলং (Golden Bridge) পাৰ হৈ সিটো পাৰৰ গাড়ী ৰখা আহল বহল ঠাই ডোখৰত অন্য বহুতো পৰ্যটক বাছ আৰু প্ৰাইভেট গাড়ীৰ দৰে আমাৰ বাছখনো নি ৰখাই দিলে। আমাৰ গাইডে ক'লে— "ইয়াতে আপোনালোকে অলপ সময় বিশ্ৰাম ল'ব পাৰে, ৰেষ্টৰুম, ৰেষ্টৰেণ্ট সকলো আছে। নাইবা গোল্ডেন্ ব্ৰিড্‌জত গৈ খোজ কাঢ়িব পাৰে।" আমি গোল্ডেন্ ব্ৰিড্‌জলৈ গৈ তাৰ পদপথত কিছু খোজ কঢ়াই ঠিক কৰিলোঁ। আমাৰ ব্ৰহ্মপুত্ৰ ব্ৰিড্‌জতে খোজ কঢ়াই কি আনন্দদায়ক! ইয়াত আকৌ সাগৰৰ ওপৰৰ ব্ৰিড্‌জত খোজ কঢ়া কিমান বেছি আনন্দদায়ক হ'ব। কিন্তু সাগৰৰ ওপৰত বতাহবো কি ভয়ংকৰ লীলা! উৰাই নিয়ে বুলিয়ে ভয় হয়। তাৰ ওপৰতো ঠাণ্ডা। কি বৰফ-চেঁচা বতাহ এই নৱেম্বৰৰ দুপৰীয়াও। কেলিফৰ্নিয়াৰ জলবায়ু, কেলিফৰ্নিয়াৰ প্ৰাকৃতিক দৃশ্য— এইবোৰ হেনো অসমৰ লগত একে। সেয়েহে হেনো সকলো আমেৰিকাবাসী অসমীয়াই এই ৰাজ্যত থাকিবলৈ ইচ্ছা কৰে। পিছে নৱেম্বৰৰ দুপৰীয়া ব্ৰহ্মপুত্ৰৰ ওপৰত জানো ইমান ঠাণ্ডা পোৱা যায়?

সময় হোৱাত আমি সকলো যাত্ৰী পুনৰ বাছত উঠিলোঁ গৈ। আমাৰ বাছ পুনৰ উভতি

মহানগৰীলৈ নাযায়। মহানগৰৰ বিপৰীত পাৰৰ ফেৰী ঘাটত এতিয়া নি আমাক নমাই দি বাছখন গুচি যাব। ফেৰীঘাটত ডেৰ ঘণ্টা কটোৱাৰ পিছত আমি ফেৰীত উঠিব পৰিম আমাৰ পৰ্যটক বাছখনৰ টিকেট দেখুৱাই। তাতো এজন গাইডে আমাক অৰ্থাৎ আমাৰ পৰ্যটক বাছখনৰ যাত্ৰীসকলক বিষৰণি দি যাব। ফেৰীৰে গৈ মহানগৰীৰ ফেৰী ঘাটত উঠিলেই আমাৰ যাত্ৰা শেষ।

সাগৰৰ পাৰত কটাবলগীয়া সময়খিনিত আমাৰ এটা মধুৰ অভিজ্ঞতা হ'ল। সাগৰৰ পাৰত যাত্ৰীবোৰ বৈ থকা ঠাইখন এখন পাৰ্কৰ দৰে কৰি ৰাখিছে। বৰ বৰ ওখ ওখ গছেৰে ঠাইখিনি ছাঁ কৰি ৰখা। সাগৰৰ পিনে মুখ কৰি যাত্ৰীবোৰ বহিব পৰাকৈ বেঞ্চৰ লানি। তেনে ব্যৱস্থা দেখি আমি কিছু আঁতৰত থকা ৰাস্তাৰ দাঁতিৰ ৰেষ্টুৰেণ্টবোৰৰ এখনৰ পৰা খোৱা বস্তু আৰু কাফে লাটে লৈ অহিলোঁ গৈ। ইয়াত খোৱাবস্তু আঁতৰলৈ নিব খুজিলে স্বাস্থ্যসম্মতভাবে পেকেট কৰি দিয়ে। চাহ-কফিৰ তাপনিয়ন্ত্ৰিত গিলাছো বতাহ সোমাব নোৱৰাকৈ বন্ধ কৰিব পৰা। আমি তেনে কৰিয়েই পুনৰ সাগৰৰ উপকূলৰ উদ্যানৰ বেঞ্চত বহিলোঁহি। তেতিয়াই হ'ল সেই মধুৰ অভিজ্ঞতা। দেশ বিদেশৰ অনেক পৰ্যটকে আমাৰ দৰে সাগৰলৈ মুখ কৰি বহি লৈছে। কোনোবাই খাইছে; কোনোবাই সাগৰৰ দৃশ্য উপভোগ কৰিছে। কিন্তু গোটেই সাগৰৰ পাৰৰ উদ্যানখন ছীগাল চৰাইৰে ভৰা— পৰ্যটকৰ মাজে মাজে, সন্মুখে সন্মুখে। সিহঁতৰ চকুত আগ্ৰহী দৃষ্টি— খাই থকা টুৰাৰিষ্টসকলে কিজানি সিহঁতলৈকো কিবা অলপ আগবঢ়াই দিয়েই। ইংৰাজী আৰু আমেৰিকান সাহিত্যত সাগৰ আৰু সাগৰৰ পাৰৰ বৰ্ণনাত ছীগাল চৰাইৰ কথা পঢ়ি পঢ়ি এই চৰাইবোৰ স্বচক্ষে নেদেখিলেও মনতে আপোন হৈ আছিল। মুম্বাইৰ পৰা এলিফেণ্টা গুহালৈ যাওঁতে ফেৰীৰ পৰা ছীগাল দেখিছিলোঁ তাহানিতে। কিন্তু আকাশত— গতিকে তাৰ প্ৰকৃত চেহেৰাত নহয়। কিন্তু আজি এয়া আমাৰ ওচৰে ওচৰে অনেক ছীগাল। আমাৰ পিনে চাই চাই, আমাৰ খোৱাবস্তুৰ প্লেটৰ পিনে আগ্ৰহী দৃষ্টি নিক্ষেপ কৰি। আজীৱন ওচৰৰ পৰা চাবলৈ আগ্ৰহী হৈ থকা অৱস্থাতে এয়া এটি নহয়, দুটি নহয়— অনেক ছীগাল চৰাই আমাৰ ওচৰে পাজৰে, মাটিতে থিয় হৈ হৈ, আমাৰ পিনে চাই চাই। আজি সিহঁত হ'ল যেনিবা আমাৰ দুপৰীয়াৰ অতিথি। আমি সিহঁতক এতিয়া ভৰি হাত ধুবলৈ ক'ব লাগে, খাবলৈ ক'ব লাগে। কিন্তু বিজ্ঞানেতো মানবীয় আবেগ-অনুভূতি নুবুজে। পাৰ্কৰ কৰ্তৃপক্ষৰ সকলোপিনে ছপা, বৰ বৰ আখৰৰ বিজ্ঞপ্তি— আমাৰ খোৱা বস্তুৰ ভাগ যাতে আমাৰ ওচৰ চাপি অহা পশু-পক্ষীক নিদিওঁ। আমাৰ খাদ্যৰ বহু বস্তুৱেই সিহঁতে হজম কৰিব নোৱাৰে। গতিকে আমাৰ মৰমৰ বাবে সিহঁতে যকৃতৰ ৰোগতহে ভুগিব পাৰে। এতিয়া কি কৰোঁ! ইতিমধ্যে কেবাটাও চৰাই আমাৰ সন্মুখলৈ আহি আমাৰ হাতৰ পিনে, মুখৰ পিনে চাই থকা অৱস্থাত।

আমেৰিকাৰ সকলো পাৰ্কতে এই জাননী দেখোঁ। সিহঁতলৈ ওপজা মৰম এই জাননী দেখিয়েই সম্বৰণো কৰি আহিছোঁ। কিন্তু আজি এয়া মোৰ মোহৰ প্ৰাণী ছীগাল। ইমান দিনে কেতিয়াবা দেখিলেও আকাশতহে দেখি সৰু সৰু চৰাই বুলি ভাবি থকা ছীগাল—আমাৰ ঢেৰা কাউৰিতকৈ ডাঙৰ। কিন্তু দেখিবলৈ কেনে সুন্দৰ। ক'লা নহয়। প্ৰধানকৈ কাম বং বা কলপতীয়া বস্তুৰ লগত অন্য বস্তুৰ সংমিশ্ৰণ ভাব পাৰিত। চকুত কি এক নিৰ্জু চাৱনি। সাগৰৰ ওপৰৰ আকাশৰ পৰা আহি আমাৰ ওচৰ চপা এই ছীগালবোৰক মই কেনেকৈ এতিয়া প্ৰত্যাখ্যান

কৰোঁ। আমি আজি এতিয়া খাবলৈ লৈছোঁ টুনা মাছ পেষ্টিং কৰি কৰা লোফৰ ছেণ্ডউইচ্— যাৰ নাম ইয়াত টুনা ফিলেট। মোৰ একেবাৰে ওচৰত তিনিটা ছীগাল বহি লৈছিল। প্ৰতিটোলৈ একোটা টুকুৰা আগবঢ়াই দিলোঁ। চকুৰ পচাৰতে সিহঁতে গিলি খৈ আকৌ চাবলৈ ধৰিলে মোৰ হাত-মুখলৈ। মই আকৌ এটুকুৰাকৈ দিবলৈ উদ্যত হ'লোঁ। আঁজলি সদায় মোৰ আবেগ-অনুভূতিৰ দাৰোৱান— মোলায়েম ভাষাত ক'বলৈ হ'লে বিবেকৰক্ষী (conscience keeper)। মই দ্বিতীয়বাৰ দিবলৈ উদ্যত হওঁতে তেওঁ ক'লে— "আৰু নিদিব। এয়া সিহঁতক মৰম কৰা হ'লনে শতৰু শলা হ'ল?" কিন্তু মই দ্বিতীয়বাৰ দিবলৈ উদ্যত হওঁতেই সিহঁতে এনেদৰে নিজৰ নিজৰ ঠোঁট সাজু কৰিলে যে দাৰোৱানৰ সাৱধান বাণীলৈ আৰু কোনে ভ্ৰূক্ষেপ কৰে? দ্বিতীয়বাৰো একো টুকুৰাকৈ সিহঁতলৈ মই দলিয়াই দিলোঁ। কিন্তু এইবাৰ আমেৰিকান ছীগালবোৰক আমাৰ অসমৰ সুৰদি মাতেৰে ক'লোঁ, "আৰু নুখুজিবা মইনাহঁত। বেছিকৈ খালে গেছ্ হ'ব। পেটো বিষাব পাৰে।" সিহঁতো যেন আমাৰ অসমৰ সুৰদি মাতত ভোল গ'ল আৰু মুখৰ পিনে চাবলৈ এৰি, ইফালে সিফালে খোজ কাঢ়ি ফুৰিবলৈ ধৰিলে। এৰা, মানুহৰ মাজে মাজে খোজ কাঢ়ি ফুৰা। মানুহৰ মুখলৈ চাই থকা, মানুহক যেন ভয় কৰিবলৈ ইহঁতক মাকহঁতে কেতিয়াও নিশিকালেই। অথচ এয়াতো সাগৰীয় পক্ষী। সাগৰৰ ওপৰৰ আকাশহে সিহঁতৰ বিচৰণভূমি।

আমাৰ ফেৰীৰ সময় হোৱাত আমি ফেৰীলৈ আগুৱাই গ'লোঁ। ফেৰী চলাৰ লগে লগে আমাৰ বাছখনৰ পৰ্যটকসকলক ওপৰৰ ডেকৰ এডোখৰ ঠাইলৈ মাতি নি জাহাজৰ বাবে ৰখা গাইডজনে টিপ্পনী দি যাবলৈ ধৰিলে। তাৰে এছোৱা মোৰ বিশেষকৈ কাণত সোমাল— আমাৰ চলন্ত ফেৰীৰ সোঁকাষে সেয়া আল্‌কাট্ৰাজ্ দ্বীপ। উনবিংশ শতাব্দীৰ আমেৰিকাৰ চিভিল্ ৱৰৰ সময়ত অপৰাধী সৈনিকসকলৰ এই দ্বীপ আছিল জেলখানা। পিছত তাকেই এই দেশলৈ বসবাসৰ বাবে অহা বিদেশীসকলৰ নথি-পত্ৰ চোৱা-মেলা আৰু প্ৰদানৰ বাবে ব্যৱহাৰ কৰা হৈছিল। আজিকালি সেই আল্‌কাট্ৰাজ্ দ্বীপত সেই দিনৰ বস্তুবোৰ সংৰক্ষণ কৰি এটি মিউজিয়ম সজোৱা হৈছে। আল্‌কাট্ৰাজ্ দ্বীপ আৰু ইয়াৰ মিউজিয়ম এতিয়া এটা আকৰ্ষণীয় টুৰিষ্ট্ স্পট্— পৰ্যটন কেন্দ্ৰ।

আমাৰ ফেৰী গৈ আমি পুৱা বাছত উঠাৰ আগে আগে চোৱা সেই ফেৰীবিল্ডিঙতে আমাক নমাই দিলে। আমি তাৰ পৰা খোজকাঢ়ি গৈ ৰে'লত উঠিলোঁ। ৰে'লতে আমাক লিপিকাই দি পঠিওৱা ম'বাইল ফোন বাজি উঠিল। দীপংকৰে সুধিছে— আমি এতিয়া ক'ত? সকলো ভালে ভালে গ'লনে? এইবাৰ আমি লিপিকালৈ ফোন কৰিলোঁ আৰু জনালোঁ আমি তেতিয়া কোনটো ষ্টেচন পাইছোঁহি। ফ্ৰীমণ্ট ষ্টেচনত নামি আমি বাহিৰলৈ ওলাই গৈ ওৱেটিং স্পটটি পাইছোঁহে— লিপিকাই গাড়ী লৈ সেইখিনি আহি পালে। পিছৰ ছীটত ডেৰমহীয়া অনীশক বেবী কটত শুৱাই পেটীৰে বান্ধি থোৱা আছে। আমেৰিকাৰ ডেৰমহীয়া কেঁচুৱা। আমেৰিকাৰ ডেৰমহীয়া কেঁচুৱাৰ মাক। আমাৰ তাত ডেৰমহীয়া কেঁচুৱাক লৈ মাকে গাড়ী চলাই চহৰ ফুৰেনে? ঘৰৰ ভিতৰত তাভচোন কেঁচুৱাক বুকুত সাবটি থাকোঁতেও ভূতৰ ভয়ত লোহৰ কটাৰী এখনো হাতত লৈ থাকে।

## (খ) দ্বিতীয় দৰ্শন

পূৰ্বৰ দিনাখন আমি ছেন্ ফ্ৰান্‌ছিছ্‌কৌ মহানগৰী চালোঁ যদিও এনে অনুভৱ নহ'ল যে মহানগৰখন দেখা পালোঁ। চাব খোজা ঠাইবোৰত থিয় হৈ ৰৈ, বহি বা খোজ কাঢ়ি কাঢ়ি যদি ঠাইখনৰ স্পৰ্শ অনুভৱেই নকৰিলোঁ, তেন্তে সিনো কি ঠাইখন চোৱা বা দেখা হ'ল? গতিকে সিদ্ধান্ত কৰিলোঁ—আৰু এদিন ছেন্‌ফ্ৰানছিছকৌলৈ যাব লাগিব। সেই অনুসৰি ৩১ অক্টোবৰৰ দিনা পুৰা ভাত-আঞ্জাৰেই ব্ৰেকফাষ্ট কৰি ১০.৩০ বজাত বাৰ্ট্ ষ্টেশ্বন পালোঁ গৈ লিপিকাৰ গাড়ীত উঠি। আগৰ দিনাখন যিহেতু ভেণ্ডিং মেচিনৰ পৰা টিকেট ল'বলৈ দীপংকৰে শিকাই থৈছিলেই, টিকেট লোৱাত অসুবিধা হোৱাৰ কথা মনলৈ অহা নাছিল। ভেণ্ডিং মেচিনত প্ৰথমতে এজনৰ টিকেট ল'বলৈ বিলখন অৰ্থাৎ আমাৰ ভাষাত নোটখন সুমুৱাই দিলোঁ। কিন্তু টিকেটৰ সলনি ওলাই আহিল সেই নোট বা বিলখনেই। কি হ'ল বুলি আকৌ তাক সুমুৱাই দিলোঁ। আকৌ ওলাই আহিল সেইখনেই। তিনিবাৰ সেইদৰে টিকেট লোৱাত ব্যৰ্থ হৈ মূৰে কপালে হাত দিলোঁ। এতিয়া কি কৰা যায়? তেনেতে দেখিলোঁ, ইউনিফৰ্ম জেকেট পিন্ধা তিনিজন লোক হাতত যন্ত্ৰপাতি লৈ আমাৰ কাষেদি পাৰ হৈ যাব ধৰিছে। লগে লগে কাতৰ অনুৰোধ ওলাই আহিল তেওঁলোকলৈ— টিকেটৰ সলনি বাৰে বাৰে কিয় এই বিলখনহে ওলাই আহে চাই দিবনেকি। তিনিওজনেই আমাক সহায় কৰি দিবলৈ হাঁহিমুখে ওচৰ চাপি আহিল। আমাৰ বিলখন হাতত লৈ ভালকৈ নিৰীক্ষণ কৰিলে আৰু ক'লে, "এই একে ডেনোমিনেশ্বনৰ অন্য এখন বিল আপোনালোকৰ লগত আছেনে?" আমি ক'লোঁ, "নিশ্চয় আছে। কিন্তু এইখনক লৈ কি সমস্যা?" তেওঁলোকে বিলখন আমাৰ চকুৰ আগত ধৰি বুজাই দিলে—"বিলখনলৈ চাওক। এইখিনিতে কেনে শোঁতোৰ-মোচোৰ খোৱা।" আমি অন্য এখন নোট উলিয়াই তেওঁলোকৰ তদাৰকতে মেচিনত ভৰাই দিলোঁ। লগে লগে ওলাই আহিল টিকেটটো। তেখেতসকলৰ উপস্থিতিতে আনটো টিকেটো লওঁ বুলি তেখেতসকলক আৰু অকণমান ৰ'বলৈ অনুৰোধ কৰিলোঁ। তেখেতসকল সানন্দে ৰৈ দিলে। আৰু এখন নোট ভৰাই দিয়াত দ্বিতীয় টিকেটটোও ওলাই আহিল। আমি কৰমৰ্দন কৰি তেখেতসকলক বিদায় দি ভিতৰলৈ সোমালোঁ।

এইবাৰ আমি ৰে'লৰ পৰা নমা কথা এম্বাৰ্কেডিৰো ষ্টেশ্বন এৰি তাৰ পিছৰ তৃতীয়টো ষ্টেশ্বন পাৱেলত। কাৰণ তাৰ পৰা আজি আমি অলপ বহিব খোজা ইউনিয়ন স্কোৱেৰ্ তেনেই ওচৰ; আৰু তাৰ পৰা অলপ খোজ কাঢ়ি আগুৱাই গ'লেই পায় চাইনা টাউন। এই দুডোখৰ ঠাই উলিয়াবলৈ দীপংকৰে তেওঁৰ কম্পিউটাৰৰ পৰা যি মেপ উলিয়াই দিছিল, সেইখন চায়েই বুজিছিলোঁ, ছেন্ ফ্ৰান্‌ছিছ্‌কৌ পুৰণি নগৰ হ'লেও কিমান পৰিকল্পিত। ৰে'ল আলিৰ পিনৰ পৰা সাগৰৰ পাৰলৈ দীঘে দীঘে সমান্তৰালভাৱে কেইটামান আহল-বহল পথ। এইবোৰক সংলগ্ন কৰি পথালিয়ে পথালিয়ে বহুত উপপথ। পথবোৰৰ দীঘ-বাণিয়ে সৃষ্টি কৰা আয়ত বা বৰ্গক্ষেত্ৰবোৰত বহুমহলীয়া ঘৰবোৰ। এৰা, কলকাতাৰ দৰে আপেক্ষিকভাৱে নতুন নগৰবোৰৰ এমহলীয়া, দুমহলীয়া আসাম টাইপ সদৃশ ঘৰবোৰৰ ঠাইত এতিয়া আমি দেখিছোঁ বহুমহলীয়া কংক্ৰিটৰ ঘৰ; ইটাৰ ঘৰ। ফোৰ্ট্ কলিন্‌ছ্, ডেন্‌ভাৰৰ দৰে মহানগৰত দোকানৰ সলনি মলৰ বিপৰীতে এতিয়া আমি ইয়াত দেখিছোঁ সেইবোৰৰ ঠাইত দেখি অহা একেবোৰ মলৰ শাখাবোৰৰ

উপৰি দুৱাৰ, খিৰিকী খুলি ৰখা সুসজ্জিত দোকান। প্ৰতিটো পথ-উপপথৰ সংলগ্ন ঠাইত পথবোৰৰ নামৰ ফলকৰ ছাইনো। মেপখন হাতত থাকিলে সেই নামফলকবোৰ চাই যিকোনো ঠাই সহজে উলিয়াব পাৰি।

পাৰেল ষ্টেশনত নামিয়েই ওলাই আহি আমি চাব খোজা ইউনিয়ন্ স্কোৱেৰ্ পালোঁ। ইউনিয়ন্ স্কোৱেৰৰ গম্বুজটোক কেন্দ্ৰ কৰি বিশাল সৰু, ঘূৰণীয়া উদ্যান— তাত বহুতো পৰ্যটকে বহি, কফী খাই সময় কটাইছে। আমাৰো উদ্দেশ্য এয়েই। কিছু সময় উদ্যানত বহি উদ্যানৰে ভিতৰৰ ৰেষ্টুৰেণ্টখনলৈ গ'লোঁ। কফী আৰু কিবা খোৱা বস্তু লৈ বাহিৰৰ চকীত বহি খাই খাই বিশ্ৰাম ললোঁ। তাৰ পিছত সেই ঠাই এৰি আগুৱাই গ'লোঁ গ্ৰাণ্ট এভিনিউৰ চাইনা টাউনলৈ। এইবাৰ আমি আমাৰ নিজৰ নিয়ন্ত্ৰণত যেতিয়া চাইনা টাউনত যিমানখিনি সময় ল'ব খোজোঁ ল'ব পাৰিম। চাইনা টাউনৰ আচল সৌন্দৰ্য কিহত বা কেনে, আজিহে তাক ধৰিব পাৰিলোঁ তাৰে ভিতৰত নিজকে এৰি দি। ইয়াৰ ৰাস্তাবোৰ তুলনামূলকভাৱে ঠেক। ৰাস্তাৰ দুয়োকাষে আমাৰ ভাৰতীয় নগৰবোৰৰ দৰেই লেপাথেপাকৈ দোকানবোৰ। দোকানবোৰ সৰু সৰু আকাৰৰ; কিন্তু বস্তুৰে ঠাহ খাই থকা। অৱশ্যে ধুনীয়াকৈ সজোৱা। এই দোকানবোৰৰ বৈশিষ্ট্য হ'ল— ইয়াত সকলো বস্তু আন ঠাইৰ তুলনাত সস্তা। চীনা বস্তুৱেই বেছি। কিন্তু অন্য দেশৰ বা আমেৰিকান বস্তুও আছে। ইয়াত সকলোৱে বজাৰ কৰিবলৈ কয় বস্তুৰ সস্তা দামৰ বাবে। আমি ইয়াৰ বহু কেইখন দোকানত সোমাই সোমাই বস্তু চালোঁ, দাম-দৰ কৰিলোঁ, দুই এপদ কিনিলোঁও। কিন্তু আটাইতকৈ আমোদজনক অভিজ্ঞতা হ'ল এখন স্মৃতিচিহ্ন (souvenirs)ৰ দোকানত।

দোকানখনত আমি সোমাই ধুনীয়া ধুনীয়া গ্লাছ, মাৰ্বল, প্লাষ্টাৰ গুণ্ড পেৰিছ আদিৰে নিৰ্মিত বস্তুবোৰ চাই ফুৰিছোঁ— ধ্যানমগ্ন বুদ্ধ, হাঁহি থকা বুদ্ধ (Laughing Buddha), ক্ৰুছবিদ্ধ যীচু, মেডোনা, ভেনাচ, এপোলো। দেখিলেই ল'বৰ মন যায়। দাম পিছে আকাশলংঘী। বাহিৰত কিন্তু লিখা আছে— ৫০% হ্ৰাস মূল্যত। আমি বস্তুবোৰ চাই ফুৰোঁতে ছেইলছ্‌মেন্ এজন আমাৰ ওচৰলৈ আহি অতি ভদ্ৰোচিতভাৱে সুধিলে, "কিবা সহায় কৰি দিব পাৰোঁ নেকি?" আমিও ভদ্ৰতাত পিছ নপৰি কলোঁ, "সহায় লাগিলেই আপোনাক আমনি কৰিম। বৰ্তমানে আমি কেৱল চাইছোঁহে।" তেওঁ কৈ গ'ল, "ডাঙৰ ডাঙৰ মূৰ্তিবোৰো লোৱাত আপোনালোকৰ একো অসুবিধা নহ'ব। আমি আপোনালোকৰ নিজৰ দেশ আৰু ঠাইলৈ অকণো ক্ষতি-ক্ষুণ হ'ব নোৱাৰাকৈ পাৰ্চেল কৰি দিম। আৰু দাম লৈয়ো চিন্তা নকৰিব। আধা দামতো পাবই। সিও যদি বেছি হয়— নগদ দি নিকিনিলেও হ'ব। কাৰ্ডেৰেই দাম দিব পাৰিব।" আমি দেখিছোঁ— এই সুন্দৰ মূৰ্তিবোৰৰ মজলীয়া আকাৰৰবোৰৰ দামেই ভাৰতীয় টকাৰে ষাঠি-সত্তৰ হেজাৰৰ পৰা এক, ডেৰ লাখলৈ। আকৌ বোলে আমি দামৰ বাবে চিন্তা কৰিবই নালাগে। কাৰ্ডেৰে দাম দিলেই হ'ব বাবে। চাইনা টাউনত সকলো দোকানী আৰু ছেইলছ্‌মেন্, ছেইলছ্‌উইমেন্ চীনা হোৱাৰ বিপৰীতে এইখন আকৌ আমেৰিকানৰ— ছেইলছ্‌মেন, ছেইলছ্‌ উইমেন্‌সকলো আমেৰিকান। এই মানুহকেইজন কিমান ভাল তাৰ উমান পালোঁ অলপ পিছতেই। আমি বস্তুবোৰ চাই ফুৰোঁতে মোৰ হাতত লাগি এটা ক্ৰিষ্টেল্ গ্লাছৰ মানুহৰ মূৰ্তি পৰি ভাগি গ'ল। লগে লগে দুজন ছেইলছ্‌মেন্ দৌৰি আহি আমাক সান্ত্বনা দিয়াত লাগিল, "ডোণ্ট মাইণ্ড, প্লিজ্ প্লিজ্, ডোণ্ট্ মাইণ্ড্।" এজনী ছেইলছ্ গাৰ্ল আহি গ্লাছৰ টুকুৰাবোৰ গোটোৱাত লাগিল। ইমানৰ পিছতো

আমি আৰু তেওঁলোকে ক'লে বুলিয়েই বেয়া নাপাই পাৰোঁনে। আমি সঁচাই বৰ দুখ পালোঁ। ইয়াৰ ক্ষতিপূৰণ তেওঁলোকে নল'ব জানো। কিন্তু পৰোক্ষ ক্ষতিপূৰণ হিচাপে আমি অন্য এটা ক্ৰিষ্টেলৰ ময়ূৰ কিনিবলৈ ঠিক কৰিলোঁ। ক্ৰিষ্টেলৰ বস্তুবোৰেই ইয়াত সস্তা। মূৰ্তিটোও সৰু। তথাপি দাম পৰিল কিমান জানেনে? আমাৰ টকাৰে ডেৰ হেজাৰ টকা।

বস্তুটো পেক্ কৰে মানে ছেইল্‌ছ্‌মেন্, ছেইল্‌ছ্ উইমেন্‌কেইজনে আমাৰ লগত কথা পাতি বন্ধুত্ব কৰাত লাগিল। আমি ভাৰতৰ নেকি তেওঁলোকেই সুধিলে। হয় বুলি কোৱাত ভাৰতৰ কোনখন ৰাজ্যৰ সুধিলে। অসমৰ নাম জানো তেওঁলোকে শুনিছে বুলি সোধাত এজনে টপৰাই ক'লে— তেওঁ জানে। তেওঁ বোম্বেত তিনি বছৰ আছিল। আমি তেওঁৰ কথা শুনাত আগ্ৰহী হোৱা দেখি তেওঁৰ উৎসাহ বাঢ়ি গ'ল। তেওঁ ক'বলৈ ধৰিলে—তেওঁৰ ভাৰতলৈ যাবলৈ আকৌ ইচ্ছা। ভাৰতত থাকি তেওঁ বৰ ভাল পাইছিল। ভাৰতৰ মানুহবোৰ যে ইমান ফ্ৰেণ্ড্‌লি। আৰু হিন্দী চিনেমা। কি যে অদ্ভুত ভাল হিন্দী ফিল্মবোৰ। কেনে মধুৰ হিন্দী গানবোৰ! তাৰ পিছত তেওঁ আমাক সুধিলে— তেওঁৰ কেবাটাও হিন্দী গান এতিয়াও মনত আছে। এটা অন্ততঃ তেওঁ গাই শুনাব খোজে। আমি শুনি বেয়া পাম নেকি? আমি ক'লোঁ, "কোৱাইট্ দ্য কণ্ট্ৰেৰি। আপুনি গাওক। আমি আপোনাৰ মুখৰ হিন্দী গীত শুনি অতি ভাল পাম।" লগে লগে তেওঁ হাতৰ অংগী ভংগী কৰি গাবলৈ ধৰিলে— "মেৰা জুতা হায় জাপানী..."। গানটো শেষ কৰি তেওঁ আমাক গ'লে—"উঃ কি যে জেনিয়াছ্ আছিল আপোনালোকৰ ৰাজকাপুৰ।" তাৰপিছত তেওঁ কেইজনমান আমাৰ চিত্ৰ তাৰকাৰ নাম কৈ কৈ তেওঁলোকৰ কি খবৰ সুধিলে। পিছে সেই আটাইবোৰেই ৰাজকাপুৰৰ সমসাময়িক বা কিছু পৰিমাণে সৰু। তাৰ বহু কেইজনেই আকৌ এতিয়া মৃত। এই মৃত্যুৰ দুঃসংবাদে তেওঁক যেন জুৰুলা কৰি পেলালে।

## (গ) তৃতীয় দৰ্শন

ইয়াৰ পিছত ছেন্‌ফ্ৰান্‌ছিছ্‌কৌ মহানগৰলৈ আৰু আমাৰ নগ'লেও হয়। কিন্তু দুদিনমান পিছতেই দীপংকৰে প্ৰস্তাৱ দিলে— শনিবাৰে যিহেতু তেওঁৰ অফিচ নাই, গতিকে আগন্তুক ৪ নৱেম্বৰ শনিবাৰে তেওঁ আমাক মহানগৰ ফু ৰাবলৈ দিনটোৰ বাবে লৈ যাব। মই ক'লোঁ, "হ'ব বাৰু। কিন্তু ট্ৰেইনৰ ভাড়া আৰু তাত দুপৰীয়াৰ লাঞ্চৰ খৰচ আমাৰ। দীপংকৰে ক'লে, "ট্ৰেইনৰ ভাড়াৰ কথা সেইদিনা নুঠিবই। কিয়নো মই আমাৰ গাড়ী লৈ ওলাম।আৰু দুপৰীয়াৰ লাঞ্চৰ কথা। চাওঁচোন বাৰু কি হয়।"

৪ নৱেম্বৰত আমি দীপংকৰৰ গাড়ীত ওলালোঁ। সোনকালে আমাৰ গাড়ী উপসাগৰৰ ওপৰৰ দলঙেদি দৌৰিবলৈ ধৰিলে। উপসাগৰৰ ৰূপালী পানীত বতাহে তোলা তিৰ্‌বিৰণি। তাতে আকৌ সূৰ্য্যৰ কিৰণৰ জিলমিল্। পানীৰ ওপৰে ওপৰে উৰি আছে চীগালৰ জাক। পানীৰ বিস্তৃত যুৰ্বলিত বহুতো নিমখ তোলা খাদ। সেইবোৰৰ পাৰে পাৰে বগা বগা আপোধিত নিমখৰ দম। দীপংকৰে ক'লে— নিমখ বনোৱা কোম্পানি এটাৰ এইখন কাৰ্যক্ষেত্ৰ।

ছেন্ ফ্ৰান্‌ছিছ্‌কৌ নগৰ সোমাই তাৰ আহল- বহল বাটেৰে গৈ থাকোঁতে এটা অঞ্চলত পালোঁ বৰ বৰ, ওখ ওখ কংক্ৰীটৰ বহুমহলীয়া ঘৰবোৰ। এয়াই আমাৰ ভাৰতৰ মহানগৰৰ ৰূপৰ লগত সাদৃশ্য থকা এটা অঞ্চল। বহু বিল্ডিঙৰ বেৰবোৰ ইটাৰে গঁথাহে, প্লাষ্টাৰ্ কৰি পেইন্ট্ কৰা

নহয়— আমাৰ পুৰণি ৰে'লৱে অট্টালিকাবোৰৰ দৰে। অঞ্চলটোত দীপংকৰে গাড়ীৰে ঘূৰাই দিলে। এনেকুৱা পথো বহুত পালোঁ, যাৰ দুয়োপিনে লানি নিছিগা আকাশচুম্বী অট্টালিকা। ফলত পথবোৰ ছাঁৰে ঢকা—দিনতে এন্ধাৰৰ দৰে। এয়েই ছেন্‌ফ্ৰান্‌ছিছ্‌কোৰ কেন্দ্ৰস্থল বা ডাউন টাউন— য'ত আটাইবোৰ চৰকাৰী, বেচৰকাৰী বিখ্যাত বিখ্যাত কাৰ্যালয়, অনুষ্ঠান। ডাউন টাউন অঞ্চল পাৰ হৈ আমি গৈ গৈ এমহলীয়া বা দুই, তিনিমহলীয়া ঘৰৰ অঞ্চলবোৰ পালোঁ। আৰু পালোঁ গৈ সেই উপসাগৰৰ উপকূল অঞ্চল, আৰু উপসাগৰৰ পাৰে পাৰে যোৱা সেই বহল পথটো। বাঁওপিনে লানি নিছিগাকৈ দোকান-পোহাৰ, অনুষ্ঠান, কাৰ্যালয় আৰু সোঁপিনে উপসাগৰ। উপসাগৰৰ পানীত এটাৰ পিছত এটাকৈ 'পিয়াৰ'ৰ শাৰী অৰ্থাৎ জাহাজঘাট হিচাপে সজা বৰ বৰ বিল্ডিঙৰ শাৰী, প্ৰতিটো পিয়াৰ বা জাহাজঘাট বিল্ডিঙেই যিহেতু সাগৰ আগুৰি আছে, গতিকে সেইবোৰৰ ইটো আৰু সিটোৰ মাজৰ ফাঁকেৰে আগতে নেদেখিলে দেখাৰ উপায় নাই। য'ত সাগৰ দেখা ভাল সুবিধা আছে, সেয়াই হ'ল ফিশ্বাৰ্‌মেন্‌ছ্ হোৱাৰ্ফ্-সৰু সৰু মাছমৰীয়া জাহাজবোৰৰ পোতাশ্ৰয়। ইয়াত যিহেতু সমগ্ৰ বিশ্বৰ অজস্ৰ পৰ্যটকৰ ভিৰ, গতিকে পাৰ্কিং প্লেচো বহুমহলীয়া এক প্ৰকাণ্ড বিল্ডিঙৰ ভিতৰত। দীপংকৰে তাৰে ভিতৰলৈ গাড়ী সুমুৱাই নি পাৰ্কিং প্লেচ পালে ৫ নে ৬ তলাত গৈ। নামি আহি ৰাস্তাৰ কাষে কাষে পালোঁ সৰু সৰু মনোহাৰী দোকানবোৰ। দুই এখনত সোমাই বস্তুবোৰ চাই দৰ-ভাওৰ এটা আভাস ললোঁ। তাৰ পিছত ফিশ্বাৰ্‌মেন্‌ছ্ হোৱাৰ্ফত উঠিলোঁগৈ।

সাগৰৰ পাৰৰ বহল ফুটপাথত যি দৃশ্য দেখিলোঁ, সেই দৃশ্য ভাৰতীয় মহানগৰৰ এটা চিনাকি দৃশ্য— আমেৰিকাত যেন বিসদৃশ। এটা অঞ্চলত ফুটপাথৰ কাষে কাষে অস্থায়ী, চাপৰ মঞ্চ একোখন তুলি তাৰ ওপৰে ওপৰে কি যে একোটা মূৰ্তি। বহুতো পুৰুষ-মহিলাই দুই হাতে গাঢ় ৰং-বিৰঙৰ প্ৰলেপ-সানি, মুখত একোখন মুখা পিন্ধি, গাত ফেন্সী পোছাক পৰিধান কৰি একো একোটা বিশেষ ভংগীত থিয় হৈ আছে—যেন সেইবোৰ মূৰ্তিহে। সন্মুখত একোটা পইচা থোৱা পাত্ৰ বা দানপাত্ৰ। আপুনি তেওঁৰ সেই কিম্ভূত কিমাকাৰ মূৰ্তি দেখি এনেয়েও দান দিব পাৰে বা আমাৰ ভাৰতীয় ভাষাত ভিক্ষা দিব পাৰে। অন্যথাই আপুনি তেওঁৰ ওচৰত থিয় দিয়ক আৰু আপোনাৰ লগৰজনে এটা ফটো লওক। তাৰ পিছত তেওঁ আপোনাৰ লগত ফটো উঠি দেখুওৱা অনুগ্ৰহৰ বাবে তেওঁক কিবা অলপ দিয়ক সেই পাত্ৰটোতে। ভিক্ষা বিচৰাৰ আৰু এটা সন্মানজনক পন্থা তাত দেখিলোঁ— কাঠ বা বাঁহৰ কোনো লোক-সংগীত-বাদ্য এটা লৈ মানুহজন বহি গীত গাই বা বাদ্যত সুৰ তুলি থাকিব। তেওঁৰ আশা— আপুনি সহানুভূতিত তেওঁক কিবা অলপ সাহায্য দিয়ক। প্ৰথমতে বৰ্ণোৱা কিম্ভূত-কিমাকাৰ বেশ-ভূষাৰ লোকসকল সাধাৰণতে কৃষ্ণাংগ আৰু দ্বিতীয় শ্ৰেণীবিলাক শ্বেতাংগ। ফুট পাথ পাৰ হৈ সাগৰৰ পানীৰ পিনে ডাঙৰ, আহল-বহল প্ৰেটফৰ্মত ৰেষ্টুৰেন্ট, বৌদ্ধ্‌মঠ, বিভিন্ন স্মৃতিচিহ্নৰ সৰু সৰু দোকান-পোহাৰ। সেইবোৰৰ মাজৰ এখন মঞ্চত সদায় চলি থাকে বিভিন্ন যাদুকৰৰ দলৰ যাদুৰ খেল। (juggliery)। তেওঁলোকক আপুনি দান দিব পাৰে। এইবোৰ চাই যে মই কিবা উপভোগ কৰিলোঁ, সেইটো নহয়। কিন্তু উপলব্ধি হ'লো এইবাবে যে আমেৰিকাৰ সমাজতো যে আমাৰ ভাৰতৰ লগত মিল থকা এইটো দিশ আছে— সেই কথা মনতে দেখি।

ইয়াৰ পিছত আমি গ'লোঁ একেবাৰে সাগৰৰ পানীৰ ওপৰলৈ— পানীৰ ওপৰত সাজি

থোৱা এখন কাঠৰ আহল-বহল চাং বা বোর্ডলৈ। তাৰ পৰা দেখা যায় সাগৰৰ পানীৰ উপৰিভাগতে সাজি থোৱা বহুতো বোর্ডত ছীল (seal) বা sea-lion বোৰ উঠি ৰ'দ পুৱাই থকা। কিমানবোৰ ছীল বা ছী-লায়ন্ যে ইয়াত এনেকৈ ৰ'দ পুৱাই থাকে। সিহঁতক চাবলৈ অনবৰতে মানুহৰ ভিৰ। অ'তবোৰ মানুহে যে বেৰি ধৰি সিহঁতক চাই আছে, তাৰ প্ৰতি সিহঁতৰ ভ্ৰূক্ষেপ নাই। মানুহৰ প্ৰতি মন-কাণ নিদিয়াকৈ এটা ছীল যদি পানীলৈ নামি গ'ল, আৰু এটা বা দুটা ছীল আহি তাতে শুলেহি। পানীৰ পৰা উঠি অহা এই ছীলবোৰৰ শোৱা আৰু ৰ'দ পুওৱা আৰু মাজে মাজে সিহঁতৰ সেই বিশেষ মাতটিৰে একোটি চিঞৰ মৰাত বাহিৰে যেন অন্য আৰু একো কাম নাই।

আমি সেইটো অঞ্চলৰে এখন ৰেষ্টুৰেণ্টত বহি মাজতে এবাৰ কফী খাই দিলোঁ। তিনি ঘণ্টা সময়েই আমি ফিশ্বাৰমেন্‌ছ্ হোৱাৰ্ফ ত কটালোঁ। কিন্তু তিনি ঘণ্টা সময় কেতিয়া পাৰ হৈ গ'ল, গমকে নাপালোঁ। তাৰ পিছত পুনৰ গোল্ডেন্ ব্ৰিড্‌জেৰে গাড়ী চলাই আমি সিপাৰ পালোঁ। সিপাৰৰ গাড়ী ৰখা ঠাইত গাড়ী ৰাখি ব্ৰিড্‌জৰ ওপৰত খোজ কাঢ়িলোঁহি। আজিও সাগৰৰ ওপৰৰ ধুমুহাসদৃশ বতাহে আমাক যেন উৰাই নি সাগৰত পেলাব খোজে। অৱশ্যে সেই ভয় নাই। কাৰণ দলঙৰ দুয়োকাষে ফেন্সিং। কিন্তু গোল্ডেন্ ব্ৰিড্‌জৰ আমাৰ প্ৰতি ইমান দৰদ কিয় বাৰু। সদায় ডাঠ কুঁৱলীৰে ঢাক খাই থকা গোল্ডেন্ ব্ৰিড্‌জত আজিওতো ইমান সুন্দৰ বতৰ আমাৰ বাবে। গোল্ডেন্ ব্ৰিড্‌জৰ পৰা উভতি আহি আমি লোম্বাৰ্ড্ ষ্ট্ৰীট বা ক্ৰুকেড্ ষ্ট্ৰীট পালোঁ। ওপৰৰ পৰা তললৈ নামি যোৱা এই ঠেক পথটো সঁচাই ইমান ক্ৰুকেড্ (crooked) বা একা-বেঁকা যে ভাৰতত হোৱা হ'লে ই নাম পালেহেঁতেন অষ্টাবক্ৰ পথ। আমি টুৰিষ্ট্ বাছেৰে মহানগৰ চোৱাৰ দিনাখনো এই পথটোৰ ওপৰৰ মূৰটৈলৈ আনিছিল। কিন্তু সেইদিনা পথটোৰ বৈশিষ্ট্যৰ কথা কৈ দেখুৱাইহে লৈ গ'ল। আজি দীপংকৰে কিন্তু ওপৰৰ পিনেদিয়ে গাড়ী আনিচোন তললৈ গাড়ীকে নমাই দিলে নিচেই ঠেক অষ্টাবক্ৰ পথৰ অতবোৰ ভাঁজ-ভুঁজলৈ আওকাণ কৰি। মোৰ মুখৰ পৰা ওলায়েই গ'ল— "বাপৰে! তুমি কি কৰা। এয়া জানো নিৰাপদ?" তেওঁৰ স্বাভাৱিক গাম্ভীৰ্যৰে দীপংকৰে ক'লে— "নিৰাপদ। নিৰাপদ। ক্ৰুকেড্ পথৰ সেইটোৱেই বিশেষত্ব। নহ'লে ই ইমান বিখ্যাত হ'লহেঁতেন কিয়?"

তাৰ পৰা নামি মহানগৰীৰ আৰু কেতবোৰ বিখ্যাত বিখ্যাত পথেদি গাড়ী চলাই দীপংকৰে আমাক শেষত আকৌ ডাউন টাউনত নি উঠালে গৈ। তাৰে এটা পথৰ এঘণ্টাৰ বাবে পাৰ্কিং কৰিব পৰা পাৰ্কিং লট এটাত গাড়ী ৰাখি দীপংকৰে এখন ৰেষ্টুৰেণ্টত নি আমাক সুমুৱাই দিলে। সেইখনৰ নাম 'চেভি'জ' (chevy's)। সোমাই যোৱা সময়ত তেওঁ ক'লে— "ছেন্ ফ্ৰান্‌ছিস্কোৰ বিখ্যাত বিখ্যাত ৰেষ্টুৰেণ্ট কেইখনৰ ভিতৰত এইখনো এখন। কিন্তু আপোনালোকক এইখনলৈ অনাৰ মোৰ অন্য এটা কাৰণ আছে। লিপিকাই যেতিয়া কেলিফৰ্নিয়া ইউনিভাৰ্ছিটিৰ ডেভিছ কেম্পাছত পি এইচ ডি কৰি আছিল, তেতিয়া সাগৰিকা, পৰন আছিল কেলিফৰ্নিয়াৰে ফলছ্‌মত। সাগৰিকাই সঘনাই ডেভিছলৈ আহে আৰু দুয়ো লগ লাগি ছেন্ ফ্ৰান্‌ছিস্কোত ৰেষ্টুৰেণ্টত খাই যায়গৈ। আৰু তেওঁলোকৰ ৰেষ্টুৰেণ্ট আছিল সদায় এইখন।

'চেভি'জ্' এৰি আমি যেতিয়া গাড়ীত উঠিলোঁহি, তেতিয়া বেলি পাটত বহিছে। ছেন্ ফ্ৰান্‌ছিস্কোৰ গছে-পাতে তেতিয়া শেঁতা বঙচুৱা ৰ'দ। মহানগৰ এবাৰ লগে লগে দীপংকৰে

ক'লে, "এতিয়া আপোনালোকক ছেন্ মেটিওৰ লং ব্ৰিড্জৰ ওপৰেদি লৈ যাম। ফ্ৰীমণ্টৰ পৰা ছেন্ ফ্ৰান্‌ছিছ্‌কৌলৈ অহা-যোৱা কৰোঁতে এই কেইদিন আপোনালোকে যি বে' ব্ৰিড্জ পাৰ হৈ আছে, তাতকৈ ই হ'ব বহুগুণে বেছি দীঘল।" আমি তেনে এখন দীঘল দলং পাৰ হ'বলৈ উৎসাহিত হৈ উঠিলোঁ। মহানগৰৰ বাহিৰৰ আহল-বহল বাটেৰে তীব্ৰ গতিত দীপংকৰৰ গাড়ী চলিবলৈ ধৰিলে। পুনৰ পালোঁ উপসাগৰ। কিন্তু এইবাৰহে পালোঁ যেন আচল উপসাগৰ— প্ৰায় ইপাৰ সিপাৰ নেদেখা। স্বাভাবিকতে এই দলং অভাৱনীয়ভাবে দীঘল। কিমান সময় যে আমি দলঙৰ ওপৰেদি দৌৰি আছোঁ। তথাপি তাৰ অন্ত নাই। আমেৰিকাৰো যে শক্তি। সাগৰৰ ওপৰতো এনে দলং দিবলৈ এওঁলোকে সাহস কৰিব পাৰে। কিন্তু টকা পায় ক'ত? আমাৰ চোন ব্ৰহ্মপুত্ৰৰ ওপৰত এখন দলং দিবলৈকেই কিমান টকাৰ চিন্তা। কত বছৰ লাগে।

লাহে লাহে বেলি মাৰ গ'ল সুদুৰৰ পাহাৰৰ বুকুত। সিয়ে কৰিলে সমগ্ৰ উপসাগৰৰ পানী ৰক্তিম। বেলি মাৰ যোৱাৰ পিছতে আকাশত ওলালে জোন। পাতল সুন্দৰ এক পোহৰে সাগৰৰ বুকুৰ আমাৰ সেই সন্ধিয়াটো কৰি তুলিলে স্বপ্নিল। কিবা যেন সপোন ৰাজ্যত আমি উৰি ফুৰিব ধৰিছোঁ। এনে স্বপ্নময় এক সন্ধিয়া, সুখকৰ এক দিন আমাক উপহাৰ দিয়া বাবে আমি দীপংকৰৰ ওচৰত সঁচাই যে কিমান কৃতজ্ঞ।



## সোতৰ

# ষ্টেন্‌ফোৰ্ড্ আৰু বাৰ্ক্‌লী

খ্যাতিত আমেৰিকাৰো সীমা পাৰ হৈ জগত বিয়পি পৰা দুই এখন আমেৰিকান বিশ্ববিদ্যালয়ত ভুমুকি মৰাৰ হাবিলাষ এটা মনৰ ভিতৰতে পুহি ৰাখিছিলোঁ। ইংলেণ্ডত তেনে হাবিলাষ পূৰ কৰিছিলোঁ অক্সফৰ্ড্ আৰু কেম্ব্ৰিজত ভুমুকি মাৰি। এতিয়া আমেৰিকাত? এই ছেন্ ফ্ৰান্‌ছিস্কৌৰে বৰং ক'ব পাৰি ফ্ৰীমণ্টৰে দুখন চুবুৰীয়া চহৰত আছে দুখন বিশ্ববিখ্যাত বিশ্ববিদ্যালয়— পেলো অল্টোৰ ষ্টেন্‌ফোৰ্ড্ বিশ্ববিদ্যালয় আৰু বাৰ্ক্‌লীৰ কেলিফৰ্নিয়া বিশ্ববিদ্যালয়। এই বিশ্ববিদ্যালয় দুখন আমাক দেখুওৱাৰ বাবে পূৰ্বতেই আঁচনি পাঙি থৈছিল লিপিকাই। লিপিকাই নিজেও দিল্লী বিশ্ববিদ্যালয়ৰ পৰা বি এ মেজৰ ডিগ্ৰী লোৱাৰ পিছত কেম্ব্ৰিজৰ পৰা লৈছিল ট্ৰাইপছ (Tripos) আৰু তাৰ পিছত কেলিফৰ্নিয়া বিশ্ববিদ্যালয়ৰে ডেভিছ্ কেম্পাছত কৰিছিল পি এইচ ডি। লিপিকাৰ আঁচনি অনুসৰিয়ে এদিন খোলা বাৰতেই দীপংকৰে তেওঁৰ গাড়ীত লৈ গ'ল ষ্টেন্‌ফোৰ্ড্ বিশ্ববিদ্যালয়লৈ। এই বিশ্ববিদ্যালয়ৰ স্থান পেলো অল্টো— দীপংকৰৰ ছান্ মাইক্ৰোছিষ্টেম্‌ছলৈ যোৱা বাটতে। তেওঁ আমাক তাত নমাই দি কাৰ্যালয়লৈ যাব; আৰু আমাৰ বিশ্ববিদ্যালয়খন চোৱা হ'লে পুনৰ লৈ যাবহি। আমি গৈ বিশ্ববিদ্যালয় চহৰখনত সোমোৱাৰ আগে আগে ডাঙৰ ডাঙৰ আখৰৰ ছাইন দেখা পালোঁ— পেলো অল্টো, অৰ্থাৎ আমাৰ জালুকবাৰী, য'ত গুৱাহাটী বিশ্ববিদ্যালয় অৱস্থিত। নাইবা ৰজাভেটা— য'ত ডিব্ৰুগড় বিশ্ববিদ্যালয় অৱস্থিত।

পেলো অল্টোৰ ৰাজপথেদি বিশ্ববিদ্যালয় চৌহদৰ পিনে সোমাই গৈ থাকোঁতে দীপংকৰৰ গাড়ীতে তেওঁৰ কাষৰ ছীটটোত বহি ভাবত বিভোৰ হ'লোঁ— ষ্টেনফোৰ্ডৰ ইতিহাসক লৈ। আমেৰিকাৰ ভাল ভাল বিশ্ববিদ্যালয়বোৰ সাধাৰণতে প্ৰাইভেট বা ব্যক্তিগত উদ্যোগত গঢ়ি তোলা। হাৰ্বাড্ যেনেকৈ প্ৰাইভেট, ষ্টেন্‌ফোৰ্ডো তেনেকৈ প্ৰাইভেট। আৰু তথাপি পৃথিৱী বিখ্যাত। হাৰ্বাড্ যেনেকৈ কোনো হাৰ্বাৰ্ড বোলা নগৰত অৱস্থিত নহয়, ষ্টেন্‌ফোৰ্ডো এই নামৰ কোনো নগৰত অৱস্থিত নহয়। ষ্টেন্‌ফোৰ্ড্ বিশ্ববিদ্যালয়ৰ নাম সকলোৱে জানে। কিন্তু সি যি ঠাইত অৱস্থিত— পেলো অল্টো— তাৰ নাম কিমানে জানে? ষ্টেন্‌ফোৰ্ড্ বিশ্ববিদ্যালয় আকৌ দৰাচলতে ইয়াৰ দাতা আৰু প্ৰতিষ্ঠাতা লিলেণ্ড্ ষ্টেন্‌ফোৰ্ড বা তেওঁৰ পত্নী জেইন্ ষ্টেন্‌ফোৰ্ডৰ নাম অনুসৰি নহয়, যদিও দুয়োৰেই ইয়াৰ প্ৰতিষ্ঠা আৰু পৰিচালনাৰ গুৰিত আছিল। ষ্টেন্‌ফোৰ্ড্ বিশ্ববিদ্যালয়ৰ নামটো হ'ল লিলেণ্ড্ আৰু জেইন্ ষ্টেন্‌ফোৰ্ডৰ যোল বছৰ বয়সতেই মৃত্যুমুখত পৰা একমাত্ৰ পুত্ৰ লিলেণ্ড্ ষ্টেন্‌ফোৰ্ড্ জুনিয়ৰৰ নাম অনুসৰি। ষ্টেন্‌ফোৰ্ড্ এখন এনে বিশ্বদ্যিালয় য'ৰ অধ্যাপক অধ্যাপিকাসকলৰ খ্যাতি পৃথিৱীজোৰা, য'ত অধ্যয়ন কৰিবলৈ আহিব পাৰে উজ্জ্বলতম প্ৰতিভাৰ ছাত্ৰ-ছাত্ৰীসকলহে। অথচ এনে এখন বিশ্ববিদ্যালয় নিজৰ একমাত্ৰ পুত্ৰৰ শোক পাহৰিবৰ বাবে যিয়ে গঢ়ি থৈ গ'ল, তেওঁ আছিল এজন আইনজীৱীহে, আৰু লগতে ব্যৱসায়ী-উদ্যোগপতি। তেওঁ এই আমেৰিকাৰ পশ্চিম উপকূলৰ পেলো অল্টোৰো বাসিন্দা নাছিল; ইয়াত আছিল তেওঁৰ বহু পৰিমাণৰ মাটি-সম্পত্তিহে— য'ত তেওঁ বিশ্ববিদ্যালয়খন গঢ়ি তুলিলে। লিলেণ্ড্ ষ্টেন্‌ফোৰ্ড্ আছিল আমেৰিকাৰ পূব উপকূলৰ নিউয়ৰ্ক, ৱাছিংটন অঞ্চলৰহে— য'ত তেওঁ কৰিছিল আইন চৰ্চা। উনবিংশ শতিকাৰ মাজ ভাগত কেলিফৰ্নিয়া

যেতিয়া সোণৰ খনি আৱিষ্কাৰ হৈছিল, তেতিয়া লিলেণ্ড্ ষ্টেন্‌ফোৰ্ডহঁতৰ আঠজন ভাই-ককাইৰ পাঁচজনেই কেলিফৰ্নিয়ালৈ গৈ সোণৰ উদ্যোগত নামি পৰিছিল। এইদৰে লিলেণ্ড্ ষ্টেন্‌ফোৰ্ড্ আইনজীৱীৰ পৰা উদ্যোগপতি হ'ল, ব্যৱসায়ী হ'ল। এইদৰে তেওঁ যি বৃহৎ ধন-সম্পত্তিৰ অধিকাৰী হ'ল, তাৰ সদ্ব্যৱহাৰৰ বাবেই তেওঁ সপোন দেখিলে এখন ভাল বিশ্ববিদ্যালয় প্ৰতিষ্ঠা কৰাৰ। কেলিফৰ্নিয়াৰ এজন প্ৰতিপত্তিশালী ধনী লোক হিচাপে লিলেণ্ড্ ষ্টেন্‌ফোৰ্ড্ কেলিফৰ্নিয়া ৰাজ্যৰ গভৰ্নৰো হৈছিল ৰিপাব্লিকান দলৰ প্ৰতিনিধি হিচাপে। তেওঁৰ এই সাংগঠনিক আৰু প্ৰশাসনিক অভিজ্ঞতা বিশ্ববিদ্যালয়খনৰ প্ৰতিষ্ঠা আৰু পৰিচালনাত পিছত বাৰুকৈ কামত আহিছিল। সুদীৰ্ঘকালৰ প্ৰস্তুতিৰ পিছত ১৮৯১ খৃষ্টাব্দত এই বিশ্ববিদ্যালয়ত শিক্ষাদানৰ কাম আৰম্ভ হয়।

এই এশ বছৰৰো অধিক পুৰণি বিশ্ববিদ্যালয়খনৰ সন্মুখৰ বৃহৎ পাৰ্কিং প্লেচত গাড়ী ৰাখি দীপংকৰে আমাক লৈ গ'ল বিশ্ববিদ্যালয় মেমোৰিয়েল্ হলৰ ভিজিটৰ্ছ্ চেণ্টাৰলৈ। ইয়াৰ পৰাই প্ৰতিদিনে বিশ্ববিদ্যালয়খন চাবলৈ অহা লোকসকলক বিশ্ববিদ্যালয়খন দেখুৱাবলৈ এটি গাইডেড্ টুৱাৰ্ আৰম্ভ হয়। আমি পুৱা চাৰে দহ বজাৰ কিছু পিছতেই ভিজিটৰ্ছ্ চেণ্টাৰৰ কৰ্তব্যৰত বিষয়াগৰাকীক ৰিপোৰ্ট কৰাত তেওঁ আমাৰ নাম দৰ্শনাৰ্থী হিচাপে ৰেজিষ্টাৰ কৰিলে। অলপ সময়ৰ ভিতৰতে এছীয় আৰু ইউৰোপীয় কেইটামান দল আৰু পৰিয়ালো আহি ওলাল একেটা উদ্দেশ্যতে। বাঠি-সত্তৰৰ পৰা দহ-এঘাৰ বছৰলৈ সকলো বয়সৰে বিভিন্ন দেশৰ দৰ্শনাৰ্থীসকলক সঠিক সময় এঘাৰ বজাতেই উলিয়াই নিবলৈ আহিল আমাৰ গাইড। জীন পেণ্ট্‌ছ্ আৰু শ্বাৰ্ট্ পৰিহিতা যুৱতী গাইড্‌গৰাকীয়ে নিজৰ পৰিচয় দি আমাক সম্ভাষণ জনালে। তেওঁ বায়োটেক্‌নোল'জি লাইনৰ কিবা এটা বিষয়ৰ স্নাতকোত্তৰ ছাত্ৰী— আজিৰ দিনটোত দৰ্শনাৰ্থীক বিশ্ববিদ্যালয় দেখুওৱাৰ পাল তেওঁৰ ওপৰত পৰিছে। ভিজিটৰ্ছ্ চেণ্টাৰৰ পৰা বাস্তালৈ উলিয়াই নি তেওঁ প্ৰথমতে আমাক বিশ্ববিদ্যালয়খনৰ এটি সাধাৰণ পৰিচয় দিলে আৰু লগতে ইয়াৰ গুৰুত্ব আৰু বিশেষত্ব পৰিসংখ্যাৰে সৈতে দোহাৰিলে। তাৰ পিছতে তেওঁ কেম্পাছৰ বহল ৰাস্তাৰ বহল ফুটপাথে ফুটপাথে আমাক আগুৱাই লৈ গ'ল পিছমুৱাকৈ খোজ কাঢ়ি আৰু লগতে বিশ্ববিদ্যালয়খনৰ ইটো সিটো বিল্ডিং, ইটো সিটো বিভাগৰ ঐতিহাসিক পৰিচয়মূলক বিৱৰণি দি দি। আমি আচৰিত হ'লোঁ পিছমুৱাকৈ অনবৰত খোজ কাঢ়ি গৈও আমাৰমুৱাকৈ অনৰ্গল বিৱৰণি দি যাব পৰা তেওঁৰ ক্ষমতাত। যি মুহূৰ্তত যিটো বিল্ডিং বা বিভাগ বা কাৰ্যালয় পাব সেইটোতো তেওঁ আমাৰ পিনে চাই আছে বাবে নেদেখে। অথচ সেইটো পোৱাৰ অলপ আগতেই বিৱৰণি দিব— "এতিয়া আমি সেয়া আমাৰ সোঁপিনে ঐতিহাসিক গুৰুত্বৰ অমুক বিল্ডিংটো পালোঁহি। ই ইমান চনত....."।

সময়ত মেইনবোড এৰি তেওঁ চৌহদৰ ভিতৰৰ পিনৰ বিভিন্ন বিভাগ, কাৰ্যালয় আদি দেখুৱাবলৈ সোমাই গ'ল একেদৰে পিছমুৱাকৈ খোজ কাঢ়িয়েই। একো কওঁৰ বিৱৰণি বক্তৃতা শেষ হ'লে আমাৰ কিবা প্ৰশ্ন আছে নেকি— তাকো সোধে। তেনেকৈয়েই দেখুৱালে বিভিন্ন বিভাগৰ বিল্ডিংবোৰ, কেন্দ্ৰীয় গ্ৰন্থাগাৰটো, কিবাকিবি বিষয়ৰ নিজৰ গ্ৰন্থাগাৰবোৰ। অৱশ্যে এই সকলোবোৰ দেখুৱায় বাহিৰৰ পৰাহে। কেন্দ্ৰীয় গ্ৰন্থাগাৰটো পিছত গাইডেড টুৱাৰ শেষ হ'লে আমি নিজে গৈ ভিতৰৰ পৰাও চাব পাৰিম বুলি ক'লে। ইয়াৰ বিল্ডিংবোৰ এক বা দুই মহলীয়াহে। কিন্তু সাধাৰণ আৱাসিক গৃহবোৰৰ দৰে নহয়। ইয়াৰ প্ৰতিটোৰে আৰ্কিটেক্‌চাৰত বৈশিষ্ট্য আছে।

এটা বিল্ডিং ভাঙি মেৰামতি কৰি আছে। সেইটো হেনো গ্ৰীক আৰ্কিটেক্‌শ্বাৰৰ আছিল। গতিকে তাক মেৰামতি কৰি হ'লেও সেই আৰ্কিটেক্‌শ্বাৰ্ ৰক্ষা কৰা হ'ব। তাৰ বাবে অনা হৈছে সেই আৰ্কিটেক্‌শ্বাৰৰ বিশেষজ্ঞ আৰ্কিটেক্ট এঞ্জিনীয়াৰ। এঠাইত ৰাস্তাক মুখ কৰি থকা দুটা বিল্ডিং ওচৰা-ওচৰিকৈ। এটাৰ নাম হিউলেট্, আনটোৰ নাম পেকাৰ্ড্। হিউলেট্ এণ্ড পেকাৰ্ড্‌তো এটা ডাঙৰ কম্পিউটাৰ বা ইলেক্ট্ৰনিক্ কোম্পানিহে— এইচ পি। ইয়াৰ প্ৰতিষ্ঠাতাদ্বয় ইউলেট্ (Hewlett) আৰু পেকাৰ্ড্ (Packard) ৰ নাম ইয়াৰ বিল্ডিঙত কিয়? গাইড ছোৱালীজনীয়ে বুজাই দিলে— হিউলেট্ আৰু পেকাৰ্ডৰ পৰিয়াল দুটাই তেওঁলোকৰ নামত এই বিল্ডিং দুটা সাজি দিলে। ইয়াৰ ভিতৰত এতিয়া এই বিশ্ববিদ্যালয়ৰ ইলেক্ট্ৰনিক্‌ছ্ বিভাগটো— তাৰ প্ৰতিষ্ঠাতো তেওঁলোকে সহায় কৰিলে। ইলেক্ট্ৰনিক্‌ছৰ গৱেষণাত আৰু শিক্ষাদানত এই বিভাগটো অতি বিখ্যাত। অতি আগবঢ়া। কিন্তু হিউলেট্ আৰু পেকাৰ্ডৰ এই শকত দানৰ বাবে ষ্টেন্‌ফোৰ্ড্ বিশ্ববিঁদ্যালয় তেওঁলোকে কিয় বাছি ল'লে। গাইডৰ উত্তৰ— হিউলেট্ আৰু পেকাৰ্ড্ এই অঞ্চলৰেই মানুহ। গতিকে তেওঁলোকৰ অঞ্চলৰে এই বিখ্যাত বিশ্ববিদ্যালয়টোত তেওঁলোকৰ বিখ্যাত উদ্যোগটোৰ বিষয় ইলেক্ট্ৰনিক্‌ছৰ এটা বাছকবনীয়া বিভাগো গঢ়ি উঠক বুলিয়ে তেওঁলোকে বাছিলে এই বিশ্ববিদ্যালয়! অৱশ্যে এই হিউলেট্ আৰু পেকাৰ্ড্ বিল্ডিং দুটাত বাহিৰৰ পৰা চাই আকৰ্ষিত হ'বলৈ একো নাই। এই দুটা আমেৰিকাৰ এমহলীয়া, দুমহলীয়া ডাঙৰ ডাঙৰ মলবোৰৰ বিল্ডিংবোৰৰ দৰে সাধাৰণ বিল্ডিং। ইয়াৰ পুৰণি বিল্ডিংবোৰৰ দৰে ইটা বা কংক্ৰীটৰো নহয়। আমাৰ জী-জোঁৱাইৰ ঠাই ফোৰ্ট্ কলিন্‌ছত হিউলেট্ এণ্ড্ পেকাৰ্ড্ কোম্পানিৰ হেড্ কোৱাৰ্টাৰ্ছ— মূল কাৰখানা আৰু কাৰ্যালয়বোৰ। তাৰ বিল্ডিংবোৰো আমেৰিকাৰ এই নতুন আদৰ্শৰ সাধাৰণ বিল্ডিংহে— এমহলীয়া বা দুমহলীয়া, কিন্তু প্ৰতিটোৱেই বিশাল আকাৰৰ। অৱশ্যে এক আহল বহল চৌহদত তাত একে ধৰণৰ বিল্ডিং অনেক। পৰিকল্পিতভাৱে সজা। সমগ্ৰ বহল চৌহদটো গছ-গছনিৰে সুন্দৰ, সেউজীয়া। সম্প্ৰতি পবনে হিউলেট্ এণ্ড পেকাৰ্ডৰে এটা ডাঙৰ প্ৰজেক্টত কাম কৰি আছে বাবে তাৰ সেই অফিচ আৰু ফেক্টৰী চাবলৈ যোৱা সৌভাগ্য কেবাদিনো ঘটিছে। এতিয়া হিউলেট্ আৰু পেকাৰ্ডৰ নিজৰ ঠাইলৈ আহি তেওঁলোকৰ ঠাইত তেওঁলোকৰ অনুদানেৰে গঢ়ি উঠা এই বিভাগটো দেখি ফোৰ্ট্ কলিন্‌ছৰ তেওঁলোকৰ কোম্পানি হেড্ কোৱাৰ্টাৰ্ছলৈ মনত পৰিল। আৰু মনত পৰিল আমাৰ গুৱাহাটীৰ এইচ পি ডীলাৰসকলৰ দোকানবোৰৰ ছাইনবোৰ্ডৰ আৰু মোৰ নিজৰো প্ৰিণ্টাৰ আৰু প্ৰিণ্টাৰ্ কাম্ স্কেনাৰ দুটাৰ এইচ পি লগোটোলৈ।

কেম্পাছৰ চাবলগীয়া ঠাইবোৰ এই ধৰণে সেইবোৰৰ ইতিহাসৰ পোহৰত চোৱাৰ পিছত আমাক আমাৰ যাত্ৰাৰ সামৰণি মাৰিবলৈ লৈ গ'ল ষ্টুডেণ্ট্‌ছ্ চেণ্টাৰৰ সন্মুখলৈ। আমি যদি বিশ্ৰাম লব খোজোঁ বা কিবা খাবও খোজোঁ, তেন্তে এতিয়া তালৈকে যাব পাৰোঁ বুলি। তেওঁ আমাৰ পৰা বিদায় ল'ব খুজিলে। কিন্তু মই আৰু দুটামান কথা সুধিব পাৰোঁনে বোলাত, "নিশ্চয়" বুলি তেওঁ হাঁহি মাৰি ৰৈ গ'ল। এতিয়া তেওঁৰ ওচৰত মাথোন আঁজলি আৰু মই। তেওঁক আমি সুধিলোঁ— এই যে পিছমুৱাকৈ খোজ কাঢ়ি কাঢ়ি তেওঁ আমাক বিশ্ববিদ্যালয়খন দেখুৱালে, এইটো বিশ্ববিদ্যালয় কৰ্তৃপক্ষৰ নীতি নে তেওঁৰ স্বেচ্ছা? তেওঁৰ হাঁহিমুখীয়া উত্তৰ— "এয়া বিশ্ববিদ্যালয়ৰ নীতি। কিন্তু এনেকুৱা হোৱাই উচিত। নহয়জানো? দৰ্শনাৰ্থীসকলৰ পিনে

মুখ কৰি তেওঁলোকৰ আগত কথা ক'লে অন্তৰংগতা স্থাপন হয়।" মই ক'লোঁ— "হয়। কিন্তু এইটো বৰ সহজসাধ্যওতো নহয়। আনকি বিপদজনকো হ'ব পাৰে। ইয়াৰ বাবে ট্ৰেইনিং দিয়ে নেকি? যিটো বুজিছোঁ— এইটো কাম বিশ্ববিদ্যালয় কৰ্তৃপক্ষই ছাত্ৰ-ছাত্ৰীসকলক দিছে। কিন্তু গাইড হিচাপে তাৰে কিছুমানক নিৰ্বাচিত কৰি লয় নে সকলোকে এই দায়িত্ব দিয়ে?" তেওঁ মুৰ জোকাৰি ক'লে, "নাই, নাই, সকলোকে নিদিয়ে। আগ্ৰহীসকলক অৰ্হতাৰ ভিত্তিত বাছি উলিয়াই, ট্ৰেইনিং দিহে কামটো কৰিবলৈ দিয়ে।" আমি সন্তুষ্ট হৈ তেওঁৰ পৰা বিদায় ল'ব খোজাত তেওঁ যেন এইবাৰ আমাৰ লগত অন্তৰংগতা স্থাপন কৰিবলৈ সুধিলে, "আপোনালোক ভাৰতৰ পৰা আহিছে, নহয়নে? মোৰ দেউতা পাকিস্তানী। ভাৰতীয় আৰু পাকিস্তানীসকলৰ মাজত যে ইমান মিল সকলো কথাতে। মোৰ দেউতাৰ বেছিভাগ বন্ধুৱেই ভাৰতীয়। সেইবাবে মোৰো ভাৰতীয়সকলক নিজৰ মানুহ যেন লাগে।" ছোৱালীজনীৰ দেহাৱয়ব, মুখাৱয়ব এইবাৰ নিৰীক্ষণ কৰিলোঁ। আমেৰিকান ছোৱালীৰ দৰে ডাঙৰ দীঘল নহয়। সৰু মুচৰীয়া। গাৰ বৰণ অৱশ্যে আমেৰিকান ছোৱালীৰ দৰেই মোটা-মুটি ফৰ্ছা, বগা। আনহাতে চুলিবোৰ ক'লা। গতিকে সুধিলোঁ— "আপুনিতো নিশ্চয় জন্মসূত্ৰেই আমেৰিকান। পিছে আপোনাৰ মাও পাকিস্তানী নেকি?" ছোৱালীজনীয়ে পুনৰ মুৰ জোকাৰি ক'লে, "নহয়, নহয়। মা আমেৰিকান।"

তেওঁৰ পৰা বিদায় লৈ চাহ-জলপান খালোঁ গৈ। তাৰ পিছত গ'লোঁ— চেন্টাৰ ফৰ ভিজুৱেল্ আৰ্টলৈ। কংক্ৰীটৰ তিনি মহলীয়া, কিন্তু সৰু এটা দেখনিয়াৰ আৰ্ট মিউজিয়াম। আমেৰিকান, আমেৰিকান নেটিভ্, ইউৰোপীয়, আৰু আন্তৰ্জাতিক— এইবোৰ বিভাগত বিভিন্ন শ্ৰেণীৰ কলাকৃতিবোৰ ভাগ ভাগ কৰি থোৱা আছে। সকলো কথাই ৰুচিসম্মতভাবে সজ্জিত। বহুতো আৰ্টিষ্ট গৱেষকে ইটো সিটো আৰ্টৰ ওচৰত বহি বা থিয় হৈ কিবা কিবি নোট কৰি আছে। কোনো এক অধ্যাপিকাই আকৌ তেওঁৰ ছাত্ৰীসকলক কোনোটো কলাকৃতিৰ বিষয়ে বুজাই বক্তৃতা দি আছে। আৰ্টৰ ক্লাছৰ প্ৰেক্টিকেল বোধহয় ইয়াতে হয়। কলৰাডো ষ্টেইট্ ইউনিভাৰ্ছিটিতো দেখিছিলোঁ— অকল আৰ্ট ডিপাৰ্টমেণ্ট্ থকাই নহয়; এনেকুৱা আৰ্ট মিউজিয়মো আছে, আৰ্ট প্ৰদৰ্শনীৰ বাবে আৰ্ট গেলাৰীও আছে। ইয়াৰ বিশ্ববিদ্যালয়বোৰত দেখিছোঁ— আৰ্ট এটা গুৰুত্বপূৰ্ণ বিষয়।

ইয়াৰ পৰা ওলাই গৈ বিশ্ববিদ্যালয় পদূলিৰ কাষতে গছৰ ছাঁত বহিলোঁ গৈ। বহুতো আমেৰিকান প্ৰফেছৰ, ছাত্ৰ-ছাত্ৰী তাত বহি আছে। হাই-হাল্লা কিন্তু একো নাই। আমেৰিকানসকলক দেখিছোঁ বহিবলৈকো একো আসন নালাগে। ঘাঁহ-বন, চাফ-চিকুণ কোনো ঠাই— তেনে কিবা এবিধ হ'লেই হ'ল—আমাৰো গাঁৱৰ মানুহবোৰে কয় নহয়— বহিব জানিলে মাটিয়েই পীৰা। বিশ্ববিদ্যালয়ৰ বিল্ডিংবোৰ ঘেৰি থকা সীমাত থাকে একোখন হাফ্‌ওৱাল। ইয়াত পদূলিৰ দুয়োকাষৰ পৰাও সেই সীমাৰ হাফ্ ওৱাল আৰম্ভ হৈ আগুৱাই গৈছে। ঠিক সেই ওৱালৰ বাহিৰত ফুলৰ বাবে একোছটা দীঘলীয়া আয়তাকাৰ ঠাইত ফুলৰ গছ। তাকো ঘেৰি থাকে এফুটমান ওখকৈ ইটাৰ ওৱালে। সেই এফুট ওখ ইটাৰ ওৱালতে বহি আছিল এদল ছাত্ৰ-ছাত্ৰী। নে অধ্যাপক-অধ্যাপিকা জানো? তাৰে কেইজনমানে উঠি যোৱাত আমিও তাতে বহি ললোঁ। আমাৰ সন্মুখতে ৰাস্তাটো। বিশ্ববিদ্যালয়ৰে পথ। সেই পথেদি অনেক ডেকা-গাভৰুৰ, অধ্যাপক-অধ্যাপিকাৰ অহা-যোৱা চাই থাকিলোঁ। বৰ পণ্ডিত কাৰৰ বা ক্লাছৰ বাব অহা-যোৱা। সকলোৰে

গম্ভীৰ মুখ। কামৰ বাবে ব্যগ্ৰতা। আৰু দেশ-বিদেশৰ কত যে ছাত্ৰ-ছাত্ৰী ইয়াত।

এই সীমা পাৰ কৰি চৌহদৰ ভিতৰলৈ গাড়ী কাকো নিবলৈ নিদিয়ে। গাড়ী এৰিব লাগিব, বা অকণমান সময়ৰ বাবে ৰ'ব লাগিলেও ৰাখিব লাগিব, আমাৰ সন্মুখৰ সৌ ডিম্বাকৃতিৰ পাৰ্কিং প্লেচৰ তিনিও পিনে। ভিতৰৰ সেই বৃহৎ চৌহদত তেওঁলোক সকলোৱে অহা-যোৱা কৰে খোজ কাঢ়ি, বাইচাইকেলেৰে, বা ছাত্ৰ-ছাত্ৰীসকলৰ বহুতে আনকি স্কেইটিং কৰিও। স্কেইটিং নকৰা সময়ত তেওঁলোকে আনকি স্কেইট্ বোৰ্ডখন কান্ধতো পেলাই লৈ যায়। ঠিক সময়ত কৰ্মস্থলীত উপস্থিত হ'বলৈ সকলো ইয়াত কিমান উদগ্ৰীৱ।

লিপিকাৰ প্ৰস্তাৱ আছিল আৰু এদিন আমাক বাৰ্ক্‌লীলৈ পঠিওৱা। ষ্টেন্‌ফোৰ্ড্ চালোঁৱেই। আৰু এদিন বাৰ্ক্‌লী কিয়? আমেৰিকাৰ চৰকাৰী বিশ্ববিদ্যালয়বোৰতকৈ বেচৰকাৰী বা ব্যক্তিগত খণ্ডৰ বিশ্ববিদ্যালয়বোৰহে সাধাৰণতে ভাল ঠিকেই। কিন্তু বাৰ্ক্‌লী অৰ্থাৎ কেলিফৰ্নিয়া ইউনিভাৰ্ছিটি এট্ বাৰ্ক্‌লী বা বাৰ্ক্‌লী কেম্পাছৰ কেলিফৰ্নিয়া ইউনিভাৰ্ছিটি এনে এখন কেলিফৰ্নিয়া চৰকাৰৰ বিশ্ববিদ্যালয়, যাৰ লগত বহু ভাল ভাল ব্যক্তিগত বিশ্ববিদ্যালয়েও ফেৰ মাৰিব নোৱাৰে। এটা সহজে বুজিব পৰা উদাহৰণৰ পৰাই এই কথা বুজোৱা যাওক। ষ্টেন্‌ফোৰ্ড্ আৰু বাৰ্ক্‌লী— দুয়োখন বিশ্ববিদ্যালয়তে বহু সংখ্যক ন'বেল বঁটা বিজয়ী অধ্যাপক-অধ্যাপিকা আছে। কিন্তু বাৰ্ক্‌লীত ষ্টেন্‌ফোৰ্ডতকৈ অধিক সংখ্যক ন'বেল বঁটা বিজয়ী অধ্যাপক হৈছে গৈ। আমি ২০০৬ চনৰ দ্বিতীয়াৰ্ধত আমেৰিকাত থকা সময়তে এই বছৰৰ ন'বেল বঁটাবোৰ ঘোষিত হৈছিল। এই বছৰো ষ্টেন্‌ফোৰ্ডৰো এজনে আৰু বাৰ্ক্‌লীৰো এজনে এই বঁটা লাভ কৰিলে। কিন্তু বাৰ্ক্‌লীৰ ন'বেল বঁটা বিজয়ীৰ সংখ্যা হ'ল গৈ হেনো ২১ গৰাকী। এই মুঠ সংখ্যাত ষ্টেন্‌ফোৰ্ড্ কিছু পিছুৱাই থাকিল। বাৰ্ক্‌লীৰ এই ২১ গৰাকী ন'বেল বিজেতাৰ ভিতৰত এইবাৰকজনকে ধৰি মুঠ ৭ জনেই হেনো এতিয়া জীৱিত আৰু বাৰ্ক্‌লীতে কৰ্তব্যৰত। গতিকে তেনেই ওচৰৰ ফ্ৰীমণ্টতে থাকি বাৰ্ক্‌লীও নোচোৱাকৈ থাকিলে কেনেকৈ হ'ব? তদুপৰি সেই একেই বাৰ্ট্ কোম্পানিৰ ৰেলেৰেই বাৰ্ক্‌লীলৈকো যোৱা যায়। কেৱল ৰে'লখন হ'ব ফ্ৰীমণ্ট— ডালি চিটি। বাটতে বিচ্‌মণ্ড্ জংছনত ৰে'লখন ডালি চিটিলৈ ফাটি যায়। আৰু মাজতে আমি নামিব লাগিব বাৰ্ক্‌লীত।

বাৰ্ক্‌লী ষ্টেশনত নামি আমি লিপিকা-দীপংকৰৰ নিৰ্দেশনা ক্ৰমে সহজেই উঠিলোঁ গৈ এই বিশ্ববিদ্যালয়বো ভিজিটৰ্চ্ চেণ্টাৰত। কিন্তু ষ্টেন্‌ফোৰ্ডত গাইডেড্ ওৱাকিং টুওৰ্ ১১ বজাত আৰম্ভ হোৱাৰ বিপৰীতে ইয়াত আৰম্ভ হয় ১০ বজাতে। ইয়াতো গাইড হয় ছাত্ৰ-ছাত্ৰীয়েই। আৰু দেখিলোঁ— ইয়াতো গাইডে দৰ্শনাৰ্থীসকলৰ পিনে মুখ কৰি বিৰবণি দি যায় পিছমুৱাকৈ খোজ কাঢ়ি কাঢ়ি। আজিৰ বাৰ্ক্‌লীৰ গাইডজন কিন্তু এজন ল'ৰা। তেওঁ হেনো ফ্ৰান্সৰ পৰা আহি বাৰ্ক্‌লীত পঢ়িছে। কিন্তু ইয়াত বিদেশী ফৰাচী ছাত্ৰ যদিও ষ্টেন্‌ফোৰ্ডৰ আমেৰিকান ছাত্ৰী গাইডজনীক তেওঁৰ বিশ্ববিদ্যালয়খনকে লৈ যিমান গৌৰৱেৰে বিৰবণি দি যোৱা দেখিছিলোঁ, এওঁকো দেখিলোঁ সিমান গৌৰৱেৰেই বিৰবণি দি যোৱা। তেওঁৰ এটা কথাই আমাক বৰ আমোদ দিলে। এটা বিল্ডিঙৰ সন্মুখৰ এটা সৰু পাৰ্কিং লটলৈ আঙুলিয়াই তেওঁ ক'লে, সৌৱা চাওক, বিশ্ববিদ্যালয় চৌহদৰ ভিতৰতো পাৰ্কিং। এইটো কেনেকৈ সম্ভৱ হ'ল? এই বিশ্ববিদ্যালয়ত

ন'বেল বঁটা বিজয়ীতো কহত। এতিয়াও জীৱিত এইবাৰৰ জনক ধৰি সাতজন। বিশ্ববিদ্যালয়খনৰ পৰা তেওঁলোকক যঁচা সন্মানৰ ভিতৰত এটা বৰ ডাঙৰ সন্মান বুলি গণ্য কৰা হয় তেওঁলোকক বিশ্ববিদ্যালয় চৌহদৰ ভিতৰলৈ গাড়ী চলাই আহিব পৰা আৰু সৌ পাৰ্কিং লটটোত গাড়ী পাৰ্কিং কৰি ৰাখিব পৰা সুবিধাটোক। এই বিৰল সুবিধা বিশ্ববিদ্যালয়খনৰ চেয়াৰ্‌মেনত বাহিৰে আৰু অকল এই ন'বেল বিজেতাসকলেহে পায়।

আমাৰ ভাৰতত যেনেকৈ আজিকালি বিশ্ববিদ্যালয়, কলেজবোৰৰ মূল্যাংকন কৰিবলৈ নাক্ (NAAC) অনুষ্ঠানটোৰ প্ৰৱৰ্তন কৰা হ'ল, আমেৰিকাত তেনে অনুষ্ঠান আগৰ পৰাই আছে— আমেৰিকাৰ নেশ্বনেল্ ৰিছাৰ্চ্ কাউন্সিল্। প্ৰত্যেক দহ বছৰে এই কাউন্সিলে বিশ্ববিদ্যালয়বোৰৰ মূল্যাংকন কৰি সেইবোৰৰ গুণগত স্থান নিৰ্ণয় কৰে। শেহতীয়া ১৯৯৫ চনৰ মূল্যাংকণ অনুসৰি বাৰ্ক্‌লীৰ কেমিষ্ট্ৰি, ইংলিছ, জাৰ্মান, মেথেমেটিক্‌ছ্ আৰু ষ্টেটিষ্টিক্‌ছ্— এই পাঁচটা বিভাগ আমেৰিকাৰ ভিতৰতে শ্ৰেষ্ঠ বিভাগ বুলি ঘোষিত হৈছিল। আৰু অন্য যোলটা বিভাগ সমগ্ৰ আমেৰিকাৰ ভিতৰতে দ্বিতীয় বা তৃতীয় স্থানত আছে।

ৰাকিং টুৰাৰৰ শেষত ইয়াতো ষ্টুডেন্ট্‌ছ্ চেন্টাৰৰ সন্মুখত নি গাইডে আমাক এৰি দিলে। সেইখিনি পোৱাৰ আগতে এঠাইত দেখি আহিছিলোঁ ল'ৰা-ছোৱালী কিছু সংখ্যক জুম বান্ধি থকা। এইপিনে আহি থকা ছাত্ৰ-ছাত্ৰীসকলৰ ওচৰলৈ গৈ তাৰে দুই এজনে কিবা কাগজ দিয়ে। আমাকনো কিয় নিদিয়ে, সেয়ানো কি কাগজ বুলি কৌতূহল উপজিছিল। পিছতহে জানিছিলোঁ— আজি ছাত্ৰ-ছাত্ৰীসকলৰ বছৰেকীয়া নিৰ্বাচনৰ দিন। নিৰ্বাচন চলি আছে এই ষ্টুডেন্ট্‌ছ্ চেন্টাৰতে। আচৰিত হ'লো— ক'তো এটা মাইকৰ ঘোষণা নাই; ওৱালত, গছ-গছনিত ক'তো এখন পোষ্টাৰ্ বা হেণ্ড্‌বিল্ নাই; আনকি বিভাগীয় ক্লাছ, পুথিভঁৰাল্ আদি সকলো খোলা, সকলো নিয়মিত চলি থকা দেখি আহিছোঁ। অথচ শুনোঁ এতিয়া ছাত্ৰ-ছাত্ৰীসকলৰ বছৰেকীয়া নিৰ্বাচন ইয়াতে চলি আছে। ইয়াতো এই জুমৰ মাজতো আনকি চিঞৰ-বাখৰ নাই, উত্তেজনা নাই। সকলো গম্ভীৰ। এক গাম্ভীৰ্যপূৰ্ণ কৰ্তব্যত যেন সকলো ৰত। মনত পৰিল— আমাৰ ভাৰতীয় বিশ্ববিদ্যালয়বোৰৰ ছাত্ৰ সন্মিলনৰ বছৰেকীয়া নিৰ্বাচনবোৰলৈ। কেনে সস্তীয়া ৰাজনীতিৰ স্থূল পৰিৱেশ এটিৰ সৃষ্টি হয় তাত কমেও এপৰেকৰ বাবে। বাহিৰৰ ৰাজনৈতিক দলবোৰে কেনেকৈ পুতলা নচুৱায় বিশ্ববিদ্যালয়ৰ ছাত্ৰ নামধাৰী ডেকা বা কিশোৰ ৰাজনীতিলোভীসকলক তেতিয়া। বিদ্যায়তনিক পৰিৱেশ কিদৰে বিনষ্ট হয় সেই সময়ত।

ঘৰত গৈ লিপিকাক যেতিয়া আমেৰিকান বিশ্ববিদ্যালয়ৰ এই সুখকৰ অভিজ্ঞতাৰ কথা বিমুগ্ধ চিত্তে ক'লোঁ, কটন কলেজ আৰু দিল্লী বিশ্ববিদ্যালয়ত নিৰ্বাচন পাই অহা লিপিকাই তেতিয়া ক'লে— আমাৰ তাৰ দৰে ইয়াত ছাত্ৰ-ছাত্ৰীৰ নিৰ্বাচন দলীয় ৰাজনীতিৰ ভিত্তিত নহয়। বিভিন্ন শাখাৰ নিৰ্বাচিত ছাত্ৰ-ছাত্ৰীসকল ইয়াত ছাত্ৰ-ছাত্ৰীৰ সেৱাৰ বাবে কৰ্তৃপক্ষৰ সহায়ক মাথোন। বাহিৰৰ কোনো ৰাজনৈতিক দলৰ তেওঁলোক প্ৰতিনিধি নহয়। সেয়েহে নিৰ্বাচনৰ নামত ইয়াত কোনো হুৰ্গোল নাই।

## ওঠৰ

# ছেক্ৰামেণ্টো আৰু লেইক্ টাহো

ফ্ৰীমণ্টত থকা এই কালছোৱাত লেইক্ টাহো চোৱাৰ এটা ইচ্ছা মনতে পুহি ৰাখিছিলোঁ। কিন্তু মনতেহে; কাকো কোৱা নাছিলোঁ। পিছে আচৰিত— লিপিকাই এদিন জনালে, হেমাংগ আৰু পল্লবী ছেক্ৰামেণ্টোৰ ৰুমা আৰু ধ্ৰুৱৰ ঘৰলৈ যাব আৰু তাৰ পৰা তেওঁলোকৰ লগত লেইক টাহোলৈকো যাব। ৰুমাইতে হেমাংগক হেনো কৈছে তেওঁলোকৰ লগতে আমাকো লৈ যাব লাগে। আমাক আৰু কোনে পায়? হেমাংগ-পল্লবীৰ কথা শুনিহে আছোঁ। লগ কিন্তু পোৱা নাই কেতিয়াও। হেমাংগ দাস আমাৰ তাৰ বৰপেটাৰোডৰ। খড়গপুৰ আই আই টিৰ এঞ্জিনীয়াৰিং গ্ৰেজুৱেইট্। এওঁৰ পত্নী পল্লবী দত্ত আকৌ আমাৰ তাৰ যোৰহাটৰ। জলন্ধৰৰ ৰিজিঅ'নেল্ এঞ্জিনীয়াৰিং কলেজৰ এঞ্জিনীয়াৰিং গ্ৰেজুৱেইট্। দুয়ো দুটা ভিন্ন কোম্পানিত কাম কৰে। পল্লবী হেমাংগৰ লগত বিয়া হৈ ইয়ালৈ আহিবৰ বেছি দিন হোৱা নাই। এওঁলোকৰ লগত ছেক্ৰামেণ্টোৰ যি ৰুমা আৰু ধ্ৰুৱৰ ঘৰলৈ যাম, সেই ৰুমা আৰু ধ্ৰুৱ আনহাতে আমাৰ লগত বেছ পৰিচিত। ডঃ ধ্ৰুৱজ্যোতি কলিতা পাঠশালাৰ। পিলানিৰ বি ই আৰু এম ই। তাৰ পিছত আমেৰিকাৰ মিচিগান ইউনিভাৰ্ছিটিৰ পি এইচ ডি। বৰ্তমান এওঁ ইণ্টেল্ কোম্পানিত। ছেক্ৰামেণ্টোত এওঁলোকে নিজা ঘৰ কৰি আছে যদিও কাৰ্যালয় ওচৰৰে ফলছমত— য'ত আমাৰ সাগৰিকাৰ বিয়াৰ সময়ত পৱনো আছিল। বিয়াৰ পিছতে সাগৰিকা আহিছিল পৱনৰ ছেক্ৰামেণ্টোৰ ঘৰলৈকে। আৰু ৰুমা! এওঁ আমাৰ যোৰপুখুৰীৰ পাৰৰ সেনবৰুৱা পৰিয়ালৰ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পলিটিকেল ছায়েন্সৰ এম এ। এতিয়া ছেক্ৰামেণ্টোৰে এখন স্কুলত কাম কৰে। গতিকে এই বিষয়ৰে এটা ডিগ্ৰীৰ বাবেও পঢ়ি আছে। ৰুমাৰ গুৱাহাটীৰ পৰিয়াল আমাৰ লগত ঘনিষ্ঠ। গতিকে মাজনীৰ বন্ধু ৰুমাও। এওঁলোকক এতিয়া এওঁলোকৰ ঘৰতে গৈ লগ পোৱাটো কিমান আনন্দৰ কথা হ'ব! পিছে ৰুমা-ধ্ৰুৱহঁতৰ ঘৰত হেমাংগ-পল্লবীৰ লগত গৈ এই ধৰণে উঠাৰ পৰিকল্পনা আৰু তাৰ কাৰ্যকৰীকৰণ বা কাৰ মগজুৰ ফচল— লিপিকাৰ নে মাজনীৰ নে ৰুমাৰ নে তিনিওৰে টেলিফোন সংযোগৰ?

ফ্ৰীমণ্টৰ পৰা ছেক্ৰামেণ্টোলৈ প্ৰায় আঢ়ৈ ঘণ্টাৰ বাট। শুক্ৰবাৰৰ গধূলি সপ্তাহটোৰ কামৰ লেঠা মাৰি হেমাংগ আৰু পল্লবী লিপিকাহঁতৰ ঘৰ উঠে মানে গধূলি ৮ বাজিল। পল্লবী গাড়ীতে বহি থাকিব, হেমাংগহে এওঁলোকৰ ফ্লেটলৈ উঠি আহি আমাক লৈ যাব— এনে ভাবহে আছিল। কিন্তু দুয়োৰে গাড়ী তলত এৰি খট খটি বগাই উঠি আহিল, আমাৰ ছুটকেছ দুটাৰ দুয়োৰে একোটাকৈ হাতত ল'লে আৰু যি মিচিকি হাঁহিৰে আমাক সম্ভাষণ জনাইছিল, সেই মিচিকি হাঁহিৰেই লিপিকাহঁতক ক'লে— শুক্ৰবাৰৰ গধূলি বাস্তাত গাড়ীৰ ভিৰ হ'ব। গতিকে আজি নবহে। পিছত এদিন আহি বহিব। আৰু আমাক ক'লে— আংকল্, আণ্টি্ আহক। আমি আমাৰ ছুটকেছ দুটা নিজে লোৱাত ইমান জোৰ দিলোঁ, কোনোমতেই নামানে। তেওঁলোকৰ সৌজন্যবোধে আমাক মুহিলে। নিজৰ ভতিজা ল'ৰা-ছোৱালীৰ দৰে আপোন হৈ গ'ল লগে লগে।

হেমাংগৰ চালনাত গাড়ী দৌৰিবলৈ ধৰিলে ছেক্ৰামেণ্টো অভিমুখে। আগত হেমাংগ আৰু মই। পিছত আঁজলি আৰু পল্লবী। ছেক্ৰামেণ্টো যদিও সৰু চহৰ, ইয়েই আকৌ কেলিফৰ্ণিয়াৰ

দৰে ৰাজ্য এখনৰ ৰাজধানী। অথচ এই কেলিফর্নিয়া ৰাজ্যতে আছে ছেন্ ফ্ৰানছিছকো আৰু লছ্ এঞ্জেলেছৰ দৰে বিয়াগোম মহানগৰবোৰ। আমেৰিকাৰো যে পৰিকল্পনা! কেলিফর্নিয়াৰ ৰাজধানী যেনেকৈ ৰাজধানী চহৰ হিচাপেই সাজি উলিওৱা— ছেক্ৰামেণ্টো, নিউ য়ৰ্ক ৰাজ্যৰ ৰাজধানী তেনেকৈ ৰাজধানী চহৰ হিচাপেই সাজি উলিওৱা সৰু চহৰ— আলবানিহে— পুৰণি, বৃহৎ মহানগৰ নিউ য়ৰ্ক নহয়। আমাৰ ইয়াত আনহাতে গুৱাহাটীক এৰাই জখলাবন্ধাত ৰাজধানী পাতিব খোজোঁতে কি হাহাকাৰ। যি হওক, আমেৰিকাৰ অন্যতম আকৰ্ষণীয় পৰ্যটনস্থলী পৰ্বতৰ ওপৰৰ সৰোবৰ লেইক্ টাহোলৈ যোৱা বাটতে পৰে ছেক্ৰামেণ্টো। সেয়েহে আমাৰ এয়া হ'ব আইৰো বাৰ্তা, গংগাৰো যাত্ৰা।

ফ্ৰীমণ্ট-ছেক্ৰামেণ্টো যাত্ৰাটো হেনো বেছ এক উপভোগ্য যাত্ৰা— যদিহে সেই যাত্ৰা কৰা যায় দিনৰ ভাগতে। কিন্তু ৰাতিৰ আমেৰিকাৰ ভ্ৰমণ, ৰাতিৰ আমেৰিকাৰ ৰূপ সদায়তো একেই। বিভিন্ন ৰঙী লাইটৰ শাৰী, লাইটৰ জলমল। গতিকে য়েলৌ ষ্টৌনলৈ কৰা ৰাতিৰ যাত্ৰাৰ পিছত ইয়াতনো আৰু কি নতুন ৰূপ দেখা পাম? উভতি আহোঁতে যদি দিনতে আহোঁ, তেতিয়াহে হ'ব এক নতুন অভিজ্ঞতা।

আমি নিশা চাৰে দহ, এঘাৰৰ ভিতৰত ধ্ৰুবহঁতৰ ছেক্ৰামেণ্টোৰ ঘৰৰ সন্মুখত গাড়ী ৰখালোঁ গৈ। আমি বেল বজাব নাপালোঁৱেই। গাড়ী ৰখাৰ শব্দ শুনিয়েই ৰুমা আৰু ধ্ৰুব অধীৰ আগ্ৰহত ওলাই আহিল। লগতে ওলাই আহিল আনন্দত উত্তেজিত হৈ তেওঁলোকৰ চাৰি বছৰীয়া জীয়ৰী বৃন্দা। আমাৰ দুযোটা পৰিয়ালৰ বাবে প্ৰস্তুত কৰি থোৱা ৰুম দুটালৈ আমাক আৰু আমাৰ লাগিজবোৰ নি বাথৰুমবোৰো দেখুৱাই দিলে। মুখ হাত ধুয়েই তিনিওটা পৰিয়াল বহিলোঁ গৈ ড্ৰয়িং ৰুমত। ৰুমাই ঘোষণা কৰিলে— তেওঁ ন বজাতেই খানা সাজু কৰি থৈছে। গতিকে সুধিলে— আমি লগে লগে খাবলৈ বহিমনে প্ৰথমতে একো কাপ চাহ খাই লৈ আলাপত লাগিম। আমি দ্বিতীয় প্ৰস্তাৱটোহে সমৰ্থন কৰিলোঁ চাহ খাওঁ বা নাখাওঁ, কিছু বিশ্ৰাম লৈ কথা পতাৰ লোভ কেনেকৈ সামৰিব পাৰি? লগে লগে আমি বুৰ গ'লোঁ কথা-বতৰাত। কত যে কথা! সৰহখিনি কথা গুৱাহাটী আৰু অসমৰ বিষয়েই অকল নহয়, বাৰে বাৰে অন্য কথাও ঘূৰি যায় গুৱাহাটীলৈ, অসমলৈ। কাইলৈ আমেৰিকাৰ জনপ্ৰিয় উৎসৱ হেলোৱিন। স্কুলে স্কুলে, ঘৰে ঘৰে আমেৰিকানসকলৰ এই লোক উৎসৱটি সকলোৱে পালন কৰিব— পুৰণি বিশ্বাসকে সন্মান জনাই, পুৰণি ৰীতি-নীতি অনুসৰি। স্কুলবোৰত আকৌ ল'ৰা-ছোৱালীৰ বিৰাট উৎসৱৰ দিন। ৰুমাৰ স্কুলত এই উৎসৱ পালনৰ এনে দিশৰ তদাৰকীৰ ভাৰ পৰিছে ৰুমাৰ ওপৰতে। বৃন্দাই আকৌ ফেৰী কুইন সাজি নাচিব। নতুনকৈ কিনি অনা ফেৰী কুইনৰ ড্ৰেছযোৰ পিন্ধি তেওঁ এতিয়াই আমাক এবাৰ নাচি দেখুৱালেই। গান গাই শুনালে কেবাটাও— অসমীয়া আৰু ইংৰাজী। বৃন্দাৰ মুখৰ অসমীয়া আৰু ইংৰাজী কথাও কেনে মিঠা! ইংৰাজীৰ উচ্চাৰণ আৰু সুৰ সম্পূৰ্ণ আমেৰিকান। সেই একে আমেৰিকান ইংৰাজীৰ সুৰ আৰু শ্বাসাঘাততেই কয় অসমীয়াও— সলসলীয়া অসমীয়া! ৰুমাই দুখ কৰিলে— তাইক অসমীয়া সুৰতে অসমীয়া কোৱাব নোৱাৰিলোঁ। বেছিকৈ অসমীয়া ক'বলৈ অসমীয়া মানুহ যে লগ নাপায়। আমি ক'লোঁ— দুখ কৰিছা কিয়? তাই যে ইমান সলসলীয়াকৈ অসমীয়া ক'ব পাৰিছে, সেইটোও জানো কম কথা? পিছত যদি কেতিয়াবা অসমীয়া মানুহৰ মাজত বহু দিন থাকিব পাৰে— অসমীয়া সুৰ, অসমীয়া ঠাঁচ আপোনা-আপুনি আহি যাব।

আমি ৰাতি বাৰ মানতহে খোৱা টেবুলত বহিলোঁ গৈ। বৃন্দা আৰু ৰুমা পুৱাতে উঠি স্কুললৈ যাব লাগিব। ধ্ৰুৱক লৈ আমিহে যাম লেইক্ টাহোলৈ। ৰুমাই পিছদিনা পুৱাৰ বাবে আমাক মাত লগায়েই থৈছিল আমি দেৰীকৈ উঠিম বুলি আৰু তেওঁ বৃন্দাক লৈ পুৱাতে উঠি যাব বুলি। পিছে ৰাতি এক বজাত শুবলৈ গৈয়ো পিছদিনা পুৱা মই অন্য দিনাৰ দৰে পাঁচ বজাতে সাৰ পাই গ লোঁ।

এই ২৮ অক্টোবৰ, ২০০৬ শনিবাৰে পুৱা ৯.৩০ বজাত আমি লেইক্ টাহোলৈ বুলি ঘৰ এৰিলোঁ। ৰুমা অবিহনে ঘৰ বন্ধ কৰাৰ দায়িত্ব এতিয়া ধ্ৰুৱৰেই। হেমাংগৰ গাড়ী আজি থাকিব ধ্ৰুৱৰ গেৰাজত আৰু ধ্ৰুৱৰ গাড়ী চলাব হেমাংগই। ধ্ৰুৱৰ হেনো গাড়ী চলাবলৈ বিৰাট এলাহ। গাড়ী চলাই যোৱাতকৈ তেওঁ হেনো গাড়ী মূৰত লৈ যোৱাটোহে সহজ বুলি ভাবে। সেয়েহে পৰ্বতৰ ওপৰৰ হ্ৰদলৈ গাড়ী চলাই নিয়াৰ দায়িত্ব দিলে তেওঁ হেমাংগক। আগৰ আসনত তেওঁলোক দুয়ো। পিছৰ আসনত আমি তিনিও— পল্লবী, আঁজলি আৰু মই। হেমাংগ যদিও ছফট্‌ওৱেৰ্ এঞ্জিনীয়াৰ, তেওঁৰ আকৌ সংগীততো ৰাপ অদ্ভুত। আমেৰিকাৰ এঞ্জিনীয়াৰ জীৱনতো তেওঁ সংগীত চৰ্চা নিয়মিত কৰে। সংগীতৰ কেছেটো তেওঁ হেনো উলিয়াই জনপ্ৰিয়তা অৰ্জন কৰিছে। আমেৰিকাত আহি উঠাৰে পৰা ইয়াৰ বাতৰিকাকতবোৰত সদায় আই-পডৰ (i-pod) বিজ্ঞাপন দেখোঁ। আৰু দেখোঁ ব্লগৰ (blog)। কি আই-পড়, কি ব্লগ্— বুজিবই নোৱাৰোঁ। এইবোৰনো কি, নাকেৰেই শুঙিবৰ বাবে নে কাণতেই পিন্ধিবৰ বাবে— এনে কথা আমাৰ তাত সৰু সুৰা কথা বুলিয়েই অৱকাণ কৰি চলি আহিছিলোঁ। কিন্তু ইয়াত দেখিছোঁ আৰু নোৱাৰি। পিছে আই-পড় কি জানিবলৈ যে ইমান সহজ হ'ব, তাক কল্পনাই কৰিব পৰা নাছিলোঁ। হেমাংগই দেখিছোঁ গাড়ী চলাই যাওঁতে এটা কণমান ইলেক্ট্ৰনিক যন্ত্ৰত গান শুনি শুনি আৰু আমাকো শুনাই শুনাই গৈ আছে। মাজতে যন্ত্ৰটোৰ বিষয়ে তেওঁ ধ্ৰুৱক ক'লে— আগৰ আই-পড়টো এৰি এইটো আই-পড় তেওঁ নতুনকৈ ল'লে। আগৰটোত ৩০০ গানহে ৰেকৰ্ডিং কৰি ৰাখিব পৰা গৈছিল। এইটোত এহেজাৰটালৈ পাৰি। তেওঁ ইয়াত বাছি বাছি ৯০০ টা গান এতিয়ালৈকে ৰেকৰ্ডিং কৰিছে। সেইবোৰকে তেওঁ আমাক শুনাই গৈছে। সেই গানবোৰৰ মাজত অকল অসমীয়াই নহয়, হিন্দী আৰু বাংলাও আছে। ইংৰাজীও আছে। গানবোৰ তেওঁ বজাই গৈছে মৃদু স্বৰত। গতিকে আমাক আমনি দিয়াও নাই। যেন আমাৰ বাটে বাটে পাতি যোৱা কথাৰ সেয়া বেক্‌গ্ৰাউণ্ড মিউজিকহে। এতিয়া কেলিফৰ্নিয়া ৰাজ্যত অক্টোবৰৰ শেষত এয়া আমাৰ তাৰ দৰে না জাৰ, না জহ অৱস্থা। আমি উঠি গৈ আছোঁ ক্ৰমে ক্ৰমে পাহাৰী অকোৱা পকোৱা কিন্তু মসৃণ ৰাস্তা বগাই ওপৰলৈ। বহুখিনি ওপৰলৈ উঠিছোঁ বাবেই নিশ্চয় এই ভৰদুপৰীয়াও বলি আছে ঠাণ্ডা বতাহ। দুপৰীয়াৰ ৰ'দত এই দুপৰীয়াৰ ঠাণ্ডাও হৈ উঠিছে উপভোগ্য। পৰ্বতৰ পিঠিৰ অৰণ্যৰ মাজে মাজে আমাৰ গাড়ী যিমানেই ওপৰলৈ উঠি গৈছে, সিমানেই পৰ্বত আৰু অৰণ্য হৈ যাব ধৰিছে নিৰ্জনৰ পৰা নিৰ্জনতৰ। কেতিয়াবা হঠাৎ মাথোন কোনো অচিন পৰ্বতীয়া পখীয়ে ৰাও কাঢ়ি উঠে। এনেদৰে উচ্চতাৰ পৰা আৰু উচ্চতালৈ উঠি উঠি ধাৰণা হ'বলৈ ধৰিলে, এনে উচ্চতাত আৰু হ্ৰদ ক'ত পাম? হয়তো পাম গৈ পৰ্বতৰ শৃঙ্গহে। কিন্তু পৰ্বতৰ ওপৰতে দেখোন বিশাল সমান ঠাই— অৰ্থাৎ মালভূমি বা অধিত্যকা (plateau)। আৰু তাতেই সেই হ্ৰদটি। তাৰ আমি দেখা পৰাটোত সুউচ্চ, স্থিৰ পৰ্বত। আমি হ্ৰদৰ পাৰলৈ পোনে পোনে নামি নগৈ প্ৰথমতে এঠাইত গাড়ীৰ পৰা নামি পৰ্বতীয়া অৰণ্যৰ মাজত সোমাই পাৰ্বত্য আৰণ্যক দৃশ্য উপভোগ কৰাই ঠিক কৰিলোঁ। তললৈ হ্ৰদৰ পানী দেখি থকা এডোখৰ ঠাইত আমি গাড়ীৰ পৰা নামিলোঁ।

পৰ্বতৰ ওপৰৰ এই অৰণ্য আৰু সৰোবৰৰ আচলতে এক ৰাষ্ট্ৰীয় উদ্যান। ইয়াৰ বৰ বৰ গছবোৰৰ উচ্চতাই মোক মুগ্ধ কৰিলে। পৰ্বতৰ লগত যেন গছবোৰৰ উচ্চতাৰ অৰিয়া অৰি। গছবোৰৰ সৌন্দৰ্য চোৱাতকৈ ইয়াত ভাল লাগিল গছৰ আগবোৰে আকাশ চুমি থকা দৃশ্য চাই। আৰু গছবোৰো যে! কি যে বিশাল বপুৰ একোজোপা গছ। এনে গছজোপা আগতে দেখা নাছিলোঁ। কি নাম এইবোৰৰ?

হাবিৰ মাজৰ পৰা ওলাই আহি আমি গাড়ীত উঠিলোঁ হ্ৰদৰ পাৰ বুলি। হ্ৰদলৈ নামি যোৱা বিভিন্ন পথৰ দাঁতিৰ যিবোৰ ছাইনবোৰ্ড্ তাৰ পৰা জানিলোঁ লেইক্ টাহো আচলতে দুখন ৰাজ্যৰ সীমাত দুয়োখন ৰাজ্য জুৰি অৱস্থিত— কেলিফৰ্নিয়া আৰু নেভাডা। আৰু দেখিলোঁ, ই হ্ৰদ বা সৰোবৰহে যদিও কিমান বিশাল। বহুত উপসাগৰো ইয়াতকৈ ক্ষুদ্ৰ। আমিতো সৰুতে ভূগোলত পঢ়িছিলোঁ— সাগৰৰ জলভাগ স্থলভাগৰ ভিতৰলৈ বহল আকাৰতে সোমাই গ'লে তাকে উপসাগৰ বোলে। কিন্তু ইয়াত আহিহে দেখিলোঁ, হ্ৰদ বা সৰোবৰৰ জলভাগো বহল আকাৰত স্থলভাগৰ ভিতৰলৈ সোমাই গ'লে তাকোচোন বে' বা উপসাগৰেই বোলে। নে অসমীয়াত সৰোবৰৰ এই বে'ক ক'ব লাগিব উপসৰোবৰ বুলি? আমাৰ আজিকালিৰ ভূগোলৰ পাঠ্যপুথিবোৰত পৃথিৱীৰ বিভিন্ন অঞ্চলৰ নতুন নতুন জ্ঞানেৰে উপলব্ধ হোৱা নতুন নতুন সংজ্ঞাবোৰ সোমাইছেনে? লেইক্ টাহোৰ সৌন্দৰ্য বিভিন্ন অঞ্চলৰ পৰা উপভোগ কৰিবলৈ তাত আছে বিভিন্ন উপকূল (beach)। আমাৰ দিনৰ ভূগোলৰ জ্ঞানেৰে আকৌ আমি উপকূল বুলিলে সাগৰৰ উপকূলহে বুজোঁ। হ্ৰদৰো উপকূল থাকিব পাৰে— অৰ্থাৎ বিস্তৃত, বালিময় পানীৰ যুৰলি থাকিব পাৰে, সেই ধাৰণা আমাৰ দিনত ভূগোলে দিয়া নাছিল। এই লেইক্ টাহোৰো যে কিমানটা উপকূল আছে কিমানটা অঞ্চলত— আমাৰ ভাৰতত যেনেকৈ বিভিন্ন অঞ্চলত সাগৰৰ উপকূল আছে বহুতো। যেনে—পুৰীৰ উপকূল, চেন্নাইৰ মেৰিনা উপকূল, কুমাৰিকা অন্তৰীপৰ উপকূল, কেৰেলাৰ কোবালম উপকূল, মুম্বাইৰ জুহু উপকূল— ইত্যাদি। আমি লেইক টাহোৰ যিখন উপকূলত আহি নামিলোঁ, সেইখনৰ নাম হ'ল ইমাৰেল্ড্ বে' বা পান্না উপসাগৰ বা মৰকত উপসাগৰ। ইয়াৰ পানীৰ ৰঙটো চায়েই এই উপকূলৰ নামটো হ'লনেকি ইমাৰেল্ড্ বে'? এই উপকূলৰ পানীৰ ৰং বহু পৰিমাণে তুলনা কৰিব পাৰি আমাৰ ভাৰতৰ বে' ওভ্ বেংগলৰ বা চেন্নাইৰ মহাবালিপুৰমৰ উপকূলৰ পানীৰ লগত। স্বচ্ছ পানী। পাতল সেউজীয়া ৰং। ইমাৰেল্ড্ বা পান্না হীৰা বা মৰকত মণিবো ৰং তেনেই নেকি? বাখৰ আদিৰ প্ৰতি মোৰ কোনো দিন একো আকৰ্ষণ নাই। সেইবোৰৰ গুণাগুণত কোনো বিশ্বাসো নাই। গতিকে ইম্যাৰেল্ড্ কেনেকুৱা, ৰুবী কেনেকুৱা, মোতি কেনেকুৱা, জৱাহৰ কেনেকুৱা মই নাজানোঁ। তথাপি ধৰি ললোঁ যে এই ৰঙটোৱেই ইম্যাৰেল্ড্ বা পান্না হীৰাৰ ৰং। কেনে মনোমুগ্ধকৰ।

উপকূলৰ পানী যুৰলিত থিয় হৈয়েই সন্মুখীন হ'লোঁ হোঁ হোঁ শব্দ কৰি সৰোবৰৰ পানীৰ ওপৰেদি বৈ আহি থকা এজাক প্ৰচণ্ড বতাহৰ। বতাহজাক ইমান শীতল যে দুপৰীয়াৰ উষ্ণতাও সেই বতাহত ক'ৰবালৈ উৰি গ'ল। আমাৰ কাপোৰ-কানিবোৰ উৰুৱাই উৰুৱাই বতাহে আমাৰ লগত খেলিবলৈ ধৰিলে। কিন্তু তাৰ মাজতে আৰু সন্মুখীন হ'লোঁ এটা বিশেষ দৃশ্যৰ— এটা বিশেষ অভিজ্ঞতাৰ। পানী যুৰলিত— উপকূলৰ তিতা বালিত চৰি আছে এজাক কণীয়া হাঁহ। এনে বৰ বৰ, বিভিন্ন বৰ্ণৰ কণীয়া হাঁহ যদিও আমি ৰকি মাউণ্টেইনৰ পাদদেশ যোৰ্ট কলিন্‌ছতহে দেখিছিলোঁ,

আৰু দ্বিতীয়বাৰৰ বাবে দেখিছোঁ এয়া টাহো সৰোবৰত, তথাপি এইজাক হাঁহৰ আমাৰ লগত আমাৰ দৰে পৰ্যটকসকলৰ লগত যেন আজীৱন মিতিৰালি। ছেন্ ফ্ৰান্‌ছিস্কোৰ উপসাগৰৰ ছীগাল্‌কেইটাৰ দৰেই ইহঁতৰো যেন মানুহৰ পৰা ভয় পাবলৈ একোৱেই নাই। পানীৰ ওপৰেদি জাকে জাকে সিহঁত উৰি আহে; পানীৰ যুৰলিৰ তিতা বালিত জাক পাতি থিয় হয়; সৰোবৰৰ পানীলৈ পিঠি দি, আমাৰ পিনে মুখ কৰি ঠোঁত আৰু ডিঙি মেলি চাই থাকে। সিহঁতৰ ক'বলগীয়া যি আছিল, তেনেকৈয়েই যেন কৈ দিলে। এতিয়া আপুনি যি বুজে বুজক; যি কৰে কৰক। আমি হাঁহক খুৱাব পৰা একো লৈ যোৱা নাছিলোঁ। আৰু খায় বা কি? তথাপি আমি কিছুমানে এই বনহংসীহঁতৰ লগতে খেলিলোঁ। আৰু অন্য কিছুমানে খেলিলে বাৰে বাৰে বালিলৈ অহা যোৱাকৈ থকা পানীৰ ঢৌৰ লগত। পিছে সাগৰৰ ঢৌৱে যেনেকৈ সাগৰৰ বুকুৰ পৰা বালিলৈ অজস্ৰ শামুকৰ খোল্লা লৈ আহে আৰু তাতে এৰি থৈ যায়, এই সৰোবৰৰ পানীয়ে কিন্তু এটাও শামুক বা তাৰ খোলা উটুৱাই অনা আৰু বালিত পেলাই থৈ যোৱা নেদেখিলোঁ। শামুকৰ খোলা অবিহনে যেন উপকূল নিৰৰ্থক। মনত পৰিল নিৰ্মলপ্ৰভা বাইদেউৰ সেই গীতৰ কলি—"সাগৰ পাৰত পৰি ৰলোঁ মই শামুকৰ খোলা হৈ।" বাইদেউ বাৰু সঁচাকৈয়ে এতিয়া কৰবাৰ সাগৰৰ পাৰত শামুকৰ খোলা হৈ পৰি আছে নেকি? নে অসমৰ আকাশত এটি তৰা হৈ?

বেলি যিমানে পৰি আহিবলৈ ধৰিলে, হ্ৰদত নাবেৰে খেলা কৰিবলৈ অহা পৰ্যটকৰ সংখ্যাও বাঢ়ি গ'ল। বিভিন্ন ধৰণৰ মটৰ বোট। গাড়ীত উঠাই লৈ আহে, সাগৰলৈ নমাই দিয়া যতনেৰে পানীলৈ নমাই দিয়ে আৰু গাড়ীৰ মানুহবোৰ তাতে উঠি লৈ সৰোবৰৰ বুকুলৈ গুচি যায়। পাৰতো দুপৰীয়াতকৈ এতিয়া মানুহৰ সংখ্যা বাঢ়ি গ'ল। কিন্তু আমি ঠাণ্ডা পাবলৈ ধৰাত উভতি যোৱাকেই ঠিক কৰিলোঁ। গাড়ীত উঠি আমি পালোঁগৈ সৰোবৰৰ পাৰৰ চহৰখনৰ মেক্‌ডোনাল্ড্। তাত আমি নিজৰ নিজৰ ৰুচি অনুসৰি খালোঁ— ফিশ্ ফ্ৰিলে', ফিশ্ বাৰ্গাৰ, চিকেন্ বাৰ্গাৰ্ আৰু চাহ কফী বা কোল্ড্ ড্ৰিংক্। ছেক্ৰামেণ্টোৰ প্ৰবহঁতৰ ঘৰ পাওঁতে আমাৰ গধূলি হ'ল। বৃন্দা আৰু ৰুমা ঘৰলৈ আহি আমালৈ বাট চাই আছে। ওচৰৰ পৰিয়ালৰ পৰা ল'ৰা-ছোৱালীহঁতক লগত লৈ আমেৰিকান পৰিয়ালকেইটামান ফুটপাথৰ এঠাইত গোট খাইছে। তেওঁলোকৰ সন্মুখত এখন টেবুলত কেইটামান পাম্প্‌কিন্। প্ৰথম ইংলেণ্ডত পাম্পকিন দেখি ভাবিছিলোঁ— সেইবোৰ ৰঙালাউ। দেখিবলৈ সাইলাখ একেই। পিছত আমেৰিকাত আহিহে জানিলোঁ— এইবোৰ ৰঙালাউ নহয়। পাম্প্‌কিন্। আৰু ইয়াৰ বাকলি ইমান টান যে তাত ছুৰী-কটাৰী বহুৱাই দিব নোৱাৰি। মৈদাৰেও কাটিব নোৱাৰি। এক প্ৰকাৰ কুঠাৰ মাৰিবলগীয়া অৱস্থা। কিন্তু তাকেই আকৌ এই হেলোৱিন্ উৎসৱত খাবই লাগে। আমাৰ অম্বুবাচীত বিধৱাসকলে বা এবছৰৰ ভিতৰত মৃত লোকৰ পৰিয়ালে পকা কঁঠাল খোৱাৰ দৰে। আজি কিছুদিনৰ পৰা সেয়েহে সকলোপিনে দেখিছিলোঁ পাম্প্‌কিন্। আৰু আজি সৌ আমেৰিকানসকলৰ জুমটোৰ মাজত সৌবোৰ পাম্প্‌কিন্। কাটি কাটি হেনো ভগাই খাব।

পিছদিনা আবেলি ছেক্ৰামেণ্টো এৰিলোঁ। চাবে চাবি বজাতে ছেক্ৰামেণ্টো এৰিলোঁ যেতিয়া বাটৰ দুয়োকাষৰ খেতি-পথাৰ, পশু-পাম, পাহাৰ-প্ৰান্তৰ আদি সকলো আজি দেখি যাম। বিশেষকৈ খেতি— আমেৰিকাৰ খেতি চাবলৈ কিমান ইচ্ছা। আমেৰিকাত এতিয়ালৈকে কটালোঁ তিনি মাহ। এই তিনিমাহে খেতি কিন্তু ক'তো দেখা নাই। সকলোৱে কয়- আমেৰিকাৰ খেতি যদি

চাৰ খোজে, কেলিফর্নিয়ালৈ যাওক। আহিলোঁ। আজি প্রায় দুসপ্তাহ কেলিফর্নিয়াতে কটাইছোঁ। কিন্তু খেতি ক'ত? ইয়াত সকলোৱে আশ্বাস দি আছে— ষ্ট্রীমন্ট্-ছেক্ৰামেণ্টো পথৰ দুয়োকাষে খেতি দেখা পাব। তেন্তে আজি মোৰ আমেৰিকাৰ পথাৰত খেতি দেখাৰ 'কাউণ্ট্ ডাউন্' আৰম্ভ হ'ল? প্রথমতে পিছে দেখিবলৈ ধৰিলোঁ পশু-পামবোৰহে। গৰুৰ পশু-পাম যেনেকৈ দেখিছোঁ, ঘোঁৰাবো পশু-পাম দেখিলোঁ। হেমাংগক সুধিলোঁ— আজিকালিও ঘোঁৰা? তাৰো আকৌ পশুপাম? হেমাংগৰ উত্তৰ— ইয়াত পলো খেল, গল্‌ফ্ খেল খুব জনপ্রিয়তো। তাৰ বাবে লাগে ঘোঁৰা। ঘোঁৰা যৰতে নুপুহি এইবোৰৰ পথা ভাড়া লয়। তদুপৰি ঘোঁৰাত উঠে মানুহে ইয়াত ব্যায়াম কৰিবলৈকো। গৰুৰ ফার্ম, ম'হৰ ফার্মৰ বিষয়ে হেমাংগৰ টিপ্পনী— ম'হৰ ফার্ম (আমাৰ খুঁটি বা বাথান) খোলে প্রধানকৈ গাখীৰ আৰু গাখীৰ জাতীয় খাদ্য উৎপাদনৰ বাবে। কিন্তু গৰুৰ ফার্ম খোলে অকল গাখীৰ আৰু গাখীৰ জাতীয় খাদ্যৰ বাবেই নহয়, মাংসৰ বাবেও। সেয়েহে দেখিছে— গৰুৰ ফার্মৰ সংখ্যাই আটাইতকৈ বেছি। এই আটাইবোৰ ফার্মেই বেছ চাফ-চিকুণ আৰু বৈজ্ঞানিক পদ্ধতিৰ। বিশাল চৌহদ আৰেষ্টনীৰ সুৰক্ষিত বাবে পশুবোৰ ইয়াত প্রাকৃতিক পৰিবেশত মুকলিমূৰীয়াকৈ ঘূৰি ফুৰাৰ দৰে ফুৰিব পাৰে। আটাইতকৈ ভাল লাগিল, এইবোৰৰ পৰিষ্কাৰ-পৰিচ্ছন্নতা। আমাৰ তাত খুঁটি বা বাথান বুলিলেই গোটেই অঞ্চলটোতে গোবৰৰ দুর্গন্ধ। আৰু গোবৰৰ দম। ইয়াত অজস্রবোৰ পশু-পাম। ক'তো কিন্তু গোবৰ নেদেখিলোঁ, গোবৰৰ গন্ধ নাপালোঁ। সেইবোৰো নিশ্চয় মানুহৰ ঘৰৰ জাবৰ-জোঁথৰবোৰৰ দৰে পৰিশোধন কৰি সাৰ আদি কৰিবলৈ আঁতৰাই লৈ যায়।

এই অঞ্চলটো এবাৰ পিছত পালোঁ বিস্তৃত খেতি পামৰ অঞ্চল। পিছে মোৰেই দুর্ভাগ্য— বাস্তাৰ দুয়োঁতিৰ খেতিৰ পামবোৰ ইয়াত আঙুৰৰ খেতিৰ পামহে। খুব শৃঙ্খলাবদ্ধভাৱে আঙুৰ লতাবোৰ বই দিয়া আৰু সাঁহ দি উঠোৱা। দেখিবলৈ শুৱনিকৈ কাটি-কুটি ৰখা— যেন আমাৰ তাৰ চাহ-বাগিচাবোৰহে। আচলতে ছেক্ৰামেণ্টো-ষ্ট্ৰীমন্ট্ এক্সপ্রেছ্‌ৱেৰে গৈ থাকোঁতে এতিয়া মোৰ বাবে বাবে ভুল হ'ব খোজে, মই যেন আমাৰ বোকাখাটিৰ সেই অঞ্চলটোত দুই ফালৰ চাহ বাগানৰ মাজে মাজে নেশ্যনেল্ হাইৱেৰে গৈ আছোঁ। অথবা যেন ভ্রমি ফুৰিছোঁ ডুমডুমাৰ সেই অঞ্চলটোত। পিছে আমাৰ কলম দি ৰখা চাহগছবোৰৰ উচ্চতা আৰু এওঁলোকৰ সাঁহ দি থিয়কৈ ৰখা আঙুৰ লতাবোৰৰ উচ্চতা যদিও একেই, আমাৰ চাহগছবোৰৰ পাতৰ বং ঘন, গাঢ় সেউজীয়া। আঙুৰ লতাৰ পাতৰ সেউজ পাতলীয়া।

ছেক্ৰামেণ্টো-কেলিফর্নিয়া পথৰ অন্য এক মোহনীয় ৰূপ দেখা পালোঁ পৰ্বতীয়া অঞ্চলটোত। পর্বতৰ তলৰ সমতলেদি বা ক'ৰবাত ক'ৰবাত পিৰিসংকটেদি আমাৰ পথ। আৰু পর্বতৰ ওপৰত সেয়া? সুদীর্ঘ পর্বতমালাৰ ওপৰে ওপৰে শাৰী শাৰীকৈ থিয় কৰি ৰখা উইণ্ডমিল্ বা উইণ্ড্ টাৰ্বাইন্‌বোৰ। বতাহত প্রতিটো স্তম্ভৰ মূৰৰ চকৰি দূৰন্ত গতিত ঘূৰি আছে। শাৰী শাৰী দূৰন্ত গতিত ঘূর্ণীয়মান চকৰি। কি যে অপৰূপ ৰূপ। আমেৰিকাততো বিদ্যুৎ শক্তিৰ অভাৱ নাই। অভাৱ হ'ব কেনেকৈ? উইণ্ড্ টাৰ্বাইনকে ধৰি কিমান উপায়ে যে কিমান উৎসৰ পৰা ইয়াত বিজুলী উৎপাদন কৰে। আৰু আমাৰ তাত? আমেৰিকাত উইণ্ডটাৰ্বাইনেৰে বিজুলী উৎপাদন কৰা এটা ডাঙৰ কোম্পানি যদি এজন ভাৰতীয়ৰেই, তেন্তে ভাৰততো আমি ভাৰতীয়সকলে এই উপায়েৰেও বিজুলী উৎপাদন নকৰোঁ কিয়? এনে কৰাৰ বাবে ভাৰতত কি নাই?

## উনৈছ

# ওক্‌লেণ্ড, ছেন্ হোজে, ছেন্টা ক্লাৰা

ফ্ৰীমন্টত প্ৰায় তিনি সপ্তাহ থাকি ইয়াৰ ওচৰ-পাজৰৰ বহুতো নগৰেইতো দেখিলোঁ। ওক্‌লেণ্ড, ছেন্‌হোজে (San Jose), ছেন্টা ক্লাৰা, ছান ভে'ল্, লিভাৰ্‌মোৰ্ আৰু যে কত কি। কেৱল আমাৰ বেঙ্গৰকৰ্‌ৰ ডালিমীয়ে ল'ৰা বুঢ়া কাক কয় বুজিব নোৱৰাৰ দৰে ময়ো ইয়াত বুজিব নোৱাৰোঁ এইবোৰৰ কোনখন নগৰ, কোনখন গাঁও। ১ নৱেম্বৰ, বুধবাৰে দীপংকৰে পুৱা মোৰ কোঠালৈ আহি সুধিলে, "আংকল্, ওক্‌লেণ্ড্ চিটিলৈ যাব নেকি?" মই টপৰাই উত্তৰ দিলোঁ, "নাযাম কিয়? কিন্তু হাঁহৰ ঠোঁটলৈকে মগুহ। পিছে তোমালোকৰ ইয়াত মই হাঁহ কিনিবলীয়া হোৱা নাই ৰ'বাচোন। কিন্তু কি কাৰণে যাবা ওক্‌লেণ্ডলৈ?" দীপংকৰে ক'লে, "অনীশৰতো ডেবমাহেই হ'ল। তাৰ বাৰ্থ্ চাৰ্টিফিকেইটখন ল'ব লাগে।" মই ভাবত বুৰ গ'লোঁ— অনীশৰ জন্ম ইয়াত। দীপংকৰে বাৰ্থ চাৰ্টিফিকেইট্ ল'বলৈ যাব ওক্‌লেণ্ডলৈ। আকৌ আমাৰ তাত বাৰ্থ চাৰ্টিফিকেইট্ পাবলৈ বহু দিন আগৰ পৰা কত যে কাকত-পত্ৰ যোগাৰ কৰিব লাগে। জমাই দিব লাগেগৈ। এওঁ আজিয়েই এনেদৰে হঠাৎ গৈ আনিব পাৰিবনে? ফুটাই ক'লোঁ, "ফ্ৰীমন্টত জন্মা শিশুৰ ওক্‌লেণ্ডত বাৰ্থ চাৰ্টিফিকেইট্? আৰু আজি হঠাৎ এনেকৈ গৈ?" দীপংকৰে বুজাই দিলে, "অনীশ ইয়াৰ যিখন হস্পিটেলত জন্মিল, সেইখন পৰে আলামিডা (Alameda) কাউন্টিত। আলামিডা কাউন্টিৰ সদৰ ঠাই ওক্‌লেণ্ড্ চিটি। গতিকে তাৰ কাউন্টি ৰেজিষ্টাৰ কাৰ্যালয়ৰ জন্ম-প্ৰমাণ পত্ৰ শাখাতহে অনীশৰ প্ৰমাণপত্ৰ পাম। হস্পিটেলেই সকলো তথ্য, কাকতপত্ৰ তালৈ পঠাই দিয়ে। আমি গৈ জন্ম প্ৰমাণপত্ৰখন ল'লেই হ'ল।" বিশ্বাস-অবিশ্বাসৰ মাজত দীপংকৰৰ গাড়ীত উঠিলোঁগৈ।

সোনকালে ফ্ৰীমন্ট্ চিটি পাৰ হৈ ওক্‌লেণ্ডৰ পিনে যাবলৈ ধৰিলোঁ— ইমুখে চাৰিটা, সিমুখে চাৰিটা পথৰ বহল ৰাজপথেৰে। কেতিয়া এখন চহৰ বা গাঁও এৰি আনখনত উঠোঁ ক'ব নোৱাৰি। মাজত কোনো খালী ঠাই বা পথাৰ-সমাৰ নাই। ওক্‌লেণ্ডলৈ দূৰত্ব ত্ৰিছ মাইল। বাটত কোনো 'জাম্' নাথাকিলে এয়া আধা ঘণ্টাৰ বাট। অৱশ্যে ইয়াত 'জাম্' মানে আমাৰ তাৰ যান-বাহনৰ উচ্ছৃংখলতাই সৃষ্টি কৰা অচলাৱস্থাক নুবুজায়— যি পৰিস্থিতিক আজিকালি আমাৰ তাত কওঁ যান-জট বুলি। ইয়াত ট্ৰেফিক 'জাম্' হয় ট্ৰেফিক্ ছিগ্‌নেলত। বহুত দীঘলীয়া গাড়ীৰ লানি স্তব্ধ হৈ যায় বাবে।

সময়ত দীপংকৰৰ গাড়ী উঠিল গৈ ওক্‌লেণ্ড্ চিটিৰ ডাউন্ টাউন্ অঞ্চলত য'ত বিল্ডিংবোৰ বহু মহলীয়া আৰু য'ত সকলো চৰকাৰী অফিচ অৱস্থিত। পাঁচ মহলীয়া এটা অট্টালিকাৰ ওচৰৰ এঘণ্টাৰ বাবে গাড়ী ৰখা এটা পাৰ্কিং লটত দীপংকৰে গাড়ী ৰাখিলে পথৰ দাঁতিৰে ভেণ্ডিং মেচিনত ডলাৰ সুমুৱাই টিকেট লৈ। পাঁচ মহলীয়া বিল্ডিংটোত সোমাই একপ্ৰকাৰ আচৰিতেই হ'লোঁ। আমাৰ তাৰ চৰকাৰী কাৰ্যালয়ৰ অভিজ্ঞতাৰে আশা কৰি আহিছিলোঁ— ইয়াত এক বিশৃংখল পৰিস্থিতিৰ, মেলামুখী পৰিৱেশৰ; চিগাৰেটৰ টুকুৰা, অমৰোজৰ পিকৰ দৰে তেলে বিভিন্নৰূপে লেতেৰা কৰি থোৱা বেৰ, মজিয়া; কৰ্মচাৰীৰ সাধাৰণতে অভদ্ৰ ৰূপ আৰু

ব্যৱহাৰ। কামত অহা মানুহবোৰৰ উৎপীড়িত, উত্তেজিত ৰূপ। কিন্তু অত কি বিপৰীত। এই দহ ৰজাতেই নিজৰ নিজৰ আসনত বহি কামে কাজে মানুহ ব্যস্ত। মাৰ্জিত ব্যৱহাৰৰ, মাৰ্জিত কথা-বতৰাৰ সকলো বিষয়া-কৰ্মচাৰী গ্ৰাহকক সহায় কৰি দিবলৈ সদা-প্ৰস্তুত। সোমোৱাৰ লগে লগে পোৱা এজনে ফৰ্ম কেতবোৰ লৈ বহি আছে। মিচিকি হাঁহি মাৰি আমাক সুধিলে, "জন্ম প্ৰমাণপত্ৰ নিবলৈ আহিছে? অনুগ্ৰহ কৰি এইখনৰ খালী ঠাইবোৰ পূৰণ কৰি চহী কৰি দিয়ক।" দীপংকৰে তাকে কৰি ফৰ্মখন তেখেতৰ হাতত দিয়াত তেখেতে আমাক মাজৰ হলটোৰ খালী আসনবোৰলৈ দেখুৱাই তাতে গৈ বহিবলৈ ক'লে টোকেন্‌টো লৈ উঠি। আজিকালি আমাৰ তাত বহু বেংকৰ শাখাতো এনেকৈ বুটম টিপি টোকেন উলিয়াই লৈ চকীত বহি অপেক্ষা কৰা পদ্ধতিৰ প্ৰৱৰ্তন হৈছে। তাত কিন্তু চৰকাৰী অফিচতো সেই ব্যৱস্থা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ষ্টেইট্ বেংক্ অভ্ ইণ্ডিয়া শাখাত এটা কামৰ বাবে য'ত আগতে ১৫ মিনিট শাৰীত থিয় হ'লে কাম হৈছিল, এই ব্যৱস্থা হোৱাৰ পিছত তাত সেই একেটা কামৰ বাবে চাৰে তিনি ঘণ্টা বহিব লগা হ'ল। আমেৰিকাৰ এই চৰকাৰী কাৰ্যালয়ত আমি পাঁচ মিনিট বহাৰ পিছতে আমাক আমাৰ নিৰ্দিষ্ট কাউণ্টাৰলৈ মাতিলেই। দীপংকৰ উঠি গ'ল। কাউণ্টাৰত থকা কৰ্মচাৰী (নে বিষয়া) গৰাকীয়ে কম্পিউটাৰৰ ছাবি টিপি অনীশৰ জন্ম প্ৰমাণপত্ৰ উলিয়ালে; দীপংকৰৰ হাতত দি প্ৰাপ্তি স্বীকাৰৰ চহী ল'লে। তাৰ পিছত আমি কৃতজ্ঞচিত্তে ধন্যবাদ জনাই ওলাই আহিলোঁ। ইয়াৰ চৰকাৰী অফিচত কামৰ বাবে অহাও কেনে আনন্দদায়ক। গোটেই অফিচটো শীততাপ নিয়ন্ত্ৰিত। ৰেষ্টৰুমৰ অৱস্থিতি বুজাবলৈ কাড় চিহ্ন। আৰু আমাৰ তাত?

আগতে দুদিনমানো গৈছিলোঁ চেন্ হোজেলৈ দীপংকৰৰ লগত। কিন্তু সিদিনা ওলাল আঁজলিৰ উপৰিও লিপিকা আৰু লগতে অনীশ। কেলিফৰ্ণিয়াত দুষ্প্ৰাপ্য সুন্দৰ এটা বতৰ। তদুপৰি তাপমাত্ৰাৰ পিনৰ পৰা না জাৰ, না জহ। গতিকে ডেৰমহীয়া অনীশক লগত লৈয়ো লিপিকা নিৰ্ভয়। অৱশ্যে আমেৰিকাত এমহীয়া, ডেৰমহীয়া কেঁচুৱা লগত লৈ মাক বাহিৰলৈ ওলোৱা কেতিয়াও ভয় আৰু দোষৰ কাৰণ নহয়েই। আমাৰ গাঁৱলীয়া খেতিয়ক পৰিয়ালৰ তিৰোতাসকলো এই বিষয়ত আমাৰ চহৰীয়া মহিলাসকলতকৈ আগবঢ়া। জনজাতীয় খেতিয়ক তিৰোতাসকল আৰু বেছি আগবঢ়া। এইসকল তিৰোতাই পিঠিত গামোচাৰে এমহীয়া, দুমহীয়া কেঁচুৱা ওলোমাই লৈ পথাৰত ভুঁই ৰোৱে, ধান কাটে বা ইফাল গাঁৱৰ পৰা সিফাল গাঁৱলৈ খোজ কাঢ়ি যায়। আমেৰিকান তিৰোতাসকলো, আনকি বৰ বৰ মহানগৰৰ কৰ্মজীৱিনীসকলো কেঁচুৱাৰ ক্ষেত্ৰত এনেকুৱাই। আমেৰিকাত কেৱল বোকোচাত ল'বলৈ, অথবা বুকুৰ পিনে ল'বলৈ পোৱা যায় আমাৰ তাৰ গামোচাৰ সলনি 'বেক্ ষ্ট্ৰেপ্'। গামোচাৰ সলনি ষ্ট্ৰেপ্ বা ফিটা ব্যৱহাৰৰ সুবিধা এয়েই যে ইয়াৰ সহায়ত কেঁচুৱাক যেনে ভংগীত ৰখা উচিত তেনে ভংগীতে ৰাখিব পাৰি।

৬ নৱেম্বৰৰ গধূলি চেন্ হোজে আৰু ছেন্টা ক্লাৰালৈ আমাক লৈ যোৱাৰ লিপিকা-দীপংকৰৰ এটা উদ্দেশ্য আছিল চহৰ দুখনত ঘূৰোৱাৰ পিছত কেনোপন নামী ৰেষ্টুৰেণ্টত আমাক খুৱাই ওভতাই অনা। আমি প্ৰথমতে চেন্ হোজেত ঘূৰি ঘূৰি চহৰখন চালোঁ; তাৰ পিছত গ'লোঁ ছেন্টা ক্লাৰালৈ। এইদৰে ঘূৰোঁতে দীপংকৰে দেখুৱালে দুটা বিখ্যাত ইলেক্ট্ৰনিক কোম্পানী চিস্কো (Cisco) আৰু ইণ্টেলৰ কাৰ্যক্ষেত্ৰ আৰু কাৰ্যালয়। ইয়াতো আমাৰ কেইজনো অসমীয়া ডেকা-গাভৰুৱে কাম কৰে; আজিকালিৰ অসমীয়া ডেকা-গাভৰু সকলোতে। তেওঁলোক নোহোৱা ঠাইনো ক'ত

আছে? এই জ্যোতিপ্ৰসাদৰ দেশৰ ল'ৰা-ছোৱালীহঁতে দেখিছোঁ, সঁচাই এতিয়া বিশ্বক জয় কৰিব। ছেণ্টা ক্লাৰাত ইটো-সিটো ৰোডেৰে ঘূৰাই ঘূৰাই, ইটো সিটো অঞ্চল দেখুৱাই দেখুৱাই শেষত আমাক য'ত নমালে নি, সেইটো অঞ্চলৰ নাম ছান্টানা ৰো' (Santana Row)। এয়া নগৰখনৰ এটা অতি সুন্দৰ পশ্ (posh) বা বিলাসী অঞ্চল। ই নিশ্চয় নগৰখনৰ এটা পুৰণি অঞ্চলো। কাৰণ ঘৰবোৰ বহু মহলীয়া আৰু ইটা বা কংক্ৰীটৰ। বিলাসী দোকানবোৰৰ সুসজ্জিত সামগ্ৰীবোৰ শ্বপিং উইণ্ডো বা শ্ব' কেইছতো দেখা পোৱা যায়। ছেণ্টা ক্লাৰাৰ এই ছান্টানা ৰো'ত যেনে ইউৰোপৰ ভাল ভাল মহানগৰবোৰৰ নয়নাভিৰাম অঞ্চলবোৰৰ এটি পৰিৱেশ পোৱা যায়। সেয়েহে হ'বলা ইয়াৰ ঘৰ ঘৰ সুসজ্জিত দোকানবোৰত বিক্ৰীৰ বাবে ইউৰোপীয় সামগ্ৰী। পিছে বস্তুবোৰ যদিও পছন্দ হয়, দামৰ টেগ বা লেবেলবোৰত চকু দিলেই চকু মুদ খাই যায়।

আমি শেষত এখন ইটালিয়ান ৰেষ্টুৰেণ্টত খাবলৈ সোমালোঁগৈ। নাম তাৰ পাস্তা পমোডোৰা (Pasta Pomodora)। ৰুচিসন্মতভাৱে সজাই থোৱা ডাইনিং চেয়াৰ আৰু টেবুলবোৰ। মেন্যু কাৰ্ড চাই আমাকে যদিও আমাৰ ৰুচি অনুসৰি অৰ্ডাৰ দিবলৈ কৈছিল লিপিকা-দীপংকৰে, আমিতো সেই কাম কৰিব নোৱাৰোঁ। কি নামৰ বস্তু বা আচলতে কি? নামটোত কবিতা থাকিলেওতো নহ'ব। স্বাদত বা কিহৰ পৰশ? শেষত লিপিকা-দীপংকৰৰ ৰুচিমতেই অৰ্ডাৰ হ'ল। ইটালিয়ান ডিনাৰ খাই বেছ সন্তুষ্টই হ'লোঁ। দীপংকৰে বিল পে' কৰা সময়ত বিলত চকু ফুৰাইহে জানিলোঁ আমি খোৱা বস্তুবোৰৰ নাম: Salmon E Cannelini; Verdure; Whole wheat Ravioli Di Magro; Fat[illegible]cini Alfredo; Iced Tea. এইখিনিত দীপংকৰে ভৰিলে $ 45.75. অৰ্থাৎ আমাৰ প্ৰায় দুহেজাৰ দুশ টকা।

ইয়াৰ পিছত লিপিকাহঁতে এদিন আমাক নিছিল তেওঁলোকৰ চহৰ ফ্ৰীমণ্টৰে মন্দিৰটোলৈ। ধৰ্ম আৰু ঈশ্বৰক লৈ মই বৰ উৎসাহী নহয়। ধৰ্মত মোৰ একমাত্ৰ ইণ্টাৰেষ্ট— তাত এটা সংস্কৃতি নিহিত হৈ থাকে বাবে। ঈশ্বৰত মোৰ ইণ্টাৰেষ্ট— মানুহৰ কল্পনাৰ এক ৰূপ তাত ধৰা পৰে বুলি। তথাপি দীপংকৰ, লিপিকা-অনীশ আৰু আমাৰ আঁজলিৰ লগত মইও ওলালোঁ। কাৰণ মই চাব খোজোঁ আমেৰিকাৰ মন্দিৰৰ ৰূপ। আজিকালি আমাৰ অসমতো নামঘৰবোৰক মন্দিৰ বুলি ভুলতেও ক'ব নাপায়। মন্দিৰৰ শ্ৰী নামঘৰে লৈছে। নামঘৰত মূৰ্তিৰ স্থান নাই। তেনেস্থলত সেই একেখন আমাৰ পৃথিৱীৰে আমেৰিকাত? কালীৰ লগত কৃষ্ণৰ, শিৱৰ লগত বিষ্ণুৰ ইয়াত সম্পৰ্ক কেনে? মোক আমেৰিকাৰ মন্দিৰ দেখুওৱাত উৎসাহী লিপিকাক আগতীয়াকৈয়ে সুধিছিলোঁ সেইটো কিহৰ মন্দিৰ? শিৱৰ নে গণেশৰ? লিপিকাই তেনে প্ৰশ্নৰ উত্তৰ যেন ইয়াত দিয়া সহজ নহয়— তেনে ভাব দেখুৱাইছিল। মন্দিৰ পোৱাৰ আগে আগে ভাব আহিছিল— ইয়াততো মাহ-চাউল পোৱা নাযাব। লিপিকাহঁতে কি দিব? কেৱল ডলাৰ-চেণ্ট? আমাৰ ঈশ্বৰেও ইয়াত ডলাৰ গ্ৰহণ কৰে।

সেইদিনা গধূলি সাত বজাত যেতিয়া মন্দিৰ পালোঁগৈ, তেতিয়া সান্ধ্য আৰতিৰ, সন্ধ্যাৰ প্ৰাৰ্থনাৰ সময় উকলি গৈছে। মন্দিৰত পূজাৰী শ্ৰেণীৰতো কোনো নায়েই, মন্দিৰৰ পৰৰ কোনো মানুহেই তেতিয়া তাত আৰু নাই। কেৱল আমাৰ দৰে দেখিকে ৰোৱা ভক্ত পৰিয়ালবোৰহে। দুটা সৰু আসাম টাইপৰ ঘৰৰ দৰে ঘৰৰ ই এটা সৰু মন্দিৰ কমপ্লেক্স। অৱশ্যে তাৰ চৌহদ যথেষ্ট ডাঙৰ। বহুতো গাড়ী পাৰ্কিং কৰিব পৰাকৈ ডাঙৰ। আমাৰ পুৰীৰ জগন্নাথ

মন্দিৰলৈ মনত পৰিল। সুবৃহৎ, সুউচ্চ মন্দিৰ। হেজাৰ হেজাৰ ভক্ত দৰ্শনাৰ্থীৰ অন্তহীন ভিৰ দিনে-ৰাতিয়ে। কিন্তু কাৰ্ পাৰ্কিংৰ বাবে এক ইঞ্চিও ক'তো ঠাই নাই। সকলো হিন্দু মন্দিৰৰে প্ৰথা মতে জোতা চেণ্ডেল ইয়াতো খুলি আমি সোমাই গ'লোঁ। গভীৰ কৌতূহল— তাৰ অধিষ্ঠাতা দেৱতা বা অধিষ্ঠাত্ৰী দেৱী কোন? কোন দেৱতাৰ ভক্ত ইয়ালৈ আহে? এই প্ৰশ্নৰ উত্তৰ বিচাৰি ভিতৰত যি পালোঁ— সিয়ে দিলে মোক এক অনাবিল আনন্দ। হিন্দু ধৰ্মৰ সাধাৰণ বিশ্বাসমতে ইয়াত হিন্দুৰ সকলো দেৱ-দেৱীৰে স্থান। আনকি আমাৰ পূব ভাৰতৰ কালীৰো। কৃষ্ণৰ যদি ইয়াত স্থান আছে ৰাধাৰো স্থান আছে। আৰু স্থান আছে শিৱৰ, গণেশৰ সকলোৰে। সকলোৰে মূৰ্তিয়ে, ছবিয়ে ইয়াত স্থান পাইছে। ভাগে ভাগে আমাৰ কল্পলোকৰ দেৱ-দেৱীসকল ইয়াত বহি আছে। আপুনি আহক, যাকে উপাসনা কৰে কৰক। কথাটো ভাল লাগিল। ধৰ্মক লৈ এনে উদাৰতাইহে ভাল। সমাজ এক হৈ থাকে। ধৰ্ম বিষয়ত এনে উদাৰতাই মই যিটো অঞ্চলত জন্মি ডাঙৰ দীঘল হৈছিলোঁ, সেইটো অঞ্চলতো দেখিছিলোঁ। মন্দিৰৰ পূজাত গৈ তাত সকলোৱে ভাগ লয়। নামঘৰত গৈ গধূলি তাত সকলোৱে নাম গায়। আজিকালি তাতো হেনো মন্দিৰ আৰু নামঘৰক লৈ কাজিয়া। নামঘৰত কোনোবাই ৰাধা-কৃষ্ণৰ মূৰ্তি ৰাখিব খোজাক লৈ নামঘৰ দুফাল। গণেশ মন্দিৰত কোনোবাই কালীপূজা কৰিব খোজা বাবে মন্দিৰ দুফাল। তাৰ বিপৰীতে এই আমেৰিকাত? সকলো হিন্দুৱে ইয়াত একত্ৰে সুখী। সকলোৱে উপাসনা কৰে নিজৰ নিজৰ উপাস্য দেৱতাক বা দেৱীক।

লিপিকা-দীপংকৰে তেওঁলোকৰ উপাস্য দেৱতাৰ সন্মুখত ধূপ-দীপ জ্বলাই নতজানু হ'ল। আঁজলিও। উপাস্য দেৱতালৈ আগবঢ়াই দিলে বাটিতে কিনি নিয়া ভাৰতীয় মিঠাই আৰু লগত লৈ যোৱা ডলাৰ। মই এক সমাহিত মনত সকলো চাই থাকিলোঁ। সময়ত সন্তুষ্টচিত্তে সকলো ওলাই আহিলোঁ। তেতিয়া আমাৰ সকলোৰে মনৰ ভাব— আমাৰ সকলোৰে ভাল হওক।



## বিছ

# কেলিফৰ্ণিয়াত জন্মদিন, প্ৰীতি সন্মিলন

কলৰাডোৰ ডেন্‌ভাৰ্, ফোৰ্ট কলিন্‌ছ্ আদিত দেখি অহাৰ দৰে এই কেলিফৰ্ণিয়া ফ্ৰীমণ্টকে আদি কৰি বিভিন্ন চহৰতো অসমীয়াসকলে বিভিন্ন উপলক্ষ্য বা ছেলু লৈ সঘনাই লগালগি হয়। প্ৰথমতে দীপংকৰৰ জন্মদিনৰ কথাকে কওঁহক। এওঁৰ জন্মদিনৰ উৎসৱ অৱশ্যে নিচেই ক্ষুদ্ৰকৈ পতা। লিপিকাৰ কোলাত কেঁচুৱা বাবে ডাঙৰকৈ পতাৰ উপায় নাই। অন্তৰংগ দুটা পৰিয়ালক মাথোন মাতিছে। এটা পৰিয়াল আমাৰ শিৱসাগৰৰ উজ্জ্বল বৰুৱা আৰু তেওঁৰ ৰুছপত্নী এলেনা ইষ্টোমিনাৰ। আনটো পৰিয়াল হ'ল আমিও ইতিমধ্যে অন্তৰংগ গৈ উঠা হেমাংগ আৰু পল্লৱীৰ। লিপিকা-দীপংকৰৰ লগত ঘনিষ্ঠ সম্পৰ্ক থকা বহুত পৰিয়ালৰ মাজৰ পৰা এই দুটাকহে নিমন্ত্ৰণ কৰাৰ কাৰণ আছে। পল্লৱী হেমাংগৰ লগত বিবাহসূত্ৰে নতুনকৈ আহিছে ইয়ালৈ। এই নৱবিবাহিত দম্পতিক এসাঁজ খুৱাব লাগে বুলি এওঁলোকে অনুভৱ কৰি আছে বহু দিনৰ পৰা আৰু ৰুছ জীয়ৰী অসমীয়া বোৱাৰী এলেনা ইষ্টোমিনা সন্তানসম্ভৱা। এই নৱেম্বৰ মাহৰ শেষৰ পিনেই তেওঁ হস্পিটালত ভৰ্ত্তি হোৱাৰ সময়। তেওঁকো এসাঁজ খুৱাব লাগে। আমিতো আছোঁৱেই। এটা কোম্পানিৰ হিচাপ বিভাগৰ বিষয়া এলেনাই এতিয়া ছুটী লৈছে। গতিকে অলপতে মাতৃ হোৱা লিপিকাৰ ঘৰলৈ তেওঁ সঘনাই আহি তেওঁৰ নতুন নতুন অভিজ্ঞতা আৰু সম্ভাব্য আশুঅভিজ্ঞতাৰ বিষয়ে লিপিকাৰ লগত কথা পাতি, তেওঁৰ উপদেশ লৈ সাহস গোটায়। এনে অৱস্থাত উজ্জ্বল আৰু এলেনাক দীপংকৰৰ জন্মদিনৰ অনুষ্ঠানলৈ নিমন্ত্ৰণ নিদিয়াৰ প্ৰশ্নই নুঠে।

আলহী দুঘৰ অহাৰ যি নিৰ্দিষ্ট সময় গধূলি ৭.৩০ দিয়া হৈছিল, এলেনা তাতকৈ বহুত আগতেই আহি ওলাল ঘৰত এনেয়েহে বহি থকাতকৈ। উজ্জ্বল কামৰ পৰা আহি পোৱা নাই। তেওঁ সময়তেই আহিব। হেমাংগ পল্লৱীও আহি পালে সময়ত। এলেনাই আঁজলি আৰু লিপিকাৰ পৰা ৰন্ধা-বঢ়াৰ বুজ লোৱাৰ পিছত বান্ধনী ঘৰৰ পৰা আহি ড্ৰয়িং ৰুমত বহিল। গতিকে মই তেওঁৰ লগত দুষাৰ কথা পতাত লাগিলোঁ। প্ৰথমতে ক'লোঁ, "আপুনি ৰুছ হৈয়ো ইমান ভাল ইংৰাজী কয়। এইটো কেনেকৈ সম্ভৱ হ'ল?" এলেনাই ক'লে, "মই মস্কোত স্পকন্ ইংলিছৰ ক্লাছত ভৰ্ত্তি হৈ ইংৰাজী ক'বলৈ শিকিছিলোঁ। আমেৰিকালৈ অহাৰ আকাংক্ষা সৰুৰে পৰাই আছিল বাবে ইংৰাজী ভালকৈ শিকাত জোৰ দিছিলোঁ।" তাৰ পিছত মই সুধিলোঁ, "আপোনাৰ মাক-দেউতাকৰ উজ্জ্বলৰ সৈতে বিয়া হোৱাত সম্মতি আছিলনে?" এলেনাৰ দৃঢ় উত্তৰ, "নিশ্চয়। সেয়েহে মোৰ মাহি ৰাছিয়াৰ পৰা ইয়ালৈ আহি মোৰ বিয়াত ভাগ লৈছিল।" মই ক'লোঁ, "শুনিছোঁ, তেখেতে উজ্জ্বলকে বৰ ভাল পায়?" এলেনাই ক'লে, "এৰা, এৰা, উজ্জ্বলক তেওঁ বৰ ভাল পায়, যদিও উজ্জ্বলৰ লগত তেওঁ ভাবৰ আদান-প্ৰদান কৰিব নোৱাৰে ইংৰাজী নজনাৰ বাবে।" মই সুধিলোঁ, "আপুনি অসমীয়া বা ভাৰতীয় খানা ভাল পায়নে? আমাৰ খানা ৰান্ধিব জানো জানে?" তেখেতৰ উত্তৰ— "অসমীয়া খানা খাই মই বৰ ভাল পাওঁ। আৰু অসমীয়া খানা ৰান্ধিবলৈকো শিকিছোঁ; কাৰণ উজ্জ্বলে ৰুছ বা পাশ্চাত্য খানা খাই ভাল নাপায়।" মই

আকৌ সুধিলোঁ, "আপুনি বাৰু ভাৰতলৈ বা অসমলৈ গৈছেনে?" তেওঁ টপৰাই উত্তৰ দিলে, "নিশ্চয়, নিশ্চয়। আমাৰ আমেৰিকাত হোৱা বিয়াৰ পিছতে উজ্জ্বলৰ ঘৰ বুলি শিৱসাগৰলৈ গৈছিলোঁ। তাতে অসমীয়া পদ্ধতিতো আকৌ বিয়া হ'লোঁ। বহুত মানুহ মাতিছিল। মানুহবোৰো যে অসমৰ ইমান ভাল। মোৰ প্ৰতি সকলোৰে ইমান মৰম-চেনেহ। অকল শহুৰ-শাহুৱে নহয়। সকলোৱে। সকলোৱে দাবী কৰে মই তেওঁলোকৰো বোৱাৰী বুলি। মোৰ যে কিমান ভাল লাগে।"

সেই সময়তে উজ্জ্বল আহি উপস্থিত। এলেনাৰ কথা শুনিবলৈ লিপিকা আৰু আঁজলিও পাকঘৰৰ পৰা আহি ড্ৰয়িং ৰুম পাইছিলহি। আঁজলিওতো শিৱসাগৰৰেই জীয়ৰী। উজ্জ্বল অহাৰ লগে লগে মই তেওঁক ক'লোঁ, "আহা, আহা উজ্জ্বল। আমি এলেনাৰ লগত তোমাৰ বিয়াৰ কথাকে পাতি আছোঁ। এতিয়া তোমাৰ পৰা ও দুষাৰমান শুনো। কোৱাচোন— এই যে এলেনাক শিৱসাগৰলৈ নি আকৌ এবাৰ বিয়া কৰালা, এয়া নিশ্চয় তেওঁক বৰ ভাল পাইছা বাবেই?" এলেনা আৰু উজ্জ্বল দুয়োৱে হাঁহিলে। মই সুধিলোঁ, "কিন্তু শিৱসাগৰৰ বিয়াখন ধৰ্মীয় প্ৰথামতেই পাতিলানে?" তেওঁ ক'লে, "নাই, ধৰ্মীয় প্ৰথাত মোৰ আস্থা নাই। এলেনাৰো। ইয়াৰ বিয়াখনো আমি খৃষ্টান বা হিন্দু প্ৰথামতে পতা নাছিলোঁ। মাথোন আইনী ব্যৱস্থাৰেহে। আৰু লগতে সামাজিকভাৱে বন্ধু-বান্ধৱৰ লগত সেই বিয়াৰ উৎসৱ পালন কৰি। শিৱসাগৰতো আমি চকলং, হোম আদি বাদ দিছিলোঁ। মাথোন সামাজিক প্ৰথাৰেহে হৈছিল বিয়াখন।"

ইতিমধ্যে হেমাংগ আৰু পত্নীবীহঁতো আহি ওলাইছিল। আমি বিষয়ৰ পৰা বিষয়ান্তৰলৈ গৈ অনেক কথা পাতিলোঁ। লিপিকাই আহি এলেনাৰ মাকৰ প্ৰশংসা কৰাত লাগিল। এলেনাৰ মাক বছৰত এবাৰকৈ আহি উজ্জ্বল-এলেনাৰ লগত থাকি যায়। আমাৰ ভাৰতৰ মাহঁত আহিলে যেনেকৈ আমাক জীয়ৰীহঁতক সেইকেইদিন আমাৰ ঘৰত একোকে কৰিব নিদিয়ে, নিজেই ঘৰখনৰ সকলো চম্ভালি লয়, এলেনাৰ মাকো ঠিক একেই। এলেনাৰ সেই কেইমাহ ঘৰখনত একোৱেই কৰিবলগীয়া নহয়। আমি ভাৰতীয়সকলৰ লগত বহুসকলৰ যে ইমান মিল এই বিষয়ত। ইয়াৰ বিপৰীতে আকৌ জাৰ্মান মহিলাৰ কথা শুনক। "ডেভিছৰ কেলিফৰ্নিয়া বিশ্ববিদ্যালয়ত মোৰ গাইড আছিল সেই বিশ্ববিদ্যালয়ৰে আমাৰ গণিত শাস্ত্ৰ বিভাগৰ অধ্যাপিকা এগৰাকী জাৰ্মান মহিলা। মোৰ গৱেষণাৰ কাম তেতিয়া তুংগত। গৱেষণাৰ কামত ভালকৈ লাগিবলৈ মোক ঘৰুৱা কামৰ পৰা কিছু দিনৰ বাবে মুকলি কৰি দিওঁ বুলি মোৰ শাহু আহিল অসমৰ পৰা। তাৰ বাবে গৱেষণাৰ কামত মোৰ বৰ সুবিধা হ'ল। কিন্তু মোৰ জাৰ্মান গাইডে তাক বুজি নাপায়। তেওঁ আশা কৰা মতে মই কেতিয়াবা আগবঢ়া নেদেখিলে তেওঁ গৰ্জি উঠে, 'ইয়োৰ ইন্-ল'জ্ ফ্ৰম্ ইণ্ডিয়া! তেওঁলোকক ইয়াত আহি এনেকৈ তোমালোকৰ ডিষ্টিত ওলমি থাকিবলৈ কিহে পাইছে!' চাওকচোন, তেওঁক তেতিয়া মই কেনেকৈ বুজাওঁ আমাৰ ভাৰতীয়সকলৰ পাৰিবাৰিক বান্ধোনৰ কথা। ইয়াৰ বিপৰীতে এই বহু মহিলাৰ কথা চাওক।" মই ক'লোঁ, "এৰা বাছিয়াখন পূব আৰু পশ্চিমৰ সীমাতে বাবে বহুসকলৰ বহু কথাই আমাৰ লগত মিলে।"

ৰাতি খোৱা-বোৱাৰ পিছত দুয়ো ঘৰে অনা উপহাৰৰ পেকেটবোৰ পত্নীবীয়ে খুলি আমাক সকলোকে দেখুৱালে। আমি হাত তালি দিলোঁ। মইনো আমেৰিকাত বস্তু কিনি তেওঁলোকক

কেনেকৈ দিম। লগত লৈ গৈছিলোঁ তেতিয়ালৈ মোৰ শেহতীয়া গল্প-সংকলন "হে অৰণ্য হে মহানগৰ'ৰ কপি। আমেৰিকাত প্ৰকৃতি সংৰক্ষণৰ ওপৰতবিশেষ ধৰণৰ গুৰুত্ব দিয়া দেখিছোঁ চাৰিওপিনে। মোৰ এই গল্প সংকলনৰ গল্পবোৰ প্ৰকৃতি সংৰক্ষণক লৈয়েই। প্ৰতিটো গল্পই ইয়াৰ গছ-গছনি, পশু-পক্ষীক লৈহে— মানুহক লৈ নহয়। ইয়াৰে এটা কপি মই দীপংকৰলৈ জন্মদিনৰ উপহাৰ হিচাপে আগবঢ়ালোঁ। সেই সময়ত আমেৰিকাত প্ৰকৃতি সংৰক্ষণৰ ওপৰত দিয়া গুৰুত্বৰ মই লাভ কৰা এটা অভিজ্ঞতাৰ কথা মোৰ মনলৈ বাৰে বাৰে আহি আছিল। আমেৰিকাৰ ফোৰ্ট্ কলিন্‌ছত আহি নমাৰ দুদিনমান পিছতেই মাজনীহঁতৰ ঘৰৰ সন্মুখৰ গছৰ পুলিটোত এবাহ বৰলে বাহ বান্ধিলেহি। চাৰিওফালে বৰলবোৰ উৰি ফুৰে। কাক ক'ত কামোৰে ঠিক নাই। পৱনক নিৰুপায়ত পৰা দেখি মই সাহস দিলোঁ, "এইটো একো সমস্যাই নহয়। বৰলৰ বাহত জুই লগাই দি খেদিবলৈ মই জানো।" পৱনে ক'লে, "ইয়াত তেনে কৰিব নোৱাৰে। জেলত যাব লাগিব। আমি খবৰ দিব লাগিব মিউনিচিপেলিটিত। তেওঁলোকেহে উপযুক্ত ব্যৱস্থা ল'ব। কিন্তু তেওঁলোকেও এইবোৰ মাৰিব বা পুৰিব নোৱাৰিব।" পৱনে সেইদিনা খবৰ পঠিয়ালে। পিছদিনা ইউনিফৰ্ম্ জেকেট পিন্ধা মিউনিচিপেলিটিৰ মানুহ এজন আহিল হাতত প্লাষ্টিকৰ ফান্দৰ দৰে দেখা বাকচ এটা লৈ। ভিতৰত কি আছিল ক'ব নোৱাৰোঁ। তাৰ ঢাকনিখন খুলি বৰলৰ বাহটোৰ পিনে মুখ কৰি ধৰি থাকোঁতে বৰলবোৰ তাতেই সোমালগৈ সিহঁতৰ বাহ এৰি। মানুহজনে বৰলবোৰ লৈ গুচি গ'ল। পৱনে ক'লে, "এইবোৰক নি এতিয়া হাবিত এৰি দিব— নিশ্চয় ৰ'কি মাউণ্টেইনৰ হাবিতেই।"

ইয়াৰ পিছত প্ৰীতি সন্মিলন আৰু দুখন পাইছিলোঁ। এখন আছিল এদিন গধূলি ছান্ ডে'লৰ মানস বৰুৱাৰ ঘৰত। ছান্ ডে'ল্ ফ্ৰীমণ্টৰ পৰা ২০ মাইল দূৰত। আমাক আহি বিণ্টুৱে, অৰ্থাৎ মানসে নিজে লৈ গৈছিল তেওঁৰ গাড়ীত। বিণ্টুৰ লগত আমাৰ ঘৰুৱা সম্পৰ্ক। এওঁ জালুকবাৰীৰ এঞ্জিনীয়াৰিং কলেজৰ কেমিকেল এঞ্জিনীয়াৰিং বিভাগৰ অৱসৰপ্ৰাপ্ত মুৰব্বী অধ্যাপক ড° মৃণাল বৰুৱাৰ ল'ৰা। মাক ছেন্টমেৰী'জ্ কন্‌ভেণ্টৰ শিক্ষয়িত্ৰী শ্ৰীমতী মণিকা বৰুৱা। মানসহঁতৰ ড্ৰয়িংৰুমত ভৰি দিয়েই আনন্দ-বিস্ময়ৰ এক অভিজ্ঞতা লাভ কৰিলোঁ। তাতে বহি আছে আমাৰ এসময়ৰ গুৱাহাটী বিশ্ববিদ্যালয় চৌহদৰ ল'ৰা বিংকু অথবা ধ্ৰুব বৰঠাকুৰ আৰু তেওঁৰ পত্নী অনুৰাধা। আৰু তাতে বহি আছে হেমাংগ আৰু পল্লৱীও। ধ্ৰুব বৰঠাকুৰৰ বোৱাৰী দিল্লীৰ পিনৰ হ'লেও তেওঁলোকৰ গুৱাহাটীত হোৱা বিয়াৰ সময়ৰে পৰা আমাৰ চিনাকি। কিন্তু মানসৰ বোৱাৰী উড়িষ্যাৰ বুলি শুনিহে আছিলোঁ। দেখা নাছিলোঁ। এই প্ৰথম লগ পালোঁ সীমাক। বেচেৰী ইমান ভাল ছোৱালী। হাঁহিমুখীয়া, অন্তৰঙ্গীয়া, সদাসক্ৰিয়। সীমাই আমাক গুৱাহাটীৰ বুলি, গিৰীয়েক বিণ্টুৰ সম্পৰ্কীয় বুলি তৎক্ষণাৎ আপোন কৰি ল'লে। "অসমৰ মানুহ আহিলে যে মোৰ কিমান ভাল লাগে।" তেওঁৰ নিজস্ব সুৰত কোৱা আৰু শিকি লোৱা অসমীয়াৰে আমাক ক'লে। তাৰ পিছত আমেৰিকা আৰু অসমৰ তেওঁৰ বিভিন্ন অভিজ্ঞতাৰ কথা কওঁতে

শহুৰেকক লৈ এটা বেছ হিউমাৰ কৰিলে। শহুৰেক, শাহুৰেক বছৰত এবাৰকৈ ইয়ালৈ আহি পো-বোৱাৰীৰ লগত কেইসপ্তাহমান থাকি যায়। সেইবেলি আহোঁতে তেওঁলোক আটাইবোৰ গ'ল ছেন্ ফ্ৰান্‌ছিছকোলৈ আৰু টহল দিলে গৈ গোল্ডেন্ ব্ৰিজ্‌ৰ ওপৰত খোজ কাঢ়ি কাঢ়ি। তাততো সদায় প্ৰচণ্ড বতাহ। সেইদিনা আৰু বেছি। মানুহকেই যেন উৰুৱাই নি সাগৰত পেলাব। সীমাই দেখিলে— শহুৰ দেউতাকৰ চুলিবোৰ বতাহত আলি-মেলি হৈ তেখেতক বিড়ম্বনা কৰিছে আৰু দেউতাকে চিঞৰিছে— কণি, কণি। সীমাই তেতিয়ালৈকে হেনো কণি মানে যে comb তাক জনা নাছিল। গতিকে এইটোও বুজা নাছিল যে দেউতাকে তেতিয়া চুলিবোৰৰ বিড়ম্বনাৰ পৰা ৰক্ষা পাবলৈ পুতেক-বোৱাৰীয়েকৰ পৰা এখন কণি বিচাৰিছে। উড়ীয়াসকলৰ ইংৰাজী উচ্চাৰণত সদায় আমাৰ ইংৰাজী উচ্চাৰণৰ আ-টো-অ- হয়। যেনে— বাছ (Bus) বছ্। কাট (cut) কট্। গতিকে অসমীয়া শহুৰেকে গোল্ডেন্ ব্ৰিজ্‌ৰ ওপৰৰ বতাহত বিপদত পৰি যেতিয়া চিঞৰিছে কণি, কণি, উড়ীয়া বোৱাৰীয়েকে তেতিয়া আচৰিত হৈ ভাবিছে— শহুৰেকে এই অৱস্থাত কি ফানি (funny) কথানো দেখা পালে। কিনো খেমেলীয়া পৰিস্থিতি হ'ল এইটো।

আমাৰ তৃতীয়টো সম্মিলন আছিল আৰু সৰু। আমাৰ কাহিলিপাৰাৰ ছোৱালী অংকিতা। হেৰম্ব বৰুৱা আৰু চিত্ৰলেখা বৰুৱাৰ ছোৱালী। আমি লিপিকাহঁতৰ ঘৰত আহি উঠাৰে পৰা অংকিতাই আমাক তেওঁলোকৰ ঘৰলৈ এবাৰ নিয়াৰ ওপৰত জোৰ দি আছিল। এওঁলোক থাকে ছেন্ হোজেত, যদিও আমাৰ ফ্ৰীমণ্টৰ পিনৰ উপকণ্ঠত। গতিকে দূৰ তেনেকৈ একো নহয়। অন্ততঃ আমেৰিকাত। সেয়েহে কৈ থৈছিল— আমাৰ নিয়াৰ অন্য ব্যৱস্থা একো কৰিব নোৱাৰিলে তেৱেঁই হে না তেওঁলোকৰ গাড়ীৰে লৈ যাব। পিছে নিৰ্দিষ্ট দিনৰ সেই সন্ধিয়া আমাক লৈ গ'লা লিপিকা-দীপংকৰে। সেইদিনাই হেনো প্ৰথম অনীশক অন্যৰ ঘৰলৈ নিয়া হ'ব। সি এতিয়ালৈকে ৰাস্তাত ফুৰিছে, বজাৰত ফুৰিছে, কিন্তু মানুহৰ ঘৰত ফুৰা নাছিল। আমি গৈ পোৱাত অংকিতাৰ যে কিমান আনন্দ— যেন গুৱাহাটীৰ পৰা মাক দেউতাকহে গৈ ওলাল। তেওঁ হেনো দিনটো আমাৰ বাবে বৈ আছে। নিজে বজাৰ কৰি আনিছে। সৰহ ভাগ তেওঁ নিজেই ৰন্ধাইছে। কেৱল আমেৰিকাত অতি জনপ্ৰিয় এটি জাপানী আইটেম্ কিনি আনিছে আমাক তাৰ স্বাদ দিবলৈ— কচু। এওঁৰ গিৰীয়েক আমাৰ সৰুপেটাৰ বিপুল তালুকদাৰ— ইলেক্ট্ৰনিক্ এঞ্জিনীয়াৰ। আমেৰিকাৰ ইলেক্ট্ৰনিক্ কোম্পানি এটাতে কাম কৰে। কিন্তু ইমান দিন এই কোম্পানিৰ দিল্লী অফিচতহে তেওঁ আছিল। আমেৰিকাৰ এই অফিচলৈ অহাৰ তেওঁৰ বেছি দিন হোৱা নাই। গতিকে অংকিতাও ইয়াত নতুন।

এওঁলোকৰ ছোফা-ছেট আৰু ড্ৰয়িং ৰুমৰ অন্যান্য আচবাব-পত্ৰবোৰ ভাৰতীয় দেখি আনন্দিত হৈয়ো আচৰিত হ'লোঁ। বিপুলক সুধিলোঁ, "তোমাৰ এই ভাৰত-প্ৰীতিক মই প্ৰশংসা কৰোঁ। কিন্তু ইমান বস্তু ভালপোৱা তোমাৰ কেনেকৈ হ'ল? এইবোৰ জাহাজত আনোঁতে তোমাৰ ইয়াত কিনাতকৈও বেছি খৰচ পৰা নাছিলনে?" বিপুলে ক'লে, "পৰিছে। কিন্তু আমাৰ কোম্পানিয়ে আমাৰ অহা-যোৱা যেনেকৈ বহন কৰে, আমাৰ বস্তু-বাহানিৰ জাহাজ ভাড়া তেনেকৈ বহন

কৰে।" মই ক'লোঁ, "তেন্তে এয়া বৰ উত্তম কাম কৰিলা। তোমালোকৰ ঘৰলৈ আহি এই ড্ৰয়িং ৰুমত বহিলেহে মানুহে এবাৰ ভাৰতীয় লোকৰ ঘৰলৈ প্ৰকৃততে অহা যেন পাব। আমাৰো তেনেই লাগিছে।" তেনেতে এওঁলোকৰ ফোন বাজি উঠিল। অংকিতা দৌৰ মাৰিলে ফোন ধৰিবলৈ। কিছু সময় পিছত তেওঁ ফোন থৈ ড্ৰয়িংৰুমলৈ উভতি আহিল আৰু ক'লে, "জানে জেঠাই আৰু জেঠপেহা, মা-দেউতাই কাহিলীপাৰাৰ পৰা ফোন কৰিছিল। মই ক'লোঁ— আপোনালোক এতিয়া আমাৰ ঘৰতে বহি আছে। আমি আজি ভাত খাবলৈ মাতি আনিছোঁ। দেউতাই কি ক'লে জানে, 'বাইদেউ-ভিনদেউক ভাত খাবলৈ মাতিছ ভাল হৈছে। কিন্তু মাৰ-দেউতাৰক কেতিয়ালৈ ভাত খাবলৈ মাতিবি?" শুনি আমি আটায়ে হাঁহিলোঁ। এৰা, আমাৰ ইলেক্ট্ৰিচিটি বোৰ্ডৰ এই প্ৰাক্তন এঞ্জিনীয়াৰ এসময়ৰ নামী স্পোৰ্টছ্‌মেন্ আছিল। এতিয়া সত্তৰ বছৰ বয়সতো তেওঁ স্পোৰ্টছ্‌মেনেই।

কেলিফৰ্নিয়া ৰাজ্যৰ আমি যোগ দিয়া প্ৰীতি সন্মিলনবোৰৰ শেষৰটো সন্মিলন আছিল ডাঃ শ্ৰীমতী ৰঞ্জিতা বৰুৱাৰ (এতিয়া চৌধুৰী) লিভাৰ্‌মোৰৰ ঘৰত। ৰঞ্জু আমাৰ গুৱাহাটীৰ যশস্বী প্ৰকাশক শ্ৰীবদন বৰুৱাৰ ছোৱালী আৰু আমাৰ নলবাৰীৰ এঞ্জিনীয়াৰ শ্ৰীঅখিল চৌধুৰীৰ পত্নী। ৰঞ্জুক[illegible] ৰুক শিক্ষা অৱস্থাৰ পৰাই জানো। অখিলক দেখা নাছিলোঁ। দূৰে দূৰেহে জনিছিলোঁ। কিন্তু ইয়াত আহি কলৰাডোত উঠাৰে পৰা কেলিফৰ্নিয়াৰ এই দম্পতিহালৰ বিষয়ে ইমান শুনিবলৈ ধৰিলোঁ যে তেওঁলোকক যেন আমি নকৈহে জানিলোঁ। অকল মাজনী আৰু পৱনৰ মুখতে নহয়, কলৰাডো ৰাজ্যত আৰু এই কেলিফৰ্নিয়াতো যাকে অৰ্থাৎ যি অসমীয়াকে লগ পাওঁ তাৰেই মুখত শুনোঁ ডাঃ ৰঞ্জিতা চৌধুৰী আৰু শ্ৰীঅখিল চৌধুৰীৰ প্ৰসংশা। তেওঁলোকৰ ৰঞ্জিতা বাইদেৱেক হেনো ডাক্তৰ হিচাপে ইমান ব্যস্ত হৈয়ো অসমীয়া ছোৱালীক বিহুগীত, বিহু নাচ শিকোৱাৰ পৰা অসমীয়া সন্মিলনবোৰত নাচ, গান, নাটক পৰিবেশন কৰা আৰু কৰোৱাবলৈ সকলো কথাতে লাগি থাকে। গিৰীয়েক অখিল চৌধুৰী এঞ্জিনীয়াৰ হৈও নাটক লিখে, অভিনয় কৰে আৰু আনকো কৰোৱায়। এইবেলিৰ অসমীয়া সন্মিলনত অখিল চৌধুৰীয়ে লিখা নাটকত তেওঁলোক গিৰীয়েক-ঘৈণীয়েক দুয়োৱে হেনো অভিনয় কৰি সকলোকে আনন্দ দিলে। এনেবোৰ কথা ফোৰ্ট্ কলিন্‌ছতে শুনি বৰ ভাল লাগি আছিল। এদিন ৰঞ্জুৱে তেওঁৰ লিভাৰ্‌মোৰৰ ঘৰৰ পৰা ফোৰ্ট্ কলিন্‌ছৰ আমাৰ ঘৰলৈ ফোন কৰাত তামচা কৰি কলোঁ, "কি শুনোহে এইবোৰ ৰঞ্জু? এসময়ৰ ইমান গম্ভীৰ ৰঞ্জুৱে আজিকালি হেনো নাচে, গায়, অভিনয় কৰে। আৰু আনকো শিকায় আৰু কৰায়। হয়নে?" ৰঞ্জুৰ সেই একেই সবজনীয়া গম্ভীৰ, নম্ৰ উত্তৰ, "কি ক'ব খুড়া, পৰিস্থিতিত পৰি সকলো কৰিবলগীয়া হয়। আমাৰ এই পৰিস্থিতিত আমাৰ দৰে মানুহেও এইবোৰ নকৰিলে আমি যে অসমীয়া হৈয়েই থাকিব নোৱাৰিম। আমাৰ ল'ৰা-ছোৱালীবোৰ সিহঁতৰ নিজৰ পৰিচয় পাহৰি আমেৰিকান হৈ যাব।" এৰা, অসমৰ পৰা ইমান আঁতৰত থাকিও ইয়াৰ অসমীয়াবোৰৰ চিৰকাল অসমীয়া হৈ থকাৰ কি দুৰ্জয় বাসনা! কিন্তু থাকিবনে

আজি বঞ্জু-অখিলে কিছগীত, কিছ নাচ শিকোৱা দ্বিতীয় প্রজন্মৰ আমেৰিকান এক্সেন্টত অসমীয়া কোৱা অসমীয়াসকল অসমীয়া হৈ? কিয় জানো মনটো গধুৰ হৈ উঠিল। অসমীয়া হৈ থকাৰ, সকলোকে অসমীয়া কৰি ৰখাৰ আমাৰ কি আপ্রাণ চেষ্টা! কিন্তু হ'মনে আমি জয়ী? থাকিবনে সকলো অসমীয়া হৈ সকলো পৰিস্থিতিকে জয় কৰি? তথাপি আমি জানো সংগ্রাম কৰিবলৈ এৰি দিম? বঞ্জু আৰু অখিল বা আমি এই সংগ্রামত হাৰিবও পাৰোঁ। কিন্তু সেই পৰাজয় জানো প্রকৃততে পৰাজয়? মনলৈ স্বতস্ফূৰ্তভাৱে আহিল দেৱকান্ত বৰুৱাৰ 'সাগৰ দেখিছা'ৰ 'দেৱদাসী' কবিতাটিৰ কলি : "সৃষ্টিৰ দিনাৰে পৰা নিয়তিৰ স'তে হেৰা মানুহৰ সংগ্রাম অক্ষয়,/ আমি তাৰে স্মৃতি-স্তম্ভ সোঁৱৰাওঁ মানুহৰ বীৰ্য আৰু নিয়তিৰ জয়।"

সেই বঞ্জিতহঁই ৫ নৱেম্বৰ ২০০৬, দেওবাৰে আমাক ফ্রীমন্টৰ পৰা তেওঁলোকৰ লিভাৰ্মোৰৰ ঘৰলৈ নিবলৈ গাড়ী পঠিয়াই দিব বুলি কৈছিল। দুয়োখন ঠাইৰ মাজত ব্যৱধান হেনো ৫০ মাইলৰ। কিন্তু সময়ত আমাৰ পৰা ২০ মাইল আঁতৰৰ মানস আৰু সীমাই তেওঁলোকৰ গাড়ীতে আমাক লৈ যাবলৈ আগবাঢ়ি আহিল। বাটত মানস আৰু সীমায়ো বঞ্জিতা আৰু অখিল চৌধুৰীৰ প্রশংসা মুগ্ধচিত্তে কৰি গ'ল। সকলো কামতে দুয়ো নিপুণেই নহয়, সকলো কামৰে অক্লান্ত কৰ্মীও। আজিওতো তেওঁলোকে বহুত মানুহকে খাবলৈ মাতিছে। সঘনাই বৰ বৰ পাৰ্টি দিয়ে এনেদৰে। উদ্দেশ্য সকলো লগ হৈ থকা। আপোন হৈ থকা। কিন্তু আচৰিত কথা, এই বৰ বৰ পাৰ্টিবোৰৰ ৰন্ধা-বঢ়াৰ দৰে কামো তেওঁলোকে দুয়ো নিজেই কৰে। কৰি ভাল পায়।

বঞ্জুহঁতৰ ঘৰটো বেছ ডাঙৰ বুলি শুনি আছিলোঁ। তেওঁলোকৰ হেনো সুইমিং পুলো আছে। সুইমিং পুল থকা ঘৰবোৰ অৱশ্যে ডাঙৰ হয়েই। ঘৰৰ সন্মুখত গাড়ী ৰাখিয়েই বুজি পালোঁ ঘৰৰ আকাৰ সম্পৰ্কে শুনা কথাৰ সত্যতা। অৱশ্যে সেই একেই দুই মহলীয়া অসম টাইপৰ দৰে ঘৰহে। ভিতৰলৈ সোমাই গৈ দেখিলোঁ— ভিতৰ চোতালত ইতিমধ্যে বহুত মানুহ গোট খাইছে। বহুতকে চিনি পালোঁ। কিন্তু চিনি নোপোৱা মানুহো বহুত। তাৰে ভিতৰত আছে ওচৰৰে পেচিফিক্ ইউনিভাৰ্চিটিৰ পৰিসংখ্যা বিজ্ঞানৰ অধ্যাপক ড° কীথ্ আৰু তেওঁৰ অসমীয়া পত্নী ড° মৌচুমী বৰুৱা। ড° মৌচুমী বৰুৱা একেখন বিশ্ববিদ্যালয়ৰে গণিত শাস্ত্ৰৰ অধ্যাপিকা আৰু আমাৰ গুৱাহাটীৰ চচলত তেওঁৰ মাক-দেউতাকৰ ঘৰ। তেওঁলোকৰ লগতে প্রথমতে কিছু সময় কথা পাতিলোঁ। ড° কীথ্ গুৱাহাটীলৈ হেনো কেইবাবাৰো গৈছে। গৈ বৰ ভাল পায়। অসমীয়া খানা হেনো তেওঁৰ বৰ প্রিয়। সেয়েহে বঞ্জিতাহঁতৰ ঘৰলৈ খাবলৈ মাতিলেই তেওঁ লৰি আহে। ইয়াতেই পালোঁ মণিমালা ভট্টাচাৰ্য আৰু সঞ্জীৱ গোস্বামী বুলি এযোৰ অসমীয়াক। মণিমালাৰ ঘৰ আমাৰ শিলপুখুৰীত। মণিমালাই মণিমালাৰ মাক-দেউতাককো লগত লৈ আনিছে। আমেৰিকাত এনে প্রীতি-সন্মিলন পাতিলে নিমন্ত্রিত পৰিয়ালবোৰে অসমৰ পৰা তেওঁলোকৰ লগত আহি থকা জ্যেষ্ঠসকলকো লগত লৈ অহা নিয়ম। এনে লোকে এনে সন্মিলনত বিশেষ সন্মানৰ আসন পায়। মণিমালাৰ মাক-দেউতাকক আগতে যদিও লগ পোৱা নাছিলোঁ, এই প্রথম লগ পাওঁতেই গুৱাহাটীৰ পৰা অহা বুলিয়েই তেনেই আপোন হৈ পৰিল। তেওঁলোকৰ লগত কথা পাতি এনে লাগিল যেন আমি গুৱাহাটীতহে বহি কথা পাতিছোঁ।

অখিলহঁতৰ ঘৰৰ শুইমিং পুলটোৱে মোৰ মনোযোগ আকৰ্ষণ কৰি আছিল। এইবাবে অকল নহয় যে তাৰ পানী মই ভাল পোৱা ঈষৎ নীলা ৰঙৰ আৰু তাৰ আকাৰ জটিল হৈয়ো জ্যামিতিক। মনোযোগৰ বিষয় আছিল এইবাবে যে তাৰ বিষয়ে মই কিছু খৰচি মাৰি জানিব খোজোঁ। খাই বৈ উঠাৰ পিছত অখিলে যেতিয়া কিছু সময় পালে, মই তেতিয়া প্ৰথমতে পুখুৰীটোৰ কথাই উলিয়ালোঁ। তেতিয়াহে জানিলোঁ, শুইমিং পুল ৰখাটো এটা বৰ ধন খৰচী আৰু সময় খৰচী কাম। পানীবোৰ সুমুওৱা, উলিয়াই দিয়া, তাত কেমিকেল মিহলোৱা—এইবোৰ সহজ কথা নহয়। অখিলে এইটো কথা গৌৰৱৰ সুৰত কোৱা নাই। কৈছে অনুতাপৰ সুৰত। অখিলৰ লগত আৰু কথা পাতিছিলোঁ তেওঁৰ চৌহদৰ চাৰিও পিনৰ গছৰ পুলিবোৰৰ বিষয়ে। তেওঁ গছ ভাল পায়। গতিকে বিভিন্ন জাতৰ এই গছপুলিবোৰ আনি ৰুইছে। মই তেওঁক বহাৰ পৰা উঠাই নি প্ৰতিটো জোপা পুলিৰ ওচৰে ওচৰে গৈ সেইবোৰৰ নাম সুধিলোঁ— যাতে আমেৰিকাৰ গছবোৰ দেখিলেই নিজে নিজে চিনাক্ত কৰিব পৰা হওঁ। পিছে সেই গছবোৰ অকল আমেৰিকাৰে নহয়, সমগ্ৰ পাশ্চাত্যৰে— ওক্, ফাৰ্, এস্পেন্, এছ ট্ৰী, পপলাৰ্ ইত্যাদি।

খোৱা-বোৱাৰ পিছত প্ৰায়বোৰ মানুহেই গ'ল গৈ। ৰ'লোঁ মাথোন আমাক লৈ অহা সীমা-মানস আৰু আমি দুয়ো। এতিয়াহে আমি অখিল আৰু ৰঞ্জুৰ লগত ঘনিষ্ঠভাবে কথা পতাৰ সময় পালোঁ। কিছু সময় কথা পতাৰ পিছত আমি যাবলৈ ওলালোঁ। গাড়ীত উঠাৰ আগে আগে ৰঞ্জুৱে মানসক ক'লে, "বাটত খুৰা-খুৰীক লিভাৰ্মোৰৰ হিন্দু টেম্পুলটো অকমান দেখুৱাই নিবা নেকি?" মানসে ক'লে— "নিশ্চয়, নিশ্চয়। মই নিজেও মনে মনে সেইটো ঠিক কৰি থৈছোঁ।" সময়ত ৰিণ্টুৱে লিভাৰ্মোৰ্ হিন্দু টেম্পুলৰ আহল বহল চৌহদৰ ভিতৰৰ পাৰ্কিং লটত গাড়ী ৰাখিলে। এইটো মন্দিৰ অৱশ্যে বেছ ডাঙৰ। এক টেম্পুল কম্‌প্লেক্স। বিয়া-সবাহ পাতিবলৈকো তাত বেলেগ ঘৰ, চোতাল আছে। আমি ঠিক গধূলি হ'ব ধৰা সময়তে সেইখিনি পাইছিলোঁ। মন্দিৰ প্ৰাংগণ লোকে-লোকাৰণ্য। শংখ-ঘণ্টাৰ শব্দত মন্দিৰ ৰজনজনাই আছে। বিভিন্ন স্থানত বিভিন্ন দেৱ-দেৱী অধিষ্ঠিত। প্ৰতি দেৱ-দেৱীৰে সন্মুখত সান্ধ্যদীপ জ্বলি আছে। ভক্তসকলে সন্মুখে সন্মুখে গৈ প্ৰণাম কৰিছে—কোনোবাই নতজানু হৈ, কোনোবাই থিয়ে থিয়ে মূৰ দোৱাই।

এইটো বৰ ডাঙৰ মন্দিৰ আৰু ইয়াত বহুতো ভক্তৰ সমাগম হয় বাবেই নেকি ইয়াৰ মজিয়া বেছ আহল বহল হ'লেও বেছ চাফ-চিকুণ হৈ থাকে বুলি ক'ব নোৱাৰি। অন্ততঃ জোতা বাহিৰতে খুলি থৈ অহা আমাৰ শুদা ভৰিত ধূলি-বালি লাগিলেই। হিন্দু মন্দিৰক লৈ এইটোৱেই মোৰ আপত্তি— জোতা চেণ্ডেলো খুলি থৈ আহিব লাগিব। মজিয়াও চাফা হৈ নাথাকে। ইয়াত আকৌ দেখিছোঁ, জোতা খুলি মন্দিৰৰ ভিতৰলৈ সোমোৱা বাটতে দুৱাৰ দলিৰ দৰে এচলু বহল পানী। সেই পানী গচকিহে আপুনি ইয়াত সোমাব পাৰিব। ভৰিখন তেতিয়াই লেতেৰা হৈ গ'ল। অৱশ্যে এওঁলোকে ক'ব— আপুনি তেতিয়া পবিত্ৰহে হ'ল।

## এঁকেছ

# লছ্ এঞ্জেলেছ্, ছেন্ ডিয়েগো

ফ্ৰীমণ্টৰ লিপিকা-দীপংকৰৰ ঘৰত তিনি সপ্তাহ যে কেনেকৈ কাটি গ'ল, ভৰ্কিবই নোৱাৰিলোঁ। ফ্ৰীমণ্ট্ বা ছেন্ ফ্ৰান্‌ছিস্কোকৌ অঞ্চল এৰি কেলিফৰ্ণিয়া ৰাজ্যৰে অন্য এটা অঞ্চলৰ লছ্ এঞ্জেলেছ্‌লৈ যোৱাৰ দিন সমাগত হ'ল। ৯ নৱেম্বৰ, ২০০৬, বৃহস্পতিবাৰ। আমাৰ হাতত পৱনে কাটি দি পঠিওৱা ফণ্টিয়াৰ্ এয়াৰ্‌লাইন্‌ছৰ ই-টিকেট। ছেন্ ফ্ৰান্‌ছিস্কোকৌ বিমান বন্দৰৰ পৰা লছ্ এঞ্জেলেছ্ বিমান বন্দৰলৈ প্ৰায় এঘণ্টাৰ উৰণ। আমাৰ উৰণ এৰিব দুপৰীয়া ২.৫৫ মিনিটত। চাৰি বজাত লছ্ এঞ্জেলেছ্ বিমান বন্দৰত নমাৰ লগে লগে পৱনেও অনৌষ্কাক লৈ তাত নামিব লাগে ডেন্‌ভাৰৰ পৰা উৰি আহি। তেওঁলোকৰ লগত আহিব ডেন্‌ভাৰৰে ড° চন্দন দাসৰ বাইদেৱেক শ্ৰীমতী স্বপ্না দাস। তেখেত আমাৰ অসমৰ সচিবালয়ৰ বিষয়া; আমাৰ দৰে আমেৰিকা চাবলৈ আহিছে ভায়েকৰ ঘৰত উঠি লৈ। আমি লছ্ এঞ্জেলেছ্ বিমান বন্দৰত গৈ আমাৰ লাগিজ্‌বোৰ ল'বলৈ বেল্টৰ ওচৰ পাইছোঁহে, সিপিনে পৱনক দেখিলোঁ তেওঁলোকৰ ফ্লাইটৰ নিৰ্দিষ্ট বেল্টৰ ওচৰত। আমাক দেখি চাৰি বছৰীয়া অনৌষ্কা দৌৰি আহিল আমাৰ ওচৰলৈ, দেউতাকৰ হাত এৰা দি। আমাৰ আইতাকে তাইক সাবটি ধৰিছে। অলপ পিছতে দেখিলোঁ শ্ৰীমতী স্বপ্না দাসো পৱনৰ লগতে বেল্টৰে আহিবলগীয়া লাগিজলৈ বাট চাই আছে। আমাৰ লছ্ এঞ্জেলেছ্ খণ্ডৰ ভ্ৰমণ তেন্তে এতিয়া আৰম্ভ হ'ল বুলি ক'ব পাৰি পৱন-মাজনীৰ আঁচনিমতেই। বিমান বন্দৰৰ বিল্ডিংটোৰ বাহিৰত থিয় দি আমি এইবাৰ বাট চালোঁ হাৰ্ট্‌জ্ (Hertz) কোম্পানিৰ শ্বাট্‌ল বাছলৈ। কাৰণ হাৰ্ট্‌জ্ কোম্পানিৰ গাড়ী এখনেই পৱনে ইণ্টাৰনেট্ যোগে ভাৰা কৰি থৈছে আমাৰ এই অঞ্চলৰ এই কেইদিনৰ ভ্ৰমণৰ বাবে।

সময়ত হাৰ্ট্‌জ্ কোম্পানিৰ বাছ আহিল। আমাৰ লাগিজ্‌বোৰ তাত উঠাই দি আমিও বহি ল'লোঁ। বাছ গৈ হাৰ্ট্‌জ্ কোম্পানিৰ আহল বহল প্ৰাংগণত উঠিলগৈ। পৱনে আমাক এটা বাছৰে'ত লাগিজেৰে সৈতে নমাই থৈ পূৰ্বতে ইণ্টাৰনেটেৰে ৰিজাৰ্ভ কৰি থোৱা গাড়ীখন ল'বলৈ অফিচলৈ গ'ল। অলপ সময় পিছত পৱন আহিল গাড়ীখন চলাই। সদায় দেখিছোঁ এনে গাড়ীবোৰ একেবাৰে নতুন গাড়ীৰ দৰে চিক্‌চিকীয়া কৰি ৰখা। আৰু আগতে বহু ঠাইত পোৱাৰ দৰে এইখনো ফোৰ্ড্ গাড়ী। পৱনক সুধিলোঁ—এনেকৈ ভাৰালৈ দিয়া গাড়ীবোৰ কিয় প্ৰায়ে ফোৰ্ড গাড়ী হয়? পৱনৰ উত্তৰ— ফোৰ্ড্ গাড়ীৰ এফেক্টিভ্ লাইফ্ বা অসুবিধাত নেপেলোৱাকৈ চলা কাল বৰ চুটি। ধৰক এইদৰে অনবৰত কি দীঘলীয়া, কি চুটি যাত্ৰাত চলি থাকিলে তিনি বছৰ। কিন্তু এই তিনি বছৰত এই গাড়ীয়ে কেতিয়াও একো অসুবিধা নিদিয়ে। গতিকে কাৰ্ ৰেণ্টেল্ কোম্পানিবোৰৰ পছন্দৰ গাড়ী ফোৰ্ড্। সযত্নে ব্যক্তিগতভাৱে ৰাখি চলাবলৈ কিন্তু মানুহে নিৰিচাৰে এই ফোৰ্ড্ গাড়ী। কাৰণ তেনেভাৱে ব্যৱহাৰ কৰিলেও এইবোৰ গাড়ীৰ জীৱনকাল চুটি। পৱনে দেখিলোঁ, অকল গাড়ীখন ভাড়া কৰাই নহয়, বেবী কাৰ্ ছীট্ এখনো ভাৰা কৰি আনিছে। এইখনো হেনো গাড়ী ৰিজাৰ্ভ কৰোঁতেই ৰিজাৰ্ভ কৰি থ'ব লাগে। আকৌ বেবী ছীটৰ এখন তেওঁ ঘৰৰ পৰাই লৈ আহিছে। আমি পাঁচোজন মানুহ ফোৰ্ড্‌খনত উঠি ল'লোঁ আৰু পৱনৰ চালনাত সি দৌৰিবলৈ ধৰিলে লছ্ এঞ্জেলেছ্ চিটিৰ অভিমুখে।

লছ্ এঞ্জেলেছ্ চাবলৈ অহা মানুহৰ ভিতৰত সৰহসংখ্যকেই হ'ল তাত থকা ডিজ্‌নী লেণ্ড্ আৰু হলীউডৰ দৰ্শনাৰ্থী। আমিও অৱশ্যে সেইবাবেই আহিছোঁ। কিন্তু তাৰ বাহিৰেও মোৰ এই মহানগৰখন চোৱাৰ ইচ্ছা অন্য এটা কাৰণত। আমেৰিকাৰ পূব উপকূলৰ ই দুখন ডাঙৰ মহানগৰৰ এখনেই নহয়, দুখন পুৰণি মহানগৰৰো এখন। ইয়াৰ ঘৰবোৰ কেনে? ৰাস্তা-ঘাট কেনে? ইয়ালৈ আহিব খোজাৰ মোৰ অন্য এটা কাৰণো আছে। ছেন্ ফ্ৰান্‌ছিছ্কো সৰু সৰু উপসাগৰবোৰৰ পাৰত হোৱাৰ বিপৰীতে লছ্ এঞ্জেলেছ্ মহাসাগৰৰ পাৰতেই। আমাৰ ভাৰতৰ পুৰী, চেন্নায়ো বংগ উপসাগৰৰ পাৰতহে। কিন্তু সেই উপসাগৰ এনে বৃহৎ আৰু প্ৰশান্ত মহাসাগৰৰ লগত এনেদৰে লগ লগা যে তাক মহাসাগৰ যেনেই লাগে। উপসাগৰ বুলি ক'ব পাৰি নামটোৰ পৰাহে, অথবা ভূচিত্ৰাৱলী চাই। ছেন্ ফ্ৰান্‌ছিছ্কোৰ উপসাগৰ কিন্তু আকাৰত একপ্ৰকাৰ লেগুন্ (lagoon) বা ক্ৰীক্ (creek)হে। কিন্তু পৱনৰ মতে লছ্ এঞ্জেলেছ্লৈ আহিলে ছেন্ ডিয়েগোলৈকো যাবই লাগে। লছ্ এঞ্জেলেছ্ৰ ডিজ্‌নী লেণ্ড চাই ছেন্ ডিয়েগোৰ ছী বৰ্ল্ড্ নোচোৱা মানে কামাখ্যা চাই ভুবনেশ্বৰী নোচোৱাৰ দৰে। শিৱসাগৰ পুখুৰী আৰু দৌল চাই জয়সাগৰ পুখুৰী আৰু দৌল নোচোৱাৰ দৰে। দুয়োখন ঠাইতে যি চাবলগীয়া আছেতো চোৱা যায়েই, তাত বাহিৰে দুয়োখন ঠাইতে লগ পোৱা যায় যেনৌ ষ্টৌনত লগ পোৱাৰ দৰে সমগ্ৰ পৃথিবীৰ মানুহ। গতিকে আমাৰ ভ্ৰমণ তালিকাত ছেন্ ডিয়েগোও সোমাল; আৰু ছেন্ ডিয়েগোলৈ যোৱা ঠিক কৰিলোঁ লছ্ এঞ্জেলেছ্ চোৱাৰ আগতেই।

আমি উৰাজাহাজৰ পৰা নামি অৱশ্যে লছ্ এঞ্জেলেছ্ৰ মাজেৰেই ছেন্ ডিয়েগো অভিমুখে গ'লোঁ। মহানগৰৰ ডাউন টাউন অঞ্চলো গাড়ীৰ পৰাই দেখি গ'লোঁ। বহু মহলীয়া ঘৰ। ইটাৰ ঘৰো। ৰাস্তাবোৰো ঠেক নহয় যদিও বৰ বহলো নহয়। অৱশ্যে চাফ-চিকুণ। পুৰণি মহানগৰ হ'লেও লেতেৰা মুঠেই নহয়। লছ্ এঞ্জেলেছ্ মহানগৰৰে উপকণ্ঠত লছ্ এঞ্জেলেছ্ৰ কেলিফৰ্নিয়া বিশ্ববিদ্যালয়। পৱনে ক'লে, আমি সেই বিশ্ববিদ্যালয় চৌহদত থকা তেওঁৰ বন্ধু পংকজ শৰ্মাৰ আবাসত হেনো অকণমান জিৰাই ৰাতিৰ সাঁজ খাই যোৱাৰ বন্দোবস্ত। পৱন আৰু পংকজ শৰ্মা একেখন ঠাই মণ্ডলদৈৰ। পংকজে ইয়াত গৱেষণা কৰি আছে। পংকজ আৰু এজন গৱেষকৰ লগত একেটা এপাৰ্টমেণ্টতে থাকে যদিও সিজন বৰ্তমান নাই। পংকজ অকলে। তেওঁৰ এপাৰ্ট্মেণ্টটো বেছ পুৰণি যদিও চাফ-চিকুণ। পিছে সি সন্মুখৰ বিল্ডিং এশাৰীৰ পিছফালে। সেই বিল্ডিংবোৰৰ মাজৰ ফাঁকেৰে, লুংলুঙীয়া বাটেৰে ভিতৰলৈ যাব লাগে। মোৰ কলকাতাৰ কোনো পুৰণি অঞ্চলৰ গলিত সোমোৱা যেন লাগিল। সঁচাকৈয়ে আমি যেন এতিয়া কলকাতাত। পংকজৰ লগত কথা পাতি দেখিলোঁ, তেওঁ এই আজব দেশত অকলে আছে যদিও হাস্যৰসৰ অন্ত নাই। যেনে, তেওঁক সুধিলোঁ, "তুমি কেতিয়ালৈ গৱেষণাৰ কাম শেষ কৰিব পাৰিবা বুলি ভাবা?" তেওঁ ক'লে, "আংকল্, আপুনি নাজানিলেও পৱনে জানে মই কেনে এলেহুৱা মানুহ। যি গতিত গৈ আছোঁ এই গতিতে গৈ থাকিলে আৰু এযুগ বুলি ধৰি থওক।" পংকজৰ বাথ ৰুমৰ— ওঁ, নহয়! এইখন আমেৰিকাহে যেতিয়া—ৰেষ্ট্ৰুমৰ দৰ্জাখন ভালকৈ বন্ধ নহয়। মই পংকজক ক'লোঁ, "আমেৰিকাতো ঘৰৰ অৱস্থা এনে হয়নে?" পংকজৰ উত্তৰ, "আংকল্, ইতিমধ্যে জানিছেইতো মই এলেহুৱা মানুহৰ লাইচেন্স্ হোল্ডাৰ্। দৰ্জাখন যে ভালকৈ বন্ধ নহয় সেই কথাটোকে মই মালিকক জনাব পৰা নাই। তদুপৰি অকলে থকা এজন মানুহৰ ঘৰটোৰ মূল

দৰ্জাখন যদি বন্ধ হয়, ৰেষ্টুৰেণ্টৰ দৰ্জাখনো আৰু বন্ধ হ'ব লাগে কেলৈ?"

আমাক চাহ-জলপান খোৱাৰ বন্দোবস্ত কৰি দি তেওঁ আৰু পৰন নাইকিয়া হ'ল। বিশ্ববিদ্যালয়ৰ ওচৰৰে ৰেষ্টুৰেণ্ট এখনত হেনো কম দামতে আমি খাব পৰা ভাল খানা পোৱা যায়। তেওঁলোক দুয়ো সেই খোৱা বস্তুবোৰ পেকেট কৰি লৈ আহিল অলপ পিছতে। পংকজে আমাক আৰু এটা ডাঙৰ উপকাৰ কৰি দিলে। লছ্ এঞ্জেলেছৰ বিশ্ববিদ্যালয়ৰ ছাত্ৰ-অধ্যাপক-গৱেষকসকলে ডিজনীলেণ্ড আৰু ছেন্ ডিয়েগোৰ ছী ৱৰ্ল্ডৰ টিকেট হেনো বহুখিনি হ্ৰাসমূল্যত পায়। তদুপৰি তেনে টিকেট ল'লে এটা টিকেটেৰে দুদিনো সোমাই চাব পাৰি। ছাত্ৰ-শিক্ষক-গৱেষকক এনে সুবিধা দিছে এই বাবে যে এই শ্ৰেণীৰ দৰ্শকে তাত সোমাই জ্ঞান আহৰণ কৰাত দৌৰাদৌৰি কৰিব নালাগে। পংকজে আমি পাঁচোজনৰ বাবে পাঁচটা টিকেট আনি থৈছিল। যাবৰ সময়ত পৰনৰ হাতত দি দিলে। এটা টিকেটত এদিনত ৬৫ ডলাৰ বা ৩,০৫৫ টকা। ইয়াৰ আধা দামতে যদি দুদিন চাব পাৰোঁ, ই এটা কিমান ডাঙৰ সুবিধা ভাবি চাওকচোন। অৱশ্যে আমি এদিনকৈহে চাব পাৰিম।

ৰাতি দহ বজাত এঘণ্টা মটৰ ভ্ৰমণৰ পিছত আমি আমাৰ বাবে ছুইট্ ৰিজাৰ্ভ হৈ থকা ছেন্ ডিয়েগোৰ ছুপাৰ্ এইট্ (Super 8) মোটেলখনত উঠিলোঁ গৈ। আমাৰ দুটা বেড্ৰুম আৰু ড্ৰয়িং-ৰুম-ডাইনিং ৰুমৰ এই ছুইট্‌টোত মাইক্ৰোওৱেভকে ধৰি সকলো সুবিধাই আছে। নগৰখনৰ এই অঞ্চলটোত দেখিছোঁ— এখনৰ পিছত এখনকৈ বহুত হোটেল। সেয়েহে নগৰখনৰ এই অঞ্চলটোৰ নামেই হৈছে হোটেল চাৰ্কল্। ই নগৰখনৰ প্ৰধান আকৰ্ষণস্থলী ছী ৱৰ্ল্ডৰ তেনেই ওচৰতে।

পিছদিনা ১০ নৱেম্বৰ শুক্ৰবাৰে পুৱা দহ বজাতেই আমি ছী ৱৰ্ল্ডৰ গেইটৰ মুখত থিয় হ'লোঁ গৈ। ইতিমধ্যে পৰনে দিনটোৰ বাবে পাৰ্কিং ফী দি পাৰ্কিং লটত গাড়ী পাৰ্কিং কৰি আহিছে। গাড়ীৰ পৰাই ফোল্ডিং বেবী ট্ৰলাৰ্খন আনি মেলি লৈ অনেকাক বহুৱাই লৈছে। অনৌকাৰ উৎসাহৰ সীমা নাই। তেওঁ কালিৰে পৰা শ্বামু, শ্বামুকৈ আছে। শ্বামু যেন তেওঁৰ অন্তৰংগ বন্ধু। আজি বহু বছৰৰ মূৰত লগ পাব। তেওঁৰ যেন ভাব— শ্বামুৱেও এৰেন্দৰে ৰৈ আছে তেওঁৰ বাবে।

বিভিন্ন শ্বো বা দৃশ্যৰ বাবে ইয়াত আচুতীয়া স্থান উপযোগী সাজ-সজ্জাৰে। মূল টিকেটেৰেই সকলো গেলাৰী বা আবৃত দৃশ্য স্থানতে সোমাব পাৰি। কোনটো দৃশ্য কেইবজাত আৰম্ভ হয়, তাক প্ৰৱেশদ্বাৰতে পোৱা বিজ্ঞাপনী-পত্ৰতে ফলাই দিয়া আছে। সেইখনৰ মতে সময় মিলালে আপুনি বহুকেইটা শ্বোৱেই চাব পাৰিব। ভিতৰত সোমাইহে ভালকৈ বুজিলোঁ, ছী ৱৰ্ল্ড বা সমুদ্ৰ জগত হ'লেহে সাগৰৰ প্ৰাণীৰ এখন উদ্যান। সাগৰৰ প্ৰাণীৰ প্ৰদৰ্শনীৰ উপৰি ইয়াত কেইবাটাইতো

ৰ প্ৰাণীৰ হতুৱাই খেলো দেখুওৱা হয়। ইয়াৰ মাজেদিয়ে সাগৰৰ প্ৰাণী আৰু অন্যান্য প্ৰাণীবোৰ সম্পৰ্কেও মানুহৰ জ্ঞান আৰু সজাগতা বৃদ্ধি কৰা হয়। ডলফিন্ শ্বো, শ্বামু শ্বো (এটা ঘাতক হোৱেল্ বা তিমি মাছৰ নাম), ছীল্ শ্বো, ৱাৰ্ক শ্বো (হেলিকপ্টাৰ দৰ্শন) আদি মুখ্য আকৰ্ষণৰ শ্বো কেইটা পুৱা দহ বজাৰ পৰা ৰাতিলৈকে দিনটোত দুই, তিনি বাৰকৈ দেখুওৱা হয়। আমি সোমোৱাৰ পিছতে ঠিক সময় হৈছে ডলফিন্ শ্বোৰ। ছী ৱৰ্ল্ডৰ আমেৰিকান উপকূলৰ মানুহ আৰু ডলফিনৰ খেল দেখিবলৈ গ'লোঁ। আমি সকলোৱে আচৰিত হ'লোঁ, ডলফিন মানুহৰ

সংগপ্ৰিয়। সাগৰৰ পানীৰ যুৱলিত বা নাওৰ পৰা ডলফিনৰ লগত খেলিবলৈ কেনে মজা টি ভিত দেখিয়েই থাকোঁ। কিন্তু এসময়ত আমাৰ দেশত আমাৰ এনে জ্ঞানৰ অভাৱত ব্ৰহ্মপুত্ৰৰ ৰিভাৰ্ ডলফিনবোৰ হিংস্ৰ বুলি ভাবি আৰু আমাৰ শত্ৰু বুলি আমি মাৰি শেষ কৰিলোঁ। নতুন প্ৰজন্মই আমাৰ ব্ৰহ্মপুত্ৰতো যে এসময়ত নদী ডলফিন আছিল—যাক আমি শিহু বুলিছিলোঁ—সেই কথা বিশ্বাসেই নকৰিব। "মণিৰাম দেৱান" ছবিৰ ভূপেন হাজৰিকাৰ গানৰ "উজাই বুৰে দিলে শিহু কি ঘৰিয়াল" কথা ফাঁকিৰ মানে কি তেওঁলোকে অভিধান চাইহে বুজিব লাগিব। বেজবৰুৱাৰ আত্মজীৱনীত শিহুৰে ভৰা ব্ৰহ্মপুত্ৰৰ যি মনোৰম দৃশ্য আছে, তাক বেজবৰুৱাৰ কল্পনা বুলিহে তেওঁলোকে ক'ব। আমাৰ সৰুকালত, আৰু আনকি যৌৱনতো—অৰ্থাৎ যোৱা শতিকাৰ পঞ্চাছৰ দশকলৈ ব্ৰহ্মপুত্ৰত অনেক শিহু আমিও দেখা পাইছিলোঁ। কেনেকৈ যে সেই বিশাল ব্ৰহ্মপুত্ৰৰ পানীত এবাৰ তললৈ যায়, এবাৰ ওপৰলৈ উঠে সেই শিহুবোৰ।

আমি সেই ডলফিন শ্বোলৈকে ঢাপলি মেলিলোঁ। অৱশ্যে এয়া ৰিভাৰ্ ডল্ফিন্ বা শিহুৰ নহয়—সাগৰীয় ডলফিনৰহে খেল। সেই খেল হ'ব পাৰ্কখনৰ ভিতৰৰে আৰু এখন পাৰ্কত। প্ৰৱেশদ্বাৰ, প্ৰস্থানদ্বাৰ বেলেগ বেলেগ। ভিতৰখন এখন ষ্টেডিয়ামৰ দৰেই। মাজত এটা শ্বুইমিং পুলৰ দৰে পানীৰ বহল আৰু দ পুখুৰী। পানী ঈষৎ নীলা। পুখুৰীৰ তিনিও পিনে দৰ্শক বহা গেলাৰীবোৰ। এপিনে এখন ওখ, বহল পৰ্দাৰ তলেদি পুখুৰীটো যেন নদীৰ দৰে বাহিৰ ওলাই গৈছে। শ্বো'ৰা খেলৰ সময় হ'লত সেই পৰ্দাৰ তলৰ নদীৰেই যেনিবা ডল্ফিন্ কেইটা পুখুৰীটোলৈ সোমাই আহিল। প্ৰতিটো বৰ বৰ ডলফিনৰ লগত একো একোজন বা জনী সংগী খেলুৱৈ—যাক ইংৰাজীতে বুলিছে trainer বা প্ৰশিক্ষক। এওঁলোকেই যদিও ডলফিনবোৰক প্ৰশিক্ষণ দিছে খেলাৰ বাবে, এওঁলোকেই হ'ল ইহতৰ সংগীও। ট্ৰেইনাৰ বা প্ৰশিক্ষক-সংগীকেইগৰাকীয়ে এনে আটিল, পানীত নিতিতা বা ৱাটাৰ-প্ৰুফ্ ইউনিফৰ্ম জেকেট পিন্ধি থাকে যে তেওঁলোকৰ বয়সেই ধৰিব নোৱাৰি। ওলাই থকা মুখখন আৰু ইউনিফৰ্মতে ধৰা পৰা দেহৰ গঢ়টোৰ পৰা মাথোন পুৰুষ নে মহিলা ধৰিব পাৰি। সংগী প্ৰশিক্ষককেইজনৰ প্ৰতিজনে আবহ সংগীতৰ বা কন্চাৰ্টৰ সুৰে সুৰে নিজৰ নিজৰ প্ৰশিক্ষিত বা সংগী ডলফিনটোৰ লগত পনীত ডুব মাৰে, একেলগে খেলে, পাৰলৈ জাঁপ মাৰি একেলগে উঠি আহে আৰু মসৃণ পকা ঠাইত বগায়; আকৌ পানীলৈ দুয়ো জাঁপ মাৰি একেলগে সাঁতুৰিবলৈ ধৰে। সময়ে সময়ে প্ৰশিক্ষক বা প্ৰশিক্ষয়িত্ৰীয়ে খেল দেখুওৱাৰ পুৰস্কাৰ হিচাপে সিহঁতৰ মুখত ভৰাই দিয়ে আঁজলিয়ে আঁজলিয়ে সৰু মাছ। প্ৰায় এঘণ্টাৰ মূৰত ডলফিন শ্বো শেষ হ'ল।

ইয়াৰ পিছত সময় হ'ল হৱেল শ্বো বা তিমি মাছ শ্বোৰ, যিটো শ্বোৰ নাম শ্বামু শ্বো—আৰু ছী ৱৰ্ল্ডৰ আটাইবোৰ শ্বোৰ ভিতৰতে বিখ্যাত। এই শ্বোটোৰ নাম যদিও শ্বামু শ্বো, তথাপি এই শ্বোত অকল শ্বামু নাম দিয়া সেই বয়সস্থ তিমি মাছটোৱেই নাই তাৰ লগত আছে আৰু দুটি অৰ্ক (orc) বা তিমি মাছ। সিহঁত যদিও বয়সত কোমল, দেহৰ আকাৰত কিন্তু সৰু হৈ থকা নাই। তথাপি সিহঁত দুটাৰ এটাৰ নাম বেবী হৱেল্ আৰু আনটোৰ নাম গ্ৰেণ্ড্‌বেবী হৱেল্। হৱেলকেতো কিলাৰ্ হৱেল্ বা মাৰাত্মক তিমি বুলিও জনা যায়। শ্বামুৰ আকাৰেই এনে বৃহৎ আৰু মুখখন এনে বহল আৰু ডাঙৰ যে এটা মানুহকে গিলি পেলাব পাৰে। কিন্তু বেবী হৱেল দুটাৰ কথাই নালাগে, শ্বামুৱেই তাৰ প্ৰশিক্ষকৰ লগত এনেকৈ খেলে যে এই কিলাৰ হৱেলেই

যে মানুহ ধাৰ পাৰে, তাক ভাবিবই নোৱাৰি। তাৰ ট্ৰেইনাৰ মহিলা বা পুৰুষক পিঠিত বহুৱাই বা থিয় কৰাই লৈ সি দৌৰে আৰু খেলে, মূৰত থিয় কৰাই সাঁতোৰে, একেলগে পানীত ডুব মাৰি পানীৰ তলতো দুয়ো খেলে আৰু একেদৌৰে দুয়ো পাৰত জাঁপ মাৰি উঠি মসৃণ পকা পাৰত দুয়ো চুচৰি ফুৰে। পুখুৰীৰ তিনিওপিনে গেলাৰিত বহি থকা অজস্ৰ মানুহৰ হাত তালি, বাঃ বাঃ শব্দত ষ্টেডিয়াম বজনজনাই যায়। চৌদিশৰ দৰ্শকৰ কেমেৰাৰ অনবৰত ক্লিক্ ক্লিক্ শব্দ। প্ৰতিটো খেলৰ শেষৰ পিনে তিমিকেইটাই যেনিবা সমদল উলিয়াই পুখুৰীৰ পানীয়ে পানীয়ে, গেলাৰীৰ কাষে কাষে ঘূৰে। অকল সেয়ে নহয়, তেনেকৈ সাঁতুৰি যাওঁতে নিজৰ নিজৰ ফিন্ত আৰু পাখিৰে পানী ছটিয়াই ছটিয়াই সম্মুখৰ শাৰীবোৰৰ দৰ্শকক তিয়াই বং চায়। সম্মুখৰ শাৰীবোৰৰ দৰ্শক পুৰুষ-মহিলাসকলে পানীত তিতাৰ বিপদ আৰু আনন্দত চিঞঁৰে আৰু পিছুৱাই পলাব খোজে। গেলাৰীৰ মানুহবোৰৰ আনন্দৰ চিঞৰ-বাখৰত তিমিকেইটাবো যেন আনন্দত হিয়া উপচি যায়। অৱশ্যে গেলাৰীৰ আগৰ পিনৰ দৰ্শকসকল পানীত আধা তিতা হয় বাবে কাৰো একো খং-ওজৰ কৰিবলগীয়া নাথাকে। কাৰণ গেলাৰীৰ আগৰ পিনে সকলো জাননী ছপাই দিয়া আছে—যিসকলে পানীত তিতিব নোখোজে বা পানীৰ ছিটিকনি কাপোৰত পৰাটো নিবিচাৰে, তেওঁলোকে যেন সম্মুখৰ প্ৰথম তিনিটা শাৰীত নবহে। এই তিমি মাছবোৰকো প্ৰতিটো খেলৰ অন্তত তেওঁলোকৰ প্ৰশিক্ষক-প্ৰশিক্ষয়িত্ৰীয়ে আঁজলিয়ে, আঁজলিয়ে মাছ খুৱায়।

পানীত খেল দেখুওৱা এনে বৃহৎ মাছ বা প্ৰাণীৰ খেলৰ উপৰি তাত দেখুওৱা হয় ছীল খো বা ছীল মাছৰ খেল, পেট্ শো বা পোহনীয়া প্ৰাণীৰ খেল-ইত্যাদি। ছীল মাছবোৰতো ক'লা ৰঙৰ একপ্ৰকাৰ ডলফিনেই; কেৱল ডল্‌ফিনবোৰ বগা, ক'লা দুই বৰ্ণী হোৱাৰ বিপৰীতে ছীলবোৰ কেৱল ক'লা বৰ্ণী। বগা, ক'লা ৰঙৰ ডলফিনবোৰ মই বৰ ধুনীয়া দেখোঁ—যেনেকৈ পেংগুইনবোৰ মই বৰ ধুনীয়া দেখোঁ। ক'লা ছীলবোৰ কিন্তু মই বৰ ধুনীয়া নেদেখোঁ। এই ছীলৰে আৰু এবিধ ডাঙৰ আকাৰৰ প্ৰজাতি হ'ল ছী লায়ন্ বা সমুদ্ৰ সিংহ। এই ছীল আৰু ছী লায়ন ছো্ ফ্ৰান্‌জিছ্কোৰ ফিশ্বাৰ্‌মেন্‌ছ হ্বাৰ্ফতো দেখি আহিছোঁ। যি হওক, ডলফিন্ আৰু হৱেল্ খোৰ তুলনাত এই ছীল্ শো কিছু নিষ্প্ৰভ। তাৰ বিপৰীতে কিন্তু পেট্ শো বা পোহনীয়া প্ৰাণীৰ খেলটো আমি বৰ উপভোগ কৰিলোঁ। খেলটোৰ আৰম্ভণিতে কৰ্তৃপক্ষই কৰা ঘোষণাটোৱে আমাৰ মন আকৰ্ষণ কৰিলে— আমিতো ৰাস্তাই-ঘাটে পৰি থকা, লৰি ফুৰা কুকুৰ-মেকুৰীবোৰক আদৰৰ প্ৰাণী বুলি গণ্য নকৰোঁ। আমাৰ উপকাৰ কৰিব পৰা বুদ্ধি-বৃত্তি এইবোৰ প্ৰাণীৰ আমিতো নাই বুলিয়েই ভাবোঁ। গতিকে আদৰ কৰি সিহঁতক ৰাস্তাৰ পৰা ঘৰলৈ আনি নোপোহোঁ। কিন্তু সিহঁত কেনে প্ৰতিভাৰ, কেনে বুদ্ধি-বৃত্তিৰ আজি চাওকচোন। আজি আপোনালোকক যিবোৰ তেনেই সাধাৰণ প্ৰাণীয়ে ইয়াত খেল দেখুৱাব, সেই আটাইবোৰকে আমি বাট-পথৰ পৰা বুটলি অনা। ৰাস্তাৰ পৰা তুলি আনি আমি সিহঁতক খুৱাই বুৱাই মৰম কৰি এই খেলবোৰ শিকাই লৈছোঁ। মৰম পালে, শিক্ষা পালে সিহঁতো কেনে পাৰ্গত হৈ উঠিব পাৰে চাওক। কনচাৰ্ট বাজি উঠিল, খেল আৰম্ভ হ'ল। কুকুৰৰ খেল, মেকুৰীৰ খেল, হাঁহৰ খেল, পাৰৰ খেল—সংগীতৰ তালে তালে, ঘড়ীৰ কাঁটাই কাঁটাই। হৱেল্, ডলফিন্ আদিৰ লগত অনবৰত প্ৰশিক্ষক লাগি থকাৰ দৰে ইহঁতৰ লগত খেলৰ সময়ত প্ৰশিক্ষকো লাগি থকা নাই। সিহঁতক পৰিচালনা কৰিছে মাথোন সংগীতৰ তাল আৰু লয়ে। কেনে মনোমুগ্ধকৰ। অথচ এইবোৰ আমাৰ ঘৃণাৰ বা অনাদৰৰ কুকুৰ-মেকুৰী,

হাঁহ-পাৰহে। প্ৰাণীৰ প্ৰতি আমাৰ মৰম-চেনেহ, সজাগতা বঢ়োৱা এনে খেলৰ বাবে ছী ৱৰ্ল্ডৰ কৰ্তৃপক্ষক মনে মনে ধন্যবাদ দিলোঁ।

এইবোৰৰ বাহিৰে আৰু যি দেখিলোঁ সেইবোৰ ঠিক খেল নহয়— চিৰিয়াখানা বা একুৱেৰিয়ামত দেখা কিন্তু এনেয়ে সাধাৰণতে নেদেখা কিছুমান প্ৰাণীৰ প্ৰদৰ্শনী। এঠাইৰ এটা একুৱেৰিয়ামত শ্বাৰ্ক বা হেঙাৰ মাছ। এই হিংস্ৰ মাছবিধ তিমি মাছৰ সমান ডাঙৰ নহ'লেও তাৰ গছ ফলা কৰতৰ দৰে দাঁত দেখিলেই ভয় লাগে। ভালতেহে সৰুকালিৰ পাঠ্যপুথিত পঢ়িছিলোঁ— হেঙাৰ মাছে সাগৰৰ জাহাজো ফুটাই দিয়ে। অন্য এঠাইত দেখিলোঁ, সৰুতে ইংৰাজী কবিতাত পোৱা ফ্লেমিংগো চৰাই। অনেক ফ্লেমিংগো চৰাই একেলগে জাক পাতি থিয় হৈ আছে। বৰ টোকোলাৰ দৰে আকাৰ আৰু ৰূপ সিহঁতৰ। কিন্তু জুইৰ অগুঠাৰ দৰে ৰঙা সিহঁতৰ বুকু। গাৰ ৰং'ত ত'তো সেই অগুঠা বা ফ্লেইম (flame) ৰ দৰে ৰং বাবেই ইহঁতৰ নাম ফ্লেমিংগো নেকি? প্ৰকৃতিৰো বিধে বিধে কি ৰূপ। অন্য এঠাইৰ এটা একুৱেৰিয়ামত আকৌ মাছেই মাছ; কত ৰঙী, কত ৰূপৰ মাছ। আটাইবোৰ সাগৰীয়। অন্য এঠাইত আকৌ সাপ আৰু সাপ— বিভিন্ন জাতিৰ, বিভিন্ন ৰূপ আৰু দৈৰ্ঘৰ। ইয়াতো আটাইবোৰ সাগৰীয়।

এইবোৰৰ পৰা ওলাই গৈ অন্য এঠাইত আকৌ দেখিলোঁ একপ্ৰকাৰৰ ভাগ্য পৰীক্ষা বা লটাৰি। ছী ৱৰ্ল্ডৰ ভিতৰত হোটেল-ৰেষ্টুৰেণ্ট যেনেকৈ আছে, দোকান-পোহাৰো আছে। এখন দোকানত দেখিলোঁ, আমি ঘৰত ৰখাৰ দৰে এটা সৰু একুৱেৰিয়াম। তাৰ ওপৰৰ কাঁচত কহতো শামুক দম কৰি থোৱা আছে। তাত জাননী আঁৰি থোৱা আছে যে এই শামুকবোৰৰ পেটত মুকুতা আছে। সেই শামুকৰ পেটত থকা মুকুতাবোৰৰ আটাইতকৈ সৰুটোৰ দামো হ'ব বাহিৰৰ দোকানত কমেও পঞ্চাছ ডলাৰ। অৰ্থাৎ প্ৰায় দুহেজাৰ টকা। কিন্তু এই শামুকবোৰৰ একোটাত দাম ৩৫ ডলাৰ। অৰ্থাৎ প্ৰায় ধৰক ১৭০০ টকা। আপোনাৰ যদি ভাগ্য ভাল, আপুনি কিনা শামুকটোৰ পেটৰ মুকুতা ডাঙৰ হ'লে সেই মুকুতাত ৭০ বা ৮০ ডলাৰো পাই যাব পাৰে। শ্ৰীমতী স্বপ্না দাস লগে লগে উৎসাহিত হৈ গ'ল তেওঁৰ ভাগ্য পৰীক্ষা কৰাত। শামুক এটা নিজে বাছি ল'ব লাগে— যাতে পিছত তাৰ পেটৰ মুকুতা সৰু হ'লেও দোকানৰ কৰ্তৃপক্ষক অপৰাধী কৰিব নোৱাৰে। শ্ৰীমতী দাসে আগুৱাই গৈ এটা ডাঙৰ শামুক বাছি ল'ব খুজিছিল ডাঙৰ মুকুতা লাভ কৰিব বুলি। আমি আটায়ে পিছৰ পিনে থিয় দি আছোঁ স্বপ্না দাসৰ ভাগ্যৰ যেৰ জানিবলৈ। তেনেতে ইউৰোপীয় নে আমেৰিকান এজন বগা চাহাব মোৰ ওচৰলৈ আহি 'এক্সকিউজ্ মি' বুলি মোক ক্ষমা খুজি তেওঁৰ লগত আৰু অলপ আঁতৰি যাবলৈ ইংগিত দিলে। তাৰ পিছত তেওঁ মোৰ কাণত ফুচ-ফুচাই ক'লে "আপোনাৰ লগৰ জেৰেতে বোধহয় ভাবিছে ডাঙৰ শামুকৰ পেটতহে ডাঙৰ মুকুতা পাব। মই কেইবাটাও শামুক কিনি যিটো দেখিলোঁ— অন্ততঃ আজিৰ এইকেইটা শামুকৰ সৰুবোৰৰ পেটতহে ডাঙৰ মুকুতা আছে। গতিকে জেৰেতক আপোনালোকৰ ভাষাতে কৈ দিয়ক গৈ সৰু শামুকহে যাতে বাছি লয়।" মই সেই অচিনাকি সদাশয় ভদ্ৰলোকক ধন্যবাদ দি তীব্ৰবেগে স্বপ্না দাসৰ ওচৰ পালোঁ আৰু ক'লোঁ- "আজি হেনো সৰু শামুকৰ পেটতহে ডাঙৰ মুকুতা। আপুনি ডাঙৰ শামুকটো এৰি সৰু শামুক এটাহে লওক।" স্বপ্না দাসক কাণৰ কাষত ফুচফুচাই কোৱাৰ অৰ্থৰ নহ'ল। কিয়নো আমাৰ সুৱদি অসমৰ মাতৰ মোল এই আমেৰিকান দোকানীয়েনো কি বুজিব। স্বপ্না দাসে লগে লগে ডাঙৰ

শামুকটো এৰি সৰু শামুক এটা বুটলি দোকানীৰ হাতত দিলে। দোকানীয়ে আমাৰ জোনাই শামুকৰ দৰে শামুকটো দুফাল কৰি স্বপ্না দাসৰ হাতত দিলে। এৰা, পেটত তাৰ এটা ডাঙৰ মুকুতা উজ্জলি আছে।

গধূলি ভাগৰি-জুগৰি হোটেললৈ ওভতোঁতে অনুভৱ হ'ল— আজিৰ দিনটোত বহুত উপভোগ কৰিলোঁ, বহুত শিকিলোঁ। পিছদিনা পুৱা আমি ১১ বজাত হোটেল এৰিলোঁ ছেন্ ডিয়েগোৰ পৰা লছ্ এঞ্জেলেছলৈ উভতি যাওঁ বুলি। পৱনে গাড়ীত ষ্টাৰ্ট দি ক'লে, আমি আহোঁতে অহা পোন বাটটোৰে নগৈ এটা অপূৰ্ব প্ৰাকৃতিক দৃশ্যৰ মাজেৰে যোৱা বাটেৰে আজি যাম যদিও সেই বাটটোৰেও বেছি দূৰ হয়। তদুপৰি আমি কেইটামান উপকূলত সাগৰৰ দৃশ্য উপভোগ কৰি কৰি যাম। ইয়াতকৈ ভাল প্ৰস্তাৱনো আৰু কি হ'ব পাৰে— পৱনৰ প্ৰস্তাৱ শুনি মনে মনে ভাবিলোঁ।

ছেন্ ডিয়েগো চিটিৰ প্ৰায় গাতে লগা লা হোলা (La Jola) উপকূল চেন্নাইৰ মেৰিনা উপকূলৰ দৰে বহল নহ'লেও, দীঘলত তাতকৈ কম নহয়। সেই দুপৰীয়াও তাত কত যে মানুহ। মতা-তিৰোতাৰ চিন ভিন নোহোৱাকৈ কোনোৱে কাপোৰ এখনকে বালিত পাৰি চিত হৈ শুই, কোনোৱে উবুৰি হৈ শুই ৰ'দ লৈছে। মতা হ'লে পিন্ধনত কেৱল এটা জাঙিয়া; মাইকী হ'লে তাৰ লগতে মাথোন এটা বক্ষ বন্ধন। কোনোৱে আকৌ হাতত বা কান্ধত ছাৰ্ফিংবোৰ্ড একোখন লৈ সাগৰৰ পানীত নামি গৈছে বা সাগৰৰ পৰা উঠি আহিছে। তেওঁলোকবো পিন্ধনত মাথোন হাফপেণ্ট একোটা। এনে লোকৰ মাজত নিজৰ বয়স নিজে পাহৰি যোৱা বৃদ্ধও আছে। পৱনে সাগৰত ছাৰ্ফিং কৰিবলৈ যোৱা লোকসকলৰ বিষয়ে ক'লে, "এনেদৰে ছাৰ্ফিং কৰিবলৈ গৈ বহুতো ডেকা মৰেও। তথাপি ইহঁতৰ কোনো ভয় নাই। ইহঁতৰ বাবে মৰাও যেন জীয়াই থকাৰ দৰেই এটা অভিজ্ঞতা মাথোন।" সাগৰৰ পাৰতে ৰেষ্টুৰেন্ট যেনেকৈ আছে, তেনেকৈ আছে ভাল ভাল ৰেষ্টৰেন্টো। তাৰে এখনত সোমাই আমি দুপৰীয়াৰ চাহো খালোঁ। আকৌ ওলাই আহি সাগৰৰ বালিত থিয় হৈ সাগৰৰ দৃশ্য, সাগৰৰ বন্য ঢৌৰ দৃশ্য, সাগৰৰ উৰ্মিমালাৰ উদ্ভ্ৰান্ত দৃশ্য তন্ময় হৈ উপভোগ কৰিলোঁ। দুপৰীয়া কটি গৈ এতিয়া আবেলি হৈছেহি। সাগৰৰ পৰা বৈ আহিছে হোঁ হোঁ শব্দ কৰি বতাহ। পৱনে অলৌকিক হাতত ধৰি সাগৰৰ পানীত তিতাবলৈ সাগৰলৈ আগবঢ়াই লৈ গ'ল। মই ভাবিলোঁ, তেওঁ এতিয়া ভয়ত চিএঞৰি আৰু পাছহুঁহকি আহিব। কিন্তু তেওঁবচোন আগবাঢ়িছে। সেউতাককহে যেন হাতত ধৰি টানি নিছে। কথাটো দেখি আমাৰ ল'ৰা-ছোৱালী এন বা অতনু আৰু মাজনীৰ শিশুকালটো মনত পৰিল। দীঘাৰ উপকূলত এনেকৈ হাতত ধৰি সিহঁতক সাগৰলৈ টানো, সিহঁতে সি পাছ হুঁহকে আৰু কয়, "দেউতা, দেউতা, নাবাবা, নাবাবা।" তাৰ বিপৰীতে আকৌ মাজনীৰ উৎসাহ তাইৰ এই জীয়েকৰ দৰেই। ল'ৰাবোৰতকৈ ছোৱালীবোৰৰ সাহস তেতিয়া বেছি নেকি?

আমি যেতিয়া উপকূল এৰিব খুজি সাগৰটোৰ পিছ কৰি গাড়ীৰ পাৰ্কিং লটলৈ গ'লোঁ, সাগৰৰ পাৰে পাৰে যোৱা পথৰ দাঁতিৰ কি যে মনোৰম দৃশ্য। শাৰী শাৰী ভাললাগ। তাৰে ওপৰলৈ ওখ পাহাৰ। পাহাৰৰ গাত ঘৰ, সেইবোৰ কলনি। সিপিনে সেইবোৰ পৰ্বতমালানি আৰু ইপিনে তলফালৰ অন্তহীন শাৰীৰ মাজেদি আমাৰ গাড়ী দৌৰিবলৈ ধৰিলে প্ৰশান্ত মহাসাগৰৰ লা হোলা বীচ্ এৰি। কিছুমান বোৱাৰ পিছতে আৰু এখন বীচ্ পালোঁ। এইখনৰ নামেই হেনো পেচিফিক্

বীচ্ বা প্ৰশান্ত উপকূল। সৰু উপকূল। সাগৰৰ দৃশ্য উপভোগ কৰি থকা মানুহৰ সংখ্যাও বৰ বেছি নহয়। সেয়েহে বোধহয় সাগৰৰ পানীয়ুঁবলিত থিয় হৈ সাগৰৰ পিনে চাই চাই কি যে এটা অনুভূতি হ'ল। আজি কেবামাহো ধৰিতো আমি দেশ ভাৰতৰ পৰা বাহিৰত। ভাৰত এতিয়া আমাৰ পৰা কিমান দূৰ? এই প্ৰশান্ত মহাসাগৰেইতো গৈ ছুইছে ভাৰত। আমেৰিকাৰ উপকূলত প্ৰশান্ত মহাসাগৰৰ পানী ছুই যেন ছুই চালোঁ ভাৰত। কিমান দূৰত ভাৰত। অথচ কিমান ওচৰত। মাজত মাথোন মহাসাগৰখন। একে পানীয়েই চৰণ পখালি আছে দুয়োখন দেশৰে। প্ৰশান্ত মহাসাগৰৰ পানীয়ে লৈ নিনিবনে আমাৰ বতৰা ভাৰতলৈ? মেঘেতো লৈ গৈছিল কালীদাসৰ বিৰহী যক্ষৰ বতৰা তেওঁৰ প্ৰিয়ালৈ।

কিছু সময় পিছতে আমি প্ৰশান্ত উপকূলো এৰি পবনে কোৱা সেই অনুপম দৃশ্যৰ মাজেদি যোৱা পথটো ল'লোঁ লছ্ এঞ্জেলেছলৈ। এই বাটত আমাৰ বাওঁপিনে প্ৰশান্ত মহাসাগৰ আৰু সোঁপিনে ডাঠ, সেউজীয়া ওখ পৰ্বত। মাজে মাজে কেতিয়াও নাম নুশুনা সৰু সৰু নগৰবোৰ। নে গাঁও? বেলি লহিওবাৰ পৰত আমি লেগুনা (Lagoona) চহৰ পালোঁ। 'লেগুনা চহৰ'— ইয়াবোতো নাম শুনা নাছিলোঁ। এনে অপৰূপ এখন চহৰ এই পৃথিবীতে আছে। অথচ মই তাৰ অস্তিত্বৰ কথাই জনা নাছিলোঁ। সুদীৰ্ঘ এখন চহৰ। সাগৰৰ পাৰে পাৰে। সাগৰৰ পাৰৰ ৰাজবাটৰ দাঁতিৰ ধুনীয়া ধুনীয়া এমহলীয়া, দুমহলীয়া ছবিৰ দৰে ঘৰবোৰৰ বেছিভাগেই হোটেল। অৰ্থাৎ পৰ্যটকৰ আকৰ্ষণৰ স্থলী এই নগৰ। সঁচাকৈয়ে মহানগৰৰ হাই-উকমিৰ পৰা বহু আঁতৰৰ এনে এনে সাগৰপৰীয়া ছবিৰ দৰে সুন্দৰ চহৰত কেইটামান দিন-ৰাতি কটাব পৰাটো কিমান সৌভাগ্যৰ কথা হ'ব। সাগৰৰ পাৰৰ এই পথটোত সঘনে গাড়ী ৰাখি সাগৰৰ দৃশ্য উপভোগ কৰিবৰ বাবে দৰ্শনস্থলী বা viewpointবোৰ। সাগৰ ইয়াত পথৰ পৰা বহু তলত। বীচলৈ বহুত নামিব লাগে বাবেই হয়তো ওপৰৰ পৰাই দৃশ্য উপভোগ কৰিবলৈ এই দৰ্শনস্থলীবোৰ। বেলি লহিওবাৰ সময়খিনিতো এনেয়েও বৰ মধুৰ। ৰ'দৰ ৰূপালী ৰূপ লাহে লাহে সোণালী হৈ পৰে। সাগৰৰ পৰা বৈ আহে মৃদু মলয়া বতাহ। নীলা সাগৰৰ পানীত ৰ'দৰ সোণালী ৰঙে কোনোবা সপোন ৰাজ্যৰ ছবি আঁকে। আমাৰ পৰম সৌভাগ্য যে এনে মধুৰ ক্ষণ আমি এই অপৰূপ চহৰখনতে পালোঁ।

গধূলি ৭.৩০ বজাত আমি লছ্ এঞ্জেলেছ্ মহানগৰৰ পূৰ্বতে ৰিজাৰ্ভ কৰি থোৱা মোটেলখনৰ আমাৰ ছুইটটোত উঠিলোঁগৈ। এই মোটেলখনো আমি থাকি অহা ছেন্ ডিয়েগোৰ মোটেলখনৰ লগত একেটা শৃংখলাৰে মোটেল নিশ্চয়। সেয়েহে ইয়াৰো নাম ছুপাৰ এইট্। পূৰ্বৰখন যিদৰে আছিল ছেন্ ডিয়েগোৰে শ্ৰেষ্ঠ আকৰ্ষণ কেন্দ্ৰ ছী ৱৰ্ল্ডৰ কাষতে, এইখনো সেইদৰে লছ্ এঞ্জেলেছৰ বৃহত্তম আকৰ্ষণস্থলী ডিজনীলেণ্ডৰ ওচৰতে। পূৰ্বৰখন যিদৰে আছিল তাৰ হোটেল চাৰ্কুলতে, ঠিক একেদৰে এইখনো আছে শাৰী শাৰী অনেক হোটেলৰ মাজতে। হোটেল চৌহদত সোমোৱাৰ লগে লগে আমাক গাড়ীত বহুৱাই থৈ পবন বেজিয়া গৈছিল হোটেলৰ অফিচ কাউন্টাৰত চেক্ ইন্ কৰিবলৈ, ভেতিয়া পবনৰ এটা মধুৰ অভিজ্ঞতা হৈছিল। ছেন্ ডিয়েগোৰ ছুপাৰ এইট্ মোটেলখনৰ মালিক ভাৰতীয় নে আমেৰিকান নে কি, আমাৰ জনাই নহ'ল। ৰিচেপ্‌চন্ কাউন্টাৰত পাইছিলোঁ ক'লা চুলিৰ বিবয়া যদিও চৌ চৌ কৰে কথা পাৰ বং। গতিকে ভাৰতীয় আৰু শ্বেতাংগৰ বৰ্ণসংকৰো হ'ব পাৰে, আৰু মেক্সিকানো হ'ব পাৰে। আমি মেক্সিকান বুলিয়েই

মনে মনে ধৰি লৈছিলোঁ। কিন্তু ইয়াৰ ছুপাৰ্ এইটৰ কাউণ্টাৰত থকাজনে পবনক ভাৰতীয় নেকি বুলি সুধি নিজেও বোলে ভাৰতীয় বুলি পৰিচয় দিলে। ছুপাৰ্ এইটৰ মালিকো ভাৰতীয় বুলি তেওঁ হেনো নিজেই জনালে। অকল সেয়ে নহয়, পবনে ক'লে, "আমি যিটো ছুইট ৰিজাৰ্ভ কৰি থৈছোঁ, তাত হেনো মাইক্ৰ'ৱেভ্ চলোৱা নিষিদ্ধ। অধিক ভাড়া দিলেও তাত মাইক্ৰ'ৱেভ্ চলাবলৈ নিদিয়ে। কিন্তু আমি ভাৰতীয় বাবে নিয়মিত ভাৰাতে মাইক্ৰ'ৱেভ্ চলাবলৈ দিবলৈ তেওঁলোক মান্তি হ'ল আৰু এটা মাইক্ৰ'ৱেভ্ আমাৰ ছুইটলৈ পঠিয়াই দিলে কেৱল কাণে কাণে ক'লে— আমি যেন এই ছুইট্‌টোত এই সুবিধা পাইছোঁ বুলি কাকো নকওঁ।" পিছে আমি গৈ পায়েই আমাৰ ছুইটত কেৱল চাহ কৰিহে খালোঁ। অলপ জিৰাই-শঁতাই ৰাতিৰ সাঁজ কোনো ভাল ৰেষ্টুৰেণ্টতে খাওঁ বুলি ওলাই গ'লোঁ।

দুমুখীয়া ৰাস্তাত শাৰী শাৰী তাল গছ। দুয়োপিনে সমান সমান দূৰত্বত ষ্ট্ৰীট্ লাইট। আমি আমাৰ সোঁপিনৰ বহল ফুটপাথেৰেই গৈ আছোঁ এই অঞ্চলৰ বিখ্যাত ভাৰতীয় ৰেষ্টুৰেণ্ট 'গান্ধী পেলেচ'লৈ। 'ছুপাৰ্ এইট'ৰ পৰা চাৰিটামান ব্লক্ এৰিলেই হেনো পোৱা যায় উৎকৃষ্ট এখন ভাৰতীয় ৰেষ্টুৰেণ্ট। আমাৰ মোটেল এৰিয়েই পালোঁ 'ৰামাডা হোটেল। এই ৰামাডা হোটেল শৃঙ্খলাটোও যে। আমেৰিকাত এনে এখন নগৰ নেদেখিলোঁ য'ত ৰামাডা হোটেল নাই— যেন আমেৰিকাত নগৰ এখন হোৱাৰ প্ৰথম চৰ্ত হ'ল এখন ৰামাডা হোটেলৰ অৱস্থান। ৰামাডা হোটেল এৰাৰ পিছতেই চকুত পৰিল কিছু আঁতৰত গান্ধী পেলেচৰ উদ্ভাসিত ছাইন্। ৰেষ্টুৰেণ্টৰ নামটোত যিহেতু পেলেচ্ বা ৰাজপ্ৰাসাদ শব্দটো আছে, গতিকে গান্ধী নিশ্চয় মহাত্মা গান্ধী নহয়, অন্য কোনো গুজৰাটী বনিয়া বুলিহে মনে মনে ভাবি আহিছিলোঁ। এই গান্ধী যদি মহাত্মা গান্ধীয়ে হয়, তেন্তে ৰেষ্টুৰেণ্টখনৰ নাম নিশ্চয় হ'ব গান্ধী কটেজ্ বা গান্ধী কুটিৰৰ দৰে কিবা এটা। কিন্তু উদ্ভাসিত ছাইন্‌খন ৰখা হৈছে থিয়ে থিয়ে আৰু তাত উদ্ভাসিত হৈছে মস্ত টোকোনডাল লৈ দুৰ্বল শৰীৰেৰে আঁঠুমূৰীয়া ধুতী পিন্ধি আমাৰ জাতিৰ পিতা। কিবা যেন খাপ নাখায় আমাৰ জাতিৰ পিতাৰ নামৰ লগত পেলেচ বা ৰাজপ্ৰাসাদ শব্দটো। পিছে নামবনো আৰু কি খাপ খোৱা নোখোৱা? আজিকালি কিমান ইংৰাজী মাধ্যমৰ স্কুলৰ নাম 'ছংকৰদেৱ ইংলিছ স্কুল।' মনত পৰিল আমি গুৱাহাটী বিশ্ববিদ্যালয়ত কাম কৰা দিনৰ এটি অভিজ্ঞতা। বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলৰ মাজত ভলীবল প্ৰতিযোগিতা এখন চলি আছে। চাৰিওফালে হোৰ্ডিং ৰব ৰব হৰফত— "কৃষ্ণকান্ত সন্দিকৈ নৈশ ভলীবল প্ৰতিযোগিতা।" দুপৰ নিশালৈকে জেপ পুথি সদায় কিতাপ পঢ়া কৃষ্ণকান্ত সন্দিকৈৰ নামত ৰাতি খেলা ভলীবল প্ৰতিযোগিতাৰ নাম দেখি ড° হীৰেন গোহাঁয়ে কৈ উঠিল, "আমাৰ ল'ৰাইতেকোন এতিয়া নলিনীবালা দেৱী মল্লযুঁজ প্ৰতিযোগিতাও পাতিবহে।" এবা, শেইক্সপীয়েৰেনো তলাই কৈছিলনে "নামটোতনো কি? গোলাপটোক তুমি যিয়েই নোবোলা— তাৰ গোন্ধ একেই থাকিব।"

ৰেষ্টুৰেণ্টখনত সোমায়েই পিছে দেখিলোঁ সুন্দৰ এক পৰিৱেশ। অকল ফাক-টিকুলেই নহয়, সকলো কথাই ৰুচিসম্মত। ভাৰতীয় ৰেষ্টুৰেণ্ট যদিও, সেয়েহে হ'বলা ভাৰতীয় গ্ৰাহকতকৈ ইয়াত আমেৰিকান, ইউৰোপীয় গ্ৰাহকহে বেছি। তেওঁলোকৰ বহুতে খাইছে ভাৰতীয় খানা। কিন্তু আমেৰিকান, ইউৰোপীয় খানাও পোৱা যায়। বহুতে খাইছো আছে। গ্ৰাহক অকল ভাৰতীয়

নহয় বাবেই নিশ্চয় মদো পোৱা যায় বিধে বিধে। আৰু গান্ধীৰ নামৰ ৰেষ্টৰেণ্ট যদিও অকল নিৰামিষ বা শাকাহাৰী খানাই নহয়, পোৱা যায় আমিষ বা মাংসাহাৰী খানাও। আৰু এটা ভাল কথা, ইমান সুন্দৰ এখন ৰেষ্টৰেণ্ট বুলিও ই অবিশ্বাস্যভাৱে সস্তীয়া। অৱশ্যে আমেৰিকান মানদণ্ডৰেহে।

ৰাতি চাৰে দহ বজাত উভতি গৈ আমাৰ মোটেলৰ ছুইটত আটাইকেইজন সোমাইছোঁহে, হঠাৎ বাহিৰত দেখোন বিৰাট বিস্ফোৰণ। প্ৰচণ্ড আৱাজ। পবনে দুৱাৰ খুলি ওলাই আহিব খুজিলে। অসমৰ মানুহ হিচাপে মোৰ মুখৰ পৰা ওলাই গ'ল, "নাযাবা, নাযাবা। বাহিৰলৈ নাযাবা। ক'ৰবাত বোমা ফুটিল।" পবন অলপো আতংকিত হোৱা নাই। তেওঁ ক'লে, "নহয় নহয়, আটাইবোৰ ওলাই আহক। এয়া ডিজ্‌নীলেণ্ডৰ আজিৰ শ্বোবোৰৰ অন্তৰ আতচবাজি আৰু লেজাৰ্ শ্বো। সৌৱা আকাশলৈ চাওকচোন।" আমি ওলাই গৈ আকাশলৈ চালোঁ। সমগ্ৰ আকাশ ছানি ৰং-বিৰঙৰ পোহৰৰ খেলা। আৰু সঘনে বৰ বৰ বিস্ফোৰণৰ শব্দ। বহু সময়জুৰি আকাশত সেই আতচবাজি আৰু পোহৰৰ খেলা চলিলে। চাই থাকোঁতে মনত পৰিল—পবনে কৈছিল, আমি লছ্ এঞ্জেলেছত ডিজ্‌নী লেণ্ডৰ একেবাৰে ওচৰৰে হোটেল এখনতে থাকিম। এৰা, আমাৰ হোটেল দেখোন সঁচাকৈয়ে ডিজ্‌নী লেণ্ডৰ একেবাৰে গাতে লাগি আছে।



## বাইছ

# ডিজ্‌নী লেণ্ড্

আজি ভেন্তে ডিজ্‌নী লেণ্ড্। সমগ্ৰ বিশ্বৰ আকৰ্ষণস্থলী আমেৰিকাৰ ডিজ্‌নী লেণ্ড্। ডিজ্‌নী লেণ্ডো অৱশ্যে কালক্ৰমত আমেৰিকাতে হ'ল তিনিখন। আমেৰিকাৰ বাহিৰতো হৈছে দুই এক মহানগৰত ডিজ্‌নী লেণ্ড্। কিন্তু লছ্ এঞ্জেলেছৰ ডিজ্‌নী লেণ্ডেই হ'ল মূল ডিজ্‌নী লেণ্ড্— ৱাল্ট্ ডিজ্‌নীৰ আপোন কল্পনাৰ কাহিনীবোৰৰ চৰিত্ৰবোৰক সঞ্জীৱায়ন কৰি ধৰি ৰখা ক্ষেত্ৰ ডিজ্‌নী লেণ্ড্। ৱাল্ট্ ডিজ্‌নীয়ে নিজৰ হাত আৰু কল্পনাৰে গঢ়া ডিজ্‌নী লেণ্ড্। আমিতো সকলোৱেই কওঁ— ডিজ্‌নী লেণ্ডবোৰৰ মূল আৰু আটাইতকৈ পুৰণি এই ডিজ্‌নী লেণ্ড্খন লছ্ এঞ্জেলেছ্ মহানগৰত। কিন্তু এই ডিজ্‌নী লেণ্ড্‌ৰ ক্ষেত্ৰখন ইয়াত ডিজ্‌নী লেণ্ড্ স্থাপিত হোৱাৰ আগতে আছিল অ'ৰেঞ্জ্ কাউণ্টি বা সুমথিৰা জিলা নামৰ এখন কাউণ্টিত বা জিলাত। সঁচাকৈয়ে হেনো ইয়াত ডিজ্‌নী লেণ্ড্ পতাৰ আগলৈকে, অৰ্থাৎ কুৰি শতিকাৰ আৰম্ভণিলৈকে আছিল ব্যাপক হাৰত সুমথিৰা টেঙাৰ খেতি। কুৰি শতিকাৰ আদি ভাগত সুমথিৰা টেঙাৰ বিস্তৃত ক্ষেত্ৰ জাহ গ'ল এই ডিজ্‌নী লেণ্ড্‌ত— সমগ্ৰ বিশ্বৰ ল'ৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী সকলোৰে ৰম্যপুৰী এই ডিজ্‌নী লেণ্ডত। ই হ'ল অমৰ শিশু কমিক লেখক ৱাল্ট্ ডিজ্‌নীৰ কল্পনাৰ মিকি মাউচ্, ডোনাল্ড ডাক আদিৰ চাক্ষুষ ঘৰ, আপোন বিচৰণভূমি। ৱাল্ট্ ডিজ্‌নীৰ কাহিনীবোৰৰ পুনঃসৃষ্টি বা জীৱন্ত ৰূপায়ণৰ প্ৰমোদ উদ্যান। দুটা খণ্ড বা দুখন নগৰ-উদ্যান এক কৰা এই প্ৰমোদ উদ্যান আমি এদিনতে সামৰিব পাৰিম— সি কেতিয়াও নহয়। কিন্তু আমি এদিনহে ডিজ্‌নী লেণ্ডত দিব পাৰিম— এদিনৰ দামতে আমি দুদিনৰ টিকেট লছ্ এঞ্জেলেছৰ বিশ্ববিদ্যালয়ত গৱেষণাৰত মণ্ডলদেৰ পংকজ শৰ্মাৰ সৌজন্যত পোৱা সত্ত্বেও।

ঠিক দহ বজাৰ লগে লগে আমি ডিজ্‌নী লেণ্ড্‌ৰ প্ৰৱেশ দ্বাৰেদি সোমাই গ'লোঁ। সোমাই গৈয়েই পালোঁ এটি আকৰ্ষণীয় দৃশ্য— ডিজ্‌নী লেণ্ড্‌ৰ খোৱাখোৱ আৰম্ভ হোৱাৰ এটি প্ৰতীকী আড়ম্বৰপূৰ্ণ সমদল। সমদল পাৰ হৈ যোৱা পথৰ দুয়োকাষে অন্তহীন দৰ্শকৰ শাৰী। সেই শাৰীতে থিয় দিলোঁ। পিছে সমদলৰ শেষখিনিহে আমি দেখা পালোঁ। যি হওক, এনেকৈ দিনটোত তিনিবাৰ সমদল ওলায়। আমি পিছৰ কোনোটো ভালকৈ চাবলৈ পোৱাৰ আশাত আগুৱাই গৈ পালোঁ এটি আকৰ্ষণস্থলী— ফেন্টাছী লেণ্ড্ বা বিস্ময় দেশ। ইয়াত বিভিন্ন দিন আৰু সময়ত বিভিন্ন শিশুকাহিনী বা ৰূপকথা পুনৰুজ্জীৱিত কৰে বা অভিনয় কৰি দেখুৱায়। এপিনে থিয়েটাৰ, আনপিনে মঞ্চ। এঠাইত আকৌ কোনোবা কেৰী কুইন সাজি, বা অন্য কোনো তেনে শিশু কাহিনীৰ চৰিত্ৰ সাজি বহি থকা এটি সৰু মণ্ডপ। শিশু ভাগে গ'লে সেই কেৰী কুইন বা তেনে চৰিত্ৰই কৌতূহলী শিশুক হাতত তুলি দিয়ে এটি উপহাৰ। আমাৰ নাতিনী অনৌষ্কাই পালে এই কেৰী কুইনে মূৰত পিন্ধা এটি মুকুট। অনৌষ্কাৰ যে কি আনন্দ। ইয়াত "এলিচ্ ইন্ ৱণ্ডাৰলেণ্ড"ৰ কাহিনীও ৰূপায়ণ কৰে। মই সেইটো আমাৰ ভাগত পৰিলেই বেছি ভাল পালোঁহেঁতেন। শিশুকাহিনীৰ অভিনয় চোৱাটোনো কি লাভৰ কথা— বিশেষকৈ সি যদি হয় "এলিচ্ ইন্ ৱণ্ডাৰলেণ্ড"ৰ কাহিনী।" "এলিচ্ ইন্ ৱণ্ডাৰলেণ্ড"ৰ অমৰ স্ৰষ্টা লুইছ্ কেৰলক এবাৰ সুধিলে, "আপুনি কৈছিল আপোনাৰ এই কাহিনী প্ৰকৃততে শিশুৰ বাবে। কিন্তু

আমি ডাঙৰবোৰেও ইয়াক পঢ়ি দেখোন দেখিলো, এয়া আমাৰ বাবেও। আপুনি আচলতে কোন বয়সৰ ল'ৰা-ছোৱালীৰ বাবে এই কাহিনীবোৰ লিখিছিল?" অক্সফৰ্ড বিশ্ববিদ্যালয়ৰ সেই প্ৰসিদ্ধ গণিতৰ প্ৰাধ্যাপকজনে মিচিকিয়া হাঁহি মাৰি ক'লে, "সকলো বয়সৰ শিশুৰ বাবেই মই সেই কাহিনীবোৰ ৰচিছিলোঁ— পাঁচ বছৰৰ পৰা পাঁচ কুৰি বছৰলৈ সকলো শিশুৰ বাবে।" যি হওক, আমাৰ ভাগ্যত পৰিল স্নৌ হোৱাইট্ বা বৰফবগা কন্যাৰ ৰূপকথাৰ অভিনয়হে।

কিন্তু ফেণ্টাছী লেণ্ডৰ পৰা ওলাই গৈহে আমি বেছি আমোদজনক দৃশ্য এটিৰ সন্মুখীন হ'লোঁ। একো কাপ কফী খাই দুপৰীয়াৰ ভাগৰ পলুৱাওঁ বুলি ফেণ্টাছী লেণ্ডৰ সন্মুখৰ আহল-বহল ঠাইখনৰ একোণৰ এখন ৰেষ্টুৰেণ্টত বহিছোঁগৈ। সেই ৰেষ্টুৰেণ্টৰ গ্ৰাহকসকল বহি চাহ-কফী খোৱা যিডোখৰ ঠাই, তাৰ সন্মুখৰ আহল-বহল মুকলি ঠাইত তৰি থোৱা বিভিন্ন ৰঙী বৰ বৰ ছাতিবোৰৰ তলৰ চকী-মেজবোৰ। আমি তেনে এটি ছাতিৰ তলতে বহিছোঁহে— এনেতে দেখোঁ, এইমাত্ৰ দেখি অহা স্নৌ হোৱাইটৰ নাটকখনৰ অভিনেতা-অভিনেত্ৰীসকল দেখোন সেই ড্ৰেছতেই এজন এজনকৈ আমাৰ পিনে আহিছে; আমাৰ মাজেদি পাৰ হৈ ৰেষ্টুৰেণ্টৰ পাছফাল পাইছেগৈ। লগে লগে গোটেই বাটটোত, আৰু ৰেষ্টুৰেণ্টত থকা মানুহবোৰেও 'এক্সকিউজ্ মি', 'এক্সকিউজ্ মি' কৰি তেওঁলোকৰ ফটো লৈছে। তেওঁলোকেও মধুৰ একোটা হাঁহি মাৰি সুন্দৰকৈ সহযোগ কৰিছে। একেবাৰে শেষত ওলাই আহিল আমি মঞ্চত দেখি অহা সেই স্নৌ হোৱাইট্। গোটেই বাটটোত আৰু আমাৰ এই ৰেষ্টুৰেণ্টতো সকলোৰে মাজত কি আনন্দ উত্তেজনা। উত্তেজিত শিশুসকলকো চেৰ পেলাইছে অভিভাৱক-অভিভাৱিকাসকলে। সকলো হাতে হাতে বা কান্ধে কান্ধে থকা কেমেৰা লৈ প্ৰস্তুত। আমাৰ পৰনেও তেওঁৰ বেক্‌ছেকৰ ভিডিঅ' কেমেৰাটো উলিয়াই সাজু হ'ল। তেওঁক দেখি আমিও আমাৰ দহ হেজাৰটকীয়া মাথোন কোডেক্ ডিজিটেল্ কেমেৰাটোকে লৈ সাজু হ'লোঁ। স্নৌ হোৱাইট্ আগুৱাই আহিব পৰা নাই। মাক-দেউতাকহঁতে শিশুটিক বা শিশুহঁতক আগুৱাই দিয়ে স্নৌ হোৱাইটৰ ওচৰলৈ। হাঁহিমুখীয়া স্নৌ হোৱাইটে মৰমতে (নে মৰমৰ অভিনয় কৰি) শিশুহঁতক সাবটি ধৰে। মাক-দেউতাকে লাগি যায় ক্লিক্ ক্লিক্ কৰাত বা বুটম টিপাত। তেওঁ আৰু সোনকালে আগুৱাই আহিব পাৰে কেনেকৈ? তথাপি আমি বাট চালোঁ— অধীৰ আগ্ৰহত। সময়ত স্নৌ হোৱাইট্ আমাৰ ওচৰো পালে। আমাৰ আইতাকে তেওঁক স্নৌ হোৱাইটলৈ আগুৱাই দিলে। পৰনে খুপ খাপ ফটো ল'লে স্নৌ হোৱাইটে তেওঁক সাবটি ধৰাৰ লগে লগে। ময়ো মোৰ কেমেৰাৰ বুটম টিপিবলৈ সাজু হলোঁ। কিন্তু আঁজলিৰ কিয়, মোৰ নিজৰে আস্থা নাই নিজৰ ওপৰত ফটো তোলা বিষয়ত। বুটম টিপিম ঠিকেই। ফটোও উঠিব। কিন্তু কেৱল মূৰৰ চুলিকিতালহে উঠিব নে কেৱল ভৰিৰ আঙুলিকেইটাহে উঠিব, তাকহে নিৰ্ণয় কৰিব ভাগ্যই। গতিকে আঁজলিয়ে কেমেৰাটো মোৰ হাতৰ পৰা ছিনিয়াই থাপ মাৰি নিয়াদি নি তেৰোঁ ফটো তোলাত লাগিল স্নৌ হোৱাইটক "প্লীজ্ প্লীজ" বুলি অকণমান ৰ'বলৈ কৈ। তাৰ পিছত আমাৰ অনৌৰাৰ যেন গোটেই জীৱন ধন্য হৈ গ'ল।

ইয়াৰ পিছত আমি গ'লোঁ 'মিকি টুন টাউন'লৈ। এইটো ৱাল্ট্ ডিজনীৰ অমৰ সৃষ্টি মিকি মাউচৰ যেনিবা নিজৰ ঘৰ, এই ঘৰটোৰ ভিতৰৰ অকণমান চহৰখন যেনিবা মিকিৰ নিজৰ চহৰ— টুন্ টাউন্। আমাৰ অসমতো আজিকালি এখন অচিনাকি গাঁও বা চহৰলৈ গ'লে,

তাৰ 'লোকেল্'বোৰৰ ভয়ত বুকু কঁপি থাকে। এই টুন টাউনতো মিকি এতিয়া 'লোকেল্'। কি অভিজ্ঞতাৰ বা সন্মুখীন হওঁ। কিন্তু নাই। মিকিৰ চহৰত আমাৰ অসমৰ পৰিৱেশ নাই। নাইবা মিকিয়ে এতিয়াও আমাৰ অসমৰ লোকেল দাদাসকলৰ কথা জনাই নাই। মিকি এটা ষ্টফট্ ডল্ যদিও মিকি ডিজ্‌নীৰ কল্পনাত এটা নিগনিহে। মিকি মাউছ্— জীৱন্ত কৰি তোলা ৱাল্ট্ ডিজ্‌নীৰে এই কল্পনাত মিকি ইয়াত আমাৰ চাৰি বছৰীয়া অনৌষ্কাৰ দৃশ্যতকৈ ডাঙৰ আকাৰৰ এটি ষ্টফ্‌ট্ ডল্ নিগনি। দুই পাছ-ঠেঙৰ ওপৰত সি থিয় দি খোজ কাঢ়ে, তাক তাৰ ঘৰত আৰু চহৰখনত লগ পাবলৈ অহা শিশু সকলক আগঠেং দুখনকে হাত কৰি সাবটি ধৰি মৰম কৰে। এৰা, ৱাল্ট্ ডিজ্‌নীৰ জীৱনকালতে তেওঁৰ কল্পনাৰ কমিক কাহিনীবোৰে প্ৰভূত জনপ্ৰিয়তা অৰ্জন কৰি শিশুসকলৰ কল্পজগতক জীৱন্ত ৰূপ দিয়াত লাগি গ'ল নিজৰ সঞ্চয়ৰ সকলো ধন ভাণ্ডি। এখন বহল ক্ষেত্ৰত সেইবোৰ ধৰি ৰাখি তাক এক প্ৰমোদ উদ্যানলৈ ৰূপান্তৰ কৰিবলৈ আগবাঢ়ি আহিল তেওঁৰ অনেক প্ৰশংসক উদ্যোগী। উৎসাহত কমিক কাহিনীকাৰ ৱাল্ট্ ডিজ্‌নী তেওঁৰ কমিক কাহিনীবোৰক সাকাৰ ৰূপ দি জীৱন্ত কৰাত খোৱা-শোৱা পাহৰি গ'ল, পৰিয়ালৰ কথা পাহৰি গ'ল। কেৱল সহযোগীসকলৰ লগত তেওঁৰ কল্পনা জগতখন বাস্তৱায়িত কৰাত লাগি থাকিল নিৰন্তৰ, নিৰবচ্ছিন্নভাৱে। কামৰ মাজতে তেওঁ লাহে লাহে কণ্ঠ হৈ পৰিল। তথাপি তেওঁ কাম আধৰুৱা কৰি বিশ্ৰাম লোৱাৰ সাৰ্থকতা নেদেখিলে। অৱশেষত কামৰ মাজতে তেওঁৰ হ'ল মৃত্যু। চাৰিওপিনে মানুহৰ হুৱা দুৱা। সংবাদ জগতত তোলপাৰ। সাংবাদিকসকল গৈ শ্ৰীমতী ডিজ্‌নীক অনুৰোধ কৰিলে, তেওঁৰ জীৱনকালতে কিম্বদন্তীত পৰিণত হোৱা স্বামীৰ বিষয়ে দুআষাৰ ক'বলৈ। শোকসন্তপ্ত পত্নীৰ (খোকাথুকি?) উত্তৰ— "স্বামী হ'ল বুলিয়ে তেওঁকনো আমি ক'ত কিমান পালোঁ? তেওঁক বেছিকৈ পালে তেওঁৰ মিকি মাউছ, ডোনাল্ড্ ডাকহঁতেহে। তেওঁলোকৰ লগতহে জীৱনটো কটালে সদায়। তেওঁলোকেহে মোৰ স্বামীৰ বিষয়ে ক'ব। মোতকৈ বেছি ভালকৈ।" মিকিয়ে আমাৰ অনৌষ্কাকো মৰম কৰি দিয়াৰ পিছত আৰু তেওঁৰ টুন টাউনত মিকি মাউছৰ এখন চুটি ফিল্ম চোৱাৰ পিছত তাৰ পৰা আমি ওলাই আহিলোঁ।

ডিজ্‌নী লেণ্ডত সমগ্ৰ পৃথিৱীৰ অজস্ৰ মানুহৰ এনে ভিৰ যে অকল এই বহুৰূপী মানুহবোৰক যেহৰূপ চায়েই ইয়াত দিনৰ পিছত দিন কটাই দিব পাৰি। এই কথা উপলব্ধি কৰিলোঁ আইচ্‌ক্ৰিম খোৱাত লাইনৰ সময়ত। আমি খাবলৈ সোমালোঁ দেশ-বিদেশৰ খাদ্য পোৱা এখন ডাঙৰ বুফে ষ্টাইলৰ ৰেষ্টুৰেন্টত। নাম 'দ্য গোল্ডেন্ হৰ্চ্‌শ্বু'। বহি খোৱা আসনবোৰ বাহিৰৰ মুকলি ঠাইত, বৰ বৰ ছাতিৰ তলত। কিন্তু ভিতৰত যি কাৰবাৰ দেখিলোঁ— খাব পৰাৰ আশা আৰু নাই। একা-বেঁকা দীঘলীয়া শাৰী প্ৰথমতে কুপন ল'বলৈ। তাৰ পিছত আকৌ সেই একে একা-বেঁকা দীঘলীয়া শাৰী— প্লেট হাতে হাতে লৈ খোৱা আইটেম্‌বোৰ লৈ লৈ যাবলৈ। কি খাম? লিখি ৰাক হৈছে। কিন্তু তাৰ মানে কি, তাত কি কি আছে— সেইবোৰ বুজোঁ কেনেকৈ? সৌভাগ্যক্ৰমে আমাৰ লগত পৰুন আছে। তেওঁ কুপন ল'বলৈ আমাৰলৈই লাইন পাতিলে গৈ। আমি বাহিৰত টেবুল দিলোঁ। কুপন পোৱাৰ পিছৰ দ্বিতীয় লাইনত আমাৰ প্ৰত্যেকেই অৱশ্যে থিয় দিব লাগিব— হাতে হাতে প্লেট্ চামুচ, কাঁটা চামুচ লৈ। আমাৰ কুপন আছিল তিনিটাকৈ কোৰ্ছৰ। প্ৰতিবিধৰে দাম একে। প্ৰতিবিধৰ নামৰ পৰা একো নুবুজিলেও দেখি কিছু অনুমান কৰিব পাৰি। নোৱাৰিলে পৰুন আছেই।

ভৰ্তি প্লেটবোৰ হাতে হাতে লৈ আমি বাহিৰ ওলালোঁ ছুতিবোৰৰ তলৰ আস্নবোৰলৈ। বাহিৰলৈ ওলাই যাওঁতে অনৌষ্কাৰ কি স্ফূৰ্তি। ল'ৰা-ছোৱালীৰ হ্লাস মূল্যৰ কুপন দেখিলেই একোটা বেছ ডাঙৰ, ধুনীয়া ডলফিনৰ মূৰ্তি হাতত তুলি দি পঠিয়াই দিয়ে। এনেকুৱা ডাঠ, সহজে নভঙা ধুনীয়া প্লাষ্টিকৰ ডল্‌ফিন্ এটা এনেয়ে পালে ল'ৰা-ছোৱালীক আৰু কিবা লাগেনে? অনৌষ্কাক এতিয়া যেন আৰু খাবলৈকো একো নালাগে। আমি খাবলৈ বহা চোতালখনৰ সীমাতে ৰেষ্টুৰেণ্টৰ পক্ষৰে বোধহয় এটা পুখুৰী। সাগৰপৰীয়া ঠাই বাবেই বোধহয় সেই পুখুৰীত ছীগাল এজাক থকাৰ উপৰি অন্য সাগৰীয় পখী কেতবোৰ। আমি সিহঁতলৈ চাই চাই খাই থাকিলোঁ। বলি আছে এজাক ঠাণ্ডা সাগৰীয় বতাহ। তাকো উপভোগ কৰিলোঁ। খাদ্য সংগ্ৰহ কৰিবলৈ যি দীঘলীয়া কিউত থিয় হোৱাৰ খং, সি এতিয়া জামৰি গ'ল।

খোৱাৰ পিছতে আমি গ'লোঁ 'এড্‌ভেঞ্চাৰ্ লেণ্ড'ৰ জাংগুল্ ক্ৰুজলৈ— বা অৰণ্য বিহাৰলৈ। এখন হাবিৰ মাজেৰে এটা খান্দি উলিওৱা নদী। একা-বেঁকা। তাত এখনৰ পিছত এখনকৈ মটৰ বোট বা যন্ত্ৰচালিত নাওবোৰ যাত্ৰী লৈ লৈ গৈ আছে এটা ঘাটৰ পৰা। নৌকা-পথটো দুয়োপাৰৰ ঘন অৰণ্যৰ শীতল ছাঁৰে আবৃত। আৰু দুয়ো পাৰে কি যে বিচিত্ৰ দৃশ্য। হাবিৰ মাজে মাজে, নদীৰ পাৰে পাৰে ক'ৰবাৰ এটা অঞ্চলত যদি আচল হাতীৰ আকাৰৰ উজ্জীৱিত (animated) পুতলা হাতীৰ জাক, অন্য এটা অঞ্চলত আকৌ গিবন বা বনমানুহ। ক'ৰবাত বা আকৌ অষ্ট্ৰেলিয়া-নিউজিলেণ্ডৰ মাউৰীসকলৰ নৃত্য। ক'ৰবাত বা সাপেই সাপ— লিউ লিউকৈ বগাই। বেছিভাগ দৃশ্যই কম বেছি পৰিমাণে ভয়ানক, বিশেষকৈ দিনতে এন্ধাৰ অৰণ্যৰ মাজত দেখা বাবে।

ইয়াৰ পিছত আমি উপভোগ কৰিলোঁ ৰে'ল-যাত্ৰা। এওঁলোকৰ ভাষাত ডিজ্‌নী লেণ্ড্ ৰে'লৰোড। ভাৰতৰ প্ৰমোদ উদ্যানবোৰত থকা এনে ৰে'ল হয় টয়্ ৰে'ল্ বা মিনি ৰে'ল। আৰু সেয়া শিশুৰ বাবেহে। কিন্তু আমেৰিকাৰ ডিজ্‌নী লেণ্ডৰ এই ৰে'ল নিয়মীয়া আকাৰৰেই। কেৱল দৈৰ্ঘ্য সিমান বেছি নহয়। আৰু তাত অকল শিশু নহয়, সকলো বয়সৰ মানুহেই উঠিব পাৰে। নিয়মীয়া খৰ গতিত সি দৌৰে, আৰু ষ্টেশ্বনে ষ্টেশ্বনে মানুহ উঠায় আৰু নমায়। ষ্টেশ্বনবোৰো বাহিৰৰ আচল মহনগৰৰ নামত। কি যে তামচা। আমিও সেই তামচাৰ ভাগ ল'লোঁ।

ইয়াৰ পিছত আমি উপভোগ কৰা এটা বিশেষ প্ৰদৰ্শন হ'ল এটি বৃহৎ কম্‌প্লেক্সৰ ভিতৰৰ এটি যন্ত্ৰচালিত ট্ৰাম্ বা স্কুটাৰ যাত্ৰা। দুখন দুখন আসনৰ একোটা গোটৰ এলানি বাহন। আপুনি উঠি দিয়ক। এটা দীঘল সুৰংগসদৃশ পথেৰে সেই যন্ত্ৰচালিত বাহনৰ লানি চলি গৈ আছে। দিশ সলনি হ'লে আপুনি মাথোন হেণ্ডেল ঘূৰাব লাগে। আপোনাৰ সুৰংগপথৰ দুয়োপিনে বিভিন্ন শিল্পাগ্ৰন পুতলাৰ দৃশ্যাৱলী। সংগীতৰ লয়ে লয়ে পুতলাৰ নৃত্য। দেশ বিদেশৰ সংস্কৃতি ৰূপায়ণ কৰি আছে সিহঁতে। আপুনি চাই গৈ থাকক। সঘনে সঘনে আকৌ আছে নাৰ্জ্বৰী ৰাইমৰ গীত আৰু নৃত্য। উজ্জীৱিত, সুসজ্জিত পুতলাবো কি যে মনোমোহা ৰূপ, মনোমোহা নৃত্য। জাপান, চীন, ভাৰত আদিৰ নৃত্য সিহঁতে ৰ'ত প্ৰদৰ্শন কৰে, সিহঁতৰ সাজো ভাত সেই দেশৰে। একেবাৰে শেষৰ দৃশ্যত এখন উজ্জ্বলিত ৰঙীন ছবিনত ওলায় পৃথিৱীৰ প্ৰধান প্ৰধান ভাষাবোৰত মানৱজাতিৰ বাবে শান্তিৰ কামনা। এই কথাই আমাক বিশেষ আনন্দ দিলে যে

তাত প্ৰথমতে স্থান পাইছে আমাৰ ভাৰতৰ ভাষাত শান্তি, শান্তি, শান্তি। অৱশ্যে ইংৰাজী হৰফত, যাতে পৃথিৱীৰ সকলো দেশৰ মানুহে পঢ়িব পাৰে।

সন্ধিয়া আমি ডিজ্‌নী লেণ্ড্ প্ৰমোদন শেষ কৰিলোঁ এটি জলভ্ৰমণেৰে। কলম্বাছ নামৰ দুই মহলীয়া জাহাজ এখনত আমি উঠি ল'লোঁ। এটি বহল হ্ৰদত সি এপাক মাৰিব আমাক লৈ। হ্ৰদটোৰ মাজত এটি গছ-গছনিৰে ভৰা দ্বীপ। হ্ৰদটোক আপুনি সাগৰ বুলি কল্পনা কৰিলে এটি সাগৰীয় ভ্ৰমণৰ অভিজ্ঞতাই হৈ যায়। যিহে সেই জাহাজৰ উকি। আৰু তলে ওপৰে কত যে যাত্ৰী। আটাইকে লৈ আমাৰ জাহাজ চলি গ'ল। দ্বীপটোৰ চৌদিশে এপাক ঘূৰাই আকৌ আগৰ ঠাইলৈ আনি দিলে। আমি নামি আহিলোঁ।

ডিজ্‌নী লেণ্ডৰ দিনটোৰ প্ৰদৰ্শনাৱলীৰ সামৰণি পৰে ৰাতি চাৰে দহতহে—আকাশত দেখুওৱা আতচ্‌বাজী আৰু লেজাৰ শোৰ যোগেদি। ৯.৩০ বজাত এই শো' আৰম্ভ হয়। আমি জাহাজৰ পৰা য'ত নামিলোঁ তাতেই হ্ৰদটোৰ ওপৰত দেখুওৱা হ'ব আতচ্‌বাজি আৰু লেজাৰ শো। হ্ৰদৰ মাজৰ দ্বীপটোৰ পৰাই বোধহয় সেই শো প্ৰদৰ্শন কৰে। আমি যেতিয়া জাহাজৰ পৰা নমি আহিলোঁ, তেতিয়া আতচ্‌বাজিলৈ আৰু প্ৰায় দুঘণ্টা বাকী। এই দুঘণ্টাত আমি আৰু কিবা চাওঁ বুলি পৱনক ক'লোঁ। কিন্তু পৱনে ক'লে— হ্ৰদৰ পাৰৰ এইখিনি ঠাইৰ পৰাই এই শো দুটা চাবলৈ আটাইতকৈ ভাল। কিন্তু অলপ পিছতে ইয়াত আৰু বহিবলৈ কিয় থিয় দিবলৈকো ঠাই নাপাব। গতিকে ঠিক হ্ৰদৰ পাৰতে আমি এতিয়াতে বহি লোৱা ভাল। পৱনে লগত নিয়া ডাঠ বহল কাপোৰ এখন দুভাঁজ কৰি দীঘলে দীঘলে পাৰি দিলে। আমি বহি ল'লোঁ। পৱনে আমাৰ বাবে কফী আৰু কিবাকিবি আনিবলৈ গ'ল। আদি নৱেম্বৰৰ কেলিফৰ্ণিয়াৰ সাগৰৰ পাৰৰ শীতলতা। যিমানে ৰাতি হৈ আহিল, সিমানে ঠাণ্ডা বাঢ়িবলৈ ধৰিলে। নিয়ৰ পৰিবলৈ ধৰিলে। আমি লগত থকা গৰম টুপী আৰু গৰম শুৱেটাৰ উলিয়াই পিন্ধি ল'লোঁ। ইতিমধ্যে পৱনৰ কথা ফলিয়াই হ্ৰদৰ পাৰ মানুহেৰে উপচি পৰিল। ঠিক হ্ৰদৰ পাৰৰ বেৰটোৰ [illegible] শাৰী আমাৰ দৰে বহা মানুহৰ। তাৰ পিছত থিয় দিয়া মানুহেৰে হ্ৰদৰ পাৰ ঠাহ খালে। পৃথিৱীৰ কত দেশৰ, কত ভাষী মানুহ ইয়াত। এছীয় লোকৰ কথাই নাই, বহু বগা ছালৰ মানুহো ইয়াত নতুন আৰু আমাৰ দৰে নতুন পৰ্যটক। তেনে শ্বেতাংগ পৰিয়াল বহুকেইটাও আমাৰ দৰে পলম বজাত কাপোৰ পাৰি লৈ শো চাবলৈ বাট চাই আছে। মনত পৰিল— সৰুতে গাঁৱত যাত্ৰা পাৰ্টিৰ নাটক চাবলৈ ৰাতি তেনেকৈ আমি পৰ দি থকাৰ কথা। ইয়াত চাৰিওফালে যেনেকৈ যে আমি কাপোৰ পাৰি ঠাই ৰাখিছোঁ। তত আমি [illegible] ধানখেৰ বা নৰাৰ ওপৰত— [illegible] পৰ দি। এজন এক বেলেগ পৰিয়ালৰ [illegible] লোক বহুত পৰৰ উঠি আহি সুধিলে— শো [illegible] কেই বজাত আৰম্ভ হ'ব। তেওঁৰ ইংৰাজী এনেকুৱা যে মানুহজনক ইংৰাজ বা আমেৰিকান বুলি অনুমান কৰিব নোৱাৰি। গতিকে কোন সময়ত তেওঁলোকক [illegible] সুধিলোঁ— তেওঁলোক কোন দেশৰ পৰা আহিছে। মহিলাৰ উত্তৰ— জাৰ্মেনীৰ পৰা। তেওঁৰ লগত তেওঁলোকৰ [illegible] আৰু ল'ৰা-ছোৱালীহঁত। মনে মনে ভাবিলোঁ— [illegible] উঠি আহি কিয় সুধিলে? পিছত ভাব হ'ল— সেইটোনো কি কথা। [illegible] তেওঁলোকে [illegible]। [illegible] পুৰুষক লৈ কথা সুধিব নালাগিলে [illegible]। [illegible]।

ইয়াত এতিয়া শ শ মানুহে উপভোগ কৰিবলৈ অপেক্ষা কৰি থকা শ্বোটোৰ নাম— Believe It বা বিশ্বাস কৰক। কেনে অগতানুগতিক অথচ অৰ্থবহ নাম। ই এনে আশ্চৰ্যকৰ এক প্ৰদৰ্শন যে দেখিও ইয়াক যেন মানুহে দেখা বুলি নাভাবিব। দেখা পায়ো তেওঁলোকে নাভাবিব যে এনে এটা বিস্ময়কৰ শ্বো তেওঁলোকে দেখা পালে। হয়, কথাটো একেবাৰে সঁচা। সেই কেঁইটামান বোমা ফুটাৰ দৰে গুম গুম শব্দৰে শ্বো আৰম্ভ হ'ল— আমাৰ সন্মুখৰ হ্ৰদ, আমাৰ ওপৰৰ আকাশ যে কত বৰণৰ, কত ৰূপৰ পোহৰেৰে উদ্ভাসিত হ'ল। পোহৰৰ অনেক ৰেখাৰ দ্বাৰা অংকিত হ'ল অনেক ৰূপ, অনেক চিত্ৰ। লগে লগে হ্ৰদৰ বুকুৰ দ্বীপত কত যে বিস্ফোৰণৰ শব্দ। সেই দ্বীপৰ পৰাই আকাশলৈ উৰি গৈ আছে মুহূৰ্তে মুহূৰ্তে ভিন ভিন ৰং, ৰূপ— যিয়ে আকাশত ঘনে ঘনে ৰূপ সলাই সৃষ্টি কৰে বহুৰূপী সৌন্দৰ্যৰ। আকাশ, বতাহ, মাটি সকলো হৈ উঠিল এতিয়া মায়াময়।

আমি চাৰে দহ বজাত ডিজ্‌নী লেণ্ডৰ পৰা আমাৰ কাৰ পাৰ্কিং লটলৈ ওলাই যাবলৈ ল'বলগীয়া হ'ল কৰ্তৃপক্ষই আগবঢ়োৱা বিনামূলীয়া ৰে'লসেৱা। গতিকে অনুমান কৰক ডিজ্‌নী লেণ্ডৰ আকাৰ। হায়, অতীতৰ অৰেঞ্জ কাউণ্টি— সুমথিৰাৰ দেশ!



## তেইছ

# হলীউড্

ডিজ্‌নী লেণ্ড্ চোৱাৰ পিছদিনাই ওলালোঁ হলীউড্ চাবলৈ। লছ্ এঞ্জেলেছলৈ আহি হলীউড নোচোৱাকৈ যাম— সেইটো জানো হ'ব পাৰে? তদুপৰি হলীউডক লৈ কত যে কৌতূহল সন্দেহে পৰা। হলীউড্ নো কি? লছ্ এঞ্জেলেছ্ মহানগৰীৰ চিত্ৰ তাৰকা সকল আৰু ষ্টুডিঅ'বোৰ থকা এটা অঞ্চলৰ নাম নে অন্য কিবা? হলীউডক দেখি আজিকালি মুম্বাইকোতো বুলিলে বলীউড্। কিন্তু হলীউড্‌টো মুম্বাইৰ ফিল্মজগতখনৰহে নাম। এটা অঞ্চলৰ নাম নহয়। লছ্ এঞ্জেলেছৰ তেন্তে এটা অঞ্চলৰ নাম হলীউড্ নে তাৰো ফিল্মজগতখনৰ নামহে হলীউড্—যাক আপুনি ক'তো দেখা নাপায়? আমাৰ ডিজ্‌নী লেণ্ডৰ কাষৰৰ মোটেল এৰি পৱনৰ গাড়ী হলীউডৰ পিনে গৈ গৈ শেষত পালে মহানগৰৰ উপকণ্ঠীয়া এটি অঞ্চল। তাৰে এখন বৰ ওখ নহ'লেও দীঘলীয়া পাহাৰৰ গাত ঘাঁহৰেই খোদিত কৰি থোৱা গাড়ীৰ পৰাই দেখিলোঁ সেই পৃথিৱী বিখ্যাত নামটি— হলীউড্। আকৌ দেখোন পঢ়ি আছোঁ যে হলীউড্ লছ্ এঞ্জেলেছৰ বিভাৰ্লি হিলত। সেই হিল্ বা পাহাৰখনেই তেন্তে বিভাৰ্লি হিল্‌নেকি? পিছে পাহাৰৰ গাৰ ঘাঁহতে খোদিত সেই নামটো প্ৰথম দেখাৰ আৰু বহু সময় পিছতহে পালোঁ সেই পাহাৰীয়া অঞ্চলটো। আমাৰ মুম্বাইৰ মালাবাৰ হিলতো এসময়ত বহুতো চিত্ৰতাৰকাৰ ঘৰ আছিল, বহুতো ধনী ধনী মানুহৰ ঘৰৰ লগতে। মুম্বাইৰ সেই দেখনিয়াৰ বিলাসী অঞ্চল তেতিয়া বলীউড্ নাম পোৱাৰ যোগ্য আছিল যদিও বলীউড্ নামটো তেতিয়া উদ্ভাবিত হোৱা নাছিল। পিছে মুম্বাইৰ সেই বিলাসী অঞ্চলটোৰ দৰে যেন নালাগিল এই অঞ্চলটো। পাহাৰৰ ধুনীয়া ধুনীয়া বৰ বৰ গছৰ মাজেৰে আহল-বহল মসৃণ পথ। মানুহৰ বসতি আছে যদিও ৰাস্তাৰ পৰা ধৰিব নোৱাৰি। বহু দূৰ ওপৰলৈ উঠি যোৱাৰ পিছত মানুহৰ ঘৰ বা দোকান-পোহাৰ নেদেখিলেও পাৰ্কিং প্লেচবোৰ পাবলৈ ধৰিলোঁ। পিছে আমাৰ গাড়ীয়ে সেইবোৰৰ যিখনতে সোমাব খোজে তাৰেই পদূলিৰ কৰ্তব্যৰত লোকজনে আৰু আগুৱাই যাবলৈহে ইংগিত দিয়ে। পাৰ্কিং লটৰ পিছত পাৰ্কিং লট তেনেকৈ পাৰ হৈ যোৱাৰ পিছত অৱশেষত আটাইতকৈ বৃহৎ পাৰ্কিং লটটোত আমাৰ গাড়ী সুমুৱাই নিবলৈ ইংগিত দিলে। অৰ্থাৎ এইটো পাৰ্কিং লটহে বোধহয় আমাৰ দৰে সাধাৰণ দৰ্শক-যাত্ৰীৰ বাবে।

গাড়ী পাৰ্ক কৰি ওলাই গৈয়েই এটা আহল-বহল প্ৰৱেশ দ্বাৰৰ কাষত এখন থিয়কৈ স্থাপিত বোৰ্ডত দেখিলোঁ "ইউনিভাৰ্চেল্ ষ্টুডিঅ'জ্" নামটি। প্ৰৱেশদ্বাৰ পাৰ হৈ গৈয়েই পোৱা যায় সকলোৰে পৰিচিত ইউনিৰ্ভাৰ্চেল্ ষ্টুডিঅ'জৰে সেই প্ৰতীক মূৰ্তিটি— এটি উচ্চ বেদীত প্ৰতিষ্ঠিত। সেইটোক আগুৰি চাৰিওপিনে ফটো লোৱা দৰ্শকৰ ভিৰ। আমিও ফটো লোৱাত লাগিলোঁ। এই ইউনিভাৰ্চেল্ ষ্টুডিঅ'জত সোমাই এই দহ এঘাৰ বজাৰ ভিতৰতে এনে দৰ্শকৰ ভিৰ দেখা পালোঁ যে একমাত্ৰ এয়েই যেন হলীউড্। কিন্তু সিতো হ'ব নোৱাৰে। হলীউড্ ফিল্ম বুলিলে আমিতো অন্য কেতো ষ্টুডিঅ'ত নিৰ্মিত ফিল্মো বুজোঁ। যেনে— এম্ জি এম্, বাৰ্নাৰ্ ব্ৰাদাৰ্চ্, পেৰামাউণ্ট, টুৱেন্টিয়েথ্ চেন্চুৰি ফক্স ইত্যাদি। হয়, সেইবোৰো এই অঞ্চলতে। সেইবোৰতো দৰ্শক হৈ ঘূৰি-পকি চোৱাৰ সুবিধা আছে। অৱশ্যে ইউনিভাৰ্চেল্ ষ্টুডিঅ'জত যেনেকৈ কিনটো ইটো সিটো চাই চাই ঘূৰিব পাৰি, সেইবোৰত দৰ্শকক দেখুওৱা প্ৰগ্ৰামবোৰ দুঘণ্টা, দুঘণ্টাৰহে। আমাক দেখুৱাবলৈ পৰানে বাছি লোৱা

এই ইউনিভাৰ্ছেল ষ্টুডিঅ'জ্ হেনো পৃথিৱীৰ ভিতৰতে বৃহত্তম আৰু আটাইতকৈ পুৰণি। ই স্থাপিত হৈছিল ১৯১২ খ্ৰীষ্টাব্দতে। আমাৰ কৈশোৰ আৰু যৌৱনৰ অতি পৰিচিত আৰু প্ৰিয় এম্ জি এম্ বা মেট্ৰো গোল্ড্‌উইন্ মেয়াৰ্ ষ্টুডিঅ'ক আকৌ আজিকালি বহুজাতিক ছোনি ষ্টুডিঅ'ই গ্ৰাস কৰিলে। সেইদৰে এই হলীউডতে আছে কোডেক্ ষ্টুডিঅ'ও। পিছে আমি আটাইবোৰ পুৰণি, নতুন ষ্টুডিঅ'কেতো একে দিনাই চাই শেষ কৰিব নোৱাৰিম। গতিকে আমি সন্তুষ্ট থাকিব লাগিব ইউনিভাৰ্ছেল্ ষ্টুডিঅ'জ্ চায়েই। পিছে ইউনিভাৰ্ছেল্ ষ্টুডিঅ'জৰ ভিতৰতে দিনটো বৰ সুন্দৰকৈ কটাই দিব পাৰি। ইও আচলতে এক প্ৰমোদ নগৰী। ভিতৰতে দোকান-পোহাৰ, ফটো ষ্টুডিঅ', ৰেষ্টুৰেণ্ট, হোটেল, দৰ্শকৰ বাবে অ'ত ত'ত ৰেষ্টৰুম্। ভাগৰ লাগিলে বহিবলৈ ঠায়ে ঠায়ে চকী-মেজ।

ইয়াতো সোমালেই ডিজ্‌নী লেণ্ডৰ দৰে ছপোৱা প্ৰগ্ৰাম পোৱা যায়। তাক চাই আপোনাৰ দিনটো কেতিয়া কি চাই কটাব থিৰ কৰিব পাৰি। সেই প্ৰগ্ৰামমতেই আমি প্ৰথমতে ল'লোঁ এই ষ্টুডিঅ' নগৰীত ৰে'ল ভ্ৰমণৰ প্ৰগ্ৰামটো। য'ৰ পৰাই ৰে'লে লৈ যাব, তাতেই আনি আকৌ নমাই দিবহি ষ্টুডিঅ'ৰ চাবলগীয়া বহুতো কিবা কিবি দেখুৱাই। অলপ সময়ৰ ব্যৱধানতে দুখনকৈ ৰে'ল যায়। এখনত দৰ্শকৰ বাবে বিৱৰণি থাকে ইংৰাজীত, আৰু আনখনত থাকে স্পেনিছত। টিকেট লোৱাৰ পিছত যিয়ে যিখনত উঠে উঠিব পাৰে। ৰে'লত উঠি গৈ গৈ আমি দেখি গ'লোঁ ষ্টুডিঅ'ৰ বিভিন্ন অঞ্চলত ইয়াতে নিৰ্মিত ফিল্মবোৰৰ কেতবোৰ বিখ্যাত বিখ্যাত দৃশ্যৰ ঐতিহ্যাসিক ঠাই বা পটভূমিবোৰ, বা সেই দৃশ্যবোৰৰ লগত জড়িত, এতিয়াও সংৰক্ষণ কৰি ৰখা বিভিন্ন বস্তু বা উপাদানবোৰ। তেনেকৈয়েই আমাক দেখুওৱা হ'ল এটি অঞ্চল। ইয়াৰ ঠেক বাটৰ দুয়োকাষে কিছুমান ওখ ওখ ইটাৰ ওৱালৰ বিল্ডিং। পিছে দৰ্শকক দি থকা বিৱৰণিৰ পৰা বুজিলোঁ, আৰু পৰনেও বুজাই দিলে যে এইবোৰ আচল বিল্ডিং নহয়। বিল্ডিঙৰ ৰূপহে। বাস্তৱ কাষৰ সেই বিল্ডিংবোৰৰ যি ওখ ওখ ইটাৰ ওৱাল দেখিছোঁ, বন্ধ দুৱাৰৰ দুৱাৰমুখ দেখিছোঁ, পকা খটখটি দেখিছোঁ, সেইবোৰৰ পিছফালে কিন্তু একো নাই। ইয়াৰ ঠেক ৰাস্তা আৰু এনে ইটাৰ ওৱালৰ ঘৰে এখন চহৰৰ পুৰণি দিনক সোঁৱৰায়। গতিকে ধৰক, আপোনাৰ ফিল্মৰ বাবে নিউয়ৰ্ক বা লণ্ডনৰ দৰে পুৰণি মহানগৰৰ এটি পুৰণি আবাসিক অঞ্চল লাগে। তাৰ বাবে আপুনি আউট্‌ডোৰ্ চুটিঙৰ বাবে লণ্ডন বা নিউ য়ৰ্কলৈ যোৱাৰ প্ৰয়োজন নাই। ইয়াতে এই ষ্টুডিঅ'তে আপোনাক স্থান আৰু কালৰ পৰিৱেশ সৃষ্টি কৰি দিব। আপোনাৰ ফিল্মত যদি লাগে ঊনবিংশ শতাব্দীৰ এনে এখন চহৰৰ ঘোঁৰা গাড়ী, সেই যুগৰ সাজপাৰ পিন্ধা পথচাৰীৰে ব্যস্ত এটি পথ আৰু তাৰ দুয়ো কাষে এনে ঘৰ, তাকো আপুনি ইয়াতেই পাব। ইয়াত নোহোৱা অন্য কোনো পৰিৱেশ কোনোখন ফিল্মত লগা হ'লে, তাকো এওঁলোকে সৃষ্টি কৰি দিয়ে। আৰু তাৰ পিছত তাক ভাঙি নেপেলায়। পৰৱৰ্তী যুগৰ কোনো ফিল্মক এই দৃশ্য লাগিবও পাৰে। আৰু নহ'লে সি হ'ব ষ্টুডিঅ'টিৰে ইতিহাসৰ অংগ।

এনে ধৰণতেই আমি ইয়াত দেখা পালোঁ এতিয়াও কেইবছৰমান আগতে বিখ্যাত হৈ পৃথিৱী তোলপাৰ কৰা "জুৰাছিক্ পাৰ্ক"ৰ সেই ভয়ংকৰী বানপানীৰ দৃশ্যটো তাৰ মৌলিক ৰূপতে। দুয়োদিশৰ পাহাৰৰ মাজৰ ৰে'লপথেদি আমাৰ ৰে'ল গৈ এঠাইত ৰাখি দিলে। সেই প্ৰলয়ংকৰী বানপানীৰ ছবি কোনো আচল বানপানীৰ দৃশ্য নাছিল। সি আছিল এতিয়া আমাক ইয়াত দেখুওৱাৰ দৰে কৃত্ৰিম বানপানীৰ চিত্ৰ। "সেই কৌশলেৰে ইয়াতেই সৃষ্টি কৰা বানপানী এতিয়া আপোনালোকক

চাওক” বুলি বিবৰণি ওলোৱাৰ লগে লগে বাওঁ পিনৰ পৰ্বতৰ ওপৰৰ পৰা তীব্ৰ বেগত নামি আহিল সবল বন্যা। পৰ্বতৰ ওপৰ-তল বানপানীত বুৰ গ'ল। পৰ্বতৰ শিলত খুন্দা খোৱা বানপানীৰ ছিটিকনি আহি ৰে'লৰ ভিতৰতে আমাৰ গাতো পৰিল। ৰৈ থকা আমাৰ ৰে'লৰ তলেদি দ পানী পাৰ হৈ গ'ল আমাৰ সোঁপিনলৈ। বহুসময়লৈ কেৱল কাণ তাল মাৰি ধৰা হোঁ হোঁ শব্দ, ৰূপালী পানীৰ অনিয়ন্ত্ৰণীয় ভয়াবহ ৰূপ। কিন্তু নিৰ্দিষ্ট সময়ত সেই পানীকো নিয়ন্ত্ৰণ কৰি বিস্তৃত বানপানীৰ অন্ত পেলোৱা হ'ল— যেন মানুহেই ইয়াত বাইবেলৰ ওল্ড টেষ্টামেণ্টৰ সেই ঈশ্বৰ— যি মানুহৰ পাপৰ বাবে সৃষ্টি কৰিলে সেই ধ্বংসলীলাৰ মহাবন্যাৰ আৰু নিৰ্দিষ্ট সময়ত অন্ত পেলালে সেই প্ৰলয়ৰ।

তাৰ পৰা অন্য এঠাইত গৈ দেখিলোঁ ৰাস্তাৰ কাষতে এডোখৰ বহল ঠাইত এখন উৰা জাহাজৰ ভগ্নাৱশেষ। বিবৰণিত ক'লে এখন বিখ্যাত ফিল্মৰ নাম। মই দেখা নাই বাবে নামটো মনত নাথাকিল। পৰনে দেখিছে বাবে সেই ভগা উৰা জাহাজখনৰ অৱশেষবোৰত বিশেষ উৎসাহ দেখুৱালে। ফিল্মখনৰ কাহিনীত এই প্লেনখন এটা বিমান দুৰ্ঘটনাত পতিত হৈছিল। সঁচা বিমান দুৰ্ঘটনাত পতিত হোৱা এখন উৰা জাহাজৰ এই অৱশেষ ইয়ালৈ কিনি অনা হৈছিল। তাক এনেকৈয়ে ৰাখি দিছে ভৱিষ্যতৰ কোনো ফিল্মত লাগিব বুলি, আৰু নহ'লে ইতিহাসস্বৰূপে।

আমাক দেখুৱাবলগীয়া হোৱা ঠাইবোৰ দেখুওৱা হোৱাৰ পিছত ট্ৰেইনখনে নি আমাক য'ৰ পৰা আনিছিল তাতেই ৰখাই দিলে। আমি নামি গ'লো আৰু তাতে ৰৈ থকা অন্য এক গাড়ী মানুহ পুনৰ তাত উঠি ল'লে। আমি এতিয়া চাম বিভিন্ন হলৰ ভিতৰৰেও হলীউডৰ ঐতিহাসিক কৃতিত্ব ধৰা পৰা চুটি চুটি ফিল্ম বা ফিল্মৰ অংশ। কিছুমান থিয়েটাৰত আকৌ কিছুমান শিশুফিল্মৰ শ্বো বা প্ৰদৰ্শনী। তাৰে ভিতৰত আমি চোৱা কেৰাটাও প্ৰদৰ্শনীৰ উল্লেখযোগ্য এটি হ'ল শ্ৰেক্ ফোৰ-ডি (Shrek 4-D) থিয়েটাৰত কল্পজগতৰ দুঃসাহসিক বীৰ নায়ক ছুপাৰ্মেন বা স্পাইডাৰ্মেনৰ চাৰি আয়তনৰ (four dimensional) দৃশ্যাৱলী। অন্য এঠাইত আকৌ জুৰাছিক পাৰ্কত সেই দৈত্যকায় প্ৰাণীটিৰ আপোনাৰ ওপৰতে আক্ৰমণ। আমি হলটোৰ পাৰ্শ্বপিনে— স্ক্ৰীনৰ পৰা বহু দূৰত। আমাৰ লগত বহি থকা অনৌষ্কাই ভয় খাব বুলিয়েই তেনে কৰিছোঁ। কিন্তু বহু আঁতৰৰ পৰ্দাৰ ছবিৰ পৰাও হাত আহি পায়, তৰোৱাল আহি পায় আমাৰ গা-মূখলৈ। 4-D পিক্‌চাৰ বা চাৰি আয়তনৰ ছবি। এনে ছবি অনৌষ্কাই বৰ ভাল নাপালেও শিশু থিয়েটাৰবোৰত দেখুওৱা শ্বো হোৱাইট্, চিণ্ডাৰেলা আদি চুটি চুটি ফিল্মবোৰ কিন্তু তেওঁ বৰ উপভোগ কৰিলে।

চোৱা-মেলা শেষ কৰি আমি এখন ৰেষ্টুৰেণ্টত ভিনি বজাত লাঞ্চ খালোঁ। ওলাই আহোঁতে দেখোঁ— মেৰিলীন্ মনৰো। হুবহু। চেহেৰাই-পাতিয়ে, পোচাক-পৰিচ্ছদে। চক খাই উঠিলোঁ। মেৰিলীন্ মনৰোৰ হাড়ত বন গজিল। কিন্তু আকৌ তেওঁ বাস্তৱ কৰি যোৱা এই হলীউডতে মেৰিলীন্ মনৰো। লগে লগে ভ্ৰম ভংগ হ'ল যেতিয়া দৰ্শকবোৰ মুগ্ধ হৈ, উত্তেজিত হৈ লৰি আহিল তেওঁৰ ওচৰলৈ। তেওঁৰ কাষত আহি আহি দৰ্শক থিয় হয়। তেওঁ পʼজ্ দিয়ে সেই মুগ্ধ দৰ্শকক কাষত লৈ— সাইলাখ মেৰিলীন্ মনৰোৰ মোহনীয় ভংগী। তাৰ পিছত 'মেৰিলীন্ মনৰো'ৰ হাতত কেইটামান ডলাৰ গুঁজি দি দৰ্শক আঁতৰি যায়। আমাৰো উৎসাহ হৈছিলেই 'মেৰিলীন্ মনৰো'ৰ লগত ফটো উঠিবলৈ। কিন্তু কিমান ডলাৰ বা লাগে? ডলাৰ বৰক কৰবৰ ভয়ত সেই উৎসাহ আমি আঁতৰাই দমাই থ'লোঁ। 'মেৰিলীন্ মনৰো'কেই আচল মেৰিলীন্ মনৰোৰ মোহৰ ভংগীতে মোক

দি আগুবাই গ'ল আৰু অন্য গ্ৰাহকৰ সন্ধানত। হলীউডৰ কুশলী ভিক্ষাবৃত্তি।

আবেলি চাৰি বজাত তাৰ পৰা ওলাই আহি মহানগৰত এপাক মাৰোঁ বোলোঁতে প্ৰথমে চকুত পৰিল এখন ছাইনৰ 'বিভাৰ্লি হিল'ত। এয়া পিছে হিল্ বা পাহাৰ নহয়, আমাৰ সোঁপিনে আমাৰ পথটোৰ পৰা ফাটি যোৱা যিটো পথ, তাৰ নামহে। এই বিভাৰ্লি হিল অঞ্চলৰ সেই বিভাৰ্লি হিল পথটোতেই হেনো খ্যাতিমান, খ্যাতিমতী চিত্ৰতাৰকাসকলৰ বাসস্থান— বিলাসী অঞ্চলৰে আকৌ আটাইতকৈ বিলাসী অঞ্চল। আমি সেই পথটিৰে যাবলৈ হ'লে আকৌ বহুত আগুবাই গৈ বিপৰীতমুখে বহুখিনি ভটিয়াই আহিব লাগিব। কিন্তু তাৰ বাবে আমাৰ সময় নাই। শ্ৰীমতী স্বপ্না দাস এতিয়া বাহিৰে বাহিৰেই বিমানবন্দৰলৈ যাব তাৰ পৰা লাছ্ ভেগাছলৈ যাবলৈ। লাছ্ ভেগাছত ভায়েক ড° চন্দন দাস ৰৈ থাকিব তেওঁক লগত লৈ লাছ্ ভেগাছ্ দেখুৱাবলৈ। গতিকে আমি বিভাৰ্লি হিল্ পথটোলৈ ভুমুকি মাৰিয়েই ক্ষান্ত থাকিব লগা হ'ল। কিন্তু ইয়াৰ পৰাই যি দেখিলোঁ, সিও কেনে নয়নাভিৰাম! পথৰ দুয়োকাষে শাৰী শাৰী তালগছ— চকুৰে মণিব পৰালৈকে। আমেৰিকাৰ এই শাৰী শাৰী তালগছৰ দৃশ্যই মোক বৰকৈ আকৰ্ষণ কৰে। আমি ইয়াত য'ত আছোঁ— ডিজ্‌নী লেণ্ডৰ গাতে লগা হোটেল অঞ্চলটোত, তাতো সকলো ৰাস্তাৰ দুয়োকাষে কেৱল তাল গছ। আনকি আমাৰ হোটেলৰ ভিতৰৰ পথতো। আৰু পাহৰিব পৰা নাই শাৰী শাৰী তালগচৰ দৃশ্য ছেন্ ডিয়েগোৰ লা হোলা বীচচৰ, মাযামিৰ উপকূলৰ। বহুতে এই পথেৰে যাব খোজে কোনোবা মোহময়ী বা মোহময় চিত্ৰতাৰকাৰ দৰ্শন লাভ হয় বুলি। মোৰ যাবলৈ মন গৈছে তালগছৰ দীঘলীয়া শাৰীৰ দৃশ্য উপভোগ কৰিবলৈ।

আগুৱাই গৈ গৈ আমি এই অঞ্চলটোৰ পৰা ওলাই গ'লোঁ বিখ্যাত ৰোডিঅ' ড্ৰাইভ্ পথটোৰে। আমাৰ মুম্বাইৰ মেৰিন্ ড্ৰাইভৰ দৰেই বিখ্যাত হলীউডৰ এই ৰোডিঅ' ড্ৰাইভ। কিন্তু আমাৰ মেৰিন্ ড্ৰাইভ্ বিখ্যাত পথৰ দুয়োকাষৰ দৃশ্যৰ বাবে। এপিনে গৰ্জনৰত মহাসাগৰ। আনপিনে শৰী শাৰী ধুনীয়া ধুনীয়া অট্টালিকা। আৰু পথটোৰে অন্তহীন গাড়ীৰ সুশৃংখল লানি। গধূলি হ'লে মালাবাৰ হিলৰ পিনে কুইন্‌ছ্ নেকলেচ্ বা ৰাণীৰ ডিঙিৰ হাৰৰ অপূৰ্ব দৃশ্য। অৰ্থাৎ সাগৰৰ ভাঁজেৰে মালাবাৰ হিলৰ পিনে উঠা পথটোৰ কাষৰ বহুৰঙী লাইটবোৰে সৃষ্টিকৰা মহাৰাণীৰ ডিঙিৰ হীৰাৰ মণিহাৰৰ দৰে অপূৰ্ব দৃশ্য। লছ্ এঞ্জেলেছৰ ৰোডিঅ' ড্ৰাইভত সেই দৃশ্য নাই। ইয়াৰ ঘৰবোৰ আমেৰিকাৰ সাধাৰণ ঘৰবোৰৰ দৰে এমহলীয়া, দুমহলীয়া। ঘৰ মানে প্ৰায়বোৰ আকৌ দোকানেই। মানুহৰ ইয়াত আকৰ্ষণ—এই দোকানবোৰত হেনো চিত্ৰতাৰকাসকলে বজাৰ কৰিবলৈ আহে। সেইবোৰত হেনো চিত্ৰতাৰকাসকলে বিখ্যাত বিখ্যাত ফিল্মবোৰত পিন্ধা পোচ্চাক-পৰিচ্ছদবোৰো বিক্ৰীৰ বাবে ৰাখি থোৱা হয়। দাম পিছে সাধুকথাৰ দামৰ দৰে। তাৰে কিছুমান নীলামত দিয়া থাকে। আমি যিহেতু সেইবোৰ কিনিবই নোৱাৰিম, কেৱল চুই চাবলৈ গাড়ী ৰখোৱাৰ কথা আৰু নাভাবিলোঁ। কিন্তু তেনেতে অনা এটা হাবিলাস পূৰণ হ'ল পবনৰ। এখন বিলাসী গাড়ী নিজেই চলাই গৈছে এক পুৰুষ চিত্ৰতাৰকাই। দেখিয়েই পবনে "হাই হাই" বুলি হাত বাউলি দিলে। আমাৰ লগত একেদিশেই গৈ আছিল তেওঁৰ গাড়ীও। চিত্ৰতাৰকায়ো হাঁহি মাৰি হাত বাউলি দি পবনক এখন হাতেৰে গাড়ী চলাই চলায়ে প্ৰীতি সম্ভাষণ জনালে। তাৰ বাবে তেওঁ তেওঁৰ গাড়ীৰ গতিকে হ্ৰাস কৰি দিলে। শেষত 'বাই বাই' দি আঁতৰি গ'ল। তেতিয়া পবনক মই ক'লোঁ— "মই ভয় খাইছিলোঁ তোমাক খং কৰে বুলি; আৰু নহ'লে খণ্ডত তোমাৰ কথা সম্পূৰ্ণ আওকাণ কৰি আঁতৰি যায় বুলি।

সিওতো অপমানৰ কথাই।" পৱনৰ উত্তৰ— "নাই, হলীউডৰ এই চিত্ৰতাৰকাসকল বৰ সৌন্দৰ্যপূৰ্ণ। তেওঁলোকে তেওঁলোকক ভালপোৱা মানুহক এৰাই নচলে।"

ৰোডিঅ' ড্ৰাইভৰ পৰা আমি পালোঁ গৈ লছ্ এঞ্জেলেছৰ ডাউন টাউন। সকলো মহানগৰৰ ডাউন টাউন অঞ্চলবোৰৰ দৰে ইয়াতো সেই একে বহু মহলীয়া অট্টালিকাৰ অৰণ্য য'ত থাকে প্ৰধানকৈ চৰকাৰী কাৰ্যালয়বোৰ, অনুষ্ঠানবোৰ। তেতিয়া গধূলিৰ এন্ধাৰ নামি আহিব ধৰিছে লাহে লাহে। গতিকে অট্টালিকাবোৰে বহু ৰঙী পোহৰেৰে বিচিত্ৰ ৰূপ লৈছে। আমাৰ জনবহুল ভাৰতবৰ্ষত এনে সময়ত ৰাস্তাঘাটত ভৰি দিবৰ উপায় নোহোৱা হয় মানুহৰ বাবে। ইয়াত কিন্তু এনে সময়তো ৰাস্তাত মানুহ দেখিবলৈ নাই। কেৱল গাড়ী— ৰাস্তা-ঘাটত, পাৰ্কিং লটত। শ্ৰীমতী স্বপ্না দাসে কয়, মিউজিয়ম, আৰ্ট মিউজিয়ম, থিয়েটাৰ আদিতকৈ তেখেতৰ হেনো শ্বপিং মল, বজাৰ আদিতহে ৰতি। কিন্তু এই ডাউন টাউনত নামি এতিয়া কোনোখন মলত বজাৰ কৰিব নেকি পৰনে সোধাত তেখেতে আৰু উৎসাহ নেদেখুৱালে। তেখেতে সোনকালে বিমানবন্দৰ পাব লাগে লাহু ভেগাছলৈ উৰণটো ধৰিবলৈ। গতিকে আমিও লছ্ এঞ্জেলেছৰ দোকান-পোহাৰত টহল দিয়াৰ ইচ্ছা ত্যাগ কৰিলোঁ।

পিছদিনা ১৪ নৱেম্বৰ, ২০০৬, মঙলবাৰে পুৱতি নিশা চাৰি বজাতে আমি আমাৰ 'ছুপাৰ এইট্' মোটেল ত্যাগ কৰিলোঁ। এঘণ্টা গাড়ী চলাই গৈ আমি বিমান বন্দৰ পোৱাৰ পিছত আমাৰ ভাৰা গাড়ীখন কোম্পানিত জমা দিব লাগিব। তাৰ আগতে আকৌ ওচৰৰ গেছ ষ্টেচনত অৰ্থাৎ আমাৰ ভাষাত— পেট্ৰল ডিপোত গাড়ীখন গেছেৰে অৰ্থাৎ পেট্ৰ'লেৰে পূৰ কৰিব লাগিব। তাৰ পিছত কাৰ্ ৰেণ্টেল কোম্পানিৰ শ্বাট্‌ল্ বাছত উঠি বিমান বন্দৰ পাব লাগিব। তাত আকৌ চেক্ ইন, ছিকিউৰিটি চেক্। এই আটাইবোৰ কৰি উঠি আমি পুৱা ৬.৪০ বজাৰ আমাৰ উৰণ ধৰিব পাৰিমনে? মোৰতো নানানটা চিন্তা। পেট্ৰ'ল ডিপোত যদি এই পুৱতি নিশা মানুহেই নাপাওঁ? কাৰ্ ৰেণ্টেল কোম্পানিয়ে এই পুৱতি নিশা গাড়ীখন ছমজি লোৱাত যদি দেৰি কৰে? কিন্তু নাই, ভাৰতত ঘটিব পৰা তেনে ঘটনাৰ বাবে ভয় ইয়াত অমূলক বুলি প্ৰমাণ পালোঁ। সেই পুৱতি নিশা গেছ ফিলিং ষ্টেচনবোৰত কোনো মানুহ নাই, দেখাত সকলো বন্ধ ঠিকেই। কিন্তু ইয়াততো তেল লোৱা, টকা দিয়া সকলো অটোমেটিক। গতিকে ভেণ্ডিং মেচিনৰ সহায়ত সকলো হৈ গ'ল, ক'তো এটা মানুহৰ সাৰসুৰ নোহোৱা সত্ত্বেও। সেইদৰে গাড়ীখন জমা দিয়াত সময় নালাগিল অকণো। শ্বাট্‌ল্ বাছৰো দিনৰ দৰেই অহা-যোৱা। সকলো সুকলমে হৈ যোৱাৰ পিছত পুৱা ৬.৪০ বজাত কাঁটাই কাঁটাই আমাৰ উৰা জাহাজ আকাশলৈ উৰা মাৰিলে। দুঘণ্টা দহ মিনিট উৰাৰ পিছত আমি ৮.৫০ মিনিটত ডেন্‌ভাৰত অৱতৰণ কৰিলোঁ গৈ। নামিয়ে আমি আমাৰ ঘড়ীবোৰ মিলাই ল'লোঁ কলৰাডো টাইমৰ লগত। কেলিফৰ্নিয়াত আছিল অন্য টাইম্।

ডেন্‌ভাৰ্ এয়াৰ্‌পোৰ্ট এৰাৰ সময়ত পৱনে ইয়াতে পাৰ্কিং কৰি থৈ যোৱা নিজৰ গাড়ীখন বঢ়িব দেখুৱাই উলিয়াই আনিলে। ট্ৰলীবোৰৰ পৰা আমি হাতে আমাৰ লাগেজবোৰ ভৰাই ল'লোঁ। পুনৰ পৱনৰ চালনাত আমাৰ গাড়ী ফোৰ্ট কলিন্‌ছ্ মুখে দৌৰিবলৈ ধৰিলে। সময়মতে আমি ঘৰ পালোঁহি। বেচেৰী অনৌষ্কা! মাত্ৰ চাৰি বছৰীয়া জোৱালী। কিন্তু কি সুন্দৰকৈ আমাৰ কটকটীয়া প্ৰগ্ৰামৰ মাজেদি তেৰোঁ ঘূৰি আছিল। ক'তো একো আমনি নাই। অথচ লগত খেলা নাই মানেই।

# চৌবিছ

# আকৌ ফোৰ্ট্ কলিন্‌ছ্

ইংলেণ্ড, আমেৰিকাত আমি কটাবলগীয়া ৫ মাহৰ ভিতৰত এতিয়া বাকী ৰ'ল মাথোন ৫ সপ্তাহ। ইয়াৰে চাৰি সপ্তাহ আমি ফোৰ্ট্ কলিন্‌ছতে থাকিম; এসপ্তাহ থাকিম নিউয়ৰ্কত। আৰু তাৰ পিছত মুম্বাই হৈ ঘৰ। প্ৰথমতে আমি ইয়ালৈ আহিছোঁ বুলি কেবাটাও পৰিয়ালৈ পাইছিলোঁ খোৱা-বোৱাৰ বাবে নিমন্ত্ৰণ। এতিয়া আৰম্ভ হ'ল আমাক বিদায় দিয়াৰ বাবে নিমন্ত্ৰণ। তাৰে বেছিভাগেই যিহেতু আগতে যোৱা আৰু খোৱা-বোৱা কৰা পৰিয়ালবোৰৈলে নিমন্ত্ৰণ, সেইবোৰৰ বিষয়ে আৰু নিলিখোঁ। কিন্তু আমাৰ অনৌষ্কাৰ সাঁতোৰ প্ৰশিক্ষণৰ শিশু বান্ধৱীৰ মাক-দেউতাকৰ ঘৰলৈ নিমন্ত্ৰণ খাবলৈ যোৱাৰ অভিজ্ঞতা উল্লেখযোগ্য। দুই সাঁতোৰ শিকা অকণমানিৰ মাক-দেউতাক হিচাপে মাজনী-পৰনো আমেৰিকান দম্পতী টিম্ আৰু এলিয়েশ্বাৰ লগত ঘনিষ্ঠ হৈ উঠিছে। টিম আৰু এলিয়েশ্বাৰ লগত আমিও চিনাকি হৈছিলোঁ মাজনীহঁতৰ ঘৰৰে ডিনাৰ পাৰ্টিত। এতিয়া আমাৰ যাবলৈ হ'ল বাবে তেওঁলোকে আমাক লাঞ্চলৈ নিমন্ত্ৰণ কৰিলে এদিন দেওবাৰৰ দুপৰীয়া। তেওঁলোক থাকে ফোৰ্ট্ কলিন্‌ছৰে উপকণ্ঠৰ লেৰিমাৰ (Larimer) বাজ্যিক উদ্যান অঞ্চলৰ এখন, তেওঁলোকৰ মতে, "গাঁৱত"। আমেৰিকাত গাঁও চাবলৈ পাম, আমেৰিকাৰ গাঁৱত গৈ লাঞ্চ খাম (ভাত খাম বুলি আশা কৰিব অৱশ্যে নোৱাৰি)— ইয়াতকৈ আনন্দৰ কথানো আৰু কি আছে। পিছে সেইদিনা দুপৰীয়া গৈ যিখন গাঁও দেখিলোঁ, তাকো আগতে দেখা দুই এখন গাঁৱৰ দৰে, মানুহে গাঁও বুলি নকলে ধৰিব নোৱাৰি। চহৰৰ লগত একেধৰণৰ ঘৰ, একে ধৰণৰ ৰাস্তা। কেৱল ৰাস্তাবোৰ অলপ ঠেক। ঘৰবোৰ চহৰৰ দৰে দুমহলীয়াই। ইপিনে, মাজনীয়ে ঘৰতে নিৰুৎসাহ কৰি লৈ গৈছিল যে আমেৰিকানৰ ঘৰৰ খানাত বিশেষ ভাল কিবা খাবলৈ পাম বুলি আশা কৰি নোলোৱা। ইহঁতে বাৰ্থ ডে'ও পাতে চাহ-বিস্কুটেৰেহে। কিন্তু টিমহঁতৰ ঘৰলৈ গৈ বুফে ষ্টাইলৰ খানাত যি পালোঁ, তাত আচৰিত হ'লোঁ। শ্ৰীমতী এলিয়েশ্বাই নিজেই আমাৰ ভাৰতৰ ব্ৰিবিয়ানি ৰান্ধিছে ভাৰতীয় খানাৰ ৰেচিপি চাই চাই। পুৱাৰ পৰা টিমে কোৱামতে, তেওঁ হেনো ৰন্ধাতে ব্যস্ত। তেওঁক সহায় কৰিবলৈ মাতি আনিছে চুবুৰীয়া এঘৰ আমেৰিকান পৰিয়ালৰে মহিলাগৰাকীক। বাকী আৰু যে কত আইটেম। অৱশ্যে সেইবোৰ পাশ্চাত্যৰে বেছি বাবে সেইবোৰৰ কোনবিধক কি কয়, নাজানো। কিন্তু বুফে ষ্টাইলত খোৱাৰ সময়ত প্ৰতিবিধ খাদ্যৰে ওচৰে ওচৰে প্লেট, চামুচ, ফৰ্ক আদি হাতত লৈ যাওঁতে টিমে কোনবিধক কি কয়, কি কি দ্ৰব্যৰে ৰন্ধা হৈছে এইবোৰৰ বিৱৰণ দি গ'ল। তেনেকুৱা আদৰ পাই নিজকে বৰ ডাঙৰ ভি আই পি যেন লাগিল। বহুত আইটেমৰ মাজৰ পৰা বাছি বাছি খাবলৈও পালোঁ কেবাটাও আইটেম। মাজে মাজে শ্ৰীমতী টিমেও সুধি সুধি গৈ আছে— তেওঁৰ ৰন্ধা কেনে পাইছোঁ। ব্ৰিবিয়ানিটো ইণ্ডিয়াত খোৱা ব্ৰিবিয়ানিৰ দৰে হৈছেনে?

এওঁলোকে মানুহো মাতিছে আমাৰ লগত একেলগে খাবলৈ কেবাঘৰো। এইখন গাঁওতে যদিও ইয়াতো দেখিছোঁ আমেৰিকানৰ উপৰি অন্য দেশীয় মানুহো ইয়াৰ বাসিন্দা। তাৰে এঘৰ হ'ল এটা জাৰ্মান পৰিয়াল। টিম আৰু এলিয়েশ্বাৰ দৰে ডেকা পৰিয়াল। তেওঁলোকৰ এটিহে কন্যা সন্তান। কিন্তু তুলি লৈছে আকৌ দুটি নিগ্ৰো সন্তান। এই তিনিটা ল'ৰা-ছোৱালীৰ ক'লা

সন্তান এটিয়ে অনবৰত কান্দিয়ে থাকিল। তথাপি বগা জাৰ্মান মাক-বাপেকৰ খং-খাগ নাই। এটাৰ পিছত এটাই তাইক বুকুত সুমুৱাই লৈ লৈ কি আদৰ। এনেবোৰ কথা দেখি আমাৰ আঁজলি আচৰিত হয়। তেওঁ কয়—"আমি ভাৰতত দুটি ল'ৰা-ছোৱালীকে আজি কালি তুলিব নোৱাৰোঁ। কিন্তু আমেৰিকানসকলক দেখিছোঁ, নিজৰ ল'ৰা-ছোৱালী দুটি থাকিলেও আৰু দুটি ল'ৰা-ছোৱালী তুলি ল'ব। নিজৰ দেশ আমেৰিকাত অন্ততঃ শ্বেতাংগ আমেৰিকানসকলৰ ল'ৰা-ছোৱালী তুলি ল'বলৈ নাপায় বাবে বিদেশৰ পৰাও আনে ল'ৰা-ছোৱালী।" আঁজলিৰ কথা সঁচা। এই টিম আৰু এলিয়েশ্বাৰ কথাকে ধৰক। তেওঁলোকৰ এজন ল'ৰা, দুজনী ছোৱালী। অথচ আৰু দুটি ল'ৰা-ছোৱালী তুলি ল'বলৈ বিচাৰি আছে। আমেৰিকাত তেনে উদ্দেশ্যত ল'ৰা-ছোৱালী পোৱা টান বাবে বিচাৰি আছে আফ্ৰিকাত। বিশেষকৈ ইথিওপিয়াত হেনো এডোপশ্বন্ ল' বা সন্তান তুলি লোৱা আইন সহজ। গতিকে সম্প্ৰতি তাতে বিচাৰিছে দুটি ল'ৰা-ছোৱালী। আঁজলিৰ কথা "অসীম ধৈৰ্য ইহঁতৰ। অসীম কষ্ট সহিব পৰা ক্ষমতা ইহঁতৰ।"

আজি টিমহঁতৰ ঘৰলৈ আহি আমাৰ লগত নিমন্ত্ৰণ খোৱা পৰিয়ালবোৰৰ ভিতৰত আছে টিমহঁতৰ ওচৰৰ ঘৰৰে এজন অতিপাত ওখ আমেৰিকান আৰু তেওঁৰ থাইলেণ্ডীয় পত্নী। এই থাইলেণ্ডৰ জীয়ৰী আৰু জোঁৱায়ে অসমৰ পৰা যোৱা বুলি আমাক আত্মীয় জ্ঞানেই কৰা বুলি ধৰিব পাৰিলোঁ। খোৱা-বোৱা হোৱাৰ পিছত প্ৰথমতে মৈণীয়েক আহি আমাৰ লগত কথা পাতিবলৈ ধৰিলে। তেখেত যে থাইলেণ্ডৰে আছিল সেই কথা তেখেতেই আমাক জনালে। তেখেতো বগা হ'লেও অলপ পীত বৰণীয়া বগা। তদুপৰি মুখৰ গঢ় শ্বেতাংগ আমেৰিকানৰ মুখৰ গঢ়ৰ দৰে নহয়। অৱশ্যে পূৰামাত্ৰাই মংগোলীয় বুলিও ধৰিব নোৱাৰি। গতিকে তেখেতে নিজে পৰিচয় দিয়াতহে জানিব পাৰিলোঁ। থাইলেণ্ডৰ বুলি কোৱাৰ লগে লগে তেখেতৰ লগত আত্মীয়তাৰ যোগসূত্ৰ বিচাৰি পালোঁ আৰু আত্মীয়তাৰ টানত মোৰ মুখ খোল খালে। মই ক'লোঁ— আমাৰ অসমতো থাইলেণ্ডীয় মানুহ নাথাকিলেও থাই গোষ্ঠীৰ মানুহ বহুত। কিন্তু থাই শব্দটো আমি তাত টাই উচ্চাৰণ কৰোঁ। আমাৰ তাত টাই মানুহ বহুত থকাই নহয়, টাইসকলে ছশ বছৰৰো ওপৰ কাল আমাক শাসন কৰিছিল। আমাৰ দেশৰ ইতিহাসৰ এটা ধৰ সুখকৰ পৰিঘটনা এই যে আমাৰ এই ছশ বছৰীয়া শাসকসকলে, আনকি তেওঁলোকৰ মাজৰ আমাৰ ৰজাসকলেও আমাৰ জনসাধাৰণৰ ভাষা, সংস্কৃতিকে গ্ৰহণ কৰি জনসাধাৰণৰ লগত এক হৈ গ'ল। আমাকো দিলে তেওঁলোকৰ সংস্কৃতিৰ অনেক সম্পদ। ফলত এইখন দেশ তেওঁলোকৰ যেনেকৈ হ'ল, তেওঁলোকো হ'ল আমাৰ। সেয়েহে ব্ৰিটিছৰ হাতত যেতিয়া তেওঁলোকে ৰাজ্য হেৰুৱালে, তেওঁলোক উভতি যাব নালাগিল ছশ বছৰ আগতে এৰি অহা তেওঁলোকৰ ঘৰ বিচাৰি। এই দেশৰ জনসাধাৰণে ৰাজপাট হেৰুওৱা তেওঁলোকৰ হৈ চকুলো টুকিলে আৰু তেওঁলোকক আদৰি ল'লে নিজৰ মাজতে। পৃথিৱীৰ ইতিহাসত এনে উদাহৰণ আৰু কিমান আছে? ব্ৰিটিছসকলেও আমাক ডেৰশ বছৰ শাসন কৰিছিল। কিন্তু তেওঁলোকে যি ৰাজপাট এৰিলে বা হেৰুৱালে, লগে লগে টালি টোপোলা বান্ধি আঁতৰি যাবলগীয়া হ'ল। ইতিমধ্যে তেখেতৰ গিৰীয়েকো আহি আমাৰ কথাত যোগ দিছিল আৰু মোৰ কথা শুনি আছিল। তেওঁলোক দুয়োৰে মোৰ কথাৰ শেষত ক'লে—থাইসকলৰ কথা তেওঁলোকেও ইমান জনা নাছিল। মই ক'লোঁ—এবাৰ আপোনালোক আমাৰ অসমলৈ আহক। অসম দেখিলে

আপোনালোকে কিজানি থাইলেণ্ড বুলিয়েই ভাবিব। অৱশ্যে ৰূপান্তৰ হৈছে, থাই সংস্কৃতিৰ, থাই জনগোষ্ঠীৰ ৰূপান্তৰ হৈছে আমাৰ তাত বহুত। আৰু তেনে ৰূপান্তৰ সদায় সুখকৰ। তাকেহে আমি আদৰ্শ বুলি সদায় সকলো ঠাইতে মানি ল'ব লাগে। আজিৰ এই ভয়ংকৰ মৌলবাদৰ ভেতিয়া জন্মই হ'ব নোৱাৰে।

ইতিমধ্যে তেওঁলোক আমাৰ একেবাৰে অন্তৰংগ হৈ উঠিল। সেয়েহে গিৰীয়েকক মই সুধিবলৈ বেয়া নাপালো তেওঁলোকৰ ব্যক্তিগত কথা। মই তেখেতক সুধিলোঁ—"আপুনিওতো মোক থাইসকলৰ বিষয়ে, থাইলেণ্ডৰ ইতিহাসৰ বিষয়ে আপোনাৰ থাই পত্নীতকৈয়ো বেছিকৈহে ক'লে। আপুনি নিশ্চয় থাইলেণ্ডত বহু বছৰ আছিল। কিন্তু ক'ত?" তেখেতে ক'লে—"বেংককত।" মই ক'লোঁ— "এখেতক কেনেকৈ বিয়া কৰাবলৈ পালে? লগ পালে ক'ত?" ঘৈণীয়েকৰ লাজত গাল ৰঙা হৈ পৰিল। গিৰীয়েকে যেন ক'বলৈ পাই ভালহে পালে। তেখেতে ক'লে—"দুয়োৱে লগ পালোঁ অ'ত ত'ত। তেওঁলোকৰ ঘৰলৈ যোৱা কৰিলোঁ। তেওঁলোকৰ ঘৰেও মোক সাদৰি ল'লে। গতিকে আমাৰ বিয়া হৈ গ'ল।"

এনেকৈয়ে নিমন্ত্ৰণ ৰক্ষা কৰা-কৰি কৰি চাৰিটা উইক্এণ্ড্ পাৰ কৰি দিলোঁ। আহি পালে ২৪ ডিচেম্বৰ, ২০০৬, দেওবাৰ। আমাৰ ফোৰ্ট্ কলিন্‌ছ এৰাৰ দিন। ২৩ ডিচেম্বৰ শনিবাৰে ডঃ ভাৰত বৰুৱা আৰু শ্ৰীমতী ৰীমা বৰুৱা আহিল আমাক মাত লগাবলৈ। আমাক মানে আমাক দুটাইকে। মাজনী, পৱন আৰু অনৌষ্কাও যাব অসমলৈ চাৰি সপ্তাহৰ বাবে আমাৰ লগতে। আমেৰিকাৰ পৰিয়ালবোৰত খাদ্য প্ৰস্তুত কৰি এমাহৰ বাবে ভৰাই থোৱা থাকে আমাৰ বৰ বৰ গোডৰেজ্ আলমাৰীৰ দৰে ফ্ৰীড়্জবোৰৰ ডীপ্ ফ্ৰীড়্জত। মাজনীহঁতৰ ঘৰ বহু দিন বন্ধ থাকিব বাবে তেনেকৈ প্ৰস্তুত খাদ্য ফ্ৰীড়্জত এৰি নাযাবলৈ হিচাবী হৈছিল। তথাপি কিবা কিবি বস্তু বৈয়েই গ'ল। তাৰে কিছু পালে ৰীমা-ভাৰতে; আৰু কিছু পালে তাৰ পিছত অহা ৰিংকুৱে, অৰ্থাৎ ৰিংকু দেউৰীয়ে। ৰিংকু দেউৰী আমাৰ গুৱাহাটী বেলতলাৰ। খড়গপুৰৰ আই আই টিৰ পৰা এম্ টেক কৰি আহি তেওঁ এতিয়া ইয়াৰ কলৰাডো ষ্টেইট্ ইউনিভাৰ্ছিটিত ছফ্ট্ওৱেৰ্ এঞ্জিনীয়াৰিঙত পি এইচ ডি কৰি আছে। ৰিংকুৱে অহা এসপ্তাহৰ বাবে আৰু পাব পৱনহঁতৰ পৰা অন্য এটা অতি মূল্যবান বস্তু—"দ্য নিউয়ৰ্ক টাইম্‌ছ।" পৱনহঁতৰ এই বছৰটোৰ বাবে, অৰ্থাৎ অহা ৩১ ডিচেম্বৰলৈ এইখনৰ বৰঙণি দিয়া আছে। গতিকে ঘৰত এওঁলোক নাথাকিলেও কাকতখন আহি থাকিব। ৰিংকুৱে মাজে মাজে আহি এওঁলোকৰ ঘৰ চাই-মেলি যোৱাৰ কথা। লগতে "নিউয়ৰ্ক টাইম্‌ছ"ৰ কপিবোৰো তেওঁ নি থাকিব পঢ়িবলৈ। এৰা, আমেৰিকাৰ "দ্য নিউয়ৰ্ক টাইম্‌ছ" আৰু "দি ওৱাশ্বিংটন্ পোষ্ট"ৰ কথা শুনিহে আছিলোঁ। এই কেইমাহে নিয়মিতভাবে "দ্য নিউয়ৰ্ক টাইম্‌ছ" পঢ়ি উপলব্ধি কৰিলোঁ, দিনৌ ১ ডলাৰ মূল্যৰ এই কাকতখন সঁচাই এক অমূল্য কাকত। অন্য দিনত ৮২ পৃষ্ঠাৰ আৰু দেওবাৰে ১৭৪ পৃষ্ঠাৰ এই কাকতখন ভালকৈ পঢ়ি থাকিলে দৰাচলতে মানুহ প্ৰকৃত অৰ্থতে শিক্ষিত হৈ থাকিব পাৰে। এই চাৰে চাৰিমাহে "দ্য নিউয়ৰ্ক টাইম্‌ছ" পঢ়ি মই যে কিমান উপকৃত হ'লোঁ! ঘৰ পোৱাৰ পিছত মোক যদি অসমত কোনোবাই সোধে —"আমেৰিকা এৰি আহি আপুনি কি হেৰুৱালে বুলি ভাবে?"—মই টপৰাই উত্তৰ দিম—"দ্য নিউয়ৰ্ক টাইম্‌ছ"খন। তাৰ পিছত মোক যদি কয় —"সেইখনতো আপুনি ইন্টাৰনেটতো পঢ়িব পাৰে", মই ক'ম, "ওহোঁ, নিউয়ৰ্ক টাইম্‌ছৰ সংবাদবোৰ সদায়

নিৰপেক্ষ আৰু আঁতিগুৰি মাৰি পৰিবেশন কৰা ঠিকেই। সেই বাতৰিবোৰো বাতৰিকাকতখনৰ সম্পদ। কিন্তু নিউয়ৰ্ক টাইমছৰ প্ৰকৃত মূল্য ধৰা পৰে বিশ্বৰ বিভিন্ন চুক-কোণৰ বিভিন্ন ঘটনা, সমস্যা আদিৰ ওপৰত প্ৰকাশ পাই থকা সুন্দৰ সুন্দৰ প্ৰবন্ধ বা ফীচাৰ্ আৰ্টিকল্‌বোৰ। ইন্টাৰনেট সংস্কৰণবোৰত অতি নিৰ্বাচিত কিছু কথাহে প্ৰকাশিত হয়।" স্বাভাৱিকতে ডক্টৰেটৰ বাবে গৱেষণা কৰি থকা ৰিংকু দেউৰীয়ে তেওঁৰ ইউনিভাৰছিটি কেম্পাছৰ আবাসৰ পৰা ন-দহ মাইল আঁতৰৰ এই ঘৰৰ পৰাও এই কাকতখন নিবলৈ ইচ্ছা কৰিছে।

মাজনীহঁতৰ ঘৰত বহোঁতেই ৰিংকুৱে প্ৰস্তাৱ দিলে, কাইলৈ পুৱা ৬.৩০ বজাত আমি ঘৰ এৰা সময়ত তেবোঁ তেওঁৰ গাড়ীখন লৈ আমাৰ লগত ডেন্‌ভাৰৰ বিমান বন্দৰলৈ যাব— জানোচা আমাৰ কিবা সহায় হয়েই। আমি যিহেতু টালি-টোপোলা লৈ দুটা পৰিয়ালেই যাম দেশলৈ, গতিকে ডাঙৰ ফোৰ্ হুইল্ গাড়ী এখন পৰনে ভাৰা কৰি আনিছেই। তথাপি ৰিংকুৰ চিন্তা, পাঁচজন মানুহৰ ইমানবোৰ লাগিজ সময়ৰ মূৰত গাড়ীখনত নধৰিলে কি হ'ব! তদুপৰি সেই পুৱাতে ভাৰা গাড়ীখন ৰেণ্টেল কোম্পানিত জমা দিয়া, গাড়ীৰ পৰা অতবোৰ লাগিজ শ্বাটল্ বাছত উঠোৱা— শ্বাটল্ বাছৰ পৰা বিমান বন্দৰৰ ট্ৰলীত উঠোৱা ইমানবোৰ কাম পৰনে অকলে পাৰিব বুলি ৰিংকুৰ বিশ্বাস নহয়। গতিকে ৰিংকুকো তেওঁৰ গাড়ী লৈ ছয় বজাতে আহিবলৈ কোৱা হ'ল ইয়ালৈ। ৰিংকু সন্তুষ্ট হৈ উভতিল আমাক প্ৰতিশ্ৰুতি দি।



## পঁচিছ

# নিউয়র্ক যাত্রা

নিউয়র্ক চাবৰ ইচ্ছা আছিল বাৰুকৈয়ে। লগতে চাবৰ ইচ্ছা আছিল ৱাশ্বিংটন ডি চি— আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাজধানী। কিন্তু পবন, মাজনীৰ ছুটী পোৱা-নোপোৱাৰ কথাও আছে। যাওঁ বুলিলেই নহয়। অৱশেষত আমি নিউয়র্কৰ বাবে ৰাখিব পাৰিলোঁ তিনি দিনহে। ৱাশ্বিংটন বাদেই দিবলগীয়া হ'ল। ইপিনে, নিউয়র্কলৈ যোৱা আমাৰ দিনকেইটাৰ দুটাই হ'ল বন্ধৰ দিন— ২৪,২৫ ডিচেম্বৰ। অকল নিউয়র্কেই কিয়, এই দুদিন সমগ্ৰ আমেৰিকাই বন্ধ। গতিকে বাকী ৰ'ল ২৬,২৭ ডিচেম্বৰ। এই দুদিনতনো কি চাব পাৰিম? নিউয়র্কৰ পৰ্যটন কোম্পানিবোৰৰ নিউয়র্ক দৰ্শন প্ৰগ্ৰামবোৰত ইণ্টাৰনেটত চকু ফুৰাই দেখোঁ, কোনো টুৰাৰ্ কোম্পানিয়েই এই দুদিনত খোলা নাথাকে। তেন্তে এতিয়া কি হ'ব? মাজনীহঁতৰ লগত ঘনিষ্ঠ আমেৰিকান মহিলা কেথাৰিনক সুধিলোঁ— এতিয়া কি কৰোঁ। কেথাৰিনে সাহস দিলে— মহানগৰ দেখুওৱা টুৰাৰ্ কোম্পানিবোৰহে বন্ধ থাকিব। চাবলগীয়া অনুষ্ঠানবোৰো বন্ধ থাকিব। কিন্তু মহানগৰৰ পৰ্যটকৰ মুকলি আকৰ্ষণস্থলীবোৰতো বন্ধ নাথাকে। যেনে ধৰক হাডছন নদীৰ পোতাশ্ৰয়, টাইম্ স্কোৱেৰ, ৰাস্তা-ঘাট। এইবোৰত টহল দিয়েইতো নিউয়র্ক চিটি চাব পাৰি। আৰু আপোনালোক ফুৰিবলৈ কিবা এখন গাড়ীতো ভাৰালৈ ল'বই। নিউয়র্কৰ ৰাস্তাত যি ভিৰ, খোলা দিনত সেইখনত উঠিতো চিটিৰ ভিতৰত ঘূৰাই টান। ইপিনে পাৰ্কিং ফীও অদ্ভুত। গতিকে বন্ধৰ দিনত নিউয়র্ক চোৱাইহে ভাল। ভাৰা কৰা গাড়ীখনেৰেই সকলোপিনে ঘূৰি ঘূৰি নিউয়র্ক চাব পাৰিব। পাৰ্কিঙৰো সমস্যা নাই। এইবাৰ উৎসাহ ঘূৰাই পালোঁ। তদুপৰি বন্ধৰ দিনতো আমাৰ এটাহে ২৫ তাৰিখ। ২৬, ২৭ ডিচেম্বৰতো খোলাই।

এয়া তেন্তে ২৪ ডিচেম্বৰ ২০০৬— ডিচেম্বৰৰ সেই পূৰ্ব নিৰ্ধাৰিত দিনটো। আমি পুৱতি নিশা চাৰে চাৰি বজাতে বিছনা এৰিলোঁ। ছয় বজাতে ৰিংকু আহি পালে আৰু তেওঁৰ আৰু ভাৰা কৰি আনি থোৱা আমাৰ গাড়ীখনতো আমাৰ লাগিজবোৰ ভৰালে। চাৰে ছয় বজাত ঘৰ-দুৱাৰ, গেৰাজ আদি এওঁলোকে বন্ধ কৰে মানে আমি দুয়ো মনে মনে ফোৰ্ট্ কলিন্‌ছক নমস্কাৰ জনালোঁ। কেইদিনমান আগতে কেৱল বৰফ-ধুমুহাই ডেন্‌ভাৰ্, ফোৰ্ট্ কলিন্‌ছকে ধৰি সমগ্ৰ কলৰাডো ৰাজ্য বৰফেৰে পুতি পেলাইছে। তাৰ বিৱৰণ আগতে দিছোঁৱেই। এতিয়া আমি কেনেকৈ ইয়াৰ পৰা ওলাই যাম বুলি চকুত নিদ্ৰা নাছিল কালিলৈকে। শেষত কালি ফোৰ্ হুইল্ ড্ৰাইভ্ গাড়ী এখন পৱনে ভাৰালৈ পালে। তাৰ আগত কোনো কাৰ্ ৰেণ্টেল্ কোম্পানিতে ফোৰ হুইল ড্ৰাইভ্ ভাৰালৈ পাবলৈ নাইকিয়া হৈছিল এই বৰফৰ বাবে তাৰ চাহিদা বঢ়াত। দুয়োপিনৰ ওখ ওখ বৰফৰ দ'মৰ মাজৰ সুৰংগৰ দৰে লোৱা পথেৰে আমাৰ গাড়ী দুখন দৌৰিবলৈ ধৰিলে ডেন্‌ভাৰ বিমান বন্দৰৰ পিনে। এই পথৰ সকলোবোৰ দৃশ্যই পৰিচিত হৈ গৈছে এই চাৰিমাহে। প্ৰতিটো দৃশ্যৰ পৰাই মনে মনে বিদায় ললোঁ গধুৰ, বিষণ্ণ মনেৰে। সোণকালে পূবৰ আকাশত বেলিয়ে ধলকাটি দিলে। এই সূৰ্যোদয়ৰ সময়তে আমি এৰি আহিলোঁ ফোৰ্ট্ কলিন্‌ছ। বিদায় ফোৰ্ট্ কলিন্‌ছ, বিদায় ৰকি মাউণ্টেইন্।

৭.৩৫ বজাত ডেন্‌ভাৰ ইণ্টাৰ্‌নেশ্বনেল্ বিমান বন্দৰ পোৱাৰ লগে লগে পবনে গাড়ীখন কোম্পানিত ঘূৰাই দিবলৈ গ'ল। ৰিংকুৱে আমাৰ বস্তু-বাহানিবোৰ শ্বাটল্ বাছত উঠাই দিয়াত সহায় কৰিলে। আমি তেওঁক তাতেই বিদায় দিব খুজিছিলোঁ। কিন্তু তেওঁ হেনো এয়াৰ্‌পোৰ্টৰ প্ৰৱেশদ্বাৰলৈকো গৈ পুনৰ তাত লাগিজবোৰ ট্ৰলীত উঠাই দিহে আমাক বিদায় দিব। তেওঁ সেইখিনি কৰিহে আমাৰ পৰা বিদায় ল'লে। তেওঁক আমি কেনেকৈ কৃতজ্ঞতা জনাম! তেওঁ বোধহয় আমি দুটা পৰিয়ালক বিদায় দি যিমান দুখ পাইছে, অনৌষ্কাক বিদায় দি তাতকৈয়ো বেছি দুখ পাইছে। কাৰণ অনৌষ্কাৰ মতে ৰিংকু আংকুলেই তেওঁৰ বেষ্ট ফ্ৰেণ্ড্। ৰিংকুক লগ পোৱাৰ আগত আকৌ মাৰিয়ুছ্ লেহেনে বা মাৰিয়ুছ্ আংকল্ আছিল তেওঁৰ বেষ্ট ফ্ৰেণ্ড্।

যদিও আমি ৮ বজাতে ডেন্‌ভাৰ্ বিমান বন্দৰৰ ভিতৰত সোমাইছিলোঁ, চেক্-ইনৰ আৰু ছিকিউৰিটি চেকৰ আনুষ্ঠানিকতা সম্পূৰ্ণ হওঁতে বাজিল ১০.১৫। অতবোৰ লাগিজ আমেৰিকান এয়াৰ্‌লাইনছ্‌ক গোটাই দিবলৈ পাৰি আৰু হাতে হাতে সেই এয়াৰ্‌লাইনছ্‌ৰে বোৰ্ডিং কাৰ্ড ল'বলৈ পাই আমাৰ গা, মন পাতল লাগিল। আমাৰ উৰণে ডেনভাৰ এৰা সময় ১১.৪০হে। গতিকে এইখিনি সময়তে আমি কিবা অলপ খাই লাঞ্চ কৰাৰ নাম কৰোঁ বুলি থিৰ কৰিলোঁ। আমেৰিকাৰ ডমেষ্টিক্ উৰণবোৰত খোৱাৰ নামত যিহে দিয়ে! বিমান বন্দৰৰ নিউয়ৰ্কৰ পিনে উৰিবলগীয়া আমাৰ এই ছেক্টৰটোতো কেবাখনো ভাল ভাল ৰেষ্টুৰেণ্ট, কেবাখনো কিতাপ-আলোচনীকে ধৰি অন্যান্য বস্তুৰো মল। লাঞ্চ খাই উঠি কিতাপ-আলোচনীবোৰত চকু ফুৰাবলৈ ধৰিলোঁ। সময়ত ঘোষণা কৰিলে— আমাৰ উৰাজাহাজলৈ যাবলৈ সময় হ'ল। ১১.৪০ বজাত ডেন্‌ভাৰ্ এয়াৰ্‌পোৰ্ট এৰি তিনি ঘণ্টা উৰাৰ পিছত আবেলি ৩.১৫ বজাত নিউয়ৰ্কৰ জন্ ফিট্‌জেৰাল্ড্ কেনেডি এয়াৰ্‌পোৰ্টত নামিলোঁগৈ। কিন্তু নিউয়ৰ্কৰ মান সময় তেতিয়া আকৌ ৫.১৫ বজা। পুনৰ ঘড়ী মিলাই ল'লোঁ। বাহিৰ ওলাই দেখোঁ, হয় বেলি লহিয়াবৰেই সময়। আমেৰিকাতো যে সময়ৰ মায়া!

লাগিজ বেল্টৰ পৰা ট্ৰলীৰে আমাৰ লাগিজবোৰ বাহিৰলৈ উলিয়াই নি দেখোঁ তাতো আমাৰ বাবে ভাৰা কৰি ৰখা প্ৰকাণ্ড ফোৰ্ হুইল ড্ৰাইভ্ কাৰ্‌খন লৈ পবনৰ বন্ধু অশোক স্বাঁই (Ashok Swain) ৰৈ আছে। এই সময়ত নিউয়ৰ্কতো বৰফ পৰে। গতিকে এই কেইদিনৰ বাবে এই গাড়ীৰ ব্যৱস্থা। বৰদিনৰ সময়ত নিউয়ৰ্কলৈ আহিবলৈ হ'লে যে বহুত আগতীয়াকৈ হোটেল ৰুম, গাড়ী আদি সকলো ৰিজাৰ্ভ কৰিব লাগে, সেই কথা আমি আগতে জনা নাছিলোঁ। আনকি পবনেও। দুসপ্তাহ আগতে পবনে ইণ্টাৰনেটত দেখে— ক'তো আৰু একো পাবলৈ নাই। বৰদিনৰ পৰা নৱবৰ্ষৰ দিনলৈ মজলীয়া, দামী-সকলো হোটেলৰে সকলো কোঠা তিনিমাহ আগতেই সংৰক্ষিত। আনকি কেনেডি এয়াৰ্‌পোৰ্টৰ কাৰ্ ৰেণ্টেল্ কোম্পানিবোৰতো আমাক লগা ধৰণৰ গাড়ী সকলো ভাৰা হৈ গৈছে! গতিকে এতিয়া কি কৰা যায়! নিউয়ৰ্কৰ মোৰ পূৰ্বৰ পৰিচিত শ্ৰীবিমল ৰাজবংশীলৈ ফোন কৰিলোঁ— তেওঁৰ চিনাকি কোনো হোটেলত দুটা কোঠা সংৰক্ষণ কৰি ৰাখিব পাৰে নেকি। বিমলে এদিন সময় লৈ পিছ দিনা জনালে— নাই, বৰদিনৰ পৰা নৱবৰ্ষলৈ কোনো ভাল হোটেলতে ৰুম পাবলৈ নাই। ৰুমেও তিনি মাহ আগতে সংৰক্ষণ কৰি ৰাখিব লাগিছিল। ভাড়াৰ ফোৰ্ হুইল্ ড্ৰাইভ্ গাড়ী এখনৰ বাবে পবনে ফোন কৰিলে অশোকলৈ— তেওঁৰ চহৰ পুংকীপছিৰ কোম্পানিবোৰত খবৰ কৰিবলৈ। পুংকীপছিত

অশোকে পালে এখন। সেইখন লৈয়েই অশোকে যাব আমাক কেনেডি এয়াৰ্‌পোৰ্টৰ পৰা তেওঁৰ ঘৰলৈ লৈ। এৰা, অশোকে সদায় তেওঁৰ ঘৰত গৈ সপৰিয়ালে দুদিনমান থাকি আহিবলৈ পৱনক ধৰিয়েই আছিল। পৱনেও তেনেকৈ অশোকহঁতক। কিন্তু কোম্পানিত কাম কৰা মানুহৰ তেনেকৈ পেট পেলাই মিতিৰ খাবলৈ তাৰ ক'ত সময় হয়? পৱন আৰু অশোকে একেলগে চাকৰি জীৱন আৰম্ভ কৰিছিল কলকাতাত একেটা কোম্পানিত। অশোক যদিও উৰিয়্যাৰ আৰু পৱন অসমৰ— দুয়ো সোনকালে হৈ উঠিছিল ঘনিষ্ঠ। সোনকালে দুয়ো আমেৰিকালৈকো আহিব পাৰিলে। কিন্তু দুয়ো দুটা ভিন্ন কোম্পানিলৈ আৰু দুখন ভিন্ন ঠাইলৈ। তেতিয়াৰে পৰা অত বছৰে দুয়োৰে মাজত মাথোন ফোনৰ যোগাযোগ। সদায় ইজনে সিজনক নিমন্ত্ৰণ কৰা কৰি। কিন্তু এইবাৰহে এইদৰে লগালগি হ'ল তেওঁলোকৰ। পূৰ্বৰ অকলশৰীয়া দুই বন্ধু এই দীৰ্ঘকালৰ ব্যৱধানত এতিয়া সস্ত্ৰীক, সসন্তান। কিন্তু কোনেও কাৰো স্ত্ৰী বা সন্তানক দেখা নাই।

অশোকে আমাৰ বাবে ভাৰা কৰি ৰখা গাড়ীত আমাৰ লাগিজবোৰ কোনোমতেহে ভৰাব পাৰিলোঁ। তাৰ পিছত অশোককে ধৰি আমি ছয়োজন উঠি ললোঁ। গাড়ী চলালে অশোকেই। নিউয়ৰ্ক বিমানবন্দৰৰ পৰা পুগ্‌কীপ্‌ছিলৈ এঘণ্টাৰ বাট। প্ৰথমতে নিউয়ৰ্ক চিটিৰ দাঁতিয়ে দাঁতিয়ে বহু সময়লৈ আহি থাকিলোঁ। নিউয়ৰ্কৰ সেইটো অঞ্চলৰ নামেই ব্ৰন্‌চ— য'ত বিমল ৰাজবংশীৰ ঘৰ। নিউয়ৰ্ক চিটিৰ সেই অঞ্চলটো মটৰৰ পৰা দেখা পায়ে নিউয়ৰ্ক দেখা পোৱাৰ কেনে যে এক শিহৰণ। নিউয়ৰ্ক চিটিৰ সেই অঞ্চলটো এৰাৰ লগে লগে আমাৰ পথতো গাড়ী মটৰ কিছু কমি গ'ল। ইতিমধ্যে বিয়লিৰ ঢেলা পোহৰো নিষ্প্ৰভ হৈ সন্ধিয়াৰ পাতল এন্ধাৰত জাহ গ'ল। পথৰ দুয়োকাষে এতিয়া মাথোন গ্ৰো'ছাইনৰ পোহৰ।

সময়ত আমি পুগ্‌কীপ্‌ছি পালোঁ আৰু উঠিলোঁহি অশোকৰ ঘৰত। দুমহলীয়া ডাঙৰ ঘৰ। আমাৰ গাড়ী অশোকৰ কম্পাউণ্ডত সোমোৱাৰ লগে লগে অশোকৰ পত্নী নমিতা (আমাৰ মাজনীতকৈ বয়সত হয়তো অলপ ডাঙৰ হ'ব) আৰু লগত সাত বছৰীয়া ল'ৰাটি অংশুমান আৰু আঢ়ৈ বছৰীয়া ছোৱালীজনী কুছীও (অসমীয়া উচ্চাৰণত খুছী) ওলাই আহিল। তেওঁলোকৰ উৎসাহ-উদ্দীপনা আৰু মুখৰ হাঁহিতে বুজিলোঁ— আমাৰ বাবে তেওঁলোক অধীৰ আগ্ৰহেৰে ৰৈ আছিল। অশোকেই বস্তু-বাহানিবোৰ ভিতৰলৈ নিব বুলি নমিতাই আমাক সাদৰি লৈ গ'ল। অৱশ্যে পৱন থাকি গ'ল অশোকৰ লগতে। অনৌষ্কাক সাৱটি ধৰি লৈ গ'ল অংশুমান আৰু খুছীয়ে। পৱন আৰু অশোকে তেওঁলোকৰ কাম শেষ কৰি ওপৰ মহলা পায় মানে আমি দিনটোৰ যাত্ৰাৰ ভাগৰ পলুৱাবলৈ মুখ হাত ধুই ল'লোঁ। চাহৰ টেবুলত আমাৰ নমিতাহঁতৰ লগত চিনাকি পৰ্বটো বেছ উমাল হ'ল। পৱন আৰু অশোকো আমাৰ লগত আহি বহাত আমাৰ কথা-বতৰা জমি উঠিল। কিন্তু পৱন আৰু অশোকৰ অতীত ৰোমন্থন বোধহয় দুয়ো একেলগে অকলে বহিলেহে জমে। সেয়েহে দুয়োৰে চাহ-জলপান খাই তলৰ ড্ৰয়িং ৰুমলৈ নামি গ'ল। আমি ওপৰৰ পৰা শুনি থাকিলোঁ তেওঁলোকৰ সঘন উচ্চস্বৰৰ হাঁহি।

সময়ত নমিতাৰ লগত সাগৰিকাও সোমাল গৈ পাকঘৰত। নমিতাই ক'লে, সাগৰিকায়ো আমাৰ লগত আমাৰ নিজৰ নিজৰ বিছনালৈ গৈ বিশ্ৰাম ল'ব লাগে। ৰাতিৰ সাঁজৰ বাবে তেওঁ সকলো কৰিয়েই থৈছে। কেৱল গৰম কৰিলে হ'ল। কিন্তু মাজনীয়ে নমিতাৰ সংগ পাকঘৰতো পাব খোজে।

## ছাব্বিছ

# নিউয়র্ক ঃ প্ৰথম দৰ্শন

২৫ ডিচেম্বৰৰ পুৱা নিউয়ৰ্কৰ ব্ৰনচৰ (Bronx) মুলিনাৰ এভিনিউৰ বিমল ৰাজবংশীলৈ ফোন কৰিলোঁ—আমি আজি পুগ্‌কীপ্‌ছিৰ পৰা নিউয়ৰ্কলৈ যাম দিনটোৰ বাবে। বিমলে ক'লে, আজি যিহেতু তেওঁৰ বন্ধ, গতিকে তেওঁ আমাক মহানগৰখন চোৱাত কিছু সহায় কৰি দিব পাৰিব। তদুপৰি তেওঁ এই সুযোগতে তেওঁৰ ঘৰত আমি এসাঁজ খোৱাটো বিচাৰে। আমাৰ সুবিধামতে ৰাতিও খাব পাৰোঁ, দিনতো খাব পাৰোঁ। আমি জনালোঁ— তেতিয়া হ'লে তেৱেঁই আমাৰ লগত ওলাই মহানগৰ চোৱাত আমাক গাইড্ দিয়ক। ৰাতি তেওঁৰ ঘৰত খাই আমি পুগ্‌কীপ্‌ছি পামহি। সেই অনুসৰি আমি ব্ৰেক্‌ফাষ্ট টাইমতে দুপৰীয়াৰ সাঁজ অশোকহঁতৰ ঘৰত খাই ফোৰ্ট্ কলিন্‌ছৰ ফৈদটো ভাৰা কৰা গাড়ীখনেৰে নিউয়ৰ্কলৈ ৰাওনা হ'লোঁ। এইখন গাড়ীত জি পি এছ্ নাই। কিন্তু পৱনে মেপ চায়েই মুলিনাৰ এভিনিউ উলিয়াই লৈ ৰাজবংশীৰ ঘৰত আমাক উঠালে নি। বিমলহঁতে আমাৰ লগত সময় মিলাবলৈকে দুপৰীয়াৰ সাঁজ তেতিয়া খাই উঠিছে। আমি লগে লগে বিমলক উলিয়াই নিবলৈ খুজিছিলোঁ, গধূলি ইয়াত আহি বহিম আৰু খামেই যেতিয়া এতিয়া আৰু নবহোঁ বুলি। কিন্তু বিমলে এতিয়াও শুদা চাহ একাপ হ'লেও খাই যাব লাগে বুলি আমাক বহুৱাইহে এৰিলে।

চাহ আহে মানে আমি বিমলৰ পৰিয়ালৰ লগত চিনাকি হৈ ল'লোঁ। বিমলো মোৰ নিজৰ ঠাই টিহুৰেই। গতিকে তেওঁক তেওঁৰ ল'ৰাকালতে লগ পাইছিলোঁ। তেতিয়া মোৰ ডেকা কাল। সৰুৰে পৰা তেওঁ আছিল তীক্ষ্ণবুদ্ধিৰ ছাত্ৰ। দেখাত মৰম লগা। মোৰ ডেকা কালৰ সেই অকণমান মৰম লগা ল'ৰাটো এতিয়া বিশ্ববিদ্যালয়ত পঢ়ি থকা দুটি কন্যা সন্তানৰ পিতৃ। আৰু তেতিয়াৰ কলেজীয়া ডেকা মই? মোৰ ল'ৰাৰ পিনৰ পৰা আৰু ছোৱালীৰ পিনৰ পৰাও দুজনী নাতিনীৰ ককা। বিমল নিজে নিউয়ৰ্ক ৰাজ্যৰ চৰকাৰৰ নিৰ্মাণ বিভাগৰ এঞ্জিনীয়াৰ। আৰু তেওঁৰ পত্নী ভণ্টি (এৰা, এইটো তেওঁৰ লিখা নামেই— ভণ্টি দাস) আমাৰ তাৰ হাউলিৰ জীয়ৰী। দুই ছোৱালীক ডাঙৰ কৰি, মাকৰ কৰ্তব্য শেষ কৰি এতিয়া এটা কামত সোমাইছে। আমাৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ এওঁ অসমীয়াৰ এম্ এ। কিন্তু ইয়াত কামত সোমাইছে নিউয়ৰ্ক ৰাজ্য চৰকাৰৰে কিবা এটা বিভাগত। আমেৰিকাত এয়েই ভাল যে কামৰ পৰা অৱসৰ লোৱাৰ যেনেকৈ একো ধৰা-বন্ধা বয়স নাই, কামতো তেনেকৈ যিকোনো বয়সতে সোমাব পাৰে। বিমল যিহেতু মোৰ ভাইসম আৰু ছাত্ৰ স্থানীয় গতিকে ভণ্টি দাসকো মই ভণ্টি বুলিয়েই মাতিম বুলি অনুমতি লৈ ল'লোঁ। বিমল আৰু ভণ্টিৰ দুই ছোৱালী কিন্তু দুই ভুখৰি হীৰাৰ দৰে। ডাঙৰ ছোৱালী বীমা ৰাজবংশী এলাপেন্থ বিশ্ববিদ্যালয়ৰ নহয়, একেবাৰে হাৰ্ভাৰ্ডৰ গ্ৰেজুৱেইট্। তাৰ পৰা গ্ৰেজুৱেইচন্ লোৱাৰ পিছত এতিয়া ডেভিছৰ কেলিফৰ্নিয়া বিশ্ববিদ্যালয়ত সৃজনীমূলক সাহিত্যৰ এম্ এ কৰি আছে। এওঁৰ কথা প্ৰথমতে ফোৰ্ট্ কলিন্‌ছত শ্ৰীমতী অনিমা গোস্বামীৰ পৰা শুনিছিলোঁ। অসমীয়া সংস্কৃতিৰ ওপৰত এটা প্ৰজেক্ট কৰাৰ বাবে এটা ভাল স্কলাৰশ্বিপ্ লাভ কৰিছিল। অলপতে সেই স্কলাৰশ্বিপৰ সহায়তেই মাজুলীকে ধৰি অসমৰ বিভিন্ন ঠাই ঘূৰি তেওঁৰ প্ৰজেক্টৰ বাবে সমল গোটাই আনিছে। *বীমাৰ লগত কথা পাতিও বৰ ভাল লাগিল।*

অসমীয়া কয় ঠিক অসমীয়া সুৰ আৰু উচ্চাৰণতে। অথচ নিউয়ৰ্কতে জন্মি নিউয়ৰ্কতে ডাঙৰ হোৱা ছোৱালী। পঢ়িও আছে ইংৰাজী সাহিত্য। অন্য বহুতো আমেৰিকাতে জন্মি আমেৰিকাতে ডাঙৰ হোৱা ল'ৰা-ছোৱালী লগ পালোঁ। বেছিভাগেই অসমীয়া ভালকৈ ক'ব নোৱাৰে। আৰু পাৰিলেও সি হয় আমেৰিকান একচেন্ট্ আৰু ইন্টোনেশ্বনৰ অসমীয়া। ৰীমাৰ লগত কথা-বতৰা পাতিও বৰ ভাল লাগে। অতি নম্ৰ আৰু মৃদুভাষী। স্বভাৱতে গম্ভীৰ যদিও মুখত প্ৰয়োজন বুজি হাঁহিও।

বিমল আৰু ভণ্টিৰ দ্বিতীয়জনী ছোৱালী ৰুবী ৰাজবংশী। ৰুবীও ৰীমাৰ দৰেই প্ৰতিভাশালী। এওঁ এঞ্জিনীয়াৰিঙৰ ছাত্ৰী। এঞ্জিনীয়াৰিঙৰ গ্ৰেজুৱেইশ্বনো কৰিছে ৰীমাৰ দৰে যিকোনো বিশ্ববিদ্যালয়ৰ পৰা নহয়, একেবাৰে এম আই টি বা মাছাচুছেট্ছ্ ইনষ্টিটিউট্ ওভ্ টেক্ন'লজিৰ পৰা। এতিয়া তেওঁ অন্য এখন বিশ্ববিদ্যালয়ত চিভিল্ এণ্ড এনভাইৰন্মেণ্টেল্ এঞ্জিনীয়াৰিঙত মাষ্টাৰ্ছ কৰি আছে। এওঁৰো চেহেৰা আৰু গাৰ ৰং বাইদেৱেকৰ দৰেই— শুধ বগা আৰু গোল মুখমণ্ডলৰ। বায়েকৰ দৰে তেৰোঁ গম্ভীৰ; কিন্তু প্ৰয়োজন বুজি মিচিকিয়াই হাঁহিব পৰা।

ভণ্টিয়ে যেতিয়া চাহ লৈ আহিল, তেতিয়া দেখিলোঁ চাহৰ লগত তিলৰ লাডু আৰু তিল-পিঠাও। মই ৰগৰ কৰি ক'লোঁ—"শুদা চাহহে খাম বুলি চৰ্ত দিছিলোঁ। কিন্তু নিউয়ৰ্কত ইয়াকেহে শুদা চাহ কয় নেকি?" নাখাওঁ বুলি জোৰ কৰাত যেতিয়া তিলপিঠা মুখত দিলোঁ, দেখিলোঁ সেয়া সঁচা অসমীয়া তিলপিঠাই। ওখ, শুধ বগা, ক্ষীণাংগী ভণ্টিক সুধিলোঁ—"হাউলি বা টিহুৰ পৰা কোনোবা তিলপিঠা আৰু তিলৰ লাডু লৈ আহিছে নেকি?" ভণ্টি আৰু বিমল দুয়ো এক মুখে ক'লে—"নাই, এয়া সম্পূৰ্ণৰূপে আমাৰ ঘৰতে তৈয়াৰী।" মই ক'লোঁ—"কিন্তু বৰা চাউল ক'ত পালা? তিল বাৰু পায় য'তে ত'তে। নহ'লেও এছিয়ান মলবোৰত।" বিমলে ক'লে—"ঠিক আমাৰ তাৰ বৰা চাউল নহয়, কিন্তু ইয়াতো গ্লুটিনাছ ৰাইচ্ (Glutinous rice) বুলি এবিধ চাউল পোৱা যায়। তাৰ তিলপিঠা বৰ সুন্দৰ হয়।" মই ক'লোঁ—"খালে দেখোন ঠিক অসমীয়া বৰা চাউলৰ পিঠা যেনেই লাগে?" বিমলে ক'লে—"সেয়েহে অসমৰ পৰা মানুহ আহিলে মই এইবিধ চাউল কিনি আনোঁ, মাকে মিক্সিত গুড়ি কৰে আৰু দুই জীয়ৰীয়ে পিঠা ভাজে।"

চাহ আৰু লাডু-পিঠা খাই উঠি আমি ৰাস্তালৈ ওলাই আহিলোঁ। গাড়ীত পৱনৰ কাষতে বহিল বিমল, যাতে পৱনক বাটৰ নিৰ্দেশনা দি যাব পাৰে— আমাৰ সকলোৰে আগত বিৱৰণি দি যোৱাৰ লগে লগে। নিউয়ৰ্ক দৰ্শন যাত্ৰা আৰম্ভ কৰিয়ে দেখিলোঁ এই মহানগৰীত দেখোন মাটি যিমান, পানীও সিমান। অনেক দলং, অনেক নদী, অনেক জলভাগ। বিমলৰ কৃপাত আমাৰ বাবে এইবোৰ এতিয়া অনামী নদী, অনামী দলং আৰু অনামী জলভাগ হৈ নাথাকিল। সেইবোৰৰ নাম, বয়স, ইতিহাস সকলো আমাক বিমলে কৈ কৈ গ'ল। তেওঁ আমাক প্ৰথমতে ক'লে ব্ৰন্‌ক্ছ নদীখনৰ কথা। তাৰ পাৰে পাৰে গৈ থাকোঁতে আভাস দিলে ব্ৰন্‌ক্ছ কাউণ্টি বা বুৰোৰ বিষয়েও। ইয়াৰ পিছত আৰু এখন নদীলৈ বিমলে আঙুলিয়ালে— ইষ্ট এণ্ড নদী। দলঙো দেখা পালোঁ কেবাখনো— ইষ্ট ৰিভাৰ ব্ৰিড্জ, মান্হাট্টান্ ব্ৰিড্জ আৰু ব্ৰুক্লিন্ ব্ৰিড্জ। নিউয়ৰ্ক মহানগৰখন যিহেতু অকল সাগৰৰ পাৰতে নহয়, বহু ঠাই সাগৰৰ ভিতৰলৈ সোমাই যোৱা ঠেক স্থলভাগতো, গতিকে নিউয়ৰ্ক মহানগৰৰ অনেক অঞ্চল উপসাগৰৰ বুকুতে। এই

মহানগৰৰ মাজেদি মহাসাগৰত পৰিবলৈ যোৱা নদীৰ বহুল মোহনাই বা উপসাগৰৰ বহুল জলভাগবোৰে আমাৰ দুখীয়া দেশত বহুত অসুবিধাৰ সৃষ্টি কৰিলেহেঁতেন মহানগৰখনত। কিন্তু এই দেশত অনেক খৰচী বৰ বৰ দলং সাজি আটাইবোৰ অঞ্চলকে লগ কৰি ৰাখিছে। ফলত নদী, পানী, উপসাগৰ সকলো হৈ পৰিছে মহানগৰখনৰ সম্পদ। আৰু দলংবোৰো যি— কেনে সবল, সুঠাম, দীঘল। পানীৰ বহু ওপৰেদি। তলৰ পানীলৈ চালে ভয়েই লাগে। অথচ সেইবোৰৰ ওপৰেদি সকলো প্ৰকাৰৰ যান-বাহন তীব্ৰ গতিত অহা-যোৱা কৰি আছে। এনে দলঙৰ ভিতৰত আছে ইষ্ট্ ৰিভাৰৰ ওপৰৰ মানহাট্টান্ ব্ৰিড্জ্ আৰু ব্ৰুক্লিন্ ব্ৰিড্জ। এই দুখন দলঙে মানহাট্টান্ আৰু ব্ৰুক্লিন্— এই দুখন বুৰোক সংযোগ কৰিছে। মানহাট্টান ব্ৰিড্জ্ আৰু ব্ৰুক্লিন্ ব্ৰিড্জ্ নিউয়ৰ্ক দৰ্শনাৰ্থীৰ বাবে আকৰ্ষণৰ বস্তু, ঠিক যেনেকৈ ছেন্ ফ্ৰান্‌ছিস্কোৰ দৰ্শনাৰ্থীৰ বাবে গোল্ডেন্ ব্ৰিড্জ্ আকৰ্ষণৰ বস্তু।

এটা সময়ত আমি মানহাট্টান্ পালোঁ। মানহাট্টান্ নিউয়ৰ্ক চিটিৰ অকল এটা বুৰোৱেই নহয়, ই নিউয়ৰ্ক চিটিৰ আটাইতকৈ গুৰুত্বপূৰ্ণ অঞ্চল আৰু লগতে আটাইতকৈ চাবলগীয়া অঞ্চল। এনেকৈয়ো ক'ব পাৰি যে এই বিশাল মহানগৰখনৰ সকলোবোৰ অঞ্চল যদি কাৰোবাৰ বাবে চোৱা সম্ভৱ নহয়, তেন্তে অকল মানহাট্টানখন চাই গ'লেও নিউয়ৰ্ক চোৱা হৈ যায়। মহানগৰৰ আটাইতকৈ বিখ্যাত আকৰ্ষণ স্থলীবোৰ ইয়াতেই। সেই মানহাট্টানেই আমি পালোঁহি ব্ৰনচ্ অঞ্চলটো এৰাৰ পিছতে। বিমলৰ নিৰ্দেশক্ৰমে প্ৰথমতে আমি মানহাট্টানৰ বাহিৰ সীমাৰ বহুল ৰাজপথেৰে গাড়ীৰেই দুয়োপিনৰ চাবলগীয়াবোৰত চকু দি দি গ'লোঁ। ব্ৰনচ্‌ৰ পৰা যেতিয়া আমি দক্ষিণমুৱা হ'লোঁ, তেতিয়া আমাৰ বাওঁপিনৰ ইষ্ট ৰিভাৰ্ হ'ল সাগৰৰ দৰে বহুল। অৰ্থাৎ ইষ্ট্ ৰিভাৰৰ সাগৰত পৰিবলৈ ওলোৱা মুখ বা মোহনা। ইয়াতো এই নদীতে যে কিমানটা দ্বীপ। প্ৰতিটোৱেই অধ্যুষিত। আমি ইষ্ট্ নদীৰ পাৰে পাৰে বেছ কিছু দূৰ যোৱাৰ পিছত পশ্চিমমুৱা হ'লোঁ। তেতিয়াও আমাৰ বাওঁপিনে জলভাগেই। এই জলভাগো নদীয়েই যদিও, নদীনে সাগৰ ধৰিবই নোৱাৰি। আচলতে ইষ্ট্ ৰিভাৰ্ নদী ইয়াতেই নিউয়ৰ্ক বে' বা নিউয়ৰ্ক উপসাগৰত পৰিছেহি।

আমি ইষ্ট ৰিভাৰ্ নদীৰ পাৰে পাৰে যিটো অতি আহল-বহল পথেৰে আহিলোঁ সেই পথটোৰ নাম ইষ্ট ৰিভাৰ ড্ৰাইভ্। গাড়ী চলাই প্ৰমোদ ভ্ৰমণ কৰিব পৰাকৈ নিৰ্মিত এই পথ। দুপৰীয়া এজাক বৰষুণ দিছিল। মহানগৰখনক যেন গা ধুৱাই দি গ'ল সেই বৰষুণে। সকলো পিনে এটা নিকা পৰিবেশ। বাটেপথে মানুহতো এনেয়েও দেখিবলৈ নাথাকে, আজি আকৌ বন্ধৰ দিনত গাড়ীও অতি পাতল। আমাক যেন মহানগৰখনেই এইদৰে অবাধ গতিত ঘূৰি চাই ফুৰিবলৈ সুবিধা উলিয়াই দিছে। নদী বা সাগৰৰ পাৰে পাৰে গাড়ী চলাই বাওঁতে এজাক সাগৰীয় কিৰ্‌কিৰীয়া বতাহ আমাৰ গাত লাগিছেহি। কি যে সুখকৰ হৈ উঠিছে আমাৰ এই নিউয়ৰ্ক ভ্ৰমণ তথা দৰ্শন। বাওঁপিনে ইষ্ট ৰিভাৰখন লৈ কিছু দূৰ পশ্চিমমুৱাকৈ যোৱাৰ পিছতে আমি উত্তৰমুৱা হ'লোঁ। এইবাৰো আমাৰ বাওঁপিনে জলভাগ। এয়া কিন্তু এতিয়া নিউয়ৰ্ক উপসাগৰ আৰু তাৰ পিছত হাড্‌ছন্ নদী— সেই ঐতিহাসিক নদী— যি নদীয়েদি আটলাণ্টিক মহাসাগৰৰ পৰা সোমাই আহিছিল প্ৰায় তিনিশ বছৰ পূৰ্বে ইউৰোপ, ইংলেণ্ডৰ ভাগ্যৰ অন্বেষণকাৰীসকল। এৰা, ইংলেণ্ডৰ সেই ভাগ্যৰ অন্বেষণকাৰীসকল, আৰু পিছত

ঔপনিবেশিকসকলেইতো ইয়াতে গঢ়ি তুলিলে ইংলেণ্ডৰ য়ৰ্কৰ নাম অনুসৰি নিউয়ৰ্ক। আমি অহা পথ পশ্চিমমুৱা হোৱাৰ পৰা উত্তৰমুৱা হোৱা কেইপ্ (cape) বা অন্তৰীপটোতে আমেৰিকাৰ বাণিজ্যকেন্দ্ৰৰ প্ৰতীকস্বৰূপ ষ্টক্ মাৰ্কেট বা ওৱাল্ ষ্ট্ৰীট্। আমেৰিকাৰ ওৱাল ষ্ট্ৰীটৰ নামৰ আৰ্হিতে মুম্বাইৰ ষ্টক্ মাৰ্কেট অঞ্চলটোৰ নাম দালাল ষ্ট্ৰীট। দৈনন্দিন বাণিজ্যিক আৰু অৰ্থনৈতিক কথাবোৰৰ বুজ ল'বলৈ আমাৰ তাত 'দি ইকোনোমিক্ টাইমছ্'ৰ যি গুৰুত্ব, আমেৰিকাত "দি ওৱাল ষ্ট্ৰীট্ জাৰ্নেল'ৰো সমলেখীয়া গুৰুত্ব। পবনে গাড়ীৰ গতি ধীৰ কৰি ওৱাল ষ্ট্ৰীটৰ বিল্ডিংবোৰলৈ চাই পঠিয়ালে। পবনৰ কোম্পানি ষ্টকত বৰ ৰাপ। গতিকে ওৱাল ষ্ট্ৰীট তেওঁৰ মক্কা। আজি বন্ধৰ দিনত পিছে ওৱাল্ ষ্ট্ৰীটৰ দুৱাৰ খিৰিকী সকলো বন্ধ। ওৱাল ষ্ট্ৰীটৰ বিল্ডিংবোৰ যেনেকৈ বহু মহলীয়া— আমেৰিকাৰ পুৰণি নগৰবোৰৰ এখন এই নিউয়ৰ্কৰ অন্য অঞ্চলবোৰৰ বিল্ডিংবোৰো বহু মহলীয়া, ঠিক যিটো উপকূলৰ পুৰণি নগৰ ছেন্ ফ্ৰান্‌ছিছ্‌কো, লছ্ এঞ্জেলেছৰ দৰেই। আৰু মানুহৰ বসতি অঞ্চলৰ পুৰণি ঘৰবোৰ ইটাৰ বেৰৰ।

ওৱাল্ ষ্ট্ৰীট্ এৰি আমি উত্তৰমুৱাকৈ গাড়ী চলাবলৈ লৈয়েই পালোঁ চিটি হাৰ্বাৰৰ বেটাৰি পাৰ্ক। সাগৰৰ জাহাজবোৰৰ আহ-যাহ চাবলৈ আৰু জাহাজত গৈ উঠিবলৈকো এখন আহল-বহল উদ্যানস্বৰূপ ঠাই এই বেটাৰি পাৰ্ক। বিমলে হাৰ্বাৰ বুলি কোৱাৰ লগে লগে পবনৰ গাড়ী ধীৰ হৈ গ'ল বৈ যোৱাৰ উপক্ৰম হ'ল। আমেৰিকাততো পাৰ্কিং নাথাকিলে গাড়ী ৰখোৱা নিষিদ্ধ। গাড়ীৰ গতিবেগো য'ত যিমান হ'ব লাগে, তাৰ ইফাল-সিফাল কৰিব নোৱাৰি। পুলিচ নাই কাৰণেই আইন ভংগ কৰি সাৰি যোৱাৰো উপায় নাই। ছেটেলাইটত সকলো ধৰা পৰি আছে। এনে স্থলত পবনে এতিয়া গাড়ী ৰাখিব খুজিছে কিয়? তেওঁৰ হেনো গাড়ী ইয়াতে অকণমান সময় ৰাখি সাগৰৰ পাৰলৈ গৈ সাগৰৰ পটভূমিত আমাৰ ফটো লোৱাৰ ইচ্ছা। আকৌ দূৰৈত পানীৰ মাজত দেখা সেই পৃথিৱী বিখ্যাত ষ্টেচ্যু ওভ্ লিবাৰ্টি বা 'মুক্তি মূৰ্তি'টোৰো তেওঁ ফটো ল'ব খোজে। আজি বৰদিনৰ দৰে এটা পবিত্ৰ বন্ধৰ দিনত পুলিচে নধৰিব লাগে বুলি তেওঁ আমাক গাড়ীৰ পৰা নমাই ফটো তোলাত লাগিলেই।

তাৰ পিছত আমি আহি পালোঁ সেই ঐতিহাসিক ৱৰ্ল্ড ট্ৰেইড্ চেণ্টাৰৰ টুইন্ টাৱাৰ্ বা যুগ্ম গম্বুজ দুটাৰ ভগ্নাৱশেষৰ ওচৰলৈ। এক আহল-বহল ক্ষেত্ৰত সিঁচৰতি হৈ আছে কংক্ৰীটৰ আবৰ্জনা। সিদিনালৈকে য'ত মূৰ তুলি থিয় হৈ আছিল আমেৰিকাৰ গৌৰৱ সেই সু-উচ্চ অট্টালিকা দুটি— সি আজি পাখি ভগা জটায়ুৰ দৰে পৰি আছে। যেন দৰ্শকসকলক ক'ব খোজে ওচামা-বিন-লাডেনৰ কথা। এৰা, এই কাৰ্যত মৌলবাদী সন্ত্ৰাসবাদীসকলৰ কোনো বীৰত্ব, কোনো গৌৰৱ ধৰা নপৰে। আনহাতে ইয়াৰ বাবে আমেৰিকাই পায় বিশ্ববাসীৰ সহানুভূতি।

গপুৰ অন্তৰেৰে আমি পুনৰ গাড়ীৰে দৌৰিবলৈ ধৰিলোঁ— উত্তৰমুৱাকৈয়ে একেটা পথেৰে। আমাৰ বাওঁপিনে এতিয়া সেয়া নদী বুলি অৰ্থাৎ হাড্‌ছন্ নদী বুলি ধৰিব পাৰি। বহুত বহল হ'লেও এতিয়া এইপিনে সিটো পাৰ দেখা যায়। সিটো পাৰ দেখা নগ'লে সিনো নদীনে সাগৰ কেনেকৈ জানিম? কিন্তু হাড্‌ছন্ নদী বুলি ধৰিব পৰা হোৱাৰ পিছতে নদীৰ পাৰে পাৰে আৰম্ভ হ'ল বৰ বৰ বিল্ডিংবোৰৰ শাৰী। এইবোৰেই পিয়াৰ্ (Pier) বা জাহাজ সংযোগী অট্টালিকা। গধূলিৰ এন্ধাৰ নামি আহিব ধৰাৰ লগে লগে বাট-পথ আৰু সৌধিনৰ বিভিন্ন অট্টালিকা ৰং-বিৰঙৰ পোহৰেৰে উদ্ভাসিত হৈ উঠিল। আমি বিমলৰ পৰামৰ্শমতে মানাহাট্টানক কেন্দ্ৰ কৰি

তাক প্ৰদক্ষিণ কৰি এতিয়া এটি পথেৰে তাৰ ভিতৰলৈ সোমাই গ'লোঁ। আমাৰ লক্ষ্য, ব্ৰড্‌ৱে (Broadway) আৰু টাইম্‌ স্কৱেৰ্‌ (Time Square)। সেই ব্ৰড্‌ওৱে— যাক নিউয়ৰ্কৰ থিয়েটাৰ ডিষ্ট্ৰিক্ট বুলিও জনা যায়। নিউয়ৰ্কৰ এটা বিলাসী অঞ্চল। ইয়াতে এখন থিয়েটাৰ চাব পৰা হ'লে আমাৰ ব্ৰড্‌ওৱে দৰ্শন সাৰ্থক হ'লহেঁতেন। কিন্তু লণ্ডনত বা ইংলেণ্ডত থিয়েটাৰ যেনে জনপ্ৰিয়, নিউয়ৰ্ক বা আমেৰিকাতো সেই একেই। বহু দিন আগতে ৰিজাৰ্ভ কৰি নথ'লে ছীট এটা পোৱা নাযায়। গতিকে ইয়াৰো পথে পথে গাড়ীৰে ঘূৰিয়ে আমি ক্ষান্ত থাকিলোঁ।

ইয়াৰ পিছত আমি নিউয়ৰ্কৰ এনেয়েও আকৰ্ষণস্থলী, বৰদিনৰ দিনা গধূলি আৰু বেছি আকৰ্ষণীয় হৈ উঠা টাইম স্কৱেৰৰ পিনে গ'লোঁ। নৱবৰ্ষৰ দিনা তাতেই গোট খায় হেনো সমগ্ৰ বিশ্বৰ পৰা অহা হেজাৰ হেজাৰ মানুহ— নৱবৰ্ষক আনুষ্ঠানিকভাৱে আদৰিবলৈ। এই ঠাই ডোখৰক পৰ্যটকৰ বাবে সজাই পৰাই বিশেষভাৱে আকৰ্ষণীয় কৰি তুলিছে আচলতে নিউয়ৰ্ক মহানগৰৰ কৰ্তৃপক্ষৰ অনুমতি লৈ "দ্য নিউয়ৰ্ক টাইমছ্" কাকতখনৰ কৰ্তৃপক্ষই। তেতিয়াৰপৰাহে আঞ্চলটোৰ নাম হ'ল টাইম স্কৱেৰ্। নৱবৰ্ষৰ সেই নিশা ইয়াৰ আলোকসজ্জাই হেনো -- সমগ্ৰ অঞ্চলটোকে মায়াপুৰী কৰি তোলে— যি অপূৰ্ব দৃশ্য চাবলৈ ইয়াত গোট খায়হি হাজাৰে হাজাৰে মানুহ। বন্ধৰ দিন নোহোৱা হ'লে হেনো আমি এইটি অঞ্চললৈ গাড়ী চলাই আহিব পৰাৰ প্ৰশ্নই নাছিল। বন্ধৰ দিন বাবেহে এইটো সম্ভৱ হ'ল।

আমি ইয়াৰ পিছত এতিয়া উভতি যোৱাৰ পথত। কিন্তু তথাপি দেখা পালোঁ- 'এম্পায়াৰ্ ষ্টেইট্ বিল্ডিং'। এশ তিনি নে চাৰি মহলীয়া এই আকাশচুম্বী অট্টালিকাটোৱেইতো আমাৰ ল'ৰাকালত আছিল পৃথিৱীত অন্যতম বিস্ময়। কিন্তু পিছত এই উপকূলৰে চিকাগো মহানগৰীতো উঠিল ইয়াতকৈ উচ্চ অট্টালিকা। গতিকে পৃথিৱীৰ বিস্ময়ৰ মৰ্যাদা এই অট্টালিকাই হেৰুৱালে। কিন্তু ই এতিয়াও নিউয়ৰ্কৰ এক প্ৰধান আকৰ্ষণস্থলী। কাৰণ ইয়াৰ ৮৬ মহলা আৰু ১০২ মহলাৰ পৰা সমগ্ৰ নিউয়ৰ্ক মহানগৰ দেখুওৱাৰ ব্যৱস্থা ৰখা হৈছে পৰ্যটকসকলৰ বাবে। তাত ৰখা হৈছে হেনো মহানগৰ পৰ্যবেক্ষণ কেন্দ্ৰ বা অব্জাৰ্ভেটৰি। এই বিল্ডিংটোৰ চৌদিশে এপাক মাৰি আমি পুনৰ হাড্‌ছন্ নদীৰ পাৰ পালোঁ গৈ। নদীৰ পাৰৰ বন্দৰৰ পিয়াৰবোৰ পাৰ হোৱাৰ পিছতে পুনৰ আমি হাড্‌ছন নদীৰ দৃশ্য দেখা পোৱা হ'লোঁ। লাহেকৈ আমাৰ সোঁপিনে আহি পৰিল নিউয়ৰ্কৰ সেই বহুজন কথিত হাৰ্‌লেম্ (Harlem) অঞ্চল—যাক নিউয়ৰ্কৰ কৃষ্ণাংগসকলৰ একক বসতিস্থল বুলি জনা যায়। নদীৰ পাৰে পাৰে দীঘলীয়াকৈ থকা হাৰ্‌লেম্ অঞ্চল নগৰৰ বহু ভিতৰলৈকেও ব্যাপি আছে। হাৰ্‌লেমৰ নামটো আমি সাহিত্যৰ ছাত্ৰ হিচাপে পায়েই থাকোঁ। কৃষ্ণাংগ আমেৰিকানৰ সাহিত্যক হাৰ্‌লেম্ সাহিত্য নামেই দিয়া হৈছে— বেছিভাগ কৃষ্ণাংগসাহিত্যিক এই অঞ্চলৰে বুলি। অঞ্চলটোক হাৰ্‌লেম্ বোলাৰ কাৰণো হ'ল এই অঞ্চলৰ মাজেৰে হাৰ্‌লেম্ নদীটো বৈ আহি ইয়াতে সাগৰত বা হাডছন নদীত পৰা বাবে। হাৰ্‌লেম্ নিউয়ৰ্কৰ ইমান এটা ডাঙৰ অঞ্চল বুলি আগতে জনাই নাছিলোঁ। ই এটা কৃষ্ণাংগ আমেৰিকানৰ পাৰা বা সৰু চুবুৰি বুলিহে ভাবি আছিলোঁ। আমেৰিকাৰে সাধাৰণ মানুহে এতিয়াও নিউয়ৰ্কৰ হাৰ্‌লেম্ বুলিলে কৃষ্ণাংগ অধ্যুষিত লেতেৰা ঠাই, চোৰ-ডকাইতৰ ঠাই বুলি বাবে, বাডাই-ঘাটে পৰি থকা নিচাসক্ত লোক, মানসিকভাৱে ভাৰসাম্যহীন লোকৰ ঠাই বুলি ভয় কৰে। মোৰ কিন্তু হাৰ্‌লেমতো এপাক মাৰিবৰ মন। ইতো আমাৰ সাহিত্যৰ ছাত্ৰসকলৰ বাবে

এক সাহিত্যিক তীৰ্থস্থান— আমেৰিকাৰ বহুতো বৰেণ্য কৃষ্ণাংগ সাহিত্যিকৰ জন্মস্থান বুলি, আমেৰিকাৰ কেতবোৰ অমৰ কৃষ্ণাংগ সাহিত্যকৰ্মৰ উদ্রেককাৰী স্থান বুলি। ইয়াত নজন্মা প্ৰায়বোৰ আমেৰিকান কৃষ্ণাংগ সাহিত্যিকেওতো চায় এইখন ঠাইলৈ তেওঁলোকৰ সাহিত্য সৃষ্টিৰ অনুপ্ৰেৰণাৰ অৰ্থে। তেনেকুৱাকৈয়েইতো আমেৰিকান সাহিত্যত গঢ়ি উঠিছিল হাৰ্‌লেম্ ৰেনেচাঁচ্ বা হাৰ্‌লেম নৱন্যাস।

হাড্‌ছন্ নদীৰ পাৰে পাৰে আৰু কিছুদূৰ যোৱাৰ পিছত আমি দেখিলোঁ সেই বিশাল নদীৰ ওপৰেদি আৰু এখন বিশাল দলং—ৰাতিৰ কৃত্ৰিম পোহৰত জলমলাই আছে। বিমলক সুধিলোঁ— সেইখন কি দলং। বিমলে ক'লে— সেইখন দলঙেই বিখ্যাত ৱাশ্বিংটন ব্ৰিড্‌জ্-যি ইপিনৰ নিউয়ৰ্ক আৰু সিপিনৰ নিউজাৰ্ছিক সংযোগ কৰিছে। এৰা, হাডছন নদীৰ সিপাৰে আমি যে অতবোৰ পোহৰ জলমলাই থকা দেখি আহিছোঁ, সেয়া নিউজাৰ্ছি। নিউয়ৰ্ক, নিউজাৰ্ছিৰ মাজত সীঁথোন হাড্‌ছন্ নদীখন। ৱাশ্বিংটন ব্ৰিড্‌জ্ এৰি যোৱাৰ পিছতেই আমি সোঁপিনে সোমাই গলোঁ মহানগৰৰ ভিতৰলৈ। পুনৰ পালোঁহি এয়া ব্ৰন্‌চ্-বিমল ৰাজবংশীহঁতৰ ব্ৰন্‌চ্।

ৰাজবংশীহঁতৰ ঘৰলৈ সোমাই যোৱাৰ লগে লগে শ্ৰীমতী ৰাজবংশীয়ে মিচিকি হাঁহিৰে সম্ভাষণ জনাই আমাক বহিবলৈ দিলে। আমাৰ ছোৱালী সাগৰিকাই ৰীমা আৰু ৰুবীৰ লগত কথা পতাত লাগিল। বিমল ইয়াৰ আগৰ বছৰত (২০০৫) আছাম্ এছ'চিয়েছন্ অভ্ নৰ্থ আমেৰিকা নামৰ আমেৰিকান অসমীয়াসকলৰ সন্মিলনখনৰ মুখপত্ৰ "লুইতৰ পৰা মিচিচিপিলৈ" খনৰ সম্পাদক আছিল। তেওঁৰ সম্পাদনাৰ এই আলোচনীখনত "এন্ আছামীজ্ ছাইণ্টিষ্ট ইন্ আমেৰিকা" নামৰ মোৰ জীৱনীমূলক প্ৰবন্ধ এটি প্ৰকাশ পাইছিল হেনো। মই কিন্তু এতিয়ালৈকে আলোচনীখন পোৱা নাছিলোঁ। বিমলে তাৰ কপি এটা আনি মোৰ হাতত দিলে। বিমল আৰু ভণ্টিৰ লগত কথা পতাৰ পিছত দুই ৰাজবংশী জীয়ৰী ৰীমা আৰু ৰুবীৰ লগতো দুষাৰ কথা পাতোঁ বুলি আৰম্ভ কৰিলোঁ এনেদৰে : তোমালোক হাৰ্বাৰ্ড আৰু এম্ আই টিৰ দৰে দুখন বিশ্ববিখ্যাত প্ৰতিষ্ঠানৰ পৰা গ্ৰেজুৱেইট্ হৈওলালা, সেই লৈ আমি গৌৰবান্বিত। সমগ্ৰ বিশ্বৰে কত প্ৰতিভাশালী ছাত্ৰ-ছাত্ৰী আহিব খোজে এই দুই শিক্ষানুষ্ঠানলৈ। কিন্তু ইয়াত স্থান পায় কেইজনে? তোমালোক সেই বিশ্বৰ কম সংখ্যক প্ৰতিভাশীল ছাত্ৰ-ছাত্ৰীৰ মাজৰে দুইজনী। দুয়োৰে অসমীয়া সুৰত, নিৰ্ভাজ অসমীয়া উচ্চাৰণেৰে অসমীয়া ক'ব পাৰা— সিও গৌৰৱৰ বিষয়। কিন্তু নিউয়ৰ্কত জন্মি ডাঙৰ হোৱা হ'লেও তোমালোক যিহেতু অসমীয়া ছোৱালীয়েই, অসমীয়া ছোৱালী হিচাপে তোমালোকৰ আৰু কৃতিত্ব ধৰা পৰিব লাগিব এটা কথাত— অসমীয়া খানাৰ ৰন্ধা-বঢ়াত। কোৱাচোন, তোমালোকে অসমীয়া খানা ৰান্ধিব জানানে?" দুয়ো মিচিকিয়াই হাঁহিলে; কিন্তু উত্তৰ একো নিদিলে। পিছে মাক-দেউতাকে ক'লে— অসমীয়া খানাৰ ৰন্ধা বঢ়াতো দুয়ো পটু। তাৰ পিছত আজি আমাৰ বাবে ৰন্ধা আইটেম্‌কেইটাৰ ভিতৰত কোনটো কোনটো তেওঁলোক দুজনীৰ কোনে বনাইছে, মাকে আমাক আগতীয়াকৈ কৈ দিলে।

আমি খাবলৈ বহিলোঁ। কেনে অপূৰ্ব অসমীয়া খানা! বিমলে যত্ন কৰি পুৱাতে আনি থৈছিল—'গোট্ মীট্' বা ছাগলীৰ মাংস। পঠা নে খাহী, নে ভেড়া সুধি লাভ নাই। মোৰ কিন্তু আটাইতকৈ ভাল লাগিল টেঙাৰ জোলখনহে। বিমলক সুধিলোঁ— "ইয়াত আকৌ কাঁজি মাছ ক'ত পালা?" বিমলে ক'লে— "তেওঁলোকৰ ইচ্ছা আছিল আমাক সৰু মাছ (কাৱৈলীত—

চানা মাছ)ৰ টেঙা জোল খুওৱা। কিন্তু নিউয়ৰ্কত পৃথিৱীৰ সকলো বস্তুৱেই পায় যদিও সহজ নহয় অসমৰ পুঠি, বৰলীয়া পোৱা। "তাক নাপালত আমাক তেওঁৰ খুৱাবৰ ইচ্ছা আছিল কাৱৈ মাছৰ জোল। কিন্তু কাৱৈ মাছো নাই। গতিকে তেওঁ কিনি আনিবলগীয়া হ'ল তিলেপিয়া। এৰা, এয়া কাৱৈ নহয়, তিলেপিয়াহে। বীমা, ৰুবীৰ আগত অলপ আগতে অসমীয়া খানাৰ ছমজদাৰ আৰু মাষ্টাৰ হৈ ওলোৱা মই— এতিয়া মোৰ নাকটো ক'ত থওঁ? পিছে মোকনো এনেকৈ নজনা বিষয় এটাৰ ওপৰত নিজকে নপতা ফুকন পাতিবলৈ কিহে পাইছিল?

ৰাতি ৯.৩০ বজাত আমি নিউয়ৰ্ক এৰি পুগ্‌কীপ্‌ছি পালোঁহি ১১ বজাত। অশোক-নমিতা দুয়োৰে সাৰে থাকি আমালৈ অপেক্ষা কৰি আছিল। আমি তেওঁলোকক অপেক্ষা কৰাই ৰখাৰ বাবে ক্ষমা বিচাৰিলোঁ। তেওঁলোকে ক'লে—তেওঁলোকে ভৰাতকৈ আমি বহু আগতেহে আহি পালোঁ।



## সাতাইছ

# নিউয়র্ক ঃ দ্বিতীয় দর্শন

প্ৰথম দৰ্শনতে হোৱা প্ৰেম কেতিয়াবা হেনো প্ৰবঞ্চনাৰ ফান্দ হয়। অন্য বহুতৰ মতে আকৌ প্ৰথম দৰ্শনতে যি প্ৰেম, সিহে বোলে প্ৰকৃত প্ৰেম। ইয়াৰে কোনটো সঁচা আজিলৈকে জানিব নোৱাৰিলোঁ। সেয়েহে হ'বলা ২৫ ডিচেম্বৰত নিউয়ৰ্কৰ যি ৰূপ দেখা পালোঁ, সেয়েই আচল নিউয়ৰ্কৰ ৰূপ নে সি এক ভ্ৰমহে, তাক জনাৰ উপায় কি? উপায় নিশ্চয় দ্বিতীয়বাৰৰ বাবে আকৌ নিউয়ৰ্ক চোৱা। গতিকে পুনৰ ২৬ ডিচেম্বৰত নিউয়ৰ্ক যাত্ৰা। কিন্তু এইবাৰ ঠিক কৰিলোঁ, আমাৰ গাড়ীৰে নিউয়ৰ্ক নাচাই ৰে'লেৰে তালৈ গৈ ৰে'লেৰেই তাত অ'ত-ত'ত উঠা নমা কৰি চাবলৈ। আজিতো কালিৰ দৰে বন্ধৰ দিন নহয়। খোলা দিনৰ নিউয়ৰ্ক। কত মানুহ, কঁত গাড়ী-মটৰৰ হ'ব ভিৰ। এনেকৈ ৰে'লেৰে আৰু খোজ কাঢ়ি ফুৰাই হ'ব উত্তম। তদুপৰি মহানগৰী চাব লাগিলে মোৰ মতে ভালকৈ চোৱা হয় তাৰ জনতাৰ মাজত নিজকে এৰি দি। লণ্ডনততো এদিন এইটোৱেই কৰিছিলোঁ। ২৬ ডিচেম্বৰৰ দিনা আমি নিউয়ৰ্ক ৰে'ল ধৰিবলৈ উঠা ঠিক কৰিলোঁ পুগ্‌কীপছি ষ্টেশ্বনত নহয়, হেম্‌বাৰ্গ্ ষ্টেশ্বনত। ব্ৰেক ফাষ্টৰ সময়তে লাঞ্চ খাই উঠাৰ পিছত অশোকে আমাক তাতেই ৰে'লত উঠাই দিলে তেওঁৰ গাড়ীৰে নি। চাফ-টিকুল ৰে'ল— লণ্ডন, ছেন্ ফ্ৰান্‌ছিছ্‌কোৰ দৰেই।

অশোকে কৈছিল— পুগ্‌কীপ্‌ছি-নিউয়ৰ্ক ৰে'ল ভ্ৰমণ এক অতি উপভোগ্য ভ্ৰমণ। বহুতে উপভোগ কৰাৰ বাবেই ৰে'লেৰে এই পথত ভ্ৰমণ কৰে। ৰে'লেৰে গৈ থাকোঁতে সেই কথাৰ সত্যতা বাৰুকৈয়ে উপলব্ধি কৰিলোঁ। সোঁপিনে বিশাল হাড্‌ছন্ নদী; পানীৰ ওপৰে ওপৰে অ'ত ত'ত সামুদ্ৰিক পক্ষীৰ জাক। বাওঁপিনে পৰ্বতৰ গাত আৰু ওপৰত ডাঠ সেউজীয়া অৰণ্য। নিউয়ৰ্ক মহানগৰ অঞ্চল পাই দেখিলোঁ মহানগৰৰ ভিতৰৰ বিভিন্ন ৰে'ল ষ্টেশ্বনবোৰ। মহানগৰৰ চাব খোজা ঠাই অনুসৰি ইয়াৰে কোনোটো ষ্টেশ্বনত নামিব লাগে। মই নিজে যদি চাব খোজা ঠাই ঠিক কৰি সেইমতে কোনটো ষ্টেশ্বনত নামিব লাগে মেপ চাই উলিয়াই ল'ব লাগিলহেঁতেন, তেন্তে মোৰ ব্যগ্ৰতা আৰু দুশ্চিন্তাৰো অন্ত নাথাকিলহেঁতেন। কিন্তু এইবোৰৰ দায়িত্ব মূৰ পাতি লৈছে পৱনে। তেওঁ দুশ্চিন্তা, ব্যগ্ৰতাত ভোগা মানুহ নহয়। আমেৰিকানসকলৰ দৰেই তেওঁ শ শ মাইল গাড়ী চলাই ফুৰি ভাল পায়—চিনাকি, অচিনাকি সকলো ঠাইতে, পাহাৰে পৰ্বতে। তাৰ বাবে মেম্বাৰ হৈ লৈছে তেওঁ আমেৰিকান অটোম'বাইল এছ'চিয়েশ্বন (AAA) ৰ। বছৰেকীয়া ফী এটা দি এই এছ'চিয়েশ্বনৰ সভ্য হৈ ল'লে গাড়ী চলাই ফুৰিবলৈ আপোনাৰ আৰু কোনো চিন্তা নাই। সকলো নগৰ, চহৰতে এওঁলোকৰ শাখা কাৰ্যালয় আৰু কাৰখানা থাকে। ৰাস্তাত চকা ফুটাৰ পৰা গাড়ীখনক লৈ আপুনি যি লঘু আৰু গুৰুতৰ সমস্যাতেই নপৰক, নিকটতম কাৰ্যালয় বা মূল কাৰ্যালয়লৈ ফোন কৰি দিয়ক আপোনাৰ গাড়ী অচল হৈ থকা ঠাই ডোখৰ বুজাই দি। লগে লগে তেওঁলোকৰ গাড়ী, মেকানিক আহি আপোনাক গাড়ীৰে সৈতে উদ্ধাৰ কৰিব। তাতোকৈ মজা, আমেৰিকাৰ সকলো ঠাইৰে মেপ আৰু ৰোড মেপ তেওঁলোকে আপোনাক বিনা পইচাই দি থাকে। তাত চাই আপুনি আপোনাক লগা ঠাইবোৰ বা অনুষ্ঠানবোৰ উলিয়াই ল'ব পাৰে। পৱনে এইবোৰ তেওঁৰ গাড়ীত সদায় ৰাখে আৰু ক'ৰবালৈ

যোৱাৰ আগতে বা বাটত এইবোৰ চায়। আজি আমি ৰে'লতহে আহিছোঁ যদিও এতিয়াও তেওঁৰ লগত সেই এ এ এৰ কাগজবোৰ, মেপবোৰ। আৰু যেতিয়া মই ব্যস্ত আছোঁ দুয়োপিনৰ নৈসৰ্গিক দৃশ্য চোৱাত, তেওঁ ব্যস্ত নিউয়ৰ্কৰ মেপ আৰু পুস্তিকা চোৱাত। আজি আমি কি কি চাম, সেইবোৰ ঘৰতে ইণ্টাৰনেট চাই, ট্ৰেভেল্ গাইড্ চাই ঠিক কৰি থোৱা আছেই। পৱনে চাব ধৰিছে কোন কোন ষ্টেশনত নামি সেই ঠাইবোৰ উলিয়াব লাগিব।

দুঘণ্টাৰ ৰে'ল ভ্ৰমণৰ পিছত আমি নামিলোঁহি নিউয়ৰ্কৰ গ্ৰেণ্ড্ চেণ্ট্ৰেল ষ্টেশনত। অৱশ্যে আমাৰ টিকেট দিনটোৰ বাবে; গতিকে দিনটোৰ ভিতৰত আমি য'তে ত'তে উঠিব পাৰোঁ, য'তে ত'তে নামিব পাৰোঁ। গ্ৰেণ্ড্ চেণ্ট্ৰেল ষ্টেশন নিউয়ৰ্কৰ আটাইতকৈ বৃহৎ আৰু গুৰুত্বপূৰ্ণ ৰে'ল ষ্টেশন। প্ৰায় সকলোপিনৰ ৰে'লেই ইয়ালৈ আহে আৰু ইয়াৰ পৰা যায় গৈ। মানহাট্টানৰ সকলোবোৰ ঠায়েই ইয়াত নামি আৰু নহ'লে ইয়াৰ আগৰ আৰু পিছৰ ষ্টেশনবোৰত নামি লৈ খোজ কাঢ়িয়েই চাব পাৰি। লণ্ডনৰ টিউব ৰে'লৰ দৰে ইয়াতো ৰে'ল কেতিয়াবা মাটি তললৈও যায়। কেতিয়াবা আকৌ ওপৰেদি। সেইবাবে ষ্টেশনৰ ভিতৰত তল-ওপৰ কৰিবলগীয়া হয় চিৰীৰে বা এস্কেলেটৰেৰে। গ্ৰেণ্ড্ চেণ্ট্ৰেল ষ্টেশনত আমি তেনে কৰিহে দিনৰ পোহৰ দেখিলোঁ বা ৰাজপথ পালোঁ। পৱনে ৰে'লতে মেপ চাই বুজি লোৱা পথেৰে খোজ কাঢ়ি, মহানগৰৰ ভিতৰৰ দৃশ্য চাই চাই আমি উঠিলোঁ গৈ কালিয়ে অকণমান ভুমুকি মাৰি চোৱা বেটাৰী পাৰ্কত। পিছে আজি এই খোলা দিনত দেখোঁ, বেটাৰী পাৰ্কৰ দৃশ্য সম্পূৰ্ণ বেলেগ। মানুহেই মানুহ— পৃথিৱীৰ বিভিন্ন দেশৰ, বিভিন্ন ৰূপৰ আৰু বেশ-ভূষাৰ। অৱশ্যে আজি আমি আহিছোঁ ইয়ালৈ কেৱল বেটাৰী পাৰ্কৰ বা তাৰ সন্মুখৰ হাড়ছন্ নদীৰ বা উপসাগৰৰ দৃশ্য উপভোগ কৰিবলৈ কেৱল নহয়। আজি আমাৰ প্ৰধান উদ্দেশ্য নিউয়ৰ্ক উপসাগৰৰ লিবাৰ্টি দ্বীপত স্থাপিত সমগ্ৰ পৃথিৱীতে বিখ্যাত ষ্টেচ্যু ওভ্ লিবাৰ্টিটো ওচৰলৈ গৈ চোৱা।

এই ষ্টেচ্যু ওভ্ লিবাৰ্টি হৈ উঠিছে স্বাধীনমনা, গণতান্ত্ৰিক আমেৰিকা যুক্তৰাষ্ট্ৰৰে প্ৰতীক। কিন্তু প্ৰতীক হিচাপে এই ষ্টেচ্যু ওভ্ লিবাৰ্টিৰ চিত্ৰ আৰু পুতলা মূৰ্তি সততে দেখি আহিছোঁ যদিও, তাৰ পৰা মূল মূৰ্তিটিৰ সৌন্দৰ্য থমকি বৈ চাবলগীয়া বুলি কেতিয়াও অনুভৱ কৰিব পৰা নাছিলোঁ। মূল মূৰ্তিটো স্বচক্ষে দেখিহে অনুভৱ কৰিলোঁ কেনে অপৰূপ ৰূপৰ এই মূৰ্তি। আৰু লগতে অনুভৱ হ'ল, কেনে বিৰল কাৰিকৰী কলাৰ নিদৰ্শন এই বৃহৎ তামৰ মূৰ্তিটি। তামৰ বসন পৰিহিতা তামৰে নাৰীমূৰ্তি। সেই তাম সাগৰৰ জলীয় ভাপৰ অহৰহ সংস্পৰ্শত হৈ উঠিছে পাতল সেউজ বৰণীয়া। সেই পাতল সেউজীয়া ৰং নাৰীমূৰ্তিৰ সৰ্বাংগত— সাজ-সজ্জাত, মুখমণ্ডলত আৰু মুকুটৰ সৈতে শিৰত। বৃহৎ আকাৰৰ হৈয়ো কেনে লয়লাস ভংগীৰ এই নাৰীমূৰ্তি! মুক্তিৰ, সমতাৰ প্ৰতীক হৈয়ো কেনে মোহময়ী!

এই মূৰ্তি চাবলৈ ইয়াত উঠাৰ আগলৈকে মনত আছিল এক বিৰোধী ভাব—আমেৰিকালৈ গ'লেই যদি সেই মুক্তিৰ মূৰ্তিটি সকলোৱে চাবই লাগে, তেন্তে তাক ইমান আছুতীয়াকৈ, ইমান সময় ব্যয় কৰি সাগৰৰ বুকুত গৈহে চাবলগীয়াকৈ থৈছে কেলৈ? কিন্তু মূৰ্তিটিৰ ওচৰলৈ গৈ চাইহে অনুভৱ কৰিলোঁ— এনে এটি অপূৰ্ব সৌন্দৰ্যৰ মূৰ্তি সাগৰৰ বুকুতেই স্থাপিত হৈ থাকিব লাগিব। তাক নিউয়ৰ্ক বা ৱাশ্বিংটন মহানগৰৰ মাজমজিয়াৰ কোনো জনবহুল ঠাইত থাপিব নোৱাৰি। থাপিব নোৱাৰি অনেক বিৰল বস্তু প্ৰদৰ্শন কৰি ৰখা কোনো সংগ্ৰহালয় বা তাৰ

সন্মুখত। তদুপৰি ইয়াত আহিহে জানিলোঁ, সাগৰৰ বুকুত ইয়াক স্থাপন কৰি ৰখাৰ এক বৈজ্ঞানিক কাৰণো আছে—এক বাস্তৱ, পাৰ্থিৱ উপকাৰিতা। সাগৰৰ লুণীয়া বাষ্পই ইয়াৰ তামৰ অৱয়ব আৰু বসনত যি পাতল সেউজীয়া ৰঙৰ সৃষ্টি কৰিছে, সি তামৰ বয়সে আনিব পৰা জীৰ্ণতাৰ বা ক্ষয়ৰ প্ৰতিৰোধক। বয়সে ঘটাব পৰা জীৰ্ণতা বা ক্ষয়ৰ প্ৰতিৰোধৰ বাবেই সেই মূৰ্তি ব্ৰোঞ্জৰ নহয়, পিতলৰ নহয়। আৰু একেটা কাৰণতে তাক স্থাপন কৰা হৈছে সাগৰৰ পানীৰ ওপৰত। আজিৰ বিশ্বত মুক্তি, গণতন্ত্ৰ আৰু সমতাৰ দেশ আমেৰিকা বুলি এই মূৰ্তিকে তাৰ প্ৰতীক বুলি গণ্য কৰা হ'লেও এই মূৰ্তি কিন্তু আমেৰিকাই আমেৰিকাত নিৰ্মাণ কৰা নাই। ই আমেৰিকান কাৰুকাৰৰ নিদৰ্শনো নহয়। ই ফ্ৰান্সৰ কাৰুকলাৰহে নিদৰ্শন আৰু ফৰাচী চৰকাৰৰ আমেৰিকা যুক্তৰাষ্ট্ৰৰ প্ৰতিষ্ঠা উপলক্ষে ১৮৮৬ খ্ৰীষ্টাব্দত আমেৰিকা যুক্তৰাষ্ট্ৰলৈ আগবঢ়োৱা এটি উপহাৰ। গতিকে ইয়াৰ নিৰ্মাণৰ আৰু পৰিকল্পনাৰ কৃতিত্ব ফ্ৰান্সৰ। কিন্তু ইয়াৰ নিৰ্মাণত ফ্ৰান্সৰ কৃতিত্ব যিমান ধৰা পৰে, ইয়াৰ স্থাপন, সংৰক্ষণ আৰু প্ৰদৰ্শনৰ ক্ষেত্ৰৰ কৃতিত্বও আমেৰিকাৰ ক্ষেত্ৰত সমানে ধৰা পৰে। লোকৰ পৰা পোৱা উপহাৰ এটাও এনেদৰে যে যুগমীয়া জাতীয় সম্পদ কৰি সংৰক্ষণ আৰু প্ৰদৰ্শন কৰিব পাৰি, তাকো আমেৰিকাই ইয়াৰ যোগেদি বিশ্ববাসীক দেখুৱাই থকা নাইনে?

সি যি কি নহওক, মূৰ্তিটি চাবৰ বাবে যি টিকেটৰ প্ৰয়োজন তাৰ বাবে বেটাৰী পাৰ্কত দেখিলোঁ এনে দীঘলীয়া শাৰী যে তাত থিয় দি টিকেট লোৱাৰ ধৈৰ্য আৰু শক্তি সকলোৰে নাথাকে। শাৰী পাতি দীঘলীয়া সময়ৰ বাবে বৈ থকা মানুহবোৰক লগৰবোৰে হয় অজৰাই দিয়ে কফী, চাহ খাই আহিবলৈ আৰু নহয় শাৰীলৈকে কফী-চাহ আনি দিয়ে লগৰবোৰে। ইয়াত বহুতো চাহ-কফীৰ ষ্টল মানুহৰ শাৰীৰ ওচৰে পাজৰে। অ'ত ত'ত। সেইবোৰত পৰিষ্কাৰ পৰিচ্ছন্নতাও ভালদৰে মানি চলা চকুত নপৰে। এইবোৰ দোকান যেন আমাৰ ভাৰতৰ কোনো জনবহুল বাজৰৰা স্থানতহে খাপ খায়— আমেৰিকাত নহয়। শাৰীবোৰত থিয় হৈ থকা ক্লান্ত মানুহবোৰৰ বাবে বিভিন্নজনে বিভিন্ন ধৰণে মনোৰঞ্জনৰ দিহা কৰিও দুপইচা অৰ্জাৰ উপায় উলিয়াইছে। কোনোবাই গাইছে গীত, কোনোবাই বজাই শুনাইছে কাঠ-বাঁহৰ কোনো সস্তীয়া বাদ্য-যন্ত্ৰ। সকলোৰে আশা দুপইচা পোৱাৰ। এয়াও আমাৰ ভাৰতীয় নগৰবোৰৰে এটা দৃশ্য নহয়নে? সেয়েহে হ'বলা শুনি আছিলোঁ মুম্বাই আৰু নিউয়ৰ্কৰ মাজত বিশেষ একো পাৰ্থক্য নাই।

শাৰী পাতি থিয় হৈ থকা মানুহবোৰৰ বাবে বা তেওঁলোকৰ লগৰ অপেক্ষাৰত মানুহবোৰৰ বাবে আৰু এটি ইয়াৰ দৃশ্য-ৰং আৰু ৰূপত সাইলাখ ষ্টেচ্যু অভ্ লিবাৰ্টিটিৰ দৰেই ভংগী কৰি আৰু পোছাক পিন্ধি থিয় হৈ থকা মানুহবোৰ। তেওঁলোক খেতাংগ নে কৃষ্ণাংগ, মতা নে মাইকী একো জানিবৰ উপায় নাই, মুখৰ পৰা ভৰিলৈকে ঢাকি ষ্টেচ্যু অভ্ লিবাৰ্টিৰ বেশভূষাত থাকে বাবে। আৰু থাকেও লৰচৰ নকৰাকৈ সাক্ষাৎ মূৰ্তিটিৰ দৰে, ঘন্টাৰ পিছত ঘণ্টা ধৰি। তেওঁলোকৰো সন্মুখে সন্মুখে একোটা পাত্ৰ— আপুনি ডলাৰ বা চেন্ট দুই এটা তাতে দলিয়াই দিয়ক বুলি। ঠায়ে ঠায়ে আকৌ বিক্ৰীৰ বাবে ষ্টেচ্যু অভ্ লিবাৰ্টিৰ সেই পোছাক— মুখৰ পৰা ভৰিলৈ ঢাক খোৱাকৈ। বিভিন্ন বয়সৰ মতা-মাইকী, ল'ৰা-ছোৱালীৰ গাত ফিট হোৱাকৈ এইবোৰ সজোৱা। এইদৰে মানুহে ভেশচন ধৰি থকা ষ্টেচ্যু অভ্ লিবাৰ্টিৰ ওচৰত থিয় হৈ আপুনি

ফটোও উঠিব পাৰে, দুই-এক ডলাৰ 'মূৰ্তি'টোলৈ দান দি। বহুতে তেনেকৈ ফটোও উঠা দেখিলোঁ। আচল মূৰ্তিটো চাবলৈ আহিও এই মিছা মূৰ্তিৰ কাষত থিয় দি মানুহে কিয় ফটো তোলে, ভাবি চাই তাৰ এটা কাৰণ দেখা পালোঁ। সাগৰৰ বুকুৰ আচল মূৰ্তিটো ১৫১ ফুট ওখ। আকৌ সি স্থাপিত হৈছে ১৫৪ ফুট ওখ এটি বহল স্তম্ভৰ ওপৰত। গতিকে তাৰ কাষত থিয় হৈ বা তাৰ গাত সাবটি ধৰি আপুনি জানো ফটো উঠিব পাৰিব?

পৰনে টিকেট পোৱাৰ পিছত আমি জাহাজত উঠিবলৈ আগবাঢ়িলোঁ। কিন্তু তাতো দীঘলীয়া শাৰী। অৱশ্যে এখন জাহাজ ফেল কৰিলে আপুনি তাৰ পিছৰ জাহাজখনত যাব পাৰিব বাবে হতাশ হ'বৰ কাৰণ নাই। এখনৰ পিছত এখন জাহাজ গৈয়েই আছে। জাহাজত উঠিয়েই কি এক শান্তি আৰু আনন্দ। ডিচেম্বৰৰ শেষৰ ঠাণ্ডা যদিও আমি এনে ভাগ্যবান যে ইয়াত পালোঁ আমি এটা উজ্জ্বল ৰ'দৰ দুপৰীয়া। অথচ নিউয়ৰ্কত এনে দিনত বৰফো পৰে। বৰফতো নায়েই, বৰং এতিয়া ৰ'দৰ উজ্জ্বল তাপ। সেই তাপ উপভোগ্য কৰিবলৈ আকৌ সাগৰৰ শীতল বতাহ। গা মন জুৰ পৰি গ'ল। আমি জাহাজৰ তলৰ ডেক, ওপৰৰ ডেকত উঠি, ইফালে সিফালে ঘূৰি সাগৰৰ দৃশ্য উপভোগ কৰিলোঁ, এই দূৰৰ পৰা মুক্তি মূৰ্তিটিৰ ফটো ল'লো অনেক— বিভিন্ন কোণৰ পৰা। মূৰ্তিটো এনেকৈ স্থাপিত কৰা আছে যে তাক ভালকৈ দেখা যায় বহুত দূৰৰ পৰা। সেয়েহে নিশ্চয় সি যিমান ওখ, তাৰ স্থাপন স্তম্ভটো তাতকৈয়ো আৰু ওখ।

ষ্টেচ্যু ওভ্ লিবাৰ্টি স্থাপিত হোৱা দ্বীপ লিবাৰ্টি আইলেণ্ড্ পোৱাৰ আগতে আৰু পোৱা যায় এটি পৰ্যটকৰ আকৰ্ষণস্থলী— এলিছ্ আইলেণ্ড্। একেখন জাহাজেৰেই তাত যাত্ৰী উঠোৱা-নমোৱা কৰি লিবাৰ্টি আইলেণ্ড্ পায়গৈ। একে টিকেটেৰেই হৈ যায় দুয়োডোখৰ ঠাইৰ দৰ্শন। আমি এলিছ্ আইলেণ্ডত ননমাই ঠিক কৰিলোঁ। উনবিংশ শতাব্দীত ইউৰোপৰ পৰা অহা অনুপ্ৰৱেশকাৰীসকলে মূল ভূখণ্ডত প্ৰৱেশ কৰাৰ আগতে এই এলিছ্ দ্বীপত উঠিছিলহি। সেই অনুপ্ৰৱেশকাৰীসকলৰ নথি-পত্ৰ, স্মাৰক বয়-বস্তু আদি যিবোৰ পোৱা গৈছিল, সেইবোৰ এই দ্বীপত এটি মিউজিয়মত সংৰক্ষিত কৰি ৰাখি পৰ্যটকসকলৰ দৰ্শনৰ বাবে মুকলি কৰি দিয়া হৈছে। অৰ্থাৎ পশ্চিম উপকূলৰ ছেন্ ফ্ৰান্‌ছিস্কোৰ আন্ধ্ৰোজৰ দৰেই পূব উপকূলত এই এলিছ্ দ্বীপ। আমি ইয়াত নানামি লিবাৰ্টি দ্বীপত নমাৰেই সিদ্ধান্ত কৰিলোঁ। এইটো দ্বীপে যাথোন আমাক সোঁৱৰাই দিলে— পূব আৰু পশ্চিম দুয়োদিশৰ পৰাই ইউৰোপীয় অনুপ্ৰৱেশকাৰীসকলে কেনেকৈ আমেৰিকাৰ কুমাৰী মাটি অধিগ্ৰহণ কৰি কৰি সময়ত সকলো আমেৰিকান হৈ উঠিছিল।

লিবাৰ্টি আইলেণ্ডত উঠি দেখিলোঁ—ই সৰু দ্বীপ বুলিও আমাৰ গুৱাহাটীৰ উমানন্দৰ সমানেই হ'ব। কেৱল উমানন্দৰ দৰে অপৰিকল্পিত আৰু উন্নয়নৰ পৰিকল্পনাবিহীন কৰি ইয়াক ৰখা নাই। ই সুপৰিকল্পিত আৰু সুপৰিচালিত। ইয়াত থকা ৰেষ্টুৰেণ্ট, দোকান-পোহাৰ আদি সকলো পৰ্যটকৰ মনোৰঞ্জনৰ আৰু সা-সুবিধাৰ পিনে চকু ৰাখি প্ৰতিষ্ঠিত আৰু পৰিচালিত। মূৰ্তিটোৰ ওচৰলৈ গৈ দেখিলোঁ বিৰাট ওখ অথচ মোহময়ী মূৰ্তিটোৰ তলৰ চৌদিশ মাৰ্বলেৰে সজোৱা এক বহল ক্ষেত্ৰ। ইয়াত পৃথিৱীৰ বিভিন্ন দেশৰ শ শ পৰ্যটকে মূৰ্তিৰ চাৰিওপিনে থিয় হৈ ওপৰমুৱা হৈ তাক নিৰীক্ষণ কৰিছে। অন্য বহুতে বিভিন্ন কোণৰ পৰা ফটো লৈছে। আমিও মূৰৰ ক্ষুদ্ৰ হেট্ খুলি পৰে বুলি তাক হাতে হাতে লৈ ওপৰমুৱা হ'লোঁ আৰু মূৰ্তিৰ সৌন্দৰ্যত তন্ময় হ'লোঁ। তামৰ ওপৰত নুনীয়া জলীয় ভাপে যে এনে এক অপূৰ্ব সৌন্দৰ্যৰ পাতল

সেউজীয়া ৰঙৰ সৃষ্টি কৰে। সিয়ে আকৌ তামক অবক্ষৰ পৰা ৰক্ষাও কৰে। প্ৰকৃতিৰো লীলা! আৰু মানুহৰ বৈজ্ঞানিক জ্ঞান! আমিও মূৰ্তিটোৰ বিভিন্ন দিশৰ পৰা ফটো ল'লোঁ। সাগৰৰ বুকুৰ সবল জুৰ বতাহ উপভোগ কৰিলোঁ; আৰু তাৰ পিছত দোকান-পোহাৰ ৰেষ্টুৰেন্টৰ অঞ্চলটোলৈ গ'লোঁ গৈ। তাতে দুপৰীয়াৰ লাঞ্চ কৰি গা টঙালোঁ।

জাহাজত উভতি আহি বেটাৰী পাৰ্কত ভৰি দি আমি গ'লোঁ এটা ৰে'ল ষ্টেশনলৈ। কিন্তু আমাক লগা ৰে'লখন ধৰিবলৈ আমি আকৌ ইয়াত যাব লাগিব পাতাললৈ। আমি নামি গ'লোঁ আৰু মাটিৰ তলৰ ৰে'ল লাইনৰ আমাৰ নিৰ্দিষ্ট প্লেটফৰ্মত ৰ'লোঁ গৈ। ইয়াততো অতি সঘনাই ৰে'ল অহা-যোৱা কৰে। কিন্তু এখনো চোন ৰে'ল অহা নাই এতিয়া। সন্দেহ হ'ল ভুলতে আহি কৰবাত ৰলোঁ নেকি বুলি। ওচৰতে দেখা পালোঁ ইউনিফৰ্ম পৰিহিত এজন ৰে'ল বিষয়া— বিৰাট ওখ পাখ কৃষ্ণাংগ আমেৰিকান। কিন্তু অতি নম্ৰ, ভদ্ৰ আৰু মাৰ্জিত। তেওঁক সুধিলোঁ ৰে'ল কিয় অহা নাই। টপৰাই যি ইচ্ছা তাকে কৈ দি তেওঁ গা সৰা ভদ্ৰলোক নহয়। তেওঁ ক'লে, "মাফ কৰিব। উপযুক্ত স্থানত সুধি আহি সঠিক উত্তৰটোকে আপোনালোকক দিওঁহক। অকণমান বাট চাওক।" তেওঁ ওপৰলৈ উঠি গ'ল। কিন্তু অলপ সময় পিছতে আমাৰ ৰে'ল গুম্‌গুমাই আহি পালেহি। আমি এতিয়া কি কৰোঁ? ইমান ভদ্ৰ বিষয়াজনৰ কষ্ট আৰু সৌজন্যক নেওচি আমি এতিয়া ৰে'লখনত উঠি উধাও হওঁনে তেওঁলৈ বাট চাওঁ? আমি চাৰিওজন মানুহ কোনোটো সিদ্ধান্ততে এক মত হ'ব নোৱাৰিলোঁ। ৰে'ল এতিয়া যায়হে। তথাপি আমি ৰে'লত উঠি লোৱাৰ সলনি ওপৰলৈ উঠা চিৰীটোলৈ চাই আছোঁ। ভদ্ৰ বিষয়াজনক নামি অহা দেখোঁ নেকি। শেষত একপ্ৰকাৰ যন্ত্ৰচালিত লোকৰ দৰেই ৰে'লখনত উঠি ললোঁ। নিজকে অপৰাধী যেন লাগিল এনে কৰি। তেওঁ আমাক বাৰু বেয়া পাওক। কিন্তু তেওঁ যদি ভাবে— ভাৰতীয় মানুহবোৰ এনেকুৱাই নেকি?

আমাৰ নামিবলগীয়া ষ্টেশনটোত নামিলোঁ গৈ। ওপৰলৈ উঠি গৈ ষ্টেশনৰ পৰা ওলালেই পোৱা যায় আমেৰিকান মিউজিয়ম্ ওভ্ নেশ্বাৰেল্ হিষ্টৰি। এটা বহু মহলীয়া সুউচ্চ অট্টালিকা। প্ৰতিটো মহলাত একোটা বিভাগ বা শাখা। প্ৰদৰ্শন কৰিবলগীয়া বস্তুবোৰ লেবেলেৰে সৈতে প্ৰদৰ্শন কৰাৰ উপৰি ঘন ঘনকৈ আঁৰি থোৱা বোৰ্ডে বোৰ্ডে তাত থকা বস্তুবোৰৰ বিষয়ে জ্ঞানগৰ্ভ বহুতো কথা লিখি থোৱা আছে। বস্তুবোৰ চাই আৰু এইবোৰ পঢ়ি আমাৰ জগতখন সম্পৰ্কে সম্যক জ্ঞান আহৰণ কৰিব পাৰি। ভিন্ ভিন্ বিষয়ৰ গৱেষকসকল আহি ইয়াত হেনো অধ্যয়ন কৰে। এই মিউজিয়ম্ কিমান শিক্ষাপ্ৰদ তাক উপলব্ধি কৰিলোঁ যেতিয়া এখন ডাঙৰ ফলকত দেখিলোঁ এটি বিৱৰণ। এই মিউজিয়মৰে এগৰাকী বিখ্যাত, সুদক্ষ আৰু সুবিজ্ঞ সঞ্চালকৰ বিষয়ে সেই কথা। এই ডিৰেক্টৰজন হেনো কোনো উচ্চ শিক্ষা নোপোৱা এজন সাধাৰণ লোক আছিল। কিন্তু তেওঁৰ এই পৃথিৱীখন আৰু মানুহ সম্পৰ্কে জানিবলৈ প্ৰবল ইচ্ছা। গতিকে তেওঁ এই মিউজিয়মলৈ আহি এটি সাধাৰণ চাকৰিত সোমাল। ইয়াত সোমাই লৈ তেওঁ আজৰি সময়বোৰ ইয়াতে অধ্যয়ন কৰি কটাবলৈ ধৰিলে। ইপিনে নিজৰ কৰ্তব্য পালনতো তেওঁ অতি নিষ্ঠাবান। এই মিউজিয়মতে আজৰি সময়ত দিনে-ৰাতি অধ্যয়ন কৰি কৰি এওঁ এই মিউজিয়মৰ বিষয় নেশ্বাৰেল্ হিষ্টৰিত এনে বিজ্ঞ লোক হৈ উঠিল আৰু তেওঁৰ জ্ঞান বাহিৰতো এনেদৰে স্বীকৃত হ'ল যে নিজৰ মিউজিয়মৰ চাকৰিতো অতি নিষ্ঠাবান বুলি

প্ৰমাণিত হোৱা এই লোকজনক শেষত মিউজিয়মটোৰ ডিৰেক্টৰ পদতে অভিষিক্ত কৰিলে। এনেকুৱাই এই মিউজিয়ম। এয়েই এই আমেৰিকা। হয়, আমি শুনি আহিছিলো— আমেৰিকানসকল প্ৰকৃত জ্ঞানৰহে পূজাৰী— তথাকথিত ডিগ্ৰীৰ নহয়। সেয়েহে হেনো এই হাই টেকন'ল'জিৰ অনুষ্ঠানবোৰৰ বিভিন্ন উচ্চ পদতো এওঁলোকে বিষয়ৰ প্ৰকৃত জ্ঞান থকা লোকবোৰকহে বহুবায়— কেবল তথাকথিত "অৰ্হতাসম্পন্ন" বিজ্ঞানীক নহয়।

এই বৃহৎ মিউজিয়মৰ আটাইবোৰ মহলা বা বিভাগতে এবাৰ পাক মাৰিবলৈকো এটা দিন লাগিব। কিন্তু আমি ইয়াত এটা বেলাওতো দিব নোৱাৰোঁ। গতিকে দুটা মহলাৰ দুটা বিভাগত চকু ফুৰাই তাৰে এটা বিভাগৰ এখন ফিল্ম চাই আমি ওলাই আহিলোঁ। তাৰ পিছত অ'ত ত'ত কিছু খোজ কাঢ়ি আমি ফুৰিলোঁ। সন্ধিয়া এন্ধাৰ হ'বলৈ ধৰাত যেতিয়া লাইটবোৰ জ্বলি উঠিবলৈ ধৰিলে, আমি তেতিয়া সেই এসময়ৰ পৃথিৱীৰ আশ্চৰ্য এম্পায়াৰ ষ্টেইট বিল্ডিঙত উঠাৰ কথা ভাবিলোঁ। সেইমতে এই সময়ত খুলি দিয়া ১০২ নং মহলালৈ উঠাৰ বাবে নিৰ্দিষ্ট প্ৰৱেশদ্বাৰত থিয় দিলোঁ। তলৰ দুটামান মহলা ছিৰীৰে উঠিহে তাৰ পিছত টিকেট ল'ব লাগে। এই দুই মহলা ছিৰীৰে উঠোঁতেই এনে দীঘলীয়া কিউ বা শাৰী যে তাতেই প্ৰায় এঘন্টা গ'ল। তাৰ পিছত আকৌ টিকেটৰ বাবে শাৰী পাতোঁতে লাগিব একেদৰে দীঘলীয়া সময়। টিকেট পোৱাৰ পিছতহে হয়তো আমাক পৰ্যটকৰ মৰ্যাদা দি এস্কেলেটৰেৰে লৈ যাব। কিন্তু তাতো বা আৰু কিমান সময়? মাজনী ইতিমধ্যে অধৈৰ্য হৈ তললৈ নামি আহিছিলেই। জীয়েকক অকলে তলত নেৰোঁ বুলি আমাৰ মাকেও উভতি গ'ল। তেৱোঁ অৱশ্যে বেয়াকৈ ভাগৰি পৰিছিল। ১০২ নং মহলা পাই তাৰ পৰা নিউয়ৰ্ক চাই উভতি তল পাওঁতে আমাক বা আৰু কিমান ঘণ্টা লাগে? ইমান সময় মাক-জীয়েকে তলত কি কৰি কটাব? এইবোৰ ভাবি গুণি শেষত ঠিক কৰিলোঁ— আমিও উভতিয়েই যাওঁ। তললৈ নামি আহি এতিয়া তেওঁলোকক বিচাৰি উলিওৱা অভিযান। দুয়োফালৰ ম'বাইল ফোনৰ সৌজন্যত তেওঁলোকক বিচাৰি পালোঁ এম্পায়াৰ ষ্টেইট্ বিল্ডিঙৰ তলৰ মহলাৰ এখন ৰেষ্টুৰেন্টত। এম্পায়াৰ ষ্টেইট্ বিল্ডিঙৰ ১০২ নং মহলাত উঠি নিউয়ৰ্ক চোৱা নহ'ল। নিজকে সান্ত্বনা দিলোঁ এই বুলি যে তথাপি একেটা বিল্ডিঙৰে প্ৰথম মহলাত (এৰা, আমেৰিকাত "গ্ৰাউণ্ড্ ফ্লোৰ্" নহয় "ফাৰ্ষ্ট্ ফ্লোৰ্"হে) সোমাই অন্ততঃ কৰ্ণী খোৱা হ'ল।

এতিয়া আৰু কিছু সময় আমি নিউয়ৰ্কতে কটাব পাৰোঁ। গতিকে এইখিনি সময়ত কি কৰিম? মই প্ৰস্তাৱ কৰিলোঁ, ফিফ্থ্ এভিনিউ আৰু পাৰ্ক্ এভিনিউতো অলপ ঘূৰোঁ গৈ। নিউয়ৰ্কৰ এই দুই এভিনিউ চাব খোজাৰ কাৰণ মোৰ মনৰ এটা ব্যক্তিগত খেয়ালত বাহিৰে অন্য একো নহয়। এই দুটা এভিনিউৰ প্ৰতি মানুহৰ মোহ কিয় ইমান বেছি যে অনেক বিলাসৰ সামগ্ৰীৰ নাম কোম্পানিবোৰে বাখে "ফিফ্থ এভিনিউ", "পাৰ্ক এভিনিউ" বুলি? দুয়োটা এভিনিউতে আমি খোজ কাঢ়ি ফুৰিলোঁ। একেই সুপৰিকল্পিত অঞ্চল, দোকান-পোহাৰ আৰু চাক-চিকু পথ-উপপথ। একে ধৰণেই লাইটেৰে উদ্ভাসিত। তেন্তে নিউয়ৰ্কৰ, বিশেষকৈ এই মানহাট্টানৰ একে ধৰণৰ বহুত এভিনিউৰ পৰা এই দুটা এভিনিউৰ নাম কোম্পানিয়ে তেওঁলোকৰ উৎপাদনৰ ব্ৰেণ্ড নেইম্ কৰিবলৈ বাছি লয় কিয়? বুজি নাপালোঁ। তথাপি সন্তুষ্টি— দুয়োটা এভিনিউ দেখিলোঁ। মানহাট্টান দেখিলোঁ। নিউয়ৰ্ক দেখিলোঁ। এনে সন্তুষ্টিৰেই আমি এতিয়া উভতি যাব পাৰোঁ। আমি উভতি গ্ৰেণ্ড চেন্ট্ৰেল ষ্টেচনলৈ খোজ ল'লোঁ।

যাওঁতে এই ষ্টেশ্বনৰ পৰা হুৰমুৰকৈ ওলাই গৈছিলোঁ মহানগৰীৰ অন্য আকৰ্ষণবোৰৰ বলত। এই ষ্টেশ্বনতো যে কিবা আকৰ্ষণ থাকিব পাৰে সেই কথা তেতিয়া ভবাই নহ'ল। মনত পৰিল এতিয়া এই ষ্টেচনৰোতো এটা ঐতিহাসিক গুৰুত্ব আছে। ই এটা অতি ডাঙৰ, পুৰণি ষ্টেশ্বন হোবাৰ উপৰি ইয়াৰ স্থপতিকলাৰো (architectural art) আকৰ্ষণ আছে। পোনে পোনে ৰে'লত নুঠি ইফালে সিফালে চকু দিলোঁ। ইয়াৰ প্লেটফৰ্মবোৰ পাছপিনে ৰাখি সন্মুখলৈ যিটো অট্টালিকা, তাৰ কেন্দ্ৰতে, ওপৰৰ ছাদৰ তলৰ ফালে এখন আলোকিত স্ক্ৰীন। তাত মুহূৰ্তে মুহূৰ্তে আকাশৰ বিভিন্ন ৰং ৰূপ। তৰা বছা আকাশ। আৰু তাৰ ওৱাল্‌বোৰৰ ওপৰৰ পিনে একেই সেই উদ্ভাসিত পৰ্দাত মুহূৰ্তে মুহূৰ্তে ওলায় প্ৰকৃতি জগতৰ ভিন ভিন ৰূপ।

সেইবোৰ চাই ৰে'লত উঠিলোঁহি। দুঘণ্টাৰ পিছত পালোঁ পুগ্‌কীপছিৰ হেম্‌বাৰ্গ ষ্টেশ্বন। অশোকে কেইমিনিটমানৰ ভিতৰতে তেওঁৰ গাড়ীত আমাক আনি ঘৰ পোৱালেহি। ঘৰ পাই দেখোঁ— অনৌষ্কাক এই নতুন ঠাইত এৰি মাক-বাপেক যদিও দিনটো আঁতৰি থাকিল, এই ৰাতি এঘাৰ বজালৈ তেওঁ সুন্দৰকৈ খুছীৰ লগত খেলি আছে। নমিতাক হেনো সিহঁতে একো অসুবিধাত পেলোৱা নাই। খুছীৰ ককায়েক অংশুমানতো সাত বছৰীয়া ল'ৰা। তেৰোঁ এই আঢ়ে বছৰীয়া ভনীয়েক আৰু চাৰি বছৰীয়া অনৌষ্কাক অকণো আমনি কৰা নাই। তেনে স্বভাৱ তেওঁৰ নহয়। অংশুমান পঢ়া-শুনাতো বৰ ভাল। শ্ৰেণীত সদায় প্ৰথম। তদুপৰি ছবি অকাঁ, ৰচনা লিখা— এইবোৰ প্ৰতিযোগিতাতো পুৰস্কাৰ লাভ কৰি পোৱা মানপত্ৰ তেওঁৰ বহুত। আমাৰ এটি ভাৰতীয় ল'ৰাই যি আমেৰিকানসকলৰ স্কুলত এনে পাৰদৰ্শিতা দেখুৱাই আছে, সিওনো কম আনন্দৰ কথানে?



# আঠাইছ

# বিদায় আমেৰিকা

২৭ ডিচেম্বৰ, ২০০৬, বুধবাৰৰ দিনটোও আমি নিউয়ৰ্কৰ বাবেই ৰাখিছিলোঁ, অথবা সম্ভৱ হ'লে ৱাশ্বিংটনৰ বাবে। কিন্তু উৰা জাহাজেৰেই যাওঁ বা গাড়ীৰেই যাওঁ, নিউয়ৰ্কৰ পৰা ৱাশ্বিংটনলৈ অহা যোৱা কৰিবলৈ দিনটোৱেই লাগে। তেন্তে দিনটোৰ বাবে তালৈ গৈ চাম কি? ৱাশ্বিংটনৰ দৰে এখন গুৰুত্বপূৰ্ণ মহানগৰ, আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাজধানী। তাক চাবলৈও কমেও এটা দিনতো লাগিব। তাক বাদ দি যদি নিউয়ৰ্কলৈকে আকৌ যাওঁ, তাতোনো কি চোৱা হ'ব? মেট্ৰ'পলিটান মিউজিয়ম অভ্ আৰ্ট, দ্য মিউজিয়ম অভ্ মডাৰ্ন আৰ্ট, নিউয়ৰ্ক পাব্লিক লাইব্ৰেৰি— এইবোৰোতো এটা দিনতে চোৱা নহয়। গতিকে অশোকৰ প্ৰস্তাৱ— এই দিনটো আমি ঘৰতে বহি বিশ্ৰাম লওঁ আৰু পুগ্‌কীপ্‌ছিতে ঘূৰা-চকা কৰোঁ। সেইটোকে আমি সমৰ্থন কৰিলোঁ। আগত এটা দুদিনীয়া বিমান ভ্ৰমণ।

অশোক আৰু পৱন এবাৰ পুৱা এঘাৰ বজাত গাড়ীৰে ওলাই গ'ল। পিছত দেখিলোঁ আমাৰ বাবে অশোকে উপহাৰ হিচাপে কাপোৰ কানি কেতবোৰ কিনি আনিছে। আমাৰ প্ৰতিজনলৈ সেইবোৰ নমিতাই আগবঢ়াই দিলে। স্বাভাৱিকতে পিছদিনা ২৮ ডিচেম্বৰ, ২০০৬, বৃহস্পতিবাৰে পুৱা যেতিয়া আমি তেওঁলোকৰ ঘৰ এৰি ভাৰতলৈ উৰিবৰ বাবে প্ৰস্তুত হ'লোঁ, তেতিয়া এটা আৱেগময় পৰিস্থিতিৰ সৃষ্টি হ'ল— যেন নিজৰ পৰিয়ালৰ লোকসকলকহে কোনো দূৰ দেশলৈ যাবলৈ বিদায় দিবলৈ ওলাইছে। নমিতাৰ দুই চকু বাষ্পসিক্ত। অশোক অস্বাভাৱিকভাৱে গম্ভীৰ। আৰু অংশুমান আৰু খুছী? এওঁলোকেও যেন বুজি পাইছে কিবা—অন্ততঃ আমি যে আৰু সতকাই নাহিম সেই কথা। দুয়োৰে মাজে মাজে আহি সুধি আছে—আমি আৰু কেতিয়াও নাহিম নেকি? কেতিয়া আহিম বাৰু? লণ্ডনত ডাঃ দীনেশ কাকতি বোলা মোৰ এজন বন্ধু আছে। আমি কটন কলেজত একেলগে দুবছৰ পঢ়িছিলোঁ আই এছ চি ক্লাছত। পাৰ্টনাৰ্ আছিলোঁ প্ৰেক্টিকেল্ ক্লাছত। কাকতি পিছত ডাক্তৰী পাছ কৰি ইংলেণ্ড পালেহি। ইংলেণ্ডতে ডাক্তৰী চৰ্চা কৰিলে আৰু বসবাস কৰিবলৈ ল'লে। কিন্তু ইংলেণ্ডত থকা দুসপ্তাহত আমাৰ তেখেতৰ ঘৰলৈ যোৱা নহ'ল। ডাক্তৰী ব্যস্ততাৰ মাজত আমাক দিবলগীয়া সময়খিনি দিব পৰাৰ আশা নেদেখিলে। লণ্ডন এৰাৰ আগদিনা ডাঃ কাকতি আৰু শ্ৰীমতী কাকতিয়ে বাৰে বাৰে ফোন কৰিলে—এইবাৰ নহ'ল নাই। ইয়াৰ পিছত লণ্ডনলৈ গ'লে তেখেতসকলৰ ঘৰলৈ নিশ্চয় যাব লাগিব। ফোনত বাৰে বাৰে জোৰ দি কোৱাত মই ডাঃ কাকতিক ক'লোঁ— "মোৰ বয়স এতিয়া ৬৫ বছৰ। গোটেই জীৱন অৰ্থাৎ এই ৬৫ বছৰেই চেষ্টা কৰি কৰি মই এবাৰহে ইংলেণ্ডলৈ আহিব পাৰিলোঁ। ইয়াৰ পিছত যদি পুনৰ চেষ্টাত লাগোঁ, তেন্তে আৰু ৬৫ বছৰ পিছত নিশ্চয় এবাৰ ইংলেণ্ডলৈ আহিব পাৰিম। মোৰ বয়স হ'ব তেতিয়া ১৩০ বছৰ। এশ ত্ৰিছ বছৰ বয়সত মই নিশ্চয় আকৌ লণ্ডনলৈ আহি আপোনালোকৰ ঘৰলৈ যাম।" এতিয়া খুছী আৰু অংশুমানে আমি আৰু কেতিয়া তেওঁলোকৰ ঘৰলৈ আহিম সুধি থকাত মই সংক্ষেপতে একেটা উত্তৰকে দিলোঁ। কাৰণ মই জানোঁ, তাৰ তাৎপৰ্য এওঁলোকে একো বুজি নাপাব। তেওঁলোকক ক'লোঁ—"I shall come to you again when I am one hundred and thirty" —মোৰ যেতিয়া এশ ত্ৰিছ বছৰ বয়স হ'ব, মই

তেতিয়া আকৌ তোমালোকৰ ঘৰলৈ আহিম।

আমাৰ ব্রিটিছ এয়াৰ্‌ওৱে'জৰ উৰণ গধূলি ৮ বজাতহে। কিন্তু এই সন্ত্ৰাসবাদৰ দিনত আনুষ্ঠানিকতাবোৰ উৰণৰ আগত পালন কৰোঁতে যিমানহে সময় লাগে, আমি জেই্‌ এইফ্‌ কেনেডি এয়াৰপ'ৰ্ট বহু ঘণ্টা আগতেই পোৱা উচিব হ'ব বুলি থিৰ কৰিলোঁ। নমিতাই ক'লে— "যেতিয়াই যোৱা যাবা বাৰু। কিন্তু লাঞ্চ নোখোৱাকৈ যাব নোৱাৰিবা। "আমি ক'লোঁ— "লাঞ্চত খোৱাটোনো কি কথা। ব্রেকফাষ্ট খাই গ'লেওতো হ'ব।" তেওঁলোকে ক'লে— "ব্রেকফাষ্টতো খাবাই। কিন্তু লাঞ্চ খাবলৈওতো সময় হ'ব।" গতিকে আমি দুয়োসাঁজেই খালোঁ। আৰু তথাপি ওলাব পাৰিলোঁ এঘাৰ বজাৰ পিছতে। বিমান বন্দৰত আমি কিবা অসুবিধাত পৰোঁ বুলি অশোক আমাৰ লগতে ওলাব খুজিছিল। কিন্তু পবনে তেওঁৰ উভতি অহাত অসুবিধা হ'ব বুলি নালাগে বুলি ক'লে। অশোকে পুগ্‌কীপ্‌ছিত ভাৰা কৰা গাড়ীখন পবনেই কেনেডি বিমান বন্দৰত ঘূৰাই দিব পাৰিব। সময়ত অশোক, নমিতা, অংশুমান, খুছীয়ে পদূলিমুখত থিয় হৈ হাত জোকাৰি আমাক বিদায় দিলে। সকলোকেইজন অস্বাভাৱিকভাৱে গম্ভীৰ। আমি অশোকহঁতৰ নওলামুখেৰে ওলাই আহিলোঁ। গেইট্‌খন বন্ধ কৰা বাবে অশোকে আমাক গাড়ী ৰাখি নামিব নিদিলে। তেৱেঁইহে বন্ধ কৰিব।

আমি ১২ বজাৰ কিছু পিছতেই কেনেডি বিমান বন্দৰ পালোঁহি। আমি যিটো গেইট্‌ নাম্বাৰেৰে সোমাব লাগিব, সেইটোতে পবনে আমাক নমাই দি কাৰ্ডেৰে ভাৰাটো দি ট্ৰলী দুখন উলিয়াই দিলে। তাৰ পিছত গাড়ীখন ওভোতাই দিবলৈ কাৰ্‌ ৰেণ্টেল কোম্পানিলৈ গ'ল গৈ। আমি ট্ৰলীত আমাৰ বস্তু-বাহানিবোৰ ভৰাই আমাৰ নিৰ্দিষ্ট কাউণ্টাৰত থিয় দিলোঁ। কিছু সময় পিছত কোম্পানিৰ শ্বাটল্‌ বাছত উঠি আহি পবনো তাত ওলাল গৈ। আমাৰ ওভতনি যাত্ৰাৰ দ্বিতীয় পৰ্বটো তেন্তে আৰম্ভ হ'ল। আঢ়ৈ বজাত আমাৰ চেক্‌-ইন্‌ আৰু ছিকিউৰিটি চেকৰ পৰ্বটো শেষ হ'ল। বৰ বৰ লাগিজবোৰ ব্রিটিছ এয়াৰ্‌ওৱে'জক চমজাই দি আমি কিছু সকাহ পালোঁ। পিছত ছিকিউৰিটি চেকৰ কঠোৰ নীতি-নিয়মৰ মাজেদিও সৰকি আহিব পৰাত আমাৰ গা-মন একেবাৰে পাতল লাগিল। গধূলি ৮ বজাত প্ৰস্থান কৰিবলগীয়া উৰণৰ বাবে আমাৰ হাতত এতিয়া তিনি, চাৰি ঘণ্টা সময়। সৰু সুৰা বিমান বন্দৰত ইমানখিনি সময় কটোৱা নিশ্চয় বিড়ম্বনাৰ কথা হ'লহেঁতেন। যেনে ধৰক আমাৰ গুৱাহাটী বিমান বন্দৰত। কিন্তু নিউয়ৰ্কৰ জেই্‌ এইফ্‌ কেই বিমান বন্দৰ, লণ্ডনৰ হীথ্‌ৰৌ, আৰু আনকি ডেন্‌ভাৰ্‌ বিমান বন্দৰতো তিনি চাৰি ঘণ্টা সময় আৰামত কটাই দিব পাৰি। আৰামদায়ক বহা আসন, কিতাপ-কাকত-আলোচনীৰ বৰ বৰ মল, বৰ বৰ ৰেষ্টুৰেন্ট্‌ এইবোৰত টহল দি বা গ্ৰাহক হৈ তিনি চাৰি ঘণ্টা সময় কটাই দিয়া একো কথাই নহয়। বহা আসনৰ ওচৰে ওচৰে পোষ্টবোৰত আকৌ লেপ্‌টপৰ প্লাগ্‌পইন্ট্‌। আপুনি কম্পিউটাৰত কাম কৰিও সময় কটাব পাৰে। ৰেষ্টুৰেন্ট এখনত আমি বিয়লিৰ জলপানো খাই ললোঁ। মাফিন্‌, কাফে লাটে আদিৰ জলপান।

আমাৰ ওভতনি যাত্ৰাৰ তৃতীয় পৰ্বত ৮ বজাৰ উৰণৰ বাবে ৭ বজাৰ পৰাই ব্যস্ত হৈ পৰিলোঁ। ২৮ ডিচেম্বৰ, ২০০৬, বৃহস্পতিবাৰৰ এই আমেৰিকাৰ গধূলি আমাৰ জাহাজ ঠিক আঠ বজাতেই আমেৰিকাৰ আকাশলৈ উৰা মাৰিলে। লগে লগে আমি পালোঁ গৈ আটলাণ্টিক মহাসাগৰৰ ওপৰ। আমাৰ উৰাজাহাজ ওপৰলৈ উঠাৰ লগে লগেই শোৱাৰৰ বাবে সাজু হৈ ল'লোঁ

আমেৰিকাৰ মুখ, সেই অজস্ৰ উজ্জ্বল, বিচিত্ৰ বৰ্ণী পোহৰেৰে জিলমিলাই থকা আমেৰিকাৰ মুখ। মনে মনে ক'লোঁ—"আমেৰিকা, তোমাৰ পৰা বিদায়।"

১১৬ নং ব্ৰিটিছ এয়াৰ্ওৱেজৰ নিউয়ৰ্ক-লণ্ডন উৰণত যেতিয়া গধূলি ৯ মান বজাত আমাৰ ৰাতিৰ খানা বা ডিনাৰ্ আহিল, তেতিয়া এটা আমোদজনক ঘটনা ঘটিল। ইণ্টাৰনেটেৰে টিকেট লোৱা সময়ত আমাৰ পছন্দৰ খানা বুলি পৰনে দিছিল 'ইণ্ডিয়ান মিল্' বা ভাৰতীয় আহাৰ। ভেজ বা নন্ ভেজ্ অৰ্থাৎ শাকাহাৰীনে মাংসাহাৰী তেওঁ উল্লেখ কৰা নাছিল। গতিকে শ্বেতাংগিনী এয়াৰ্ হোষ্টেছ্ আমাৰ ওচৰলৈ আহি যেতিয়া আমাৰ সন্মুখত দি গ'ল ডিনাৰ্ পেকেট, তেতিয়া দেখিলোঁ আঁজলি আৰু মোৰ পেকেটৰ ওপৰতো পৰনহঁতৰ পেকেটৰ দৰে লেবেল মৰা আছে 'নন্ ভেজ্।' কিন্তু মাংস খাই খাই আমুৱাই আৰু আমাৰ স্বাস্থ্যজনিত কাৰণতো আমি এতিয়া খাব খুজিছোঁ 'ভেজ্' বা ভেজিটেৰিয়ান্ বা শাকাহাৰী খানা। গতিকে সুধিলোঁ— আমাৰ দুয়োৰে বাবে ভেজিটেৰিয়ান্ মিল্ নহ'বনে? অৱশ্যে আমি জানোঁ এই বৃটিছ চাহাবসকলৰ উৰা জাহাজত আগতে অৰ্ডাৰ দি নথ'লে ভেজিটেৰিয়ান মিলৰ আশা বৃথা। সেই হিচাপে এয়াৰ্ হষ্টেছ্ বা বিমান গৃহিণীয়ে আমাক খণ্ডেই কৰিব লাগিছিল। আগতে অৰ্ডাৰ দি থোৱা নাই। এতিয়া বিচাৰিলে ক'ত পায়? কিন্তু তেনেকৈ কৈ আমাক বঙা চকু দেখুওৱাৰ বিপৰীতে আমাৰ বিমানগৃহিণীয়ে অতি নম্ৰ, অতি ভদ্ৰভাৱে ক'লে, "নন্ ভেজ্ হ'লেও ই আপোনালোকৰ একো অন্যায় নকৰে। এয়া লেম্ (lamb) মীট্হে। চিন্তা নকৰিব। অনুগ্ৰহ কৰি খাওক।" আমি এতিয়া হাঁহোনে কান্দো? ভেড়াৰ নহয়, গৰুৰ নহয়, মুৰ্গীৰ নহয়, গাহৰিৰ নহয়; এয়া ভেড়া পোৱালিৰ হে মাংস। গতিকে ইয়াক নিৰামিষ বুলিয়ে খাওক। মনে মনে হাঁহিয়ে আমি বিনয়ী বিমান গৃহিণীক খাম বুলি আশ্বাস দিলোঁ। ব্ৰিটিছ এয়াৰ্ওৱেজত এতিয়া এয়া আমাৰ ভেড়া পোৱালিৰ নিৰামিষ খানা। তাৰ পিছত কেতিয়াবা পাতল টোপনি, কেতিয়াবা সন্মুখৰ পিঠিৰ পিনৰ জি পি এছৰ মেপত তলৰ পৃথিৱীৰ কি দেশ, কি স্থান বা জলভাগ পাইছোঁহি, কিমান হেজাৰ ফুট ওপৰত আছোঁ চাই, আৰু কেতিয়াবা বিমান গৃহিণীয়ে যাচি থকা চাহ, কফী, স্প্ৰিণ্ট, কৌক্, পেপ্‌ছি আদি পানীয় আৰু লগৰ ক্ৰেকাৰ, কাজু বাদাম আদি খাই ৭.৪৫ ঘণ্টা জোৰা উৰণটোৰে আটলাণ্টিক মহাসাগৰ পাৰ হৈ ইংলেণ্ডৰ উপকূল পালোঁগৈ।

২৮ ডিচেম্বৰৰ গধূলি ৮ বজাত নিউয়ৰ্ক এৰি ৭ ঘণ্টা ৪৫ মিনিটৰ উৰণেৰে আমি লণ্ডনৰ হীথৰো পাব লাগিছিল ২৯ ডিচেম্বৰৰ শেষ নিশা ৩.৪৫ বজাত। উৰণো কাটাই কাটাই লণ্ডন পাইছিলোঁহি। কিন্তু আন্তৰ্জাতিক দিনাংক ৰেখাৰো (International date line) কি মহিমা! ২৯ ডিচেম্বৰৰ নিশা আমি লণ্ডন পোৱা সময় শেষ নিশা ৩.৪৫ বজাৰ সলনি হ'ল গৈ পুৱা ৭.৩০ বজা— ২৯ ডিচেম্বৰ, ২০০৬, শুক্ৰবাৰৰ ৰাতিপুৱা ৭.৩০ বজা। মনতে আশা পুহি ৰাখিছোঁ ওপৰৰ পৰাই লণ্ডনখন আকৌ এবাৰ চাম। কিন্তু ভয় আছিল, জানোচা শেষ ডিচেম্বৰৰ কুঁৱলিৰ ডাঠ আৱৰণে লণ্ডনখন তেতিয়া আবৰি ৰাখে! লণ্ডনৰ ডাঠ কুঁৱলিৰ বিৱৰণ ডিকিন্‌ছৰ উপন্যাসতো বহুতেই পাইছোঁ। ডিকিন্‌ছ্ বাৰু উনবিংশ শতাব্দীৰ ঔপন্যাসিক। কিন্তু আজি কালিওতো লণ্ডনতো কুঁৱলিৰ বাবে বহুত ফ্লাইট্ কেনচেল হৈ থাকে আমাৰ শিলীৰ দৰে। কিন্তু আমি ভাগ্যবান। এই ডিচেম্বৰৰ শেষৰ পিনৰ পুৱতি নিশাও আজি লণ্ডন সম্পূৰ্ণৰূপে কুঁৱলিমুক্ত। এবা, লণ্ডনত এই ৭.৩০ বজাতো এতিয়া পুৱতি নিশাহে, ৰাতিপুৱা নহয়। তললৈ চাই দেখিলোঁ,

আচলতে এতিয়া ধলপুৱা বা দোকমোকালি। সাগৰৰ ওপৰৰ আকাশ এৰি ইংলেণ্ডৰ মাটিৰ ওপৰৰ আকাশ পোৱাৰ পিছত আমি এয়া ক্ৰমে ক্ৰমে হীথ্ৰৌ মুৱা হৈ নামি আহিব ধৰিছোঁ। আমাৰ যানখনৰ পৰা লণ্ডনৰ পথ-ৰাজপথবোৰ দেখিবলৈ ধৰিছোঁ। লণ্ডনৰ ৰাজপথত এতিয়াও যান-বাহনৰ ভিৰ নাই। দিনৰ ব্যস্ততাৰ তুলনাত এতিয়াও লণ্ডন মহানগৰ বৰং সুপ্ত। এই ধলপুৱাৰ লণ্ডনৰ শুই থকা ৰূপ দেখিহে কিয় জানো এতিয়া বেছি ভাল লাগিল। ক্ৰমে ক্ৰমে আমি প্ৰায় মাটিৰ ওচৰ পাইছোঁ। ৰাতি বোধহয় এজাক বৰষুণ দিছিল। সেই বৰষুণত লণ্ডন নগৰীয়ে গা ধুই উঠিছে। সৌৱা সদ্যস্নাতা লণ্ডন নগৰী। কেনে পৰিষ্কাৰ, নিটোল, নিমজ।

পুৱা এঘাৰ বজাতহে আমাৰ বৃটিছ এয়াৰ্‌ওৱেজৰ ১৩৯ নং লণ্ডন-মুম্বাই উৰণ। সময় এতিয়া বহুত বাকী— চাৰি ঘণ্টাই। কমেও এটা বেলা নাপালে চিটিত এপাক মাৰি অহাৰ কথা ভাবিব নোৱাৰি। কিন্তু হীথ্ৰৌ বিমান বন্দৰতো কিতাপ কাকত-আলোচনীৰ, পৰ্যটকৰ প্ৰয়োজনীয় বিভিন্ন বস্তুৰ বৰ বৰ মল, বিধে বিধে ৰেষ্টৰেণ্ট, আৰামী বহা আসন। গতিকে চাৰি ঘণ্টা আৰামত কটাই দিব পাৰিম। পিছে হীথ্ৰৌ এয়াৰ্‌প'ৰ্টত সোমায়েই জানিলোঁ, আমি যদিও বৃটিছ এয়াৰ্‌ওৱে'জৰ ফ্লাইটেৰেই নিউয়ৰ্কৰ পৰা আহিলোঁ, আৰু মুম্বাইলৈকো যাম ব্ৰিটিছ এয়াৰ্‌ওৱেজৰে ফ্লাইটেৰেই, তথাপি হেনো পুনৰ চেক্-ইন্ কৰিব লাগিব; চিকিউৰিটি চেকৰো সম্মুখীন হ'ব লাগিব। তাৰ বাবে আকৌ সুদীৰ্ঘ লাইন্, অন্তহীন নহ'লেও সেই লাইন বা শাৰীৰ অন্তক'ত দেখা পোৱা নাযায়। আমি দূৰ দেশৰ পৰা আহি দূৰ দেশলৈ যাবলৈ ওলোৱা ৰাতিপুৱাৰ যাত্ৰী। আমাৰ বাবে এতিয়া টইলেট্ (এৰা, আমেৰিকা এৰি আহিলোঁ যেতিয়া, এতিয়া আৰু ৰেষ্ট্‌ৰুম্ নহয়, আমাৰ ইংৰাজীৰ টইলেট্, বাথ্‌ৰুম আদিহে), ৰেষ্টৰেণ্ট, নিউজ্ পে'পাৰ্ ষ্টেণ্ড্ আদিৰ কিমান প্ৰয়োজন! কিন্তু আমি থিয় হ'ব লাগিল এই দীঘলীয়া, অন্ত নেদেখা শাৰীত।

আমাৰ ওভতনি যাত্ৰাৰ এই চতুৰ্থটো পৰ্বত আমি প্ৰায় দুই-আঢ়ৈ ঘণ্টা শাৰীত থিয় হৈয়েই কটালোঁ। উৰা জাহাজলৈ যোৱাৰ আগত আধা ঘণ্টা মান সময়হে চাহ-কফী কিবা খাবলৈ পালোঁ। লাইনত থিয় হৈ থাকোঁতেই আমি পাল পাতি টইলেটলৈ গৈছিলোঁ। এতিয়া যি হওক, শান্তিত আমি একো কাপ চাহ বা কফী খাব পাৰিম। আমাৰ এঘাৰ বজাৰ ১৩৯ নং লণ্ডন-মুম্বাই উৰণ ঘড়ীৰ কাঁটাই কাঁটাই প্ৰস্থান কৰিলে। এই ভাৰতমুখী বা মুম্বাইমুখী বৃটিছ এয়াৰ্‌ওৱেজৰো উৰণত এইবাৰ দেখিছোঁ শ্বেতাংগিনী এয়াৰ্‌হোষ্টেছ্ যেনেকৈ আছে, ভাৰতীয় শাৰী পৰিহিতা বৃটিছ এয়াৰ্‌ওৱে'জৰে ভাৰতীয় এয়াৰ্ হোষ্টেছো আছে তেনেকৈ। সেইদৰে এতিয়া ঘোষণাবোৰো হ'বলৈ ধৰিলে প্ৰথমতে ইংৰাজীত, আৰু তাৰ পিছতে হিন্দীত। আমি ঘৰমুৱা হোৱাৰ এয়া আনন্দকৰ আগজাননী। আপোন পৰিবেশত আহি সোমোৱাৰ আগলক্ষণ।

লণ্ডন-মুম্বাই উৰণ প্ৰায় ৭ ঘণ্টা ৪৫ মিনিটৰ। আমি লণ্ডন এৰিলোঁ ২৯ ডিচেম্বৰ, ২০০৬ ৰ শুক্ৰবাৰৰ পুৱা ১১ বজাত। আজিয়েই গধূলি ৭ বজাত আমি পাব লাগে মুম্বাই। পিছে পুনৰ আন্তৰ্জাতিক দিনাংক ৰেখাৰ ইন্দ্ৰজাল। আমি মুম্বাই পাওঁতে উৰণৰ সময় আদি সকলো ঠিক থকা সত্ত্বেও আমি মুম্বাই পাই দেখিলোঁ, এয়া ৩০ ডিচেম্বৰ, ২০০৬, শনিবাৰৰ দুপৰ নিশাৰ ১ বজা। মুম্বাইত নমাৰ লগে লগে আমি ঘড়ীবোৰ মিলাই ল'লোঁ। ভাগ্য ভাল, এই ঘড়ী মিলোৱাই আমাৰ শেষ ঘড়ী মিলোৱা হ'ব। আমেৰিকাত যে কতবাৰ ঘড়ী মিলালোঁ, কোন কোন ঠাইত।

আকৌ ২৩ নে ২৪ অক্টোবৰত সমগ্ৰ আমেৰিকাতে ঘড়ীৰ সময় পৰিবৰ্তন কৰি ল'ব লাগে এঘণ্টাকৈ। সময় সচেতন, কৰ্মসচেতন জাতি এটাৰ সময় লৈ এনে তৎপৰতাই আমাৰ ভাৰতীয়সকলৰ দৰে কৰ্মবিমুখ, সময়-উদাসীন মানুহক আমনি দিয়ে।

আমি নামি আহি লাগিজ বেল্টৰ ওচৰত লাগিজ চেকৰ বাবে বৈ থাকোঁতে মাজনীৰ মোবাইল ফোন বাজি উঠিল। সেয়া ধন। আমি পালোঁহি বুলি নিশ্চিত হ'ব খুজিছে। বাহিৰত হেনো পল আৰু সি পলৰ দুয়োখন গাড়ী লৈ আহি বৈ আছে। পল— মানে পাৰ্থজিৎ শৰ্মা— আমাৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ এসময়ৰ বিশ্ববিদ্যালয় শ্ৰেণীসমূহৰ সচিব ড° ৰাজেন্দ্ৰৰ শৰ্মাৰ পুত্ৰ। এওঁ এতিয়া মুম্বাই নিবাসী আৰ্কিটেক্ট। সময়ত বেল্ট ঘূৰিবলৈ আৰম্ভ কৰিলে। লাগিজবোৰ আহিবলৈ আৰম্ভ কৰিলে। আমাৰো। কিন্তু আচৰিত! বেল্ট্ ঘূৰি ঘূৰি শেষত বৈ গ'ল। আমাৰ আটাইবোৰ লাগিজ আহিল। কিন্তু দুটা নাই। দুয়োটা মোৰ। আৰু সেই দুটাতে আছিল মোৰ কাগজ-পত্ৰ, কিতাপ-বহী আদি—যিবোৰৰ টকাৰ মূল্য বেছি নহ'লেও যিবোৰ অমূল্য— টকাৰে কিনিব নোৱাৰি! মোৰ হেৰোৱা ছুটকেছ্ দুটাৰ এটাত আমাৰ "অসমীয়া খবৰ" দৈনিকখনত নবেম্বৰৰ পৰাই ওলাই থকা মোৰ ইংলেণ্ড ভ্ৰমণৰ কাহিনী "ডেফডিল ফুল দেখিছ্"ৰ এতিয়াও ওলাবলৈ বাকী থকা দ্বিতীয় খণ্ডটো আছিল। আগৰ আধা শেষ হওঁ হওঁ। "খবৰ"ৰ বিভাগীয় সম্পাদক শ্ৰীকুমুদৰঞ্জন দাসৰ হাতত মই গৈ পায়েই এই আধা নিজে গৈ দি অহা কথা আছিল। এতিয়া মই তেখেতক কি ক'ম? তদুপৰি সেই একেটা ছুটকেছতে আছিল মোৰ আমেৰিকা ভ্ৰমণ খণ্ডটিৰো প্ৰথমাৰ্ধ। এইবোৰ হেৰাব লাগিলে মই আৰু লিখা কথাকে পুনৰ লিখিব পাৰিমনে?

লাগিজ আহি নাপালে মই কি কৰিব লাগে নাজানো। সৌভাগ্যক্ৰমে পৱন আৰু মাজনী আছে লগতে। পৱনে দৌৰ মাৰিলে অন্য ঠাইৰ এটা কাউণ্টাৰলৈ— বৃটিছ এয়াৰ্ওৱেজৰ "লষ্ট্ লাগিজ"ৰ কাউণ্টাৰ। কিছু সময়ৰ পিছত তেওঁ আকৌ হেপাই-ফোপাই দৌৰি আহিল— "দেউতা, দেউতা আপোনাৰ বোৰ্ডিং কাৰ্ডৰ লাগিজ্ ষ্টিকাৰ্বোৰত থকা নাম্বাৰকেইটা দিয়ক।" এইবাৰ পৱনৰ লগত ময়ো গ'লোঁ। তাতো কি সুদীৰ্ঘ লাইন। মানে মোৰ দৰে এই অভাগা মানুহৰ লাগিজ আহি নাপালে। ব্ৰিটিছ এয়াৰ্ওৱেজৰ এই কাউণ্টাৰৰ মানুহবোৰ ভাৰতীয় হ'লেও ব্যৱহাৰ পাতি, কথা-বতৰা কিন্তু বৰ ভাল। তেওঁলোকক আমাৰ প্ৰতি বেছ সহানুভূতিশীল দেখা পালোঁ। আমাৰ লাগিজ দুটাৰ বাবে ৰছিদ আৰু ক্ষতিপূৰণ দাবীৰ ফৰ্ম দি আৰু কাইলৈ পৰহিৰ ভিতৰত আমাৰ লাগিজ আহি পোৱাৰ আশা দি আমাক যাবলৈ দিলে। ইতিমধ্যে পুৱতি নিশা চাৰে তিনি বাজিল। ডিচেম্বৰৰ শেষৰ এই ঠাণ্ডাত বাহিৰত পল আৰু ধন। আমিতো এয়াৰকণ্ডিশ্বনত। মাজনীহঁতে ঘনাই ঘনাই সিহঁতক ফোন কৰি আমাৰ প্ৰত্যেক জনাই আছে। দোক্মোকালিত চাৰিয়াল কজাতহে বাহিৰত গৈ আমি তেওঁলোকক লগ পালোঁ। বেচেৰা পল! তেওঁৰো ৰাতিটো শোৱা নহ'ল!

আমাৰ ল'বা অভনুৰ ফ্লেটত আমি দুদিন থকাৰ আঁচনি লৈ বিমান যে তাল কৰিছিলোঁ এতিয়াহে বুজিলোঁ। দিনটোত কিমানবাৰ পৱন আৰু ধনে মুম্বাইৰ ছত্ৰপতি শিৱাজী এয়াৰ্পৰ্টৰ ব্ৰিটিছ এয়াৰ্ওৱেজৰ অফিচলৈ যে ফোন কৰিলে। সন্ধিকে একো নকৰেই। কিন্তু এখন, ৰাতি এখন ফ্লাইট আহি পায় লণ্ডনৰ পৰা প্ৰতি দিনে। প্ৰতিটোতে আহিব বুলি কয়, আৰু নাহে। শেষত পৱনে খং প্ৰকাশ কৰি ক'লে— আপোনালোকে কি ভাবিছে? যিবোৰ বস্তু আমাৰ সেই

লাগিজ দুটাত আছে, তাৰ ক্ষতিপূৰণৰ বাবে আমি অন্য ব্যৱস্থা ল'লে বৃটিছ এয়াৰ্ৱে'জে ধনেৰে দিয়া সম্ভৱ নহ'ব। আপোনালোকে আনকি আমাৰ বস্তু হেৰাইছেনে ক'ত আছে, তাকো খুলি কোৱা নাই। হেৰাইছে যদি কৈ দিয়ক, আমি আপোনালোকৰ ক্ষতিপূৰণৰ আশা নকৰি অন্য উপযুক্ত ব্যৱস্থা ল'ম।" পৱনৰ এই খণ্ডে কাম দিলে। বৃটিছ এয়াৰ্ওৱে'জৰ মুম্বাই অফিচে এইবাৰ নিজেই ফোন কৰি জনালে— তেওঁলোকে লণ্ডনলৈ ফোন কৰি সকলো খবৰ আনিলে। আমাৰ উৰণৰ লাগিজবোৰ ওপৰৰ পৰা তললৈ টানেলেৰে যেতিয়া নমাই দিছিল, এটা সময়ত সেই টানেলত বিজুলী সৰবৰাহ বন্ধ হৈ নেকি লাগিজ্বোৰ নামি অহাও বন্ধ হৈ গ'ল। তেনেকৈয়ে ৰৈ গ'ল আমাৰ লাগিজ্। এতিয়া পঠিয়াই আছে। আমি মুম্বাইতে আছোঁ যেতিয়া মুম্বাইতে ল'ব পাৰিম। নহ'লে গুৱাহাটীতো ল'ব পাৰিম।

মুম্বাইত থকা আমাৰ দ্বিতীয় দিনত দুপৰীয়া ফোন পালোঁ— আমাৰ লাগিজ্ আহি পাইছে। মুম্বাইতে আছোঁ যেতিয়া ইয়াতেই ল'ব লাগে। পিছে আজি ৰবিবাৰ। আবেলি চাৰে চাৰিতে তেওঁলোকৰ অফিচ বন্ধ হ'ব। অগত্যা আমাৰ বাবে বাট চাব পাৰিব ৬ বজালৈ। তাৰ আগতে যেনে তেনে ল'ব লাগিব। অতবোৰ যাত্ৰীৰ এনে কাণ্ড কৰা বৃটিছ এয়াৰ্ওৱেজো আকৌ কম সতৰ্ক নহয়। তেওঁলোকে মোৰ গুৱাহাটীৰ ঘৰলৈকো ফোন কৰিছে। বোৱাৰী বিমী (অনুৰাধা)ৰ পৰা নিশ্চিত হৈ লৈছে যে আমি মুম্বাইতে থকাটো হয়। আৰু তাতেই লাগিজ্ দুটা ল'ব পাৰিম।

এই ২০০৬ চনৰ শেষৰ ৩১ ডিচেম্বৰৰ ৫.৪৫ বজাত আমি ছত্ৰপতি শিৱাজী আন্তৰ্জাতিক বিমান বন্দৰ পালোঁ। ভিতৰলৈ পৱনেই সোমাই গ'ল আমাৰ ৰচিদ, আইডেন্টিটি কাৰ্ড আদি লৈ। ১৫ মিনিট মান পিছত এখন ট্ৰলীত ছুটকেছ দুটা লৈ পৱন ওলাই আহিল। তেওঁৰ মুখত এমোকোৰা হাঁহি। লাগিজ দুটা দেখিয়েই মই চিনি পালো দুৰৰ পৰাই, যদিওবা সেই দুটাৰ ৰেপিং বা আৱৰণি এতিয়া বৃটিছ এয়াৰ্ওৱে'জৰ নিজা। তাত ছপোৱা আছে— তেওঁলোকৰ ব্ৰেণ্ডনেইম্ আৰু মোৰো নাম ঠিকনা। কেনে যে ভাল লাগিল। শেষ ভালইতো সকলো ভাল— all's well that ends well. শ্বেইক্সপীয়েৰেনো এনেয়ে কৈছিলনে এই কথা। □



ইংলেণ্ড আৰু আমেৰিকাত

**বিভিন্ন মুহূৰ্ত্তত...**



*বিয়েট্ৰিক্স্ পটাৰ্ মিউজিয়মৰ সন্মুখৰ ফুলনি*



**ইংলেণ্ডৰ লেইক্ ডিষ্ট্ৰিক্টৰ এটি [illegible]**



ছেন্ ফ্রান্‌চিস্কো



লছ্ এঞ্জেলেছ্ মহানগৰ

